# Rashtriya Samachya Aru Jatiya Sanhati

A book on
Political Problems and National Integration with special referenece to India and Assam in Assamese

**First Published** 2000 A D July

**Price** Rs 95 00

**Publisher** **Srimati Geetanjali Goswami**
**and**
**Sriman Apurba Pratap Goswami**
Ambari Guwahati 1

**Printed By** **Star Printers**
Rajgarh Road
Guwahati 781 003
Phone 513180

# উৎসৰ্গ

*ৰাষ্ট্ৰীয় সমস্যা আৰু জাতীয় সংহতি গ্ৰন্থখন মোৰ প্ৰাক্তন ছাত্ৰ ছাত্ৰী সকলৰ নামত উৎসৰ্গ কৰিলো  তেওঁলোকে মোৰ ভাবনাৰ লগত আকৌ সংযোগ সাধক আৰু দেশৰ সকলো সমস্যা সমাধান কৰাত আৰু সংহতি সাধনত অৱদান যাচক এই মহত আশাত । ইতি*

বিনীত

শ্ৰী প্ৰবোধচন্দ্ৰ গোস্বামী

দিচপুৰ

গুৱাহাটী ৬

মথুৰানগৰ

# পাতনি

মোৰ সাহিত্য কৰ্মৰ আৰম্ভনি হোৱা নাছিল প্ৰবন্ধ ৰচনাৰ যোগেদি আৰম্ভনি হৈছিল গল্পৰচনাৰ মাধ্যমত অতি কমবযসতে মই যেতিয়া প্ৰাথমিক স্কুলৰ (পাঠশালাৰ) চতুৰ্থ মানৰ ছাত্ৰ আছিলো তেতিয়া মই গল্প লিখিছিলো । সেই গল্প প্ৰকাশও পাইছিল হাতে লিখা এখনি আলোচনীত মোৰ গল্পৰচনাৰ কৰ্ম চলি আছিল মোৰ বত্ৰিশ বছৰ হোৱালৈকে ভাৰত স্বাধীন হোৱাৰ খৃষ্টাব্দলৈকে ।

ভাৰতবৰ্ষ স্বাধীন হোৱাৰ কালৰে পৰা অসমত দেশত, এক অভুতপূৰ্ব জাগৰণ সৃষ্টি হ ল । কিন্তু দুৰ্ভাগ্যবশত এই জাগৰণ হ ল উপকৰা হুজুগী আৰু হেৰাই যোৱাৰ সম্ভাৱনাযুক্ত । পেনপেনীযা প্ৰেমৰ গল্প সাহিত্যৰ মাজত আৰু থলুৱা কৃষ্টিবিপদৰ অহৈতুক ভীতিৰ ওপৰত স ংস্থাপিত হুজুগী আন্দোলনৰ মাজত এই জাগৰণ হেৰাই যোৱাৰ সম্ভাৱনাৰ হ ল সৃষ্টি । তেতিয়া মোৰ মনত খেলালে যে এই সম্ভাৱনাৰ বিপদৰ পৰা ৰক্ষা পোৱাৰ এটা উপায গভীৰ তত্বৰ ওপৰত আলোকপাত কৰা প্ৰবন্ধৰ ৰচনা। এই সত্য মনত ঠাই পোৱাৰ লগে লগে মই স কল্পবদ্ধ হলোঁ তাত্বিক প্ৰবন্ধ লিখাৰ। সেই সময়ৰে পৰা নানা বিষযক তাত্বিক গ্ৰন্থ অধ্যয়ণত মই ব্ৰতী হলো আৰু তিনিখন তাত্বিক গ্ৰন্থ লিখিম বুলি স্থিৰ কৰিলো (১) সা কৃতিক অস্থিৰ ভাবনাৰ প্ৰতিৰোধৰ অৰ্থে 'কলাকাৰ আৰু কলাকৌশল নামত এখন গ্ৰন্থ লিখাৰ (২) দেশৰ ৰাষ্ট্ৰীয় ও শৈক্ষিক জাগৰণ ফলপ্ৰসূ কৰাৰ অৰ্থে বিকাশ সজাগতা বিশ্লেষণ আৰু শিক্ষাসংস্কাৰ নামত অন্য এখন গ্ৰন্থ লিখাৰ আৰু (৩) একে উদ্দেশ্যতে ৰাষ্ট্ৰীয সমস্যা আৰু জাতীয় সংহতি নামত তৃতীয় এখন গ্ৰন্থ লিখাৰ । প্ৰথমগ্ৰন্থখন ১৯৮৪ চনত দ্বিতীয়খন ১৯৯৪ চনত প্ৰকাশিত হৈছিল। প্ৰকাশক আছিল প্ৰকাশিকাৰ স্বত্বাধিকাৰ স্বৰ্গীয় অম্বিকাপদ চৌধুৰী। দ্বিতীয় গ্ৰন্থখনৰ দ্বিতীয়খণ্ড আছিল ৰাষ্ট্ৰীয শিক্ষানীতি সমস্যা আৰু তুলনাত্মক শিক্ষা। এই দ্বিতীয় খণ্ড গ্ৰন্থ প্ৰকাশৰ কাৰণেও স্বৰ্গীয় চৌধুৰীদেৱ ইয়াৰ পাণ্ডুলিপি লৈ গৈছিল। কিন্তু দুৰ্ভাগ্য বশত সেই গ্ৰন্থ প্ৰকাশৰ আগতে তেওঁ হঠাতে স্বৰ্গী হৈছিল । ইয়াৰ প্ৰকাশ প্ৰকাশিকাৰ উত্তৰাধিকাৰী সকলে কৰাৰ আশাত মই এতিয়াও বৈ আছো।

ৰাষ্ট্ৰীয় সমস্যা আৰু জাতীয় সংহতি গ্ৰন্থখনৰ আকাৰ কিছু বৃহৎ । গ্ৰন্থখন যে কেতিয়াবা প্ৰকাশ কৰিব পৰা যাব সেই আশাই মই ত্যাগ কৰিছিলো সৌভাগ্যবশত মোৰ অগ্ৰজপুত্ৰ আৰু মোৰ ভতিজা শ্ৰীমান অপূৰ্বপ্ৰতাপ গোস্বামীয়ে এনে অবস্থাতে এই কিতাপখন প্ৰকাশ কৰাৰ দায়িত্ব ললে। অপূৰ্বই মোৰ কলাকৌশল আৰু সাধনা গ্ৰন্থ লিখাৰ সময়ত তাৰ কেইটামান প্ৰবন্ধও নকল কৰি দিছিল। অপূৰ্ব ইঞ্জিনিয়াৰ ডিগ্ৰী (প্ৰথম শ্ৰেণী) ধাৰী মেধাৱী যুৱক কিন্তু চাকৰি নকৰি শিল্প স্থাপনৰ উদ্দ্যোগক হ্ ল অসমৰ উদ্যোগৰ ক্ষেত্ৰত অসমীয়া লোকৰ আগ্ৰহহীনতাৰ অপযশদূৰ কৰাৰ উদ্দেশ্যত আৰু সেই ক্ষেত্ৰত সফলতাও আৰ্জ্জিছে যথেষ্ট । এতিয়া আকৌ মোৰ গ্ৰন্থ প্ৰকাশৰো দায়িত্বও ললে। তেওৰ সকলো প্ৰকাৰৰ মঙ্গল আৰু উন্নতি মই কামনা কৰিলো।

গ্ৰন্থখন উৎসৰ্গ কৰিছো মোৰ প্ৰাক্তন ছাত্ৰ ছাত্ৰী সকলৰ নামত । মোৰ দীৰ্ঘকালীন অধ্যাপনাৰ কালত মই পাইছিলো মোৰ ছাত্ৰ ছাত্ৰী ৰূপে বহুগুণী যুবকক। এই সকলৰ ভিতৰত আছে পাচৰ কালত বিশ্ববিদ্যালয়ৰ উপচাৰ্য্য চৰকাৰৰ উচ্চ বিষয়া চেক্ৰেটাৰী লিখক আলোচনীৰ সম্পাদক চৰকাৰৰ উচ্চতম পুলিচ বিষয়া আনকি মন্ত্ৰী বিধায়ক আদিও । মোৰ আশা তেওলোকে মোৰ এই গ্ৰন্থ পঢ়ক আৰু মোৰ ভাবনাৰ মাজত আকৌ প্ৰবেশ কৰক আৰু ভাবনাৰ দ্বাৰা আকৌ উদ্বুদ্ধ হওক। দেশৰ হুজুগী বাতাবৰণৰ পৰিবৰ্তে গভীৰ চিন্তাৰ বাতাবৰণ সৃষ্টিকৰাত অবদান যোগাওক । ইতি

অসম ইঞ্জিনিয়াৰিং কলেজ চৌহদ গুৱাহাটী ১৩ ।

শ্ৰীপ্ৰবোধচন্দ্ৰ গোস্বামী
২৫/৩/৯৯

*দ্ৰষ্টব্য* এই গ্ৰন্থৰ প্ৰবন্ধবোৰ বাংলাদেশৰ সৃষ্টিৰ আগতে ৰচিত হলেও এইবোৰৰ কথাৰ আলোচনা আজিও প্ৰাসঙ্গিক।

# সূচীপত্ৰ

# ৰাষ্ট্ৰীয় সমস্যা আৰু জাতীয় সংহতি

অকলসৰীয়া জীৱন অৱাস্তৱ বিশেষত মানুহৰ ক্ষেত্ৰত । মানুহ স্বভাৱতে আৰু জন্মতে পৰনিৰ্ভৰশীল । অন্য প্ৰাণীৰ তুলনাত মানুহ অধিকতৰ অন্যৰ ওপৰত নিৰ্ভৰশীল। মাতৃৰ দুগ্ধৰ ওপৰত প্ৰায় সকলো প্ৰাণীয়ে জীৱন ৰক্ষা কৰিবলৈ বাধ্য। কিন্তু মানুহ অন্য বহুপ্ৰাণীৰ দৰে জন্মিয়ে স্থানান্তৰলৈ নিজচেষ্টাতে যাব নোৱাৰে বা মাকৰ ওচৰলৈ দৌৰি আহিব নোৱাৰে আৰু চৰাইৰ দৰে গোটা আহাৰ গিলিবও নোৱাৰে ।

## সমাজ, দলনেতা, ৰাজা, ঈশ্বৰ

নানাকাৰণত মানুহ স্বাভাৱিকতে সামাজিক প্ৰাণী আৰু মানুহ নিত্য থাকে সমাজপাতি । এই সমাজ কেৱল পৰিয়ালক লৈও গঠিত হব পাৰে । পৰিয়ালৰ দ্বাৰা গঠিত সামাজিক গোটেই গোষ্ঠীসমাজ । বিভিন্ন গোষ্ঠীৰ দ্বাৰা গঠিত সামাজিক গোটেই গ্ৰাম্যসমাজ । গ্ৰাম্যসমাজেই বিকশিত হয় আঞ্চলিক সমাজলৈ তাৰ পাচত জাতিলৈ ধৰ্মীয় সমাজলৈ আৰ্থিক উন্নয়ন মুখী সামাজিক গোটলৈ ৰাষ্ট্ৰীয় সমাজলৈ ইত্যাদি । নিজ গোটৰ প্ৰয়োজন মিটাবৰ বাবে সকলো সামাজিক গোটে নিয়ম বা নীতি উলিযায আৰু সেইবোৰ মানি চলে । এনে ধৰণৰ নীতিৰ ওপৰত স স্থাপিত আচৰণ ব্যৱস্থাই হয় ধৰ্মৰূপত প্ৰসিদ্ধ । সমাজনীতি মানি চলা ব্যবস্থাৰে ফলশ্ৰুতি কোনো বিশেষ নেতাৰ প্ৰতি আনুগত্য । এইনেতা হয় কালক্ৰমত ৰজা ৰূপে স্বীকৃত। বিশ্বশৃঙ্খলা ৰখাৰ ক্ষেত্ৰতো এজন সৰ্বমান্য সত্ত্বা কালক্ৰমত স্বীকৃত হয়। এয়ে হয ঈস্বৰ প্ৰভু বা স্বামী । ঈশ্বৰ প্ৰভুই ধৰ্মৰ ৰক্ষক অৰ্থাৎ সকলোসময়তে স হতি ধাৰক আৰু নিয়ন্ত্ৰক পৰম সত্ত্বা বা পৰমেশ্বৰ।

## সমাজ আৰু ৰাষ্ট্ৰ

সকলো সামাজিক গোটৰে নিজ নিজ নিয়ম নীতি আছে । এইবোৰৰ পৰাই বিকশিত হয় বহল ভিত্তিক সামাজিক আচৰণ আৰু এই আচৰণ বোৰৰ ৰক্ষাৰ অৰ্থে স্বীকৃত হয় নেতা ৰজা মহাৰজা আদি । আচৰণ পদ্ধতি নিয়ন্ত্ৰণৰ অৰ্থে নানা

সামাজিক ব্যৱস্থা কালক্ৰমত গঢ়ি উঠে আৰু সামাজিক অনুষ্ঠানো হয স্থাপিত । এনে অনুষ্ঠানবোৰেই বিভিন্ন স্থানত বা কালত প্ৰসিদ্ধ হৈ পৰে ৰাইজৰ মেল, ধৰ্মীয় গোট বিধানসভা আইনসভা গনতন্ত্ৰ লোকতন্ত্ৰ ৰাজতন্ত্ৰ আভিজাত্যিক তন্ত্ৰ ইত্যাদি ৰূপত । কটকটীয়া নিযম ব্যৱস্থা সমন্নিত বা চৰকাৰযুক্ত সমাজগোটেই প্ৰসিদ্ধ বৰ্তমান কালত ৰাষ্ট্ৰৰূপত ।

## ৰাষ্ট্ৰৰ বিভিন্ন ৰূপ বা শ্ৰেণী

ভৌগলিক পৰিবেশৰ আৰু ঐতিহাসিক পৰিবেশৰ বিভিন্নতাৰ গতিকে বিভিন্ন স্থানত আৰু বিভিন্ন কালত ৰাষ্ট্ৰ বিভিন্ন ৰূপে হৈছিল প্ৰকাশিত । সৰ্বস্থানতে কালক্ৰমত প্ৰকাশিত হয মুখ্যত ৰাজতন্ত্ৰ কিন্তু কোনো কোনো কালত বিকাশিত হয গনতন্ত্ৰ। প্ৰাচীন কালত দুখন গনতন্ত্ৰ প্ৰসিদ্ধ হৈ উঠিছিল । এখন বিকশিত হৈছিল ভাৰতবৰ্ষৰ উত্তৰ অঞ্চলত শাক্য গোষ্ঠীৰ মাজত আৰু আনখন ভূমধ্য সাগৰৰ উত্তৰ পূৰ্বস্থ গ্ৰীচ দেশত । গ্ৰীচৰ উত্তৰ পশ্চিমস্থ স্পাৰ্টাত কিন্তু বিকশিত হৈছিল আভিজাত্যতন্ত্ৰ হে। ইপিনে ভাৰতৰ দক্ষিণ পশ্চিমস্থ দ্বাৰকাত বিকশিত হৈছিল দ্বিনেতাপ্ৰধান তন্ত্ৰ সেই দুজনৰ এজন আছিল স্বয, শ্ৰীকৃষ্ণ ।

## ভাৰত -ৰাষ্ট্ৰৰ সাংবিধানিক স্বৰূপ আদৰ্শনীতি আৰু প্ৰকৃতি

সকলো ৰাষ্ট্ৰৰে শৃঙ্খলাৰক্ষাৰ অৰ্থে স্বীকৃত নীতি আৰু নিয়ম আছে । এইবোৰ সামগ্ৰিক ৰূপত ৰক্ষিত হয সংবিধানত । সংবিধানৰ সাধাৰণ ৰূপ সাধাৰণতে লিখিত যদিও কোনো কোনো দেশৰ যেনে ইংল্যাণ্ডৰ সংবিধানৰ মূল গাঠনি অলিখিত । তাত সংবিধানৰ নীতি নিযম বিষয়ক বহুকথাই পৰম্পৰাৰ ওপৰত সংস্থাপিত । ভাৰত বৰ্ষৰ স বিধানৰ মূল গাঠনি লিখিত । এই সংবিধানৰ এক বৈশিষ্ট্য এযে যে ইয়াৰ আৰম্ভনিত আছে ৰাষ্ট্ৰৰ আদৰ্শ সম্পৰ্কীয কিছুমান নীতি বুনিয়াদি নীতি নামত । এই নীতি বোৰ বা আদৰ্শবোৰ হৈছে ন্যায যুক্তি সমতা আৰু ভ্ৰাতৃত্ব। লগতে আছে সংবিধানৰ পাচোটা ৰাষ্ট্ৰৰ গাঠনি নিৰ্নয়ক বুনিযাদি প্ৰকৃতি । এই পাচোটা প্ৰকৃতি হৈছে সাৰ্বভৌমত্ব সমাজতন্ত্ৰ গনতন্ত্ৰ ধৰ্মনিৰপেক্ষতা বা বৈষয়িক বিশেষত্ব (secularism) আৰু লোকতন্ত্ৰ অৰ্থাৎ গনতান্ত্ৰিক পদ্ধতিত নিৰ্বাচিত ৰাষ্ট্ৰৰ মুৰব্বীৰদ্বাৰা চালিত প্ৰশাসনীয ব্যৱস্থাপ্ৰধান ৰাষ্ট্ৰ । আদৰ্শ নীতিযে স্থিৰ কৰিছে ৰাষ্ট্ৰৰ

অৰ্থাৎ ভাৰতবৰ্ষৰ কাৰ্য্যলক্ষ্য । আ যাহাতে প্ৰকৃতিয়ে স্থিৰ কৰিছে ভাৰত ৰাষ্ট্ৰৰ গাঠনি। উদাহৰণ স্বৰূপে শিক্ষাৰ বিস্তাৰ যদি হয় কাৰ্য্যলক্ষ্য তেন্তে ই হব লাগিব সকলো শ্ৰেণীৰ ক্ষেত্ৰতে সমানে প্ৰযোজ্য বুনিয়াদি আদৰ্শনীতিৰ 'ন্যায় ৰক্ষাৰ স্বাৰ্থত লগতে গনতান্ত্ৰিক গাঠনিৰ স্বাৰ্থৰ ৰক্ষাৰ্থেও ।

ভাৰতবৰ্ষৰ সাংবিধানিক গাঠনি মূলত ইংল্যাণ্ডৰ অনুকৰণত ৰচিত । কিন্তু মৌলিক বা বুনিযাদী নীতিসমূহ ৰচিত যুক্তৰাষ্ট্ৰৰ (আমেৰিকাৰ) সংবিধানৰ অনুকৰণত যিহেতুকে ভাৰতবৰ্ষ যুক্তৰাষ্ট্ৰৰ দৰে এক বিশাল দেশ আৰু সেয়ে কেন্দ্ৰীয চৰকাৰৰ ৰাজ্যসমূহৰ ওপৰত কৰ্তৃত্ব সীমিত হবলৈ হয়তো বাধ্য । ভাৰতবৰ্ষৰ সংবিধানিক গাঠনি লগতে বিচাৰপদ্ধতি আৰু উন্নয়নমূলক কাৰ্যপদ্ধতি ইংল্যাণ্ডৰ অনুকৰণত ৰচিত। হযাৰ কাৰণ এযে যে ১৭৫৭ খৃষ্টাব্দৰ পৰা ১৯৪৭ খৃষ্টাব্দলৈ ভাৰতবৰ্ষ আছিল ইংল্যাণ্ডৰ পৰাধীন প্ৰায় দই শতাব্দি ধৰি । ইংল্যাণ্ডৰ বিচাৰ পদ্ধতিৰ মূলনীতিৰ দৰেই ভাৰতৰ বিচাৰ পদ্ধতিৰো মূলনীতি এযে যে অপৰাধীৰ দোষ প্ৰমাণ কৰিব লাগিব অভিযোগ কৰোতা জনে হে । তেও যদি সেই দোষ প্ৰমান কৰিব নোবাৰে তেন্তে অভিযুক্তজন আইনমতেই হয দোষমুক্ত । ইয়াৰ ফলত আমাৰদেশত প্ৰকৃততে অপৰাধকাৰী বহুলোকেও বিচাৰত মুক্তি পায । কিন্তু আমাৰ দেশত ইংল্যাণ্ডৰ লোক সকলৰ মাজত বেপাৰ বানিজ্য কৰ্ম কৰাৰ বহুদিনীযা পৰম্পৰাৰ বিকাশ এতিয়াও ঘটা নাই । আমাৰ দেশত এতিযাও তৎকালে বহুত লাভ বিচাৰে বেপাৰীযে এই হেতুকে বহুসময়ত তেওলোকে অসৎ পন্থাও গ্ৰহণ কৰে । ইপিনে দেশৰ উদাৰ আইনৰ বাবে বিচাৰত মুক্তিও পায । ইযাৰ ফলত কিন্তু দেশৰ আৰ্থিক উন্নয়নত বাধা পৰে কিযনো পৰিশ্ৰম নকৰাকৈও এই দেশত মুদ্ৰাধনৰ অৰ্জন হৈ পৰে সম্ভব আৰু সহজ অথচ মুদ্ৰাধনে আচলতে সম্পদ বৃদ্ধি নকৰে । ই প্ৰকৃত উৎপাদন বৃদ্ধি নকৰে কিযনো প্ৰকৃত সম্পদ বস্তুহে বিভিন্ন দ্ৰব্য হে ধান চাউল বস্ত্ৰ কপাহ আদিহে এইবোৰ বৃদ্ধি কৰিব পাৰি শ্ৰমশক্তিৰে হে । শ্ৰম শক্তি বুলিলে অকল শ্ৰম কৰিব পৰা জনস খ্যাই নহয় জনসমূহ হব লাগিব কৰ্মকৰিবলৈ উৎসাহী নিষ্ঠাশীল উপযুক্ত কোশলত শিক্ষা প্ৰাপ্ত আৰু স্বাস্থ্যবানও । উপযুক্ত শিক্ষা ব্যৱস্থা স্বাস্থ্য ৰক্ষাৰ ব্যৱস্থা আদি ৰাষ্ট্ৰৰ দ্বাৰা হে কৰাটো সম্ভৱ বিশেষত ভাৰতবৰ্ষত যত এতিযাও ইংল্যাণ্ডৰ দৰে স্থানীয় প্ৰশাসনীয গোট শিক্ষাবিস্তাৰত লিপ্ত নহয় আৰু ধনী লোকৰ দ্বাৰা শিক্ষাৰ অৰ্থে দান কৰ্মৰে ট্ৰাষ্ট (trust) গঠন নকৰে

বা 'ন্যাস গঠন নকৰে । বেপাৰ বানিজ্যৰ পৰম্পৰা আৰু বেপাৰৰ বাবে বস্তুৰ উৎপাদন কৰাৰ লক্ষ্য এতিয়াও সকলো অঞ্চলতে বিকশিত হৈ উঠা নাই জনসমূহৰ মাজত ইংল্যাণ্ড যুক্তৰাষ্ট্ৰ আদি পশ্চিমীয়া দেশৰ জনসমূহৰ মাজত বিকশিত হোৱাৰ দৰে। এই হেতুকেই আমাৰ দেশত সমস্যা আছে অলেখ কিয়নো ইয়াত জনসংখ্যা মাটিৰ পৰিমানত তথা প্ৰাকৃতিক সম্পদৰ তুলনাত পশ্চিমীয়া দেশসমূহৰ তুলনাত অত্যন্তই ভয়লগা ইয়াত জনসংখ্যা প্ৰতিবৰ্গ কিলোমিটাৰ সেই দেশসমূহৰ বিশেষত যুক্তৰাষ্ট্ৰ তুলনাত বহু বেছি । সেইবোৰ দেশতে নগৰবোৰৰ প্ৰতিবৰ্গমাইল জনসংখ্যা অধিক হলেও সামগ্ৰিক ৰূপত অৰ্থাৎ সমগ্ৰ দেশতে নহয়। ইপিনে সেইবোৰ দেশত খেতিকৰা লোকৰ স্ংখ্যা বনুৱাৰ তুলনাত অৰ্থাৎ উদ্যোগ্যত নিযুক্ত শ্ৰমিকৰ তুলনাত বহু কম সেই গতিকে সেইবোৰ দেশত কৃষি কৰ্ষত যন্ত্ৰৰ ব্যৱহাৰৰ সুবিধা অধিক আৰু সেযে আয় অৰ্জনৰ সুবিধাও অধিক। এনে ধৰণৰ বহু কাৰণত আমাৰ দেশত দৰিদ্ৰতাৰ পৰিমান দু খলগা । দৰিদ্ৰতাৰ কাৰণে উৎপাদন বৃদ্ধিৰ সমস্যাও অধিক।

## ভাৰতৰ মূল ৰাষ্ট্ৰীয় সমস্যা কিছুমান

ভাৰতৰ মূল ৰাষ্ট্ৰীয় সমস্যা দেশৰ অনুন্নত আৰ্থিক পদ্ধতি যিহৰ গতিকেই দেশৰ ভয়লগা দৰিদ্ৰতাও। দৰিদ্ৰতা দূৰী কৰণৰ উপায় মূলত আৰ্থিক পদ্ধতিৰ তথা উৎপাদন পদ্ধতিৰ উন্নতি সাধন আধুনিক উৎপাদন পদ্ধতিৰ ব্যাপক প্ৰচলন আৰু লগতে জনসমূহৰ চৰিত্ৰৰ আধুনিক উৎপাদন পদ্ধতিৰ অনুক্ৰমে পৰিবৰ্তন সাধন।

ভাৰতবৰ্ষৰ জনসমূহ উদ্যমহীন স্বভাৱৰ । ইয়াৰ ফলতে তেওলোক কৰ্মবিমুখও। এই উদ্যহীনতা আৰু কৰ্মবিমুখতা দূৰীকৰণ সহজসাধ্য নহয় । ইপিনে আমাৰ দেশতে গনতান্ত্ৰিক ভাবধাৰাৰ গতিকে আৰু সংবিধানত স্বীকৃত গনতন্ত্ৰৰ বুনিযাদী ৰাষ্ট্ৰীয় প্ৰকৃতিৰ বাবে আমাৰ দেশত স্বেচ্ছাচাৰী শাসন ব্যৱস্থা (dıctarshıh) সম্ভৱ নহয়। এই হেতুকে উন্নযনৰ গতিও দ্ৰুততৰ কৰাটো অতি কঠিন। ইপিনে স্বেচ্ছাচাৰী শাসন ব্যৱস্থা বেছিদিনলৈ চলি থাকিলে ই অন্যবহু প্ৰকাৰৰ সমস্যাৰো সৃষ্টি কৰে। ইয়াৰ দৃষ্টান্ত মুচোলনীৰ দিনৰ ইটলীৰ হিটলাৰৰ দিনৰ জাৰ্মানৰ আৰু ষ্টালিনৰ দিনৰ ৰুচদেশৰ ইতিহাস অধ্যয়ন কৰিলেও পোৱা যাব।

আমাৰ দেশৰ জনসমূহ নানাকাৰণত বিশেষত ধৰ্মসম্পৰ্কীয় প্ৰচলিত ভাৱনাৰ বাবদ ভাগ্যবাদী বৈষয়িক সুখৰ প্ৰতি উদাসীন আৰু ঈশ্ব ৰমুখী ঈশ্বৰমুখিতাৰ বাবেই

আকৌ পৰনিৰ্তৰশীল। গীতাত স্পষ্টভাবেও কোৱা স্বত্বেও  যে ঈশ্বৰে কৰ্মফলহে নিনিৰ্য কৰে কিন্তু  ভাগ্য নিৰ্নয নকৰে  তথাপিও ভাৰতৰ প্ৰচলিত ভক্তি বাদত ঈশ্বৰৰ ইচ্ছামতে ব্যক্তিৰ সুখদু খও হোৱা বুলি ভবা হয়  ইয়াৰ ফলতে হয় ব্যক্তি অতিমাত্ৰাই ঈশ্বৰ নিৰ্ভৰশীল। ঈশ্বৰ নিৰ্ভৰশীলতাৰ ফলশ্ৰূতি আকৌ পৰনিৰ্ভৰশীলতা। ভাৰতবৰ্ষৰ প্ৰাচীন পৰম্পৰা কিন্তু স্বনিৰ্ভৰশীলতাহে। এসময়ত স্বনিৰ্ভৰশীলতাৰ আদৰ্শ এনেৰূপ লৈছিল যে প্ৰত্যেকে নিজৰ প্ৰয়োজনৰ পূৰণ সম্পৰ্কীয় সকলো কৰ্ম নিজেহে কৰিব লাগিছিল  আনকি স্বামীয়েও নিজেহে নিজৰ আৰু স্ত্ৰীৰ অন্নপ্ৰস্তুত কৰাটো বাঞ্ছনীয় আছিল  কনিষ্ঠজনক খটুৱাটোও আছিল দোষনীয়। ইয়েই পাছত স্পৰ্শ' দোষলৈ আৰু জাত্যান্তৰ দোষলৈ হৈছিল ৰূপান্তৰিত । সেই সময়ত আজিৰ পৰা চাৰিদশক আগতো  কোনো কোনো স্বামীয়ে নিজ পত্নীৰ দ্বাৰা পাককৰা খাদ্যও নাখাইছিল  নিজে পাক কৰিহে খাইছিল। কিন্তু পৰাধীনতাৰ কালত  বিশেষত ভাৰতবৰ্ষ যেতিয়া ইচলামধৰ্মালম্বীৰ তলত পৰাধীন হয়  তেতিয়া হিন্দুধৰ্মত নিজৰ খোৱা লোৱা পদ্ধতিৰ বেচিত্ৰ্য ৰক্ষাৰ অৰ্থে এই আত্মনিৰ্ভৰশীলতাৰ আদৰ্শই বিকৃতৰূপ লয়  আৰু ই হৈ পৰে জাতিভেদৰ  ধৰ্মীয ভেদৰ  আৰু সাম্প্ৰদায়িক ভেদৰ এক প্ৰধান কাৰণ । স্বনিৰ্ভৰশীলতাৰ শুভফল  উদ্যমশীলতা আৰু কৰ্মনিষ্ঠতা। কিন্তু পৰাধীনতাৰ কালত  বিশেষত  পৰাধীনতাৰ পৰা মুক্তিহোৱাৰ আন্দোলনৰ কালত এই ভাৱনা বিশেষৰূপে প্ৰচাৰিত হৈছিল যে ভাৰতবৰ্ষৰ দৰিদ্ৰতাৰ কাৰণ মূলত  পৰদেশীয লোকসকলৰ শোষণ। মুক্তি আন্দোলনৰ সৰ্বমান্য নেতা মহাত্মাগান্ধীযে অৱশ্যে এই কথা কোৱা নাছিল। তেও কৈছিল ইয়াৰ মূল কাৰণ শিক্ষাব্যৱস্থা  কৰ্মবিমুখতা। তেও সেযে ওঠৰ দফীয়া কাৰ্যসূচী  স্বাধীনতা আন্দোলনৰ ব্যক্তিৰ আচৰণ সম্পৰ্কীয় কাৰ্যসূচীৰূপে দাঙি ধৰিছিল আৰু নিজ দেশত প্ৰস্তুত খাদী বস্ত্ৰ পৰিধান কৰাৰ ওপৰত গুৰুত্ব দিছিল আৰু শিক্ষাদানৰ মাধ্যমৰূপে  বৃত্তিৰ (basic craft)ৰ ব্যৱহাৰত প্ৰাধান্য দিছিল। কিন্তু ভাৰতবৰ্ষৰ দুৰ্ভাগ্য মহাত্মাগান্ধীৰ কঠিন আদৰ্শ জনসমাজে অনুসৰণ নকৰিলে আৰু মানি নললে  মানি ললে স্বাধীনতা আন্দোলনৰ অন্য নেতাসকলৰ ভাষণৰ কথা যে ভাৰতবৰ্ষৰ দুৰাবস্থাৰ একমাত্ৰ কাৰণ পৰধীনতা আৰু পৰদেশীয় শোষণ। ফলত দুৰাবস্থা দূৰীকৰণৰ উপায় যে মুখ্যত পৰিশ্ৰম  এই কথা কিন্তু নহ ল ৰূপায়িত । এই হেতুকে স্বাধীনতাৰ আন্দোলনৰ কালত বিশেষ ৰূপত  পৰনিৰ্ভৰশীলতাৰে অন্যৰূপ চৰকাৰ  নিৰ্ভৰশীলতাৰ মনোবৃত্তিয়ে

পালে সৰ্বত্ৰ বিস্তাৰ। লগতে পালে শোষণ ৰ আন্দোলনমুখী ধ্বনি। অসমৰ সম্পদ আছে কিন্তু তথাপিও ই আৰ্থিক ক্ষেত্ৰত অনুন্নত ইয়াৰ কাৰণ 'বিদেশী ৰ শোষণ বিদেশী সকলো লোকেই যি আহিছে অন্য দেশৰ পৰা অন্য ৰাজ্যৰ পৰা আনকি অন্য অঞ্চলৰ পৰাও। পিচ পৰা সম্প্ৰদায় শোষিত শোষণ কৰিছে আগবঢ়া সম্প্ৰদায়ে । শোষণ কৰিছে লাভখোৰ ব্যৱসায়ীয়ে শোষণ কৰিছে ধনীয়ে দুখীয়াক এনে ধৰণৰ নানা শোষণৰ ধ্বনি ।

## বুদ্ধিজীৱিৰ শোচনীয় ভূমিকা

এনে অৱস্থাত দেশৰ উন্নতি আৰ্থিক উন্নতিয়ে হওক বা সাংস্কৃতিক উন্নতিয়েই হওক স্বাভাৱিকতে হয় বিপদজনক। সাংস্কৃতিক উন্নতি হয় বিপদজনক। দেশৰ বিভিন্ন অঞ্চলৰ সাহিত্য কৃষ্টিৰ প্ৰতি সকলো অঞ্চলতে অকল প্ৰদেশতে বা অকল ৰাজ্যতে নহয় পৰস্পৰৰ পৰস্পৰৰ প্ৰতি সন্দেহৰ ভাব বাঢ়ে। অসমীয়া লোক সমাজত বহু সাহিত্য প্ৰেমীয়ে বঙালী সাহিত্য পঢ়াটো নীচাত্মক ভাবৰ গোন্ধ পাবলৈ ধৰিলে। এনে ধৰণৰ ভাৱনাৰ বাবদ মূলধন ৰ (capital) চলাচল বন্ধ হয় আৰু পৰস্পৰৰ প্ৰতি সন্দেহৰ ভাব সৃষ্টি হয় অকল বৈষযিক বিষয়ৰে ক্ষেত্ৰতে নহয এনে কুভাৱনাৰ স্পৰ্শৰ পৰা দেশৰ কোনো সংস্কৃতিযে মুক্ত নাথাকিল সাহিত্য মুক্ত নাথাকিল ধৰ্ম মুক্ত নাথাকিল গোষ্ঠী সমাজ মুক্ত নাথাকিল। ফলত সন্দেহৰ এক ভয়ানক বাতাবৰণ সৃষ্টি হ ল এনে বাতাবৰণ দিনে দিনে বৃদ্ধি পালে । অসমীযালোকে যি দৰে বঙালী সাহিত্য নপঢ়া হ ল বঙালী লোকে অসমীযা সাহিত্য নপঢ়া হ ল। বড়োলোকে অসমীযা সাহিত্য নপঢা হ ল অসমীযা লোকে বড়োভাষা শিকাৰ প্ৰযোজন নকৰা হ ল পৰস্পৰৰ প্ৰতি পৰস্পৰৰ সন্দেহৰ বাবদ।

আৰ্থিক ক্ষেত্ৰত এক ৰাজ্যৰ পৰা অন্যৰাজ্যলৈ মূলধনৰ (capital) আৰু উদ্যোগ সম্পদ (entrepreneurship) ৰ চলাচলত বাধা পৰিল। অথচ আৰ্থিক উন্নযনৰ বাবে সম্পদৰ মূলধনৰ জনসম্পদ আদিৰ চলাচল অত্যন্তই প্ৰযোজনীয়। এনে ধৰণৰ বিভিন্ন কথাৰ বিশদ আলোচনা অৰ্থবিজ্ঞানৰ উন্নয়ন তত্ত্ব ত আছে কীন্সৰ Employment Interest and Money গ্ৰন্থ এখন এই বিষয়ৰ পুৰণি গ্ৰন্থ লগতে Gunar Myrdal ৰ Asian Drama ও।

বুদ্ধিজীৱী ৰূপে প্ৰসিদ্ধ আলোচনীৰ সম্পাদক মহাবিদ্যালয়ৰ অধ্যাপক

স্কুলৰ শিক্ষক আদিৰ এক প্ৰধান কৰ্তব্য উন্নয়ন মুখী ভাবনাৰ বিস্তাৰ সাধন সাংস্কৃতিক বিকাশৰ অৰ্থেই হওক বা আৰ্থিক বিকাশৰ অৰ্থেই হওক অথবা ৰাষ্ট্ৰীয় সমস্যাৰ সমাধানৰ উদ্দেশ্যতে হওক বা ৰাজ্যিক ও ৰাষ্ট্ৰিক সংহতি সাধনৰে উদ্দেশ্যতে হওক। কিন্তু বুদ্ধিজীৱী শ্ৰেণী হৈ পৰিল নিষ্ক্ৰিয় আনকি আন্দোলন মুখীও। বুদ্ধিজীৱিৰ মূল কৰ্তব্য দেশৰ বিভিন্ন সমস্যাৰ চিন্তাচৰ্চা পুথিৰ অধ্যয়ণ আৰু দেশৰ স হতি বিনাশক আন্দোলনক সংহতি সাধক আন্দোলনলৈ ৰূপান্তৰিত কৰা কৰ্মত নেতৃত্ব প্ৰদান। এই ক্ষেত্ৰত কিন্তু দেশৰ বুদ্ধিজীৱি সমাজে উচিত ভূমিকা লব নোৱাৰিলে হয়তো বা নিজা স্বাৰ্থৰ ওপৰলৈ চিন্তা কৰাৰ অধ্যয়ণ কৰাৰ বা শ্ৰমবিমুখিতাৰ বাবদ ।

## বুদ্ধিজীৱিৰ দায়িত্ব- জাতীয় সংহতিৰ বিকাশ সাধন

বুদ্ধিজীৱিৰ কিন্তু মূল দায়িত্ব চিন্তাচৰ্চাৰ ক্ষেত্ৰত অৱদান যোগোৱা কথাই নিশ্চয়। এই কৰ্মত অন্য বুদ্ধিজীৱিক ব্ৰতী কৰোৱাৰ অৰ্থেই আৰু নিজেও ব্ৰতীহোৱাৰ অৰ্থেই আমাৰ ৰাজ্যৰ কিছুমান সমস্যা দাঙি ধৰাটো এক প্ৰয়োজনীয় কৰ্ম। সমস্যাসমূহৰ ভিতৰত জাতীয় স হতি ৰক্ষাৰ সমস্যাও অন্যতম নিশ্চয় মূখ্য নহলেও।

আচলতে কিন্তু জাতীয় স হতিৰ ৰক্ষণ সকলো ৰাষ্ট্ৰতে মুখ্যতম কৰ্ম অন্যথা ৰাষ্ট্ৰৰ স্থায়িত্বই হয় বিপদ পূৰ্ণ। ৰাষ্ট্ৰৰ বিকাশৰ গতিও হয় মন্থৰ। ইয়াৰ অৰ্থাৎ জাতীয় স হতিৰ মাধ্যমতে ৰাষ্ট্ৰৰ ঐক্য হয় ৰক্ষিত বিভিন্ন গোষ্ঠীয় লোক সমাজত বৃদ্ধি পায় একে লগে কাম কৰাৰ আন্তৰিক ইচ্ছা সকলো লোকৰে মনতে উদিত হয় ৰাষ্ট্ৰৰ প্ৰতি অনুৰাগ বা ৰাষ্ট্ৰীয় প্ৰেম আৰু কৰ্তব্যবোধ লগতে বৃদ্ধি পায় ৰাষ্ট্ৰৰ বিভিন্ন সমস্যা সমাধানৰ অৰ্থে চিন্তা চৰ্চা অধ্যয়ণৰত এক দায়িত্বশীল বুদ্ধিজীৱিৰ শ্ৰেণী ।

## ভাৰতৰ প্ৰাচীন ৰাষ্ট্ৰীয় আদৰ্শ- বহুৰ মাজত এক

ভাৰতৰ বৰ্তমান ৰাষ্ট্ৰীয় আদৰ্শ সংবিধানৰ প্ৰাক সংযুক্তি অধ্যায়ত (Pre amble chapter অত) দিয়া আছে লগতে দিয়া আছে সংবিধানৰ স্বাৰূপ্য বা প্ৰকৃতি (features) । এইবোৰ কথা এই প্ৰবন্ধৰ আগতে দেখুওৱা হৈছে। প্ৰাচীন ভাৰতত্তে ৰাষ্ট্ৰচালনাৰ কিছুমান নীতি আৰু ৰাষ্ট্ৰনায়ক চালক ৰজা মহাৰজা সম্ৰাট প্ৰশাসক আদিৰ আচৰণ ও চাৰিত্ৰিক গুণ সম্পৰ্কীয় বিভিন্ন বিষয়ত পৰম্পৰা বিকশিত হৈছিল আৰু এইবোৰ স্মৃতি ৰূপে প্ৰসিদ্ধি পাইছিল পাচত

এইবোৰ শৃঙ্খলাবদ্ধ ৰূপত লিখিত হৈছিল। এইবোৰ সংগ্ৰহ লিখন আৰু সম্পাদন কৰা লোক সকলেই স্মৃতিকাৰ নামত জনাজাত। ভাৰতবৰ্ষৰ সৰ্বমান্য অন্যতম প্ৰাচীন (তুলনামূলক ভাবে) স্মৃতিকাৰ মনু, মনুৰ আগতো আছিল হয়তো প্ৰাচীনতমেই বৃহস্পতি। এইস্মৃতি গ্ৰন্থবোৰত আৰু আদি মহাকাব্য ৰামায়নত আৰু পৌৰানিক মহাকাব্য মহাভাৰতত ৰজা মহাৰজা, আৰু চক্ৰবৰ্তী মহাৰজা আদিৰ কৰ্তব্য আৰু চাৰিত্ৰিক গুণ সম্পৰ্কে বহু তথ্য আৰু আলোচনা আছে । এই মহান শাস্ত্ৰবোৰ বিশ্লেষণ কৰিলে দেখা যায় যে ভাৰতবৰ্ষৰ প্ৰাচীন ৰাষ্ট্ৰীয় আদৰ্শ আছিল বহুৰ মাজত এক বা বিচিত্ৰতাৰ মাজত সৰ্বসমন্বয়মুখী জীৱন যাপনৰ আদৰ্শ। প্ৰাচীন কালৰে পৰা চলি থকা এই আদৰ্শৰ বাবেই ভাৰতবৰ্ষৰ বিভিন্ন বিভিন্ন ভৌগলিক পৰিবেশ বিভিন্ন বিভিন্ন জাতিগত পাৰ্থক্য (ethnecıty বা ethnetıc dıfferences) বিভিন্ন বিভিন্ন ভাষা বিভিন্ন বিভিন্ন ধৰ্মীয় বিশাসৰ মাজতো সামগ্ৰিক ৰূপত এক ভাৰতবৰ্ষৰ ধাৰনা সৰ্বত্ৰ প্ৰচলিত আছিল এই ধাৰনাৰ বা আদৰ্শৰ বাস্তৱ ৰূপ প্ৰদানৰ অৰ্থে ভাৰতৰ সৰ্বত্ৰ মঠ মন্দিৰ মূৰ্তি খোদিত হৈছিল আৰু চিত্ৰ তথা ভাস্কৰ কলা নৃত্য গীত আদি চাৰুকলা বিকশিত হৈছিল। এইবোৰ চোৱাৰ অৰ্থে প্ৰাচীন কালৰে পৰা ভাৰতৰ বিভিন্ন অঞ্চলৰ লোক সকলৰ আহ যাহৰ বা অহাযোৱাৰ এক পৰম্পৰা গঢ়ি উঠিছিল। এয়ে পৰম্পৰাৰ গতিকেই বিভিন্নতাৰ মাজতো অতি প্ৰাচীন কালতে এক মিলনৰ ভাৱ গঢ়ি উঠিছিল আৰু ইযেই মূলত ভাৰতবৰ্ষৰ নিজ সংস্কৃতিৰ বুনিয়াদী আধাৰ হৈ আছে আজি পৰ্যন্ত । এই আধাৰেই আকৌ সামগ্ৰিক ৰূপত ভাৰতবৰ্ষ যে এক ৰাষ্ট্ৰ এই ভাবনাও প্ৰাচীন কালৰে পৰা সৰ্বসাধাৰণকে ধৰি সকলো লোকেই মানি লৈছিল। আৰু ইযাৰ ফলশ্ৰুতি ৰূপে চক্ৰবৰ্তী ৰজাৰ আদৰ্শ বিকশিত হৈছিল এই আদৰ্শ বাস্তৱত ৰূপায়িত কৰাৰ অৰ্থে। কোনো কোনো মহাৰজাই অশ্বমেধ যজ্ঞ ৰাজসূয যজ্ঞ আদিও অনুষ্ঠান কৰিছিল দশৰথ ৰামৰ দিনৰে পৰা । চন্দ্ৰগুপ্ত মৌৰ্য অশোক আৰু আকবৰ আছিল এনে এক ভাৰতবৰ্ষৰ গঠনত অগ্ৰভূমিকা লোৱা তিনি মহা সম্ৰাট বৃটিছৰ আগত।

## ভাৰতবৰ্ষৰ আৰ্থিক দুৰবস্থাৰ কাৰণ

ভাৰতবৰ্ষ আজিও আৰ্থিক দিশত বিশ্বৰ বেছি ভাগ দেশৰ তুলনাত অতি দুখীযা। বৃটিছ শাসনৰ প্ৰায় সমগ্ৰ কালতে ভাৰতবৰ্ষৰ গ্ৰাম্য অঞ্চলত আৰ্থিক অৱস্থাৰ দ্ৰুত গতিত অৱনতি ঘটে। আচলতে এই অৱনতিৰ আৰম্ভনি হৈছিল বৃটিছ ৰজাৰ

হাতলৈ শাসনৰ দায়িত্ব যোৱাৰ বহু আগতে ইষ্ট ইণ্ডিয়া কোম্পানীৰ শাসনৰ কালতে। কোম্পানী আহিছিল বেপাৰ কৰিবলৈ ধন অৰ্জন কৰিবলৈ আৰু শিল্পজাত দ্ৰব্যৰ বিনিময়ত কেচামাল নিবলৈ। তেওলোকে দেখিলে যে ভাৰতত কোনো বলী কেন্দ্ৰীয় চৰকাৰ নাই আৰু সৰ্বসাধাৰণ লোকৰো আৰ্থিক আকাংক্ষা বিশেষ নাই। ইপিনে ইয়াৰ গ্ৰাম্য অঞ্চলত কিনাবেচা পদ্ধতিৰ ব্যাপকতাও কম। ভাৰতবৰ্ষত কেবাখনো সেই কালত প্ৰায় স্বাধীন দেশ আছিল আৰু দেশবোৰৰ শাসকসকলৰ মাজত অৰিয়াঅৰি চলি আছিল। এনে অৰিয়া অৰি অৱস্থাত বেপাৰত আগবঢ়া কঠিন। ইপিনে আঞ্চলিক শাসক সকলে নিজৰ মাজত সঘনে ঘটা যুদ্ধত সামৰিক সাহায্যও বিচাৰিছিল। এনে অৱস্থাত বেপাৰী কোম্পানীবোৰে যুদ্ধত সাহায্য দিও ধন ঘটাৰ উপায় পালে। উল্লেখনীয় যে সেই কালত ইষ্ট ইণ্ডিয়া কোম্পানীৰ বাহিৰেও পৰ্টুগাল স্পেইন ফ্ৰান্সদেশৰ পৰাও বেপাৰী কোম্পানী আহিছিল। এই কোম্পানীবোৰেও বিশেষত ফৰাচী কোম্পানীবোৰও ইষ্ট ইণ্ডিয়া ইংৰাজী কোম্পানীৰ দৰে যুদ্ধত সাহায্য বিচৰা সকলক সাহায্য দিছিল আৰু তাৰবাবে বেপাৰ কৰাৰ বহু সুবিধাও পাইছিল। এই সুবিধা গ্ৰহণ কৰি আৰু ভাৰতৰ দুৰ্বল বেপাৰী শ্ৰেণীৰ দুৰ্বলতাৰ সুবিধা লৈ ইংল্যাণ্ডৰ ইষ্ট ইণ্ডিযা আৰু ফ্ৰান্সৰ বেপাৰী কোম্পানীয়ে ভাৰতবৰ্ষত খোপনি দৃঢ় কৰিলে আৰু এই দৃঢ় খোপনিৰ কাৰণেই শেষত ওঠৰ শতিকাৰ মাজভাগৰ মানৰ পৰা দেশৰ কেন্দ্ৰত অৰ্থাৎ দিল্লীত কেন্দ্ৰীয় কোম্পানী চৰকাৰও হ'ল প্ৰতিষ্ঠিত। চৰকাৰী দাযিত্ব গ্ৰহণ কৰিয়েই ইংৰাজী কোম্পানীয়ে ভাৰতৰ যাতায়তৰ উন্নয়নত বিশেষ মন দিলে বেপাৰৰ বিস্তাৰৰ সুবিধাৰ অৰ্থে লগতে সামৰিক চলাচলৰ সুবিধাৰ্থে। ফৰাচীবোৰ পাচত ভাৰত ত্যাগ কৰিব লগীয়া হ'ল ফৰাচী চৰকাৰৰ বাধাৰ বাবদ।

যাতায়তৰ সুবিধা বৃদ্ধিৰ ফলত আৰু ফ্ৰান্স কোম্পানীবোৰৰ ভাৰত ত্যাগৰ পাচত গ্ৰাম্য অঞ্চললৈকো ই ৰাজ কোম্পানীৰ বেপাৰৰ পৰিধি বৃদ্ধি পালে । ভাৰতৰ গ্ৰাম্য অঞ্চলৰ পৰা সস্তাতে কপাহ ক্ৰয় কৰি এই কোম্পানীয়ে ইংল্যাণ্ডত বস্ত্ৰৰ কাৰখানা খুলিলে আৰু সস্তাতে বস্ত্ৰ প্ৰস্তুত কৰিব ধৰিলে ।

ইতিমধ্যে ইংল্যাণ্ডত কয়লাৰ চাহিদা বাঢ়িল। বৃদ্ধিৰ কাৰণ লো ৰ বৃদ্ধিশীল চাহিদা। এই বৃদ্ধিৰ কাৰণ আকৌ ফ্ৰান্স আৰু ইংল্যাণ্ডৰ মাজত এশবছৰীয়া মহাৰণ

মহাৰণৰ বাবে অস্ত্ৰৰ প্ৰয়োজন আৰু তাৰ বাবে লোৰ প্ৰয়োজন। লোৰ 'আকাৰ (ore) গলাবৰ বাবেই কয়লাৰ চাহিদা বাঢ়িল। ফলত কয়লা খনিবোৰ খান্দে াতে খান্দে াতে দ হ ল আৰু সেইবোৰত পানী জমা হ ল। তেতিয়া পানী নিষ্কাষণ কৰিবলৈ যন্ত্ৰৰ আৱিষ্কাৰ হ ল। তেতিয়া কপাহী শিল্পৰ বাবেও যন্ত্ৰ আবিষ্কৃ ত হ ল আৰু বস্ত্ৰৰ ফেক্টৰীবোৰতো যন্ত্ৰত কপাহ প্ৰস্তুত হোৱাত সস্তাতে কপাহী বস্ত্ৰ ভাৰতলৈ ই ৎৰাজকোম্পানী বোৰে পঠিয়াবলৈ ধৰিলে। এই বৃদ্ধিশীল কপাহী বস্ত্ৰৰ বজাৰৰ আকাৰ বঢ়োৱাৰ স্বাৰ্থত ভাৰতৰ কোম্পানী চৰকাৰে গাওবোৰত যন্ত্ৰৰ প্ৰস্তুতিত নানা ৰকমৰ বাধা সৃষ্টি কৰিলে । এনে অনুক্ৰমতে ভাৰতৰ গাওবোৰৰ বৃহৎ কুটীৰ শিল্পৰ ভয়ানক অন্যায় কৰিলে সেই সময়ৰ কোম্পানী চৰকাৰে ই ৎৰাজ চৰকাৰে। ইয়াৰ ফলশ্ৰুতিই ভাৰতত হ ল গ্ৰাম্য বেকাৰ সমস্যা আৰু আৰ্থিক অধোন্নতিৰ এক প্ৰধান কাৰণ। এই অৱস্থা দূৰীকৰণৰ চেষ্টাৰ বিপৰীতে চৰকাৰে কোনো ব্যৱস্থাই নললে কেৱল পশ্চিমীয়া শিক্ষাৰ বিস্তাৰত হে ব্যস্ত হৈ পৰিল।

গ্ৰাম্য অঞ্চলৰ আৰ্থিক অৱনতিৰ অন্য এক কাৰণ ভাৰতত পশ্চি মীয়া আদৰ্শত শিক্ষাৰ বিস্তাৰ। এই বিস্তাৰৰ প্ৰচেষ্টাত অগ্ৰভূমিকা লৈছিল পশ্চিমৰ মিছনাৰী খৃষ্টান সকলে । যাতায়াতৰ বিস্তাৰৰ প্ৰচেষ্টাৰ দৰে শিক্ষাৰ বিস্তাৰৰ প্ৰচেষ্টাও এক শুভ কথাই কিন্তু উভয়ে ভাৰতৰ অনিষ্টও সাধিলে অপাৰ। যাতাযতৰ বিস্তাৰৰ ফলত ই ৰাজী কোম্পানীবোৰে তেওলোকৰ কাৰ্য পৰিধি গাওবোৰলৈ বিস্তাৰ কৰ াত সুবিধা পালে ইপিনে ই ৰাজ কোম্পানী চৰকাৰে এই বিস্তাৰৰ ফলত ভাৰতৰ গাওঅঞ্চলবোৰত উদ্ভৱ হোৱা আৰ্থিক সমস্যাৰ সমাধানৰ অৰ্থে একো নকৰিলে। ইয়াৰ কাৰণে ভাৰতৰ গাওবোৰত বেকাৰ সমস্যাৰ সৃষ্টি হ ল আৰু আৰ্থিক অৱনতি ঘটিল। শিক্ষাৰ ক্ষেত্ৰতো শিক্ষাৰ বিস্তাৰৰ ফলত দেশত চৰকাৰৰ ভুল নীতিৰ গতিকে অনিষ্ট হ ল চাৰি প্ৰকাৰে প্ৰথমতে ই সৃষ্টি কৰিলে দেশত চাকৰী মনোবৃত্তি লগতে ই নষ্ট কৰিলে শিক্ষাৰ প্ৰকৃত উদ্দেশ্য দ্বিতীযতে ই বৃদ্ধি কৰিলে গ্ৰাম্য অঞ্চলৰ বেকাৰ সমস্যা অধিকতৰ ৰূপত তৃতীযতে ই সৃষ্টি কৰিলে গাও অঞ্চলৰ বেকাৰী যুৱক সকলৰ নগৰত অবাঞ্ছনীয ভিৰ চতুৰ্থতে ই সৃষ্টি কৰিলে পিছপৰা লোক সম্প্ৰদায়ৰ আৰু পাহাৰী অঞ্চলৰ লোক সম্প্ৰদাযৰ মনত ভাৰতীয় সংস্কৃতিৰ মূল আদৰ্শৰ ভাৱনাৰ প্ৰতি বিৰূপ ভাৱনাৰ সৃষ্টি ।

সেই সময়ৰ ভাৰতৰ ইংৰাজী কোম্পানী চৰকাৰে শিক্ষাবিস্তাৰৰ কাৰ্যত সহায় কৰাৰ অৰ্থে বিদেশী মিছনাৰী সংগঠন বোৰক অৰ্থ সাহায্য দিবৰ নীতি গ্ৰহন কৰিছিল মুখ্যত তেওলোকৰ নিজৰ স্বাৰ্থত । ইংল্যাণ্ডৰ চৰকাৰৰ পৰা অহা নিদেৰ্শনাৰ মৰ্ম অনুসৰে ভাৰতীয় অৱস্থাৰ লগত খাপখোৱা বিভিন্ন নীতি (policy) নিৰ্ণয় কৰাৰ অৰ্থে আৰু সেই নীতি কাৰ্য্যকৰাৰ অৰ্থে তেওলোকৰ প্ৰয়োজন হৈছিল ভাৰতৰ গ্ৰাম্য পৰিবেশৰ লগত পৰিচিত আৰু নীতি নিৰ্ণয়ত সক্ষম ইংৰাজী জনা ভাৰতীয় লোকৰ। এই বাবে স্কুলৰ বিষয় সূচীত (curriculum)ত ইংৰাজী ভাষা শিক্ষাই প্ৰধান স্থান পাইছিল বিজ্ঞান শিক্ষাই অলপো গুৰুত্ব নাপাইছিল। অথচ দেশৰ উৎপাদন বৃদ্ধি কৰিবলৈ হলে বিজ্ঞানৰ শিক্ষাই গুৰুত্ব পাব লাগে অধিক । এনে কাৰিকুলামৰ মাজত শিক্ষাপ্ৰাপ্ত সকলে শিক্ষা লৈছিল অকল চাকৰি কৰাৰ সুবিধাৰ অৰ্থে আৰু চাকৰিও পাইছিল প্ৰথম অৱস্থাত কোম্পানীৰ আৰু চৰকাৰৰ অফিচ বোৰত অৱশ্যে বেচিভাগেই কেৰানী পদত । এই দুই কাৰণতে দেশত চাকৰি মনোবৃত্তি বাঢ়িল আৰু শিক্ষাৰ উদ্দেশ্য হৈ পৰিল চাকৰি প্ৰাপ্তি। শিক্ষাৰ উদ্দেশ্য যে আদৰ্শৰ বিকাশ আৰু দৈনন্দিন জীৱনৰ বিভিন্ন কৰ্মৰ কৌশলৰ দক্ষতা এই কথা তল পৰিল।

শিক্ষাৰ বিস্তাৰৰ ফলত গ্ৰাম্য অঞ্চলত বেকাৰ সমস্যা বৃদ্ধি পালে। অদ্ভুত যেন লাগিলেও এই সিদ্ধান্ত অৰ্থহীন নহয়। কিযনো শিক্ষাৰ কাৰিকুলামত ইংৰাজীৰ শিক্ষাত গুৰুত্ব দিয়া বাবদ চাকৰি পোৱাৰ অৰ্থে ইংৰাজী জানিবলৈ হলে শিক্ষা কালও হ ল দীঘলীযা। এই দীৰ্ঘকাল শিক্ষা দিবলৈ গাওৰ অভিভাৱক সকলৰ সামৰ্থ্য নাছিল। ইযাৰ বাবদ অৰ্ধশিক্ষা প্ৰাপ্ত কিশোৰসকল আকৌ ঘৰতে থাকিব লগীয়া হৈছিল। কিন্তু ইতিমধ্যে তেওলোকৰ দৈনিক পৰিশ্ৰম কৰাৰ ইচ্ছা কমি ( গৈছিল কিয়নো তেওলোকে শিক্ষা লৈছিল দৈহিক পৰিশ্ৰম নকৰা চাকৰি কৰাৰ বাবেহে। ইপিনে ঘৰত অভিভাবকে পঢাত ক্ষতি হব বুলি ভাবি নিজৰ সন্তানক কোনো ঘৰুৱা কামত নলগোৱা বাবদ দৈহিক পৰিশ্ৰম কৰাৰ অভ্যাসও তেওলোকৰ নোহোৱা হৈছিল। এই বদ অভ্যাসৰ বাবেই গাৱত বেকাৰ সমস্যা বৃদ্ধি হ ল আৰু দেশত দৰিদ্ৰতা বাঢ়িল। অৱশ্যে জনসংখ্যাৰ বৃদ্ধিও অন্য এক কাৰণ।

অৰ্ধ শিক্ষিত গাৱৰ উঠি অহা চামৰ বেকাৰী যুবক সকলেই পাচত সৃষ্টি কৰিলে নগৰত পিয়ন চাকৰি পোৱাৰ আশাত নগৰবোৰত অবাঞ্চিত ভিৰ। গাৱৰ

বৃদ্ধ অভিভাবক সকল ফলত হ ল প্ৰয়োজনীয় কৰ্মত সহায়হীন । চতুৰ্থতে ই সৃষ্টি কৰিলে দেশৰ পিছপৰা আৰু পাহাৰী লোকসকলৰ মনত ভাৰতৰ প্ৰচীন আৰু পাৰম্পৰিক আদৰ্শৰ প্ৰতি বিৰূপ মনোভাৱ । এই মনোভাৱৰ সৃষ্টিৰ বাবে শিক্ষাৰ বিস্তাৰ মূলত দায়ী নহয় দাযী এই দুই সম্প্ৰদায়ৰ মাজত শিক্ষাৰ বিস্তাৰৰ ক্ষেত্ৰত আগভাগ লোৱা খৃষ্টান মিছনাৰী সকল হে কিছু পৰিমানে হলেও। এই মিছনাৰী সকল আহিছিল পশ্চিমত ভাৰতৰ্তকৈ আৰ্থিক দেশত তুলনামূলক ভাৱে অগ্ৰসৰ দেশৰ পৰা আৰু আহিছিল মুখ্যত ধৰ্মৰ প্ৰচাৰৰ বাবে। ধৰ্মপ্ৰচাৰৰ বাবেই শিক্ষা বিস্তাৰৰ প্ৰয়োজন হ ল। তদুপৰি মিছনাৰী সকলৰ অন্য এক মূল কৰ্তব্য জনসেৱাও । ধৰ্মৰ প্ৰচাৰৰ লক্ষ্য উচ্চবৰ্ণ হিন্দু লোক সকলৰ মাজত আৰু ইচলামী লোক সকলৰ মাজত আছিল অবাস্তব আৰু শিক্ষাৰ বিস্তাৰ আছিল অপ্ৰয়োজনীয়। এই দুই হেতুকেই তেওলোৰ কৰ্মক্ষেত্ৰ সীমিত হ ল ভৈয়ামৰ পাছপৰা লোকসকলৰ মাজত আৰু পাহাৰী অঞ্চলত। স্বাভাৱিকতে বহুকথাত তেওলোকৰ এই দুই বিষযৰ শিক্ষা দিযাত মনোযোগ দিলে আৰু তেওলোকৰ বহুতক মিছনাৰীয়ে বিভিন্ন কামত নিযুক্তিও দিলে লগতে তেওলোকক কাৰিকৰি শিক্ষাত উপযুক্ত কৰিও তুলিলে ইয়াৰ ফলত পিছপৰা সম্প্ৰদায়ৰ লোক সকলৰ মনত উচ্চ সম্প্ৰদায়ৰ লোকসকলৰ প্ৰতি কিছু পৰিমানে হলেও বিৰূপ ভাবৰ সৃষ্টি হ ল। আনহাতে এনে বিৰূপ ভাবৰ বিকাশৰ ফলত আৰ্থিক ক্ষেত্ৰতো এই দুই সম্প্ৰদায়ৰ আৰ্থিক সম্বন্ধ কমিল। এই হ্ৰাসকৰ্মত অধিকতৰ ৰূপত সহায়ক হ ল উচ্চবৰ্নৰ স্পৰ্শাস্পৰ্শ মনোভাৱ আৰু কাযিক পৰিশ্ৰমৰ প্ৰতি বিৰূপ মনোবৃত্তি। এনে বহু কাৰণেই ভাৰতৰ বিশেষত গ্ৰাম্যঅঞ্চলৰ আৰ্থিক দুৰৱস্থাৰ মূল। বিভিন্ন সম্প্ৰয় লোকৰ মাজৰ আৰ্থিক বৈষম্যৰ গতিকেই আকৌ দেশত বৃদ্ধি পাইছে জাতীয সংহতিৰ বিকাশৰ বাধা লগতে উদ্ভৱ হৈছে চাকৰি আদিৰ ক্ষেত্ৰত ভাগ বাটোৱাৰাৰ প্ৰশ্ন উগ্ৰ জাতীয়তাবাদৰ বিপদ ইত্যাদি ইত্যাদি।

বৰ্তমান দেশৰ প্ৰধান সমস্যা সমূহ আৰ্থিক অনুন্নতি জাতিভেদ ধৰ্মীয ভেদ স্পৰ্শাস্পৰ্শ বোধ ভাগ বাটোৱাৰৰ প্ৰশ্ন নিবনুৱাৰ সমস্যা উগ্ৰজাতীযতা আৰু সৰ্বশেষত জাতীয স হতিৰ বিকাশৰ মন্থৰ গতি। এনে ধৰণৰ প্ৰশ্ন সমূহৰ ওপৰত বুদ্ধিজীৱিৰ চিন্তাচৰ্চা নিতান্তই অপৰিহাৰ্য আৰু কৰ্তব্য ।

## বিকাশোন্মুখ

# ভাৰত আৰু সজাগতা বিশ্লেষণ

ভাৰত আজি বিকাশোন্মুখ । অসমৰ পৰা গুজৰাটলৈ কাশ্মীৰৰ পৰা মাদ্ৰাজলৈ এই ভূখণ্ডত আমি আজি পাও এক অভূতপূৰ্ব জাগৰণ এক কৰ্ম চঞ্চলতা এক সৃষ্টি আকাঙ্খা । এই জাগৰণ চঞ্চলতা আৰু এই আকাঙ্খাৰ মাজতে ভাৰত আজি বিবাশোন্মুখ । ইহতৰ মাধ্যমত ভাৰতত আজি বিকশিত হৈ উঠিব লাগিব এক জীৱন আদৰ্শ ।

## বিকাশ আৰু সজাগতা

ভাৰতত আজি যি জীৱন আদৰ্শ বিকশিত হৈ উঠিব লাগিব তাৰ মূল স্বৰূপ অৱশ্যে এতিয়াও অস্পষ্ট । অভাৱ সজাগতা ৰাষ্ট্ৰীয় সজাগতা আৰু কৃষ্টি সজাগতা এই তিনি প্ৰকাৰৰ সজাগতাৰ মাধ্যমত দেশৰ জীৱনী শক্তি আজি ক্ৰিয়াৰত । এই ক্ৰিয়াৰ মাধ্যমেদি নানা বোধ আৰু খণ্ড অভিজ্ঞতাৰ সমন্বয় সাধি জীৱনী শক্তিয়ে আজি এক সামগ্ৰিক অভিজ্ঞতা তথা এক জীৱন আদৰ্শ উপলব্ধি কৰিব লাগিব । জীৱন দৰ্শনৰ নিৰন্তৰ উপলব্ধিৰ মাজেদি জীৱন আদৰ্শৰ যি বিকাশ তাৰ মাজতেই আচলতে থাকে যি কোনো দেশৰে জাগৰণ আৰু কৰ্ম ব্যস্ততাৰ চৰম লক্ষ্য তথা সাৰ্থকতা । জীৱন আদৰ্শৰ মূল স্বৰূপ আজিও অস্পষ্ট। কিন্তু সেই অস্পষ্টতা দূৰ হ ব পাৰে বিভিন্ন প্ৰকাৰেৰে । সজাগতাৰ বিভিন্নতাবোধ আৰু অভিজ্ঞতাৰ সমন্বয় সাধনাৰ দ্বাৰাহে বিকাশোন্মুখ ভাৰতৰ বিকাশ অব্যাহত ৰাখিব পাৰিলেহে।

নানা বোধ আৰু খণ্ড অভিজ্ঞত'ৰ সমন্বয় সাধনৰ অৰ্থে যি তিনি প্ৰকাৰ সজাগতাৰ মাজত জীৱনী শক্তি আজি ক্ৰিয়াৰত সেই তিনি প্ৰকাৰ সজাগতাৰ বিশদ বিশ্লেষণৰ অৱশ্যই প্ৰযোজন আছে। এনে বিশ্লেষণে তিনিপ্ৰকাৰ সজাগতাক একমুখী কৰে যাৰ বাবেই আকৌ সামগ্ৰিক তথা জীৱন দৰ্শনৰ বিকাশ সম্ভৱপৰ হৈ উঠে আৰু সামগ্ৰিক বিকাশৰ অনিৰ্ব্বচনীয় সোৱাদ উপভোগ কৰি জীৱনী শক্তিয়ে পৰম সন্তুষ্টি লভে।

জীৱ মাত্ৰৰে প্ৰাথমিক সজাগতা অভাৱ সজাগতা । কিয়নো কোনো জীৱে নিজৰ শৰীৰক উপেক্ষা কৰিব নোৱাৰে। অভাৱ সজাগতাৰ মাজেদি যেতিয়া

তাৰ অন্তহীন বিচিত্র অভাৱ পূৰণ কৰিব লগীয়াত পৰে তেতিযাই সমাজে জটিল ৰূপ লয় যাৰ বাবেই আকৌ আৱশ্যক হয় প্রশাসনৰ তথা ৰাষ্ট্ৰৰ। ৰাষ্ট্ৰ গঠনৰ ফলত ব্যক্তি স্বাধীনতা আৰু ৰাষ্ট্ৰীয় ক্ষমতাৰ মাজত বিৰোধ জন্মে। ৰাষ্ট্ৰ ৰক্ষাৰ সমস্যা ৰাষ্ট্ৰীয় ক্ষমতা বিস্তাৰৰ সমস্যা ব্যক্তি স্বধীনতা ৰক্ষাৰ সমস্যা আদিক লৈ জনসাধাৰণ যেতিয়াই কৰ্ম ব্যস্ত হৈ পৰে তেতিয়াই ঠন ধৰি উঠে ৰাষ্ট্ৰীয সজাগতা।

অভাৱ সজাগতা আৰু ৰাষ্ট্ৰীয় সজাগতা মানুহৰ স্বাভাৱিক সজাগতা। কিন্তু অভাৱ সজাগতাৰ সমস্যা সমুহ সমাধান কৰোতে প্রাকৃতিক পৰিবেশ জয় কৰাৰ বৈজ্ঞানিক শক্তি মানুহে আহৰণ কৰিব লগীয়'ত পৰে। সেইদৰে ৰাষ্ট্ৰীয় সজাগতাৰ সমস্যা সমুহ সমাধান কৰোতে মানুহে উপাৰ্জন কৰে সামাজিক তথা ৰাষ্ট্ৰীয তথা সামৰিক শক্তি। এই দুই শক্তিৰ প্রাৱল্যৰ গতিকে কোনো দেশ যেতিযা অহঙ্কাৰমত্ত হৈ উঠে তেতিয়া সেই দেশৰ সভ্যতাৰ পতন ঘটে। অভাৱ সজাগতা সম্ভুত মত্ততাই ব্যক্তিগত জীৱনৰ স যম আৰু ৰাষ্ট্ৰীয সজাগতা সম্ভু৩ মত্ততাই ৰাষ্ট্ৰীয জীৱনৰ স৲যম নিৰ্মুল কৰে যাৰ বাবেই আকৌ মানবতা তথা চৰিত্র ধ্বংস হয আৰু ৰাষ্ট্ৰীয সমস্যা সমুহ সমাধানৰ অৰ্থে আৱশ্যকীয বুদ্ধি তথা উদাৰতা লোপ পায।

অভাৱ সজাগতা আৰু ৰাষ্ট্ৰীয সজাগতাক কেন্দ্ৰ কৰি দেশ আৰু সভ্যতাৰ যি বিকাশ তাৰ গতি অব্যাহত ৰক্ষাৰ অৰ্থে জাতীয চৰিত্র তথা মানৱতা আৰু উদাৰতাৰ বিকাশ একান্তই অপৰিহাৰ্য। কিন্তু মানবতা আৰু উদাৰতাৰ বিকাশৰ মাজত যি উপলব্ধি হয সেই উপলব্ধি আচলতে এক বিৰাট অথচ সূক্ষ্ম সাৰ্বজনীন অথচ নিতান্তই আপোন আৰু অন্তৰগত জীৱনৰ উপলব্ধি। এনে বিৰাট সূক্ষ্ম সাৰ্বজনীন আৰু অন্তৰগত জীবন উপলব্ধিৰ যি চেষ্টা সিযেই আচলতে ধৰ্ম আৰু কৃষ্টি।

কৃষ্টি সজাগতা জীৱন্ত হৈ নথকা আবস্থাত যি কোনো দেশৰে সভ্যতা তথা বিকাশৰ গতি বিপৰ্যযৰ মাজেদি স্তব্ধ হৈ যাবলৈ বাধ্য। কিযনো ইযাৰ অবিহনে মানবতা আৰু উদাৰতাৰ বিকাশ অসম্ভৱ আৰু মানৱতা আৰু উদাৰতাৰ অবিহনে মত্ততা দমন কৰিবলৈ মানুহ অসমৰ্থ।

সৌভাগ্যক্রমে মানুহৰ যি সামাজিক প্রবৃত্তি অভাৱ সজাগতাৰ কাৰণেই অপৰিহাৰ্য সেই সামাজিক প্রবৃত্তিযেই মানুহক কৃষ্টিমুখীও কৰে। কাৰণ সেই সামাজিক প্রবৃত্তিৰে চৰম পৰিণতি বিৰাট অথচ সূক্ষ্ম সাৰ্বজনীন অথচ অন্তৰগত জীৱন উপলব্ধিৰ এক দুৰ্বাৰ হুতাশ। আনহাতে অভাৱ পূৰণৰ বাধা অতিক্রম কৰিবলৈ

যথেষ্ট শক্তি আদিম ইতিহাসত মানুহৰ নাছিল আৰু সেই বাবেই এক অদৃষ্ট বিৰাট দৈৱ শক্তিৰ অনুগ্ৰহ মানুহে বিচাৰিছিল আৰু তেওৰ ওচৰত কৃতজ্ঞতা যাচিছিল। আকৌ আভাৱ সজাগতা আৰু ৰাষ্ট্ৰীয় সজাগতাৰ মাজত মানু'হ জীৱনৰ পূৰ্ণতা উপলব্ধি নকৰে। কিয় নকৰে তাৰ স্পষ্ট কাৰণ দিব নোৱাৰি কিয়নো সৃষ্টি ৰহস্য তথা জীৱন ৰহস্যা মানুহৰ এতিযাও অজ্ঞাত। অভাৱ সজাগতা আৰু ৰাষ্ট্ৰীয় সজাগতাৰ মাজত জীৱনৰ পূৰ্ণতা নথকাত সিহ'তে জীৱনত ক্লান্তি আৰু অৱসাদও আনে। জীৱনৰ পূৰ্ণতা বিচাৰি আৰু জীৱনৰ এই ক্লান্তি আৰু অৱসাদৰ পৰা মুক্তি বিচাৰি সেয়ে ব্যক্তিগত জীৱনত নহ লেও সামাজিক জীৱনত কোনো সময়ত নহয় কোনো সময়ত মানুহ ধৰ্মীয় তথা কৃষ্টি সজাগতাৰ মাজত অত্যন্তই জীৱন্ত হৈ উঠে।

অভাৱ সজাগতা আৰু ৰাষ্ট্ৰীয় সজাগতা সংযত কৰাৰ অৰ্থে ধৰ্মীয় তথা কৃষ্টি সজাগতা যেনেদৰে প্ৰযোজনীয তেনেদৰে ধৰ্মীয় তথা কৃষ্টি সজাগতা বিকাশৰ অৰ্থেও অভাৱ সজাগতা আৰু ৰাষ্টীয সজাগতা অপৰিহাৰ্য্য। ধৰ্মীয় আৰু কৃষ্টি সজাগতাৰ মুল ভাৱ সামাজিক প্ৰবৃত্তি। এই প্ৰবৃত্তি সমন্বয়ৰ আৱশ্যকতাজনিত আৰু সেই গতিকেই ক্ৰিয়াৰত হৈ পৰে অভাৱ সজাগতা আৰু ৰাষ্টীয সজাগতা সম্ভুত বিভিন্ন সমস্যাৰ মাজত যেতিযাই সমন্বযৰ আৱশ্যাক সম্ভুত নানা সমস্যাৰ হ্য ৃষ্টি । আকৌ অভাৱ সজাগতা আৰু ৰাষ্ট্ৰীয সজাগতাৰ বিকাশৰ অৰ্থে মানুহক লাগে উচ্চ মানৱতা আৰু হৃদয়ৰ উদাৰতা। সমস্যা সমাধানৰ প্ৰযোজন সৃষ্টি হৈ থাকিলেই উচ্চতৰ মানৱতাৰ আৱশ্যাক হ বলৈ ধৰে। মানৱতাৰ এনে বিকাশতেই তথা উচ্চস্তৰত জীৱনৰ এনে মহান উপলব্ধিতেই আচলতে আছে ধৰ্ম আৰু কৃষ্টিৰো বিকাশ। এতেকে দেখা যায ধৰ্মীয তথা কৃষ্টি সজাগতাৰ বিকাশৰ অৰ্থেও আৱশ্যক অভাৱ সজাগতা আৰু ৰাষ্ট্ৰীয সজাগতাৰ সামযিক আঘাত। শুদ্ধ ধৰ্মীয তথা শুদ্ধ কৃষ্টি সজাগতাৰ অবিৰাম আৰু অকলশৰীয়া বিকাশ আচলতে অ'সম্ভৱ। অভাৱ সজাগতা আৰু ৰাষ্ট্ৰীয সজাগতাৰ প্ৰেৰণ'হীন অৱস্থাত ধৰ্মীয তথা কৃষ্টি সজাগতা নিষ্প্ৰাণ। এনে নিষ্প্ৰাণ ধৰ্মীয তথা কৃষ্টি সজাগতাই সৃষ্টিকৰে পাতলুৱা মনোবৃত্তি অনুকৰণশীলতা অন্ধবিশ্বাস আৰু কুস স্কাৰ। প্ৰাচীন ভাৰতীয় ঋষি অৰ্থাৎ সৃষ্টি ৰহস্য জ্ঞাত বৈজ্ঞানিক সকলে শুদ্ধ সত্ব গুণৰ সম্ভৱতা কুসংস্কাৰ স্বীকাৰ কৰিছিল শুদ্ধ সত্ব গুণৰ সম্ভৱতা অস্বীকাৰ কৰিছিল। এনে ভিত্তিতেই হযতো অভাৱ সজাগতা অথৱা ৰাষ্ট্ৰীয সজাগতা বিহীন শুদ্ধ ধৰ্মীয তথা কৃষ্টি সজাগতাৰ বিকাশ অসম্ভৱ বুলি ভাবিবৰ স্থল আছে। যি কোনো সজাগতাকে সুস্থ বিকাশৰ বাবে ভিন্ন সজাগতাৰ প্ৰেৰণা অথৱা নিয়ন্ত্ৰণৰ প্ৰয়োজন।

# সভ্যতা-বিশ্লেষণ

বিভিন্ন ভৌগোলিক আৰু ঐতিহাসিক পৰিবেশত মানুহৰ বিভিন্ন প্ৰকাৰৰ প্ৰতিক্ৰিয়া হয়। এনে প্ৰতিক্ৰিয়াৰ মাজেদিয়ে অভাৱ সজাগতা আহে আৰু অভাৱ সজাগতাৰ বিভিন্ন সমস্যাক কেন্দ্ৰ কৰিয়েই ৰাষ্ট্ৰীয় সজাগতাৰ বিকাশ হ্ বুলৈ ধৰে। অভাৱ সজাগতাৰ বিকাশৰ গতি যিদৰে ৰাষ্ট্ৰীয সজাগতাৰ বিকাশ নহ লে অব্যাহত থাকিব নোৱাৰে সেইদৰে ৰাষ্ট্ৰীয় সজাগতাৰ গতি অব্যাহত ৰাখিবৰ অৰ্থে ধৰ্মীয তথা কৃষ্টি সজাগতাৰ বিকাশো আৱশ্যক। এই বিভিন্ন প্ৰকাৰ বিকাশৰ সামগ্ৰিক ফলহে কোনো এখন দেশৰ সভ্যতা। সভ্যতাৰ বিকাশ এই তিনিও প্ৰকাৰ সজাগতাৰ প্ৰকৃত সমন্বয় সাধনৰ ওপৰতে নিৰ্ভৰ কৰে। এই সমন্বয় সাধনত বিপৰ্যয় ঘটিলে সভ্যতাৰো বিপৰ্যয় আৰু পতন গটে। বিভিন্ন সভ্যতা বিশ্লেষণ কৰিলেই এই কথাৰ প্ৰমাণ পোৱা যায়। অভাৱ পূৰণৰ সমস্যাৰ হেচাতেই অস‌ংখ্য দ্বীপ উপদ্বীপৰ মাজত আদিম গ্ৰীচদেশীয লোকসকল ভৌগলিক কাৰণতেই আৰু স্বাভাৱিক ভাৱেই বিয়পি পৰিছিল আৰু তেওলোকে উপনিবেশ স্থাপন কৰিছিল। মাতৃভুমি আৰু উপনিবেশৰ মাজত থকা আদান প্ৰদান আৰু অহাযোৱাক ভিত্তি কৰি স্বাভাৱিকভ্ৰে বেপাৰ বানিজ্য গঢ়ি উঠিছিল আৰু কালক্ৰমত গ্ৰীচীয লোকসকলৰ এটি বিশেষ শ্ৰেণীৰ মুখ্য জীৱিকা ইযেই হৈছিল। বেপাৰ বাণিজ্যৰ ফলত সঞ্চয বাঢ়িছিল আৰু সেই সময়ত বেপাৰ বাণিজ্যৰ যি ৰূপ আছিল সেই ৰূপৰ মাজত বিভিন্ন সময়ত বণিক সকলে নিজ মাতৃভুমিত আহি অৱসৰ লোৱাৰ সুবিধাও পাইছিল। অভাৱ পুৰণৰ সমস্যাত নিৰন্তৰ ব্যস্ত থাকিবলগীয়া নোহোৱাত আৰু উপনিবেশ তথা নিজদেশ ৰক্ষাৰ বিভিন্ন সমস্যা বিশেষকৈ বেপাৰ বাণিজ্য কৰাৰ সমস্যা বণিক সকলৰ আগত উপস্থি‍ হোৱাত গ্ৰীচ দেশত তেতিয়া ৰাষ্ট্ৰীয় সজাগতা অত্যন্তই জীৱন্ত হয যাৰ ফলতে স্বাধীন চিন্তাৰ বিকাশো তাত অত্যন্তই বাঢ়ে। স্বাধীনতা ৰক্ষাৰ অৰ্থে সাহস আৰু বীৰত্বৰ আৱশ্যক। এই আৱশ্যকতাৰ গতিকেই বীৰত্বৰ আদৰ্শ পৌৰুষ সৌন্দৰ্যৰ আদৰ্শ গণতন্ত্ৰৰ আদৰ্শ আদিৰ বিকাশ গ্ৰীচত হৈছিল আৰু এই বিলাশকে লৈ গ্ৰীচীয কলা সাহিত্য আৰু দৰ্শনো ঠন ধৰি উঠিছিল। গ্ৰীচীয কৃষ্টি সজাগতা বুজাৰ অৰ্থে কৰ্মচঞ্চল বণিক শ্ৰেণীৰ ৰাষ্ট্ৰীয সজাগতাৰ বিকাশৰ স্বাভাৱিক স্বৰূপ কেনে হ্য তাক জনাৰ অৱশ্যই প্ৰয়োজন আছে।

গ্ৰীচীয সভ্যতাৰ বিশ্লেষণৰ পৰা আমি এটা কথা পাও যে গ্ৰীচত কৃষ্টি সজাগতাই তাৰ ৰাষ্ট্ৰীয সজাগতাক নিযন্ত্ৰণ কৰিবলৈ অসমৰ্থ হৈছিল বৰ‌‌ং ই

স্বাধীনতাৰ অনুৰাগ একান্তই বৃদ্ধি কৰিছিল। স্বাধীনতাৰ অনুৰাগ নিয়ন্ত্ৰণ নকৰি বৃদ্ধি কৰাৰ ফলত গ্ৰীচত ঐক্য স্থাপন অসম্ভৱ হৈ পৰিছিল আৰু ইয়াৰ বাবে তাত কালক্ৰমত একছত্ৰী শাসনে খোপনি পুতিবলৈ সুবিধা পাইছিল। কিন্তু একছত্ৰী শাসন সামৰিক শক্তিৰ ওপৰত নিৰ্ভৰ কৰে। সামৰিক শক্তিৰ বিকাশে সৰ্বসাধাৰণৰ জীৱনত ৰাষ্ট্ৰীয় সজাগতা নিৰ্মূল কৰে যাৰ বাবেই আকৌ দেশ প্ৰেমৰ অভাৱ ঘটে। দেশপ্ৰেমৰ অভাৱ হলেই ৰাষ্টৰ স্বাধীনতাও কালক্ৰমত নোহোৱা হয় আৰু সৰ্বসাধাৰণৰ জীৱনো গতানুগতিক হৈ পৰে। গতানুগতিক নিষ্প্ৰাণ জীৱনৰ মাজত কৃষ্টিও নিষ্প্ৰাণ আৰু স্থবিৰ হ বলৈ বাধ্য। গ্ৰীচ আৰু ৰোম এই দুই সাম্ৰাজ্যৰে পতনৰ মূলত আছিল স্বেচ্ছাচাৰী ৰাষ্ট্ৰীয় সজাগতা নিয়ন্ত্ৰণ কৰিবলৈ উপযুক্ত ধৰ্মীয় সজাগতাৰ অভাৱ কৃষ্টি সজাগতাৰ অক্ষমতা আৰু একছত্ৰী শাসনৰ অভ্যুদয়।

যিবিলাক দেশত বিস্তাৰৰ অৰ্থে বিস্তাৰ সমভূমি আছে অথচ ভৌগলিক কাৰণতে বহি আক্ৰমণৰ বিপদো কম সেই বিলাক দেশত ভৌগলিক সুবিধাৰ বাবেই তাৰ আদি ইতিহাসত অভাৱ সজাগতাই বিশেষ সমস্যা সৃষ্টি নকৰে আৰু তাৰে ফলত ৰাষ্ট্ৰীয় সজাগতাও তাত অত্যন্তই নিৰ্জীৱ। এনে অৱস্থাত বিৰাট সমভূমি আৰু অসীম আকাশক আবৰি থকা এক বিৰাট জ্যোতিৰ্ময পুৰুষৰ কেন্দ্ৰকৰি শুদ্ধ ধৰ্মীয সজাগতা তাত বিকশিত হ বলৈ ধৰে। ভাৰতবৰ্ষ এনে এখন দেশ আৰু ইয়াতেই শুদ্ধ ধৰ্মীয় সজাগতাৰ বিকাশ আমি পাও। কিন্তু ৰাষ্ট্ৰীয় সজাগতাৰ প্ৰেৰণা নাথাকিলে শুদ্ধ ধৰ্মীয সজাগতাৰ বিকাশ সৰ্বসাধাৰণৰ জীৱনত জীৱন্ত হৈ নুঠে বি"শষ ব্যক্তিৰ জীৱনত সি সম্ভৱপৰ হ লেও। ভাৰতীয় দৰ্শন তথা সভ্যতাই উচ্চতৰ শিখৰত থাকিও কিয় ই সৰ্বসাধাৰণৰ জীৱন উন্নত বিকাশশীল আৰু প্ৰাণৱন্ত কৰিব পৰা নাই তাৰপ্ৰকৃত ব্যাখ্যাৰ বাবে ধৰ্মীয সজাগতাৰ বিকাশৰ অৰ্থেও ৰাষ্ট্ৰীয় সজাগতা আৰু অভাৱ সজাগতা অপৰিহাৰ্য তাক স্বীকাৰ নকৰি উপায় নাই।

ইজিপ্ত আৰু চীন দেশতো বিস্তৰ সমভূমি নোহোৱা নহয়। কিন্তু এই দুই দেশত ভাৰতৰ দৰে শুদ্ধ ধৰ্মীয সজাগতাৰ বিকাশ তথাপিও ন হল। ইয়াৰ কাৰণত আমি পাও চীনৰ ক্ষেত্ৰত বহি আক্ৰমণ ৰোধ কৰিবলৈ উত্তৰ দিশত ভৌগলিক ব্যৰ্থতা আৰু ইজিপ্তৰ ক্ষেত্ৰত বহি আক্ৰমণ ৰোধ কৰিবলৈ ভূমধ্য সাগৰৰ ব্যৰ্থতা। গতিকে এই দুই দেশতে আৱশ্যকতাৰ গতিকেই সাময়িক একছত্ৰী শাসন বিকশিত হৈ উঠিছিল। সৰ্বসাধাৰণৰ জীৱনত তথাপিও অভাৱ সজাগতা বিকশিত নহৈছিল। কিয়নো বিস্তৰ সমভমিৰ বাবে গ্ৰীচ ৰোম ই ল্যান্ড আৰু জাপান আদিৰ দৰে

বেপাৰ বাণিজ্য কৰাৰ অপৰিহাৰ্যতা এই দুয়ো দেশৰে লোকৰ নাছিল। অভাৱসজাগতা আৰু ৰাষ্ট্ৰীয় সজাগতাৰ আঘাত নথকাত এই দুই দেশৰ সৰ্বসাধাৰণৰ জীৱনত ধৰ্মীয় সজাগতাহে বিকশিত হৈছিল। অৱশ্যে এই বিকাশ ভাৰতবৰ্ষৰ সৰ্বসাধাৰণৰ ধৰ্মীয় সজাগতাৰ দৰেই গতানুগতিক আছিল। ভাৰতবৰ্ষৰ ধৰ্মীয় সজাগতা আৰু এই দুই দেশৰ ধৰ্মীয় সজাগতাৰ মাজত তথাপিও পাৰ্থক্য সোমাই পৰিছিল। ভাৰতৰ ধৰ্মীয় সজাগতা শুদ্ধ ধৰ্মীয় সজাগতা আছিল আৰু ই বিশেষ ব্যক্তিক অৱশ্যেই বিকাশশীল আৰু উন্নত স্তৰত উপনীত কৰোৱাব পাৰিছিল। কিন্তু এই দুই দেশত বিশেষ আৱশ্যকতা পূৰণৰ বাবেই একছত্ৰী সামৰিক শাসনৰ অভ্যুদয় হোৱাত ধৰ্মীয় সজাগতা সেই দুই দেশত বিভিন্ন হৈছিল। ধৰ্মীয় সজাগতাই সেইবোৰ দেশত যি ৰূপ লৈছিল সেই ৰূপত ধৰ্মৰ লগত শাসকৰ বিশেষ সম্পৰ্ক আছিল। এনে সম্পৰ্কৰ বৰেই ইজিপ্টত পিৰামিদ সাজিবলৈ শাসকে সুবিধা পাইছিল আৰু চীনত অহঙ্কাৰমত্ত শাসক মাজে মাজে ৰণ পিপাসু হ ব পাৰিছিল। ভাৰতৰ শাসক কেতিয়াও ৰণমত্ত হোৱা নাছিল বৰং তেওৰ জীৱনত আছিল ত্যাগৰ অতুলনীয় আদৰ্শ আৰু শান্তিৰ মহান বাণী প্ৰচাৰৰ আপ্ৰাণ চেষ্টা। চীন আৰু ভাৰতৰ ধৰ্মীয় সজাগতাৰ মাজত এনে পাৰ্থক্য থকা বাবেই দুই দেশৰ সৃষ্টি আৰু সভ্যতাৰ বিকাশো বিভিন্ন হৈছিল আৰু হৈছে। শাসকৰ অহঙ্কাৰ মত্ততাৰ বাবেই চীনত নতুন ভাৱধাৰা প্ৰবেশ সহজ নাছিল যাৰ বাবেই বন্ধগৃহৰ দূষিত বায়ুয়ে তাৰ সভ্যতাৰ আৰু কৃষ্টিত বিপৰ্যয় আনিবলৈও সুবিধা পাইছিল। ৰাষ্ট্ৰীয সজাগতা আৰু অভাৱ সজাগতাৰ লাগতিযাল সম্পদ বিহীন হোৱাত শাসকৰ শুদ্ধ ধৰ্ম প্ৰৱণতাৰ সত্বেও ভাৰতীয জীৱনত স্থবিৰতা সোমাই পৰিছিল যাৰ বাবেই ভাৰতৰ সভ্যতা আৰু কৃষ্টি উচ্চ শিখাৰত উপনীত হৈও গতানুগতিৰ মাজত সি হেৰাই গৈছিল।

ধৰ্মীয সজাগতা আৰু ৰাষ্ট্ৰীয় সজাগতাৰ সংযোগে সভ্যতাৰ বিকাশ প্ৰাণৱন্ত কৰি তোলাৰ উত্তম নিদৰ্শন আৰৱৰ ইতিহাস। মৰুভূমি প্ৰধান দেশত উপযোগী স্থান স্বাভাবিকতে অঘৰী লোকৰ জিৰণিৰো স্থল। অঘৰী লোকসকলৰ জিৰণিৰ সুবিধা লৈ এনে স্থলত ধৰ্মৰ ব্যৱসায চলে আৰু সেই ব্যৱসাযৰে সুবিধাৰ অৰ্থে বিভিন্নলোকে বিভিন্ন দেৱ দেবীৰ মাহাত্ম্য প্ৰচাৰ কৰে। ফলত বিভিন্ন দেব দেবীৰ ভক্তৰ মাজত ধৰ্মৰ কেন্দ্ৰকৰি সংঘাত সৃষ্টি হয। কৃষি প্ৰধান দেশত তেনে সংঘাতৰ সম্ভাৱনা কম। কিযনো তাত জীৱিকা প্ৰৱৰ্তনৰ অৰ্থে কেৱল ধৰ্মীয় ব্যবসাযৰ ওপৰতে নিৰ্ভৰ কৰাৰ আৱশ্যকতা নাই। মৰুভূমি প্ৰধান স্থলত এনে সংঘাত তীব্ৰ হয় আৰু কোনো ধৰ্মব্যৱসায়ী প্ৰতাপী হৈদেই কালক্ৰমত শাসকৰ হৈদো তাত হৈ পৰে যদিও শাসক

হৈও ধৰ্মৰ ব্যৱসায় তেতিয়াও নেৰে। ধৰ্ম যেতিয়া ব্যৱসায় হৈ পৰে তেতিয়া সি ধৰ্ম নহৈ নানা ব্যভিচাৰ আৰু অত্যাচাৰৰ কাৰণ হৈ উঠে। এনে অৱস্থাত প্ৰকৃত ধৰ্মীয় ভাৱধাৰাৰ প্ৰবৰ্তকে সদায়ে শাসক ফৈদৰ পৰা বাধা পায় যি বাধা অতিক্ৰম কৰিবৰ কাৰণেই তেও ৰাষ্ট্ৰীয় সজাগতাৰ মাজতো সোমাই পৰিবলৈ বাধ্য হয়। মহামতি হজৰত মহম্মদৰ ক্ষেত্ৰত আমি ইয়াকেই দেখোঁ। ইছলাম ধৰ্মীয় সজাগতা বিকাশত ৰাষ্ট্ৰীয় সজাগতাৰ আৱশ্যকতা আৰম্ভণিৰে পৰা আছিল আৰু ইয়াৰ বাবেই ইছলাম ধৰ্ম অত্যন্তই প্ৰাণৱন্ত হৈ বহু শতাব্দী ধৰি থাকিব পাৰিছিল। ইছলাম ধৰ্মৰ এই প্ৰাণৱন্ত অৱস্থাৰ বাবেই হিন্দু ধৰ্মৰ নিচিনা সৰ্বধৰ্মী সমন্বয়ী উদাৰ ধৰ্ময়ো নিজ আত্মৰক্ষাৰ দোহাই দি বহুতো অনুদাৰ আচাৰ গ্ৰহণ কৰিবলৈ এসময়ত বাধ্য হৈছিল।

আৰৱ দেশৰ ইতিহাস ধৰ্মীয় সজাগতাৰ ওপৰত ভেজা দি ৰাষ্ট্ৰীয় সজাগতা জীৱন্ত হৈ উঠাৰ ইতিহাস। ৰাষ্ট্ৰীয় সজাগতা নিয়ন্ত্ৰণৰ কাৰণে ধৰ্মীয় তথা কৃষ্টি সজাগতা বিকাশৰ ইতিহাস নাইবা শুদ্ধ ধৰ্মীয় সজাগতা বিকাশৰ ইতিহাস ই নহয়। ৰাষ্ট্ৰীয় সজাগতা নিয়ন্ত্ৰিত অৱস্থাত নাথাকিলে ই সামৰিক শক্তিবৃদ্ধিৰ কাৰণ হৈ উঠে বিশেষত ধৰ্মৰ নামত জাতীযতা সৃষ্টিৰ সুবিধা যি অৱস্থাত থাকে প্ৰাথমিক অৱস্থাত এনেদৰে বৃদ্ধিপোৱা সামৰিক শক্তিৰ মাজতো সুশাসক জন্মে কিয়নো প্ৰাথমিক অৱস্থাত ধৰ্মীয় সজাগতাৰে প্ৰাবল্য পাও। কিন্তু ক্ৰমে ক্ৰমে সামৰিক শক্তি বৃদ্ধিৰ লগে লগে ধৰ্মীয় আদৰ্শৰ লগত যুদ্ধনীতিৰ মিলন অসম্ভৱ হৈ উঠে। এনে সমযতে মন্দিৰ ধ্ব সকাৰী চল চক্ৰান্তকাৰী ৰণপিপাসু একশ্ৰেণী লোকে ধৰ্মৰ নামত কলঙ্ক সৃষ্টি কৰিবলৈ আৰম্ভ কৰে। ৰাষ্ট্ৰীয সজাগতাক ধৰ্মীয সজাগতাই নিয়ন্ত্ৰণ নকৰিবৰ, উচ্ছৃঙ্খল কৰিলে ধৰ্মীয় তথা কৃষ্টি সজাগতাৰ বিকাশ বন্ধ হৈ যায় যাৰ ফলত অনুদাৰতা অহঙ্কাৰ মত্ততা আৰু চল চক্ৰান্ত ৰাষ্ট্ৰীয় জীৱনত আনকি ধৰ্মীয় জীৱনতো প্ৰবেশ কৰি বিৰোধ বিপৰ্যয় আৰু অশান্তিৰ কাৰণ হয। আৰব দেশৰ ইতিহাসত গৌৰৱৰ যেনেদৰে স্থল আছে তেনেদৰে লাজ পোৱাৰ কাৰণো তাত নোহোৱা নহয় তাত যি সকল সুশাসক আছিল তেনে সুশাসক পৃথিৱীত কাচিৎহে দেখা যায। তেওলোকৰ জীৱনত যি আত্মনিৰ্ভৰশীলতা অনা আড়ম্বৰতা আৰু ন্যায়নিষ্ঠা দেখো তেনে আত্মনিৰ্ভৰশীলতা আনাডম্বৰতা আৰু ন্যায়নিষ্ঠা নিশ্চয় দুৰ্লভ আৰু অনুকৰণীয। কিন্তু চলচক্ৰান্তকাৰী মন্দিৰ ধ্বংসকাৰী কুশাসকৰ অভ্যুদয় ৰোধ কৰিব নোৱাৰাটোও আৰব দেশৰ তথা আৰবৰ প্ৰেৰণাতে বিকশিত হোৱা কেবাখনো দেশৰ ইতিহাসৰেই যে দুৰ্ভাগ্যজনক কথা তাক অস্বীকাৰ কৰিও লাভ নাই।

ইছলাম ধৰ্মৰ বিকাশৰ ক্ষেত্ৰত ৰাষ্ট্ৰীয় সজাগতা আৰু ধৰ্মীয় সজাগতাৰ যি সংযোগ আমি দেখো তেনে সংযোগ ন হলেও ইহঁত দুয়োটাৰ মাজত অন্য প্ৰকাৰৰ সংযোগ খৃষ্টান ধৰ্মৰ বিকাশৰ বেলিকাও আমি পাও। ইছলাম ধৰ্মৰ বিস্তাৰত বিশেষকৈ তাৰ পাছৰ কাল ডোখৰত ৰাষ্ট্ৰীয় সজাগতাৰ আক্ৰমনাত্মক এটি ৰূপ সক্ৰিয় হৈ উঠিছিল। কিন্তু খৃষ্টান ধৰ্মৰ আৰম্ভণিত ৰাষ্ট্ৰীয় সজাগতাৰ আত্মৰক্ষক ফালটোহে সক্ৰিয় হৈ উঠা আমি দেখো । এনে হোৱাৰ প্ৰকৃত ব্যাখ্যা ইজৰাইলত বাস কৰা ইহুদী সকলৰ ভৌগলিক আৰু ঐতিহাসিক আদিম পৰিবেশৰ মাজত আছে। ইহুদী সকলৰ লোক সংখ্যা কম আছিল আৰু তেওলোক যি ঠাইত বাস কৰিছিল সেই ঠাইৰ ওপৰত এচৰচুবুৰীয়া জাতিবোৰৰ হেচা অত্যন্তই প্ৰবল আছিল। এনে অৱস্থাত তেওলোক অত্যন্তই দু খ কষ্ট অত্যাচাৰৰ সমুখীন হ ব লগীয়াত পৰিছিল। এনে দু খকষ্ট জাতি হিচাবে একেলগে সহ্য কৰিব লগীয়া হোৱাত তেওলোকৰ ভিতৰত প্ৰবল জাতীযতাবোধ গঢ়ি উঠিছিল যাৰ বাবেই তেওলোকে দু খ কষ্ট সহ্য কৰাৰ অসীম ধৈৰ্য্য আৰু অভূতপুৰ্ব সাহস অৰ্জন কৰিছিল দু খকষ্টৰ মাজেদি গঢ়ি উঠা এটি প্ৰীতিৰ ভাবে দু খকষ্টক মধুৰ কৰি তুলিছিল আৰু চৰম নিৰাশাৰ মাজতো আশাৰ ৰেঙনি অত্যন্তই স্পষ্ট আছিল। এই পটভুমিৰ মাজতে প্ৰেম আৰু সহানুভুতিৰ মহান বাণীৰে খৃষ্টান ধৰ্ম বিকশিত হৈ উঠিছিল। ইযাৰ মাজত এনে এটা বস্তু আছিল যি অৱহেলিত আৰু ঘৃণিত সকলৰ আশা আৰু শান্ত্বনা। ইযাৰ বাবেই গ্ৰীচ ৰোম সাম্ৰাজ্যৰ তলত অৱহেলিত জনসাধাৰণৰ মাজত এই ধৰ্ম্মই অতি সহজ ভাৱেই বিস্তাৰ লাভ কৰিছিল আৰু এই বিস্তাৰৰ অৰ্থে সামৰিক শক্তিৰো আৱশ্যক হোৱা নাছিল তাত । প্ৰীতি আৰু সহানুভুতিসিক্ত আত্মৰক্ষাত্মক জাতীযতাবোধৰ ৰাষ্ট্ৰীয সজাগতাই এই বিস্তাৰ প্ৰাণৱন্ত কৰি তুলিব পাৰিছিল তাত।

ৰোম সাম্ৰাজ্য পতনৰ পাচত ইযোৰোপীয সভাতাৰ বিকাশৰ যি ইতিহাস তাৰ মূলতো আমি পাও খৃষ্টান ধৰ্মৰ প্ৰেৰণা আৰু স্বাধীনতাৰ অনুৰাগক কেন্দ্ৰ কৰি গঢ়ি উঠা গ্ৰীচৰ ৰাষ্ট্ৰীয সজাগতা। স্বাধীনতাৰ অনুৰাগৰ যি প্ৰেৰণা গ্ৰীচিয় সাহিত্যে কলা আৰু দৰ্শণৰ অধ্যযণৰ মাজেদি বিস্তাৰ লাভ কৰিছিল সেই প্ৰেৰণাৰ বাবেই পোপে ৰোম সাম্ৰাজ্যৰ বিভিন্ন অংশ পুনৰ এক কৰি ধৰ্মীয় সাম্ৰাজ্য স্থাপনত ব্যৰ্থ হ ল আৰু এই ব্যৰ্থতাৰ গতিকেই বিশেষকৈ ৰোম সাম্ৰাজ্যৰ তলত থকা অৱস্থাত ভোগ কৰা পৰাধীনতাৰ গ্লানি আৰু নানা অন্যায়ৰ জনিত অভিজ্ঞতাৰ মাজত গঢ়ি উঠা সাম্ৰাজ্যবিৰোধী মনোভাবৰ হেতুকেই বহুতো স্বাধীন ৰাষ্ট্ৰৰ সূত্ৰপাত আমি ইয়োৰোপত পাও। বিভিন্ন স্বাধীন ৰাষ্ট্ৰৰ উত্থানত খৃষ্টান ধৰ্মই দুই প্ৰকাৰে সহায়

কৰিলে। প্ৰথম  আক্ৰমণাত্মক ৰাষ্ট্ৰীয় সজাগতাৰ লগত খৃষ্টান ধৰ্মৰ স্বাভাবিক সংযোগ নথকাত জনসাধাৰণক ধৰ্মৰ নামত একগোট কৰাৰ পূৰ্ণ সুবিধা পোপে ল ব নোৱাৰিলে বৰং তেনে চেষ্টা কৰি তেওৰ বিপৰীতে এটি প্ৰোটেষ্টান ভাবধাৰাহে প্ৰবল কৰি তুলিলে। দ্বিতীয়  ইহুদী সকলৰ জাতীয়তাবোধৰ মাজতে খৃষ্টান ধৰ্মৰ উৎপত্তি হোৱাত  পাছৰ কালত ইযাৰ মাধ্যমতে জাতীয়তাবোধৰ সৃষ্টি নতুন ৰাষ্ট্ৰবোৰত সহজ হৈ পৰিল।

ৰোম সামাজ্য পতনৰ পাছত যিবোৰ ৰাষ্ট্ৰ প্ৰতিষ্ঠা হ ল  সেইবোৰৰ মুল প্ৰেৰণা  স্বাধীনতা আৰু জাতীযতাবোধ আছিল। স্বাধীনতা আৰু জাতীয়তাৰ প্ৰেৰণাত সেইবোৰ অত্যন্তই প্ৰাণবন্ত হৈ উঠিল  গোটেই ইয়োৰোপতে নৱজাগৰণ আহিল আৰু সেইবোৰ দেশৰ লোক পৃথিৱীব্যাপী সিচৰিত হৈ পৰিল। এনেদৰে সিচৰিত হোৱাত বেপাৰ বাঢ়িল  কৰ্মচঞ্চল বণিক শ্ৰেণীৰ সৃষ্টি হ ল আৰু বজাৰক কেন্দ্ৰ কৰি প্ৰতিযোগিতা চলিল। স্পেইন  পৰ্টুগাল   হলাণ্ড ফ্ৰান্স আৰু ই্ল্যাণ্ডৰ মাজতেই এই প্ৰতিযোগিতা প্ৰথম অৱস্থাত প্ৰবল আছিল। কিন্তু শেষত এই প্ৰতিযোগিতা হ ল গৈ মুখ্যত  ফ্ৰান্স আৰু ই ল্যাণ্ডৰ ভিতৰতে সীমিত।

নানা ঐতিহাসিক কাৰণত বিশেষকৈ  ব্ৰেকডেথ্  ৰ সময়ৰে পৰা ইংল্যাণ্ডৰ জনসাধাৰণে সামন্ত নেতা সকলৰ পৰা মুক্ত হৈ অহাৰ সুবিধা পাইছিল। প্লেগ মহামাৰীৰ বাবে মানুহৰ স খ্যা ই ল্যাণ্ডত কমাত  বিভিন্ন ৰাষ্ট্ৰৰ মাজত যুদ্ধ আদি বৃদ্ধিৰ বাবদ সৈ্যৰ চাহিদা তাত বৃদ্ধি পোৱাত আৰু বেপাৰৰ মাজেদি দেশত সোণ গোট খোৱাত বনুৱাৰ দৰমহা আৰু বনুৱাৰ চাহিদা তেতিয়া অত্যন্তই বাঢ়িছিল। এনেদৰে দৰমহা বঢাৰ বাবেই ই ল্যাণ্ডৰ  জনসাধাৰণে বনুৱা হৈ ধনৰ বিনিময়ত সামন্তনেতা সকলৰ পৰা মুক্তি অৰ্জন কৰাৰ সুবিধা পাইছিল। গতিকে ইংল্যাণ্ড ত ব্যক্তি স্বাধীনতাক কেন্দ্ৰ কৰি আভ্যন্তৰীণ সমস্যা নাছিল। ফ্ৰান্স প্লেগমহামাৰীৰ পৰা মুক্ত থকাত ফ্ৰান্সত সামন্তবাদ চলি আছিল আৰু ব্যক্তি স্বাধীনতাক কেন্দ্ৰ কৰি সংঘাত সৃষ্টি হৈছিল যি সংঘাতৰ বাবেই তাত ফৰাচী বিপ্লৱ সম্ভৱপৰ হৈছিল। ফৰাচী বিপ্লৱৰ গতিকে ই ল্যাণ্ডৰ লগত হোৱা প্ৰতিযোগিতাত  ফ্ৰান্স জয়ী হ ব নোৱাৰিলে। আনহাতে ফ্ৰান্সৰ লগত যুদ্ধ চলি থকা বাবদ বিশেষকৈ নেপোলিয়ানৰ মহাদেশীয় ব্যবস্থাৰ বাবে পছমী কাপোৰ বিক্ৰী কৰিবলৈ  ই্ল্যাণ্ড অসমৰ্থ হ ল।

পছমী শিল্প ই্ল্যাণ্ডৰ প্ৰধান পুৰণি শিল্প। চৈধ্য শতিকাৰ পৰাই এই শিল্প ই ল্যাণ্ডত বিস্তাৰ লাভ কৰিছিল কাৰণ বেপাৰ বাণিজ্যৰ ফলত ইংল্যাণ্ডৰ তথা

ইউৰোপৰ লোক সকলৰ জীৱিকাৰ মান উন্নত হোৱাত ভাল পছমী কাপোৰৰ চাহিদা ই‌ংল্যাণ্ড আৰু ইউৰোপত বাঢ়িছিল। ভৌগলিক কাৰণতে ভাল পছম ই‌ংল্যাণ্ডৰ ভেড়াই দিছিল আৰু ইয়াৰ বাবেই তাত চৈধ্য শতিকাৰ পৰাই পছমী শিল্প গঢ়ি উঠিছিল। নেপোলিয়নৰ মহাদেশীয় ব্যৱস্থাত এই শিল্পৰ ওপৰত আঘাত পৰাত ভাৰতীয় লোক সকলৰ চাহিদা মিটোৱাৰ অৰ্থে কপাহী শিল্প ই‌ংল্যাণ্ডত স্থাপিত হৈছিল কিন্তু কপাহী শিল্পত পাকৈত শিল্পী তেতিয়া ই‌ংল্যাণ্ডত নাছিল আৰু সেই গতিকে এনে শিল্পীৰ অভাৱপূৰণৰ অৰ্থে স্বাভাৱিকতে তাত যন্ত্ৰ চলিছিল।

যন্ত্ৰৰ ব্যৱহাৰ ই‌ংল্যাণ্ডত আগৰে পৰা হৈছিল। সামন্তনেতা সকলৰ পৰা সদ্যমুক্ত লোক সকলে যেতিয়া বসতিৰ অৰ্থে জঙ্গল ভাঙিবলৈ ধৰিলে অথচ ইউৰোপীয় ৰাষ্ট্ৰসমুহৰ মাজত চলিথকা দীঘলীয়া যুদ্ধৰ অস্ত্ৰ শস্ত্ৰ লো আদিৰ যোগান ধৰাৰ অৰ্থে কাঠৰ চাহিদা যেতিয়া অত্যন্তই বাঢ়িল তেতিয়াই কাঠ দুৰ্ভিক্ষ ৰ সমস্যা সমাধানৰ উপায় হিচাবে কয়লাৰ ব্যবহাৰ বাঢ়িল। কিন্তু কয়লাৰ খনিত পানী উঠাত সেই পানী আতৰ কৰিবলৈ ষ্টিমইঞ্জিন তথা যন্ত্ৰ আৱিষ্কাৰ হ ল। এনেদৰেই ষ্টিমইঞ্জিন চালিত বস্ত্ৰশিল্প লো কয়লা ৰেলগাড়ী ভাপজাহাজ আদিৰ মাধ্যমত শিল্প বিপ্লৱ আৰম্ভ হ ল যি বিপ্লৱৰ বাবেই অৱশেষত ই‌ংল্যাণ্ড গোটেই ইউৰোপৰ ভিতৰতে সৰ্বপ্ৰথম আৰ্থিক শক্তি হৈ উঠিল।

এনেদৰে সৰ্বশক্তিমন্ত হৈ উঠা কাল ডোখৰত ই ল্যাণ্ডত ৰাষ্ট্ৰীয সজাগতা নিশ্চয প্ৰবল আছিল। কিন্তু এই ৰাষ্ট্ৰীয সজাগতা বণিক সকলৰ বজাৰৰ কাৰণে যি প্ৰতিযোগিতা তাৰ মাজেদি তীব্ৰ হৈ উঠা সজাগতা। গতিকে এই সজাগতা আচলতে অভাৱ সজাগতা সম্ভূত সজাগতা। আকৌ শিল্প বিপ্লৱৰ ফলত উৎপন্ন হোৱা ভোগ সামগ্ৰীৰ বৈচিত্ৰ্যইও অভাৱ সজাগতা তাত তীব্ৰ কৰি তুলিলে। ইত্যাদি কাৰণত শিল্প বিপ্লৱৰ পাছত যি যান্ত্ৰিক সভ্যতা ই‌ংলাণ্ড তথা ইউৰোপ তথা আমেৰিকাত বিকশিত হ ল সি হৈ পৰিল মুখ্যত অভাৱ সজাগতা প্ৰধান।

অভাৱ সজাগতা প্ৰধান ইউৰোপীয সভ্যতাৰ ফলত পৃথিৱীত আজি ৰাষ্ট্ৰীয সমস্যা বাঢ়িছে আৰু সমাজতন্ত্ৰ শ্ৰেণী সংগ্ৰাম আদিৰ বোধ জীৱন্ত হৈ উঠিছে। আজি ইউৰোপীয সভ্যতা অত্যন্তই বিকাশশীল তাত সন্দেহ নাই। অভাৱ সজাগতাৰ তথা শিল্প বিস্তাৰৰ বিভিন্ন যান্ত্ৰিক সমস্যা সমাধানৰ অৰ্থে নানা বৈজ্ঞানিক আৱিষ্ক াৰ আজি তাত হৈছে আৰু বিজ্ঞানক কেন্দ্ৰ কৰি এক নতুন কৃষ্টি সজাগতা তাত আহিছে। এই কৃষ্টি সজাগতাৰ মাজত মানুহে নিজৰ অসীম শক্তি হয়তো বিচাৰি পাইছে কিন্তু

লগে লগে আত্মাকো হেৰুৱাই পেলাইছে। গতিকে এই কৃষ্টি সজাগতাই আজি মানুহক শান্তি দিব পৰা নাই। মানুহে আজি আত্মাক হেৰুৱাই অহৈতুক চঞ্চল হৈ উঠিছে স্বীকৃতি বিচাৰি মত্ততা আৰ্জিছে শক্তি বিচাৰি ক্লান্তি পাইছে প্ৰেম বিচাৰি নগ্নতা সাৰটি ধৰিছে। আজিৰ হ্উৰোপীয় কৃষ্টি সজাগতাই অভাৱ সজাগত' নিয়ন্ত্ৰণ কৰিব পৰা নাই বৰং তাক বৃদ্ধি কৰি সভ্যতা বিপৰ্যয় আনকি ধ্বংসৰো সম্ভাৱনা সৃষ্টি কৰিছে।

## ভাৰত আৰু সজাগতা

ভাৰত আজি বিকাশোন্মুখ তাত সন্দেহ নাই। অভাৱ সজাগতা ৰাষ্ট্ৰীয় সজাগতা আৰু কৃষ্টি সজাগতা এই তিনি প্ৰকাৰ সজাগতাৰ মাধ্যমত ভাৰত আজি বিকাশোন্মুখ। কিন্তু এই তিনিও প্ৰকাৰ সজাগতাৰ মুলত আছে বাহিৰৰ সংস্পৰ্শ আনকি অনুকৰণো।

ভাৰতৰ নিজস্ব মৌলিক সজাগতা শুদ্ধ ধৰ্মীয় সজাগতা। যেতিয়ালৈকে অভাৱ পূৰণৰ সমস্যা তীব্ৰ নাছিল তেতিয়ালৈকে ধৰ্মীয় সজাগতাৰ বিকাশো ভাৰতত সহজ আছিল। অভাৱ পূৰণৰ সমস্যা স্বাভাৱিক ভাবেই বাঢ়ি যোৱাত শুদ্ধ ধৰ্মীয় সজাগতাই পাচত অৱশ্যে ভাগ্যবাদ আৰু কুসংস্কাৰ সৃষ্টি কৰিছিল যাৰ ফলতে অভাৱ পূৰণৰ সমস্যা অধিক তীব্ৰ ভাবেহে বৃদ্ধি পাইছিল। এনে অৱস্থাতে দেশ বৃটিছৰ অধীনলৈ যায় আৰু লগে লগেই শিল্প বিপ্লৱৰ মাজেদি শক্তিশালী হৈ উঠা দেশ এখনৰ লগত ভাৰতে প্ৰতিযোগিতা কৰিব লগীযাত পৰে। এই প্ৰতিযোগিতাত ইংৰাজ চৰকা'ৰে ভাৰতীয লোকক সহায নকৰি ই ৰাজ বণিকসকলকহে সহায় কৰে। ফলত অভাৱ পূৰণৰ সমস্যা অত্যন্তই বাঢ়িল আৰু তাৰ সমাধানৰ আকাঙ্খাত বৃটিছ চৰকাৰৰ বিৰুদ্ধে স্বাধীনতাৰ আন্দোলন মহাত্মা গান্ধী পণ্ডিত জৱাহৰলাল 'নহেৰু আদিৰ নেতৃত্বত গঢ়ি উঠিল। এনে দৰেই পশ্চিমৰ স স্পৰ্শত অভাৱ সজাগতাৰ লগত সম্পৰ্ক ৰাখি ৰাষ্ট্ৰীয সজাগতা ভাৰতত আহিল। এই সজাগতাৰ ফলত শিক্ষি ৲ সকলৰ চকু ভাৰতৰ নিজস্ব ধৰ্মীয সজাগতাৰ কুস৲স্কাৰ বোৰৰ ওপৰত পৰিল আৰু এই কুসংস্কাৰবোৰৰ কাৰণেই তেওলোকৰ জীৱনত ধৰ্মীয় সজাগতাৰ প্ৰভাবো কমিল।

এনে অৱস্থাৰ মাজতে ভাৰতত পশ্চিমৰ অনুকৰণত বৃহৎ শিল্প কিছুমান স্থাপিত হ্ল। শিল্পধিকাৰসকলে বৃহৎ শিল্প যোগেদি প্ৰভুত অৰ্থ উপাৰ্জন কৰিলে আৰু ধনৰ গৌৰৱ জাহিৰ কৰাৰ সুবিধা ললে। বৃহৎ শিল্পৰ যোগেদি ধনৰ গৌৰৱ

জাহিৰ কৰাৰ সুবিধা আৰু যন্ত্ৰ প্ৰয়োগ কৰাৰ সুবিধা আগৰ কালত অসম্ভৱ আছিল আৰু ইয়াৰ বাবেই শিল্প বিপ্লৱৰ আগত অভাৱ সজাগতাৰ প্ৰেৰণাত নিজক বিকাশ কৰিবলৈ ব্যক্তিয়ে নিবিচাৰিছিল। শিল্প বিপ্লৱৰ পাচত ধনৰ গৌৰৱ জাহিৰ কৰি নিজৰ বিকাশ কৰাৰ সুবিধা ওলাল। অভাৱ সজাগতাক কেন্দ্ৰ কৰি দেশত নতুন বিকাশ আৰম্ভ হোৱাত এনেদৰে ধনৰ পাছে পাছে ঘূৰাৰ উন্মত্ততা ব্যক্তিয়ে পালে যাৰ ফলতে ৰাষ্ট্ৰীয় সজাগতা আৰু ধৰ্মীয় সজাগতা নিজক বিকাশৰ কাৰণে নিষ্প্ৰয়োজন হ ল।

নিজক বিকাশ কৰাৰ আৱশ্যকতাৰ লগত ৰাষ্ট্ৰীয় আৰু ধৰ্মীয তথা কৃষ্টি সজাগতাৰ সম্পৰ্ক নাথাকি ধনৰ গৌৰৱ জাহিৰ কৰাৰ ইচ্ছাৰ লগত এই সম্পৰ্ক গঢ়ি উঠিলে ইহতৰ ৰূপ বিকৃত হয় যি বিকৃত ৰূপৰ বাবে আত্মাও হেৰাই যায়।

ভাৰতত আজি কৃষ্টি সজাগতা আনকি ধৰ্মীয় সজাগতাও আছে সচা। কিন্তু ইয়াৰ ৰূপ বিকৃত। কৃষ্টি সজাগতাৰ ফলত সাহিত্য সৃষ্টি হৈছে সভা সমিতি হৈছে সঙ্গীত সন্মিলন হৈছে কলা প্ৰদৰ্শনী হৈছে স্কুল কলেজলৈ অসংখ্য ছাত্ৰ ছাত্ৰী গৈছে বাৰোৱাৰী পূজা বাঢ়িছে। কিন্তু এইবোৰ সত্বেও অভাৱ সজাগতা আৰু ৰাষ্ট্ৰীয় সজাগতা সংযম কৰাৰ উপযুক্ত চৰিত্ৰ সমস্যা সমাধানৰ আৱশ্যকীয উদাৰতা আত্মাৰ বিকাশৰ অৰ্থে প্ৰকৃত মানৱতাৰ আজি দেশত অভাৱ। কাৰণ এই কৃষ্টি সজাগতাৰ পাচত আছে অনুকৰণ আৰু চাকৰিৰ প্ৰযোজন। তাত নাই জীৱনৰ পূৰ্ণতা প্ৰাপ্তিৰ আকাঙ্খা আৰু নিজ শক্তি বিকাশৰ অন্তৰ প্ৰেৰণা। সাহিত্য সৃষ্টি হৈছে। কিন্তু সি হৈছে পশ্চিমৰ অনুকৰণত সি হোৱা নাই সামাজিক চেতনাৰ মাজত অন্তৰ প্ৰেৰণাৰ মাধ্যমত।

দেশত আজি যি ৰাষ্ট্ৰীয সজাগতা হৈছে তাৰ ফলত স্বাধীনতাৰ বোধ গণতন্ত্ৰৰ বোধ সমাজতন্ত্ৰৰ বোধ আমাৰ হৈছে। কিন্তু সেইবোৰে আকৌ সৃষ্টি কৰিছে ধৰ্মক লৈ বিৰোধ ভাষাক লৈ ৰক্তপাত গণতন্ত্ৰৰ নামত শোভাযাত্ৰা আৰু অগ্নি সংযোগ সমাজতন্ত্ৰৰ নামত শ্ৰেণী সংগ্ৰামৰ সলনি ব্ৰাহ্মণ শূদ্ৰৰ সংগ্ৰাম ইত্যাদি।

সেইদৰে দেশৰ অভাৱ সজাগতাই সৃষ্টি কৰিছে অন্তহীন অভাৱ আৰু অসাধুতা। সি সৃষ্টি কৰিব পৰা নাই আত্মনিৰ্ভৰশীলতা কৰ্মপ্ৰৱণতা আৰু বিজ্ঞান চৰ্চা। এইবোৰৰ অভাৱত দেশ আজিও দৰিদ্ৰ আৰু হতাশা পুৰ্ণ। দেশত আজি নাই উৎসাহ আৰু প্ৰকৃত বিকাশ।

অভাৱ সজাগতাৰ ফলত পশ্চিমে আত্মাক হেৰুৱাইছে সচা। কিন্তু লগে লগে অভাৱৰ সমস্যাও ই সমাধান কৰিছে বিজ্ঞান চৰ্চাৰ মাজেদি বুদ্ধিৰ বিকাশো ই সাধিছে আৰু বিজ্ঞানক কেন্দ্ৰ কৰি জীৱন্ত কৃষ্টি সজাগতাও ই গঢ়ি তুলিছে ভাৰতত কিন্তু আমি ইয়াৰ ব্যতিক্ৰম পাও। কিয়নো শিল্প বিস্তাৰৰ বাবে আৰু যান্ত্ৰিক সমস্যা সমাধানৰ অৰ্থে বিজ্ঞানৰ নতুন আবিষ্কাৰৰ আৱশ্যক ভাৰতত নহল পশ্চিমৰ পুৰণা আৱিষ্কাৰৰ অনুকৰণেই সেইবোৰৰ কাৰণে যথেষ্ট হল।

ভাৰতত আজি যি সজাগতা হৈছে সেই সজাগতাৰ মাধ্যমত আমি আমাৰ সমস্যা সমাধান কৰিব পৰা নাই। এই সজাগতাৰ মাধ্যমত আমি কিন্তু অকল সমস্যা সমাধানেই কৰিব নিবিচাৰো আমি বিচাৰো বিকাশৰ চৰম সাৰ্থকতা জীৱনৰ সামগ্ৰিকতা। অভাৱ সজাগতাৰ মাজেদি যি কৰ্মপ্ৰৱণতা ৰাষ্ট্ৰীয় সজাগতাৰ মাজেদি যি স্বাধীনতাবোধ আৰু দেশপ্ৰেম আৰু কৃষ্টি সজাগতাৰ মাজেদি বুদ্ধিৰ যি বিকাশ আৰু বিজ্ঞানৰ অনুশীলন ইউৰোপীয সভ্যতাই পাইছে এই সকলোকে আমাক লাগে। কিয়নো ইহতৰ যোগেদি আমি জীৱন্ত হৈ উঠিব খোজো। এই সকলোকে জীৱনৰ পূৰ্ণতাৰ বাবেই আমাক লাগে কিয়নো স্বাধীনতাবোধ তথা অনুৰাগে আমাক দিব নিজক বিকাশ কৰাৰ প্ৰেৰণা দেশ প্ৰেমে দিব তাত সংযম কৰ্মপ্ৰৱণতাই কৰিব সেই বিকাশ জীৱন্ত আৰু বুদ্ধিয়ে সৃষ্টি কৰিব সেই বিকাশৰ পথ আৰু ক্ষেত্ৰ।

কিন্তু বিকাশৰ পৰিপূৰ্ণতাৰ বাবে আত্মাৰ তথা মানৱতাবোধৰ মাজেদি পৰম সন্তুষ্টিবোধৰ বিকাশো অপৰিহাৰ্য। ইউৰোপীয় সভ্যতাই এই বিকাশৰ এই সন্তুষ্টিৰ সন্ধেদ দিবলৈ অসমৰ্থ হৈছে কাৰণ অভাৱ সজাগতাই ধৰ্মীয প্ৰেম আৰু মানৱীয় সহানুভূতি জীৱনত অনাবশ্যক কৰি তুলিছে। বেপাৰ আজি ইমানেই নিখুত আৰু আচাৰ আজি ইমানেই নিয়মবদ্ধ যে আজিৰ মানৱীয সম্পৰ্কই অন্তৰ স্পৰ্শ নকৰাকৈও সমাজত শৃঙ্খলা ৰক্ষা কৰে। আজিৰ পশ্চিমীযা সমাজত শৃঙ্খলা আছে। কিন্তু সেই শৃঙ্খলা আহিছে অভাৱ সজাগতাৰ কৰ্মব্যস্ততাই বিশৃঙ্খলা কৰাৰ সময় নিদিয়া বাবে। এই শৃঙ্খলাৰ লগত অন্তৰৰ আৰু প্ৰেমৰ মানুহৰ আৰু হৃদয়ৰ কোনো সম্পৰ্ক নাই। প্ৰেম আজি সমাজত অনাৱশ্যক । গতিকে আজিৰ মানুহে নাজানে কেনে ধৰণৰ সন্তুষ্টি থাকে প্ৰেমৰ মাজত মানৱতাবোধৰ লগত আত্মাৰ সংস্পৰ্শত।

আজি আমাৰ সমস্যা কেনেকৈ ইছলাম ধৰ্মৰ সকলো জীৱৰ ওপৰত মানুহ কথাষাৰৰ মৰ্ম উপলব্ধি কৰি আত্মাৰ প্ৰতিষ্ঠা কৰো খৃষ্টান ধৰ্মৰ প্ৰেমেৰে মানৱতাৰ সামুহিকবোধৰ বিকাশ সাধো আৰু ভাৰতৰ সনাতন ধৰ্মৰ বিৰাটৰ তথা অসীমৰ

মোহেৰে সেই বিকাশ ক্লান্তি মুক্ত আৰু চিত্তবিস্তাৰক আত্মামুখী আৰু চিৰন্তন কৰো। বিকাশ ক্লান্তিমুক্ত চিত্তবিস্তাৰক আত্মামুখী আৰু চিৰন্তন কৰাৰ উপায় ভাৰতে পাইছিল। কিন্তু সেই উপায় সৰ্বসাধাৰণৰ জীৱনত প্ৰাণবন্ত হৈ নুঠিল।

ইউৰোপীয সভ্যতাৰ স্‌স্পৰ্শত ভাৰতৰ জনসাধাৰণ আজি প্ৰাণবন্ত। প্ৰাণবন্ত সজাগতাৰ মাজত আজি আমি শক্তি অৰ্জনত ব্যস্ত। কিন্তু আত্মাহীন শক্তি সদায়ে ধ্বংসৰ কাৰণ। কিযনো শক্তি তেতিযা মানুহৰ দাস নহৈ প্ৰভ হ্য বিকাশৰ উপায নহৈ লক্ষ্য হ্য।

শক্তিক আত্মামুখী কৰাই আজিৰ সভ্যতাৰ সমস্যা। সজাগতাক একমুখী কৰিব পৰিলে এই্ সমস্যা সমাধানত আগবঢা সম্ভৱ। কিযনো এনে কাৰ্যৰ মাজেদি মানুহে উপলব্ধি কৰে সমন্বয় সাধনৰ আৱশ্যকতা। সমন্বয সাধনে স যম আৰু উদাৰতা সৃষ্টি কৰে আৰু উদাৰতাই্ মানৱতা আৰু আত্মাক আৰ্দ্ৰ আনে।

যি আত্মাক হেৰুৱাই আজিৰ সভ্যতা ক্ৰন্দসী হৈ্ আছে সেই্ আত্মাক বিচাৰি অনাই্ ভাৰতৰ কাম। ভাৰতে এই্ কাম কৰিব পাৰিব কিয়নো ভাৰতৰ ঐতিহ্য সমন্বয সাধন। ভাৰতেই এই্ কাম কৰিব লাগিব কিযনো পুৰ্ণ আৰু বিৰাট এক আৰু বহু্ ৰূপত আত্মাক ভাৰতেহে আচলতে চিনে।

# ৰাষ্ট্ৰীয সজাগতা

স্বাধীনতাৰ পাচৰে পৰা  ১৯৪৭ চনৰ পোন্ধৰ আগষ্টৰ পাচৰে পৰা  ৰাষ্ট্ৰীয় জীৱনত দ্ৰুত পৰিবৰ্তন হৱলৈ আৰম্ভ কৰিছে। ভাৰতৰ উচ্চশিক্ষিত লোক সকল দেশৰ ৰাজনৈতিক নেতা  কলেজৰ অধ্যাপক  সংবাদ পত্ৰৰ সম্পাদকসকল আৰু তেওলোকৰ প্ৰেৰণাতে প্ৰেৰণা পোৱা শিক্ষক  উকিল  কেৰাণী  ছাত্ৰ ছাত্ৰী অন্যান্য লোকসকল ৰাষ্ট্ৰীয জীৱনৰ প্ৰতি অত্যন্তই আজি সজাগ হৈ উঠিছে। সেই সজাগতাই অতি দ্ৰুত গতিত সৰ্ব্বসাধাৰণকো জগাই তুলিছে। তাৰে ফলতেই ভাৰতৰ ৰাষ্ট্ৰীয় জীৱনত এটা বিৰাট আলোড়ণৰ সৃষ্টি হৈছে। ৰাষ্ট্ৰীয জীৱনৰ সজাগতাৰ এই বিৰাট আলোড়ণৰ ফলত দেশে যেনেকৈ উন্নতিৰ পিনে দ্ৰুত গতিৰে আগুৱাই যোৱাৰ সুবিধা পাইছে  ঠিক তেনেকৈ ইযাৰ ফলতেই দেশত এক বিৰাট অশান্তি সৃষ্টি হোৱাৰো সম্ভাৱনা আহিছে। সেই গতিকে ৰাষ্ট্ৰীয জীৱন সম্বন্ধে আজি চিন্তাৰ প্ৰযোজন আছে।

আমি আমাৰ ৰাষ্ট্ৰীয জীৱনত যিবিলাক কথা গ্ৰহণ কৰিছো  সেইবোৰৰ সকলো তাৎপৰ্যৰ বিষয় সামগ্ৰিক আৰু গভীৰ ভাবে আজিও আমি চিন্তা কৰা নাহ । এনে চিন্তাৰ অভাৱত আমাৰ ৰাষ্ট্ৰীয় জীৱনত বহুতো পৰস্পৰ বিৰোধী ভাব আৰু প্ৰেৰণা আছে। এই ভাৱ আৰু প্ৰেৰণাৰ মাজত থকা বিৰোধ গুচাই সিহতৰ মাজত সম্পূৰ্ণ সমন্বয সাধনৰ অৰ্থেই আজি আমাৰ মৌলিক চিন্তাৰ আৱশ্যকতা হৈছে। এনে চিন্তাৰ যদি অভাৱ হয় আমাৰ ভাব আৰু প্ৰেৰণাৰ মাজত বিৰোধ থাকিয়েই যাব আৰু ফলত দেশত অশান্তিৰ ভয়াবহ পৰিণাম আহিবলৈ বাধ্য হব।

আমাৰ ৰাষ্ট্ৰীয জীৱনৰ সজাগতা মূলত  সাতোটা কথাক কেন্দ্ৰ গঢ়ি উঠিছে। স্বাধীনতা  জাতীযতা  ন্যায  সমতা  শ্ৰেণীবৈষম্য দূৰীকৰণ  দ্ৰুত আৰ্থিক উন্নয়ন আৰু সংসদী গণতন্ত্ৰ  এই সাতোটাই আমাৰ ৰাষ্ট্ৰীয় জীৱনৰ মৌলিক কথা। আমাৰ ৰাষ্ট্ৰীয় জীৱনৰ সুস্থ বিকাশৰ অৰ্থে এই সাতোটা মৌলিক কথাৰ সকলোফাল আৰু গভীৰ তাৎপৰ্য জনাৰ আৱশ্যকতা আজি হৈছে।

# স্বাধীনতা আৰু জাতীয়তা

আমি যদি কেতিয়াবা জীৱনৰ গতানুগতিকতাৰ মাজত অৱসৰ উলিয়াই জীৱনৰ গভীৰতম স্তৰলৈ প্ৰবেশৰ চেষ্টা কৰো জীৱন কি জীৱনৰ উদ্দেশ্য কি ইত্যাদি প্ৰশ্নৰ উত্তৰ বিচাৰিব ধৰো তেন্তে দেখিম যে অস্তিত্বৰ উপলব্ধিযেই জীৱন। 'মই আছো মোৰ নিজত্ব আছে । নিজত্বৰ উপলব্ধিয়েই মোৰ জীৱন। মোৰ নিজত্ব কি সেই কথা অৱশ্যে মই স্পষ্টকৈ নাজানো। নিজত্ব এটা নিৰ্ধাৰিত বস্তু নহয় ই স্থবিৰ নহয় ই সাম্ভাব্যপূৰ্ণ আৰু বিকাশশীল। ই ব্যক্তি বিশেষতে সীমাবদ্ধ নাথাকে ই ব্যক্তি বিশেষক অতিক্ৰম কৰি দল গোষ্ঠী সমাজ জাতি আৰু ৰাষ্ট্ৰৰ স্তৰলৈ গতি কৰে। কিছুমান লোকে যেতিয়া তেওলোকৰ মাজত এটা সাধাৰণ স্বাৰ্থ উপলব্ধি কৰে তেতিয়া তেওলোকে লগলাগি দল সমাজ জাতিৰ সৃষ্টি কৰে আৰু এই দল সমাজ জাতিৰ মাজত নিজত্ব গঢ়ি উঠে। সেই গতিকেই কোৱা হয নিজত্ব সাম্ভব্যপুৰ্ণ আৰু গতিশীল বুলি। নিজত্বৰ বিকাশৰ ফলতেই সৃষ্টি হয দল সমাজ জাতি আৰু ৰাষ্ট্ৰ।

নিজত্ব উপলব্ধিৰ আন এটা নাম ব্যক্তি স্বাতন্ত্ৰ্য ৰক্ষা। কিন্তু ব্যক্তি স্বাতন্ত্ৰ্যই অকল স্বাৰ্থ পৰতাৰ ইঙ্গিত দিযে এটা স্থবিৰ অৰ্থ প্ৰকাশ কৰে সমাজ জাতি আৰু ৰাষ্ট্ৰও যে নিজত্বৰ বিকাশৰেই ফল স্বৰূপ সেইকথা তল পৰে।

নিজত্ব সাম্ভাব্যপূৰ্ণ আৰু বিকাশশীল কাৰণে ব্যক্তিৰ বা সমাজৰ সন্তুষ্টি কোনো নিৰ্ধাৰিত বিশেষ বস্তুত বা স্থবিৰতা প্ৰাপ্ত কৃষ্টিত থাকিব নোবাৰে। সন্তুষ্টি জীৱনৰ প্ৰেৰণা কিন্তু উদ্দেশ্য নহয়। জীৱনৰ উদ্দেশ্য সাম্ভাব্যৰ বিকাশ সাধন। সাম্ভাব্যৰ বিকাশ সাধনেই জীৱন উপলব্ধি। সাম্ভব্যৰ বিকাশৰ সুকীয়া সুকীযা পেটাৰ্ণ বা ধৰণেই আকৌ নিজত্ব। গতিকে নিজত্বৰ উপলব্ধি কোনো বিশেষ বস্তুৰ প্ৰাপ্তিত নাই ইযাক পাব পাৰি নিজা ধৰ'ণ নিজক চালু (function) কৰাৰ স্বাধীনতাৰ যোগেদি। গতিকে জীবনৰ সৰ্বপ্ৰধান আৱশ্যকীয বস্তু স্বাধীনতা। ইযাক বাদ দি ৰাষ্ট্ৰীয জীৱনৰ বিকাশ অসম্ভৱ। এক হিচাপে চাবলৈ গলে স্বাধীনতাৰ ইতিহাসেই মানৱ জাতিৰ আনকি জীৱনৰো ইতিহাস। ব্যক্তি বিশেষক অতিক্ৰম কৰি নিজত্বই যেতিয়া ৰাষ্ট্ৰীয় স্তৰলৈ গতি কৰে তেতিয়া ব্যক্তি দল আৰু ৰাষ্ট্ৰৰ মাজত স্বাধীনতা লৈয়ে বিৰোধ ওপজে। এই বিৰোধে সৃষ্টি কৰে জাতি আৰু ৰাষ্ট্ৰৰ ইতিহাস। এই বিৰোধক লৈয়েই ৰচনা হয কাব্য নাটক আৰু উপন্যাস। এই বিৰোধৰ সমস্যাই মানৱ জাতিৰ সমস্যা আৰু এই সমস্যা সমাধানৰ ওপৰতেই নিৰ্ভৰ কৰে মানৱ জাতিৰ শান্তি আৰু কৃষ্টি।

স্বাধীনতা জীৱনৰ মৌলিক তত্ত্ব। স্বাধীনতা জীৱনৰ মৌলিক তত্ত্ব হলেও জীৱন যেতিয়া বিকাশ হীন অৱস্থাত থাকে ই তেতিয়া বিড়ম্বনা হৈ পৰে ই তেতিয়া বিৰোধৰ কাৰণ হৈ উঠে। বিকাশশীল অৱস্থাত দলগত ভাষাগত ধৰ্মগত স্বাধীনতাক লৈ কোনো দিনেই সমস্যা নাথাকে। জীৱনৰ বিকাশৰ কাৰণেই স্বাধীনতা আমাক সকলোকে লাগে। স্বাধীনতা নহলে জীৱন অসম্ভৱ। গতিকে জ্ঞাতসাৰেই হওক বা অজ্ঞাতসাৰেই হওক ইয়াক আমি সদায় সকলোৱে বিচাৰো। কোনো দেশৰ সৰ্বসাধাৰণ যেতিযা ইয়াৰ প্ৰতি উদাসীন হয় তেতিয়াই বুজিব লাগিব যে সেই দেশত স্থবিৰতা অহাৰ উপক্ৰম হৈছে। স্থবিৰ আৰু অলোড়নবিহীন ৰাষ্ট্ৰীয় জীৱনে দেশৰ সাহিত্য আৰু কৃষ্টিৰ বিকাশ ৰুদ্ধ কৰে।

আমাৰ দেশৰ সৰ্বসাধাৰণ আজি কিছুদিনলৈকে স্বাধীনতাৰ প্ৰতি উদাসীন আছিল। তেওলোকৰ জীৱন গতানুগতিকতাই হত্যা কৰি পেলাইছিল ফলত আমাৰ দেশৰ আৰ্থিক নৈতিক আৰু সাংস্কৃতিক জীৱনত স্থাবিৰতা আহিছিল।

আমেৰিকাত যেতিয়া স্বাধীনতাৰ কাৰণে যুদ্ধ লাগে সেই সময়ত গোটেই পৃথিৱীতে স্বাধীনতাৰ প্ৰেৰণাৰ এটা জোৱাৰ উঠে। তাৰ কিছু বছৰ পাছতেই ফৰাচী বিপ্লৱ আৰম্ভ হয। ফৰাচী বিপ্লৱে সেই জোৱাৰত তীব্ৰতা আনে। ইউৰোপীয লিখক সকলৰ লিখনিত স্বাধীনতাৰ যি প্ৰেৰণা আছিল সেই প্ৰেৰণাই আমাৰ দেশৰ শিক্ষিত লোকসকলোকো স্পৰ্শ কৰে। ইতিমধ্যে আমাৰ দেশতে লোকমান্য তিলক আৰু তাৰ পাছত মহাত্মা গান্ধীৰ নেতৃত্বত স্বাধীনতাৰ আন্দোলন তীব্ৰ হৈ উঠে। সেই আন্দোলনত আমাৰ দেশৰ হাজাৰ হাজাৰ লোকে কাৰাবৰণ কৰে বেত্ৰাঘাত ভোগে সৰ্বস্ব হেৰুৱায আৰু জীৱন দান দিয়ে। এইবোৰৰ ফলত স্বাধীনতাৰ লগত আমাৰ আকৌ আবেগিক সম্পৰ্ক গঢ়ি উঠিছে। আমি আজি সকলোৱে ৰাষ্ট্ৰীয় জীৱনৰ এটি বিশেষ বস্তু হিচোবে গ্ৰহণ কৰিছো স্বাধীনতা।

আজি আমি সকলোৱে স্বাধীনতাৰ কথা কও। আজি আমাক লাগে বাক্‌স্বাধীনতা চিন্তাৰ স্বাধীনতা দলবন্ধাৰ স্বাধীনতা ভ্ৰমনৰ স্বাধীনতা বসতিৰ স্বাধীনতা সম্পত্তিৰ স্বাধীনতা ব্যবসায়ৰ স্বাধীনতা ভোগ্যসম্পদ আৰু কৰ্ম বাছনিৰ (freedom of choice and enterprise)স্বাধীনতা ধৰ্মৰ স্বাধীনতা ভাষাৰ স্বাধীনতা ইত্যাদি ইত্যাদি। আজি আমি কও স্বাধীনতা আমাৰ মৌলিক স্বত্ব। স্বাধীনতাৰ মাদকতাই আজি আমাক সকলোকে স্পৰ্শ কৰিছে।

কিন্তু ৰাষ্ট্ৰীয় জীৱনৰ বিকাশৰ কাৰণে আমাৰ প্ৰয়োজন স্বাধীনতাৰ প্ৰেৰণাৰ মাদকতাৰ নহয়। স্বাধীনতাৰ প্ৰেৰণাই দেশত উৎসাহ উদ্দীপনা আনে। কিন্তু মাদকতাই বিশৃঙ্খলতাৰ সৃষ্টি কৰে। প্ৰেৰণাৰ ফলত জীৱন হয় বিকাশশীল কিন্তু মাদকতাৰ ফলত ই হয় উদ্দেশ্যবিহীন। তাৰে ফলতেই আকৌ ব্যক্তিগত দলগত ধৰ্মগত ভাষাগত নিজত্বৰ মাজত সমন্বয় সাধাত জন্মে বাধা। এনে অৱস্থাত ব্যক্তিগত দলগত ধৰ্মগত ভাষাগত স্বাধীনতাৰ ধ্বনিৰে নানা ধৰণেৰে দেশ মুখৰিত হবলৈ ধৰে আৰু সেইদৰে দেশত বিৰোধ জন্মিবলৈ বাধ্য।

এই বিৰোধে দেশক যদি জহন্নামে নিব নালাগে তেন্তে ব্যক্তিগত দলগত ধৰ্ম্মগত আৰু ভাষাগত নিজত্বক ৰাষ্ট্ৰগত নিজত্ব বা জাতীযতাৰ মাধ্যমেৰে সমন্বয সাধাৰ প্ৰয়োজন আজি হৈছে। নিজত্বৰ বিকাশৰ বাবেই স্বাধীনতাৰ দৰ্কাৰ। কিন্তু উদ্দেশ্য হীনতাৰ কাৰণে নিজত্বৰ ৰূপতেই যেতিয়া অস্পষ্টতা থাকে তেতিয়া নিজত্বৰ বিকাশ সুস্থ হব নোৱাৰে। তেনে অৱস্থাত স্বাধীনতাই বিশৃঙ্খলতাৰ সৃষ্টি কৰে। নিজত্বৰ ৰূপত স্পষ্টতাৰ কাৰণেই আজি আমাক লাগে জাতীয়তা।

দেশত ঐক্যৰ ভাব বৃদ্ধিৰ অৰ্থে আৱশ্যক জাতীয়তাৰ। স্বাধীনতাৰ আন্দোলনৰ সময়ত সেই গতিকেই জাতীয়তাৰ প্ৰভাৱ ৰাষ্ট্ৰীয় জীৱনত পৰিবলৈ বাধ্য। ভাৰতৰ ৰাষ্ট্ৰীয় জীৱনত জাতীয়তাৰ সজাগতা আজি সেই গতিকেই আছে। কিন্তু এই সজাগতা এতিয়াও তীব্ৰ হৈ উঠা নাই। জাতীযতাৰ তীব্ৰতা বৃদ্ধিৰ প্ৰযোজন স্বাধীনতাৰ মাদকতা দূৰ কৰাৰ অৰ্থেই আজি আমাৰ হৈছে।

স্বাধীনতা যেতিয়া বিকাশশীল অৱস্থাত থাকে আৰু ই যেতিয়া অন্তৰৰ প্ৰেৰণা বা স্বাভাৱিক আৱশ্যকতাৰ পৰা আহে ই তেতিয়া সৃষ্টি নকৰে কোনো বিৰোধৰ ভাব সৃষ্টি কৰে সমন্বযৰ ভাব। সমন্বয ভাব সৃষ্টি হলেই সৃষ্টি হয জাতীযতাৰ।

স্বাধীনতাৰ ধ্বনিযে আজি দেশত বিশৃঙ্খলতা সৃষ্টি কৰাৰ উপক্ৰম কৰিছে। কাৰণ সেই ধ্বনিৰ পাছত স্বাধীনতাৰ আন্তৰিক প্ৰেৰণা নাই আছে হুজুগৰ মাদকতা। দলগত ধৰ্মগত ভাষাগত আদি স্বাধীনতাৰ কথা আমি কও দেখাক দেখি হুজুগৰ প্ৰভাৱত পৰি। পশ্চিমৰ পৰা বুদ্ধিজীৱি সকলৰ মাধ্যমেদি আহি স্বাধীনতাৰ সজাগতাই আমাৰ দেশৰ সৰ্বসাধাৰণক স্পৰ্শ কৰিছে। গতিকে সি এতিয়াও অন্তৰৰ হৈ উঠিব পৰা। স্বাধীনতাৰ সজাগতা আজি সেযে অন্তৰৰ নহৈ হৈছে বাহ্যিক স্বাভাৱিক নহৈ হৈছে কৃত্ৰিম সমন্বয় সাধক নহৈ হৈছে বিৰোধকাৰক প্ৰেৰণাযুক্ত নহৈ হৈছে মাদকতা প্ৰধান।

স্বাধীনতাৰ মাদকতাই দেশত যি বিশৃঙ্খলতা সৃষ্টি কৰাৰ উপক্ৰম কৰিছে তাক দূৰ কৰাৰ অৰ্থে আৱশ্যক জাতীয় সংযমৰ। জাতীয় সংযম সৃষ্টি কৰে জাতীযতাই। কিন্তু জাতীযতাৰ বিকাশৰ অৰ্থে স্বাধীনতাৰ সজাগতা হোৱা আৱশ্যক জীৱন্ত আৰু বিকাশশীল প্ৰেৰণাযুক্ত আৰু স্বাভাৱিক। স্বাধীনতাৰ সজাগতাক স্বাভাৱিক বিকাশশীল প্ৰেৰণাযুক্ত আৰু জীৱন্ত কৰি জাতীয়তাৰ সৃষ্টি সাধনেই ভাৰতীয় ৰাষ্ট্ৰীয় জীৱনৰ আজি মৌলিক আৰু প্ৰধান সমস্যা।

এই সম্পৰ্কত অধিক চিন্তাৰ খোৰাক পোৱা যাব টইন্‌বিৰ Philosophy of History আৰু হেন্‌ৰিক ভ্যানলুনৰ Liberty of Mankind গ্ৰন্থত ।

## ন্যায়, সমতা, শ্ৰেণীবৈষম্য-দূৰীকৰণ আৰু দ্ৰুত আৰ্থিক উন্নয়ন

মানৱ জীৱনৰ চৰম লক্ষ্য কি কোৱা অসম্ভৱ কিন্তু মানৱে যে বিচাৰে নিজত্বৰ বিকাশ ই বহুতৰে উপলব্ধিগত সত্য। নিজত্বৰ বিকাশৰ কাৰণেই দৰ্কাৰ ব্যক্তি স্বাধীনতা আৰু সমাজ। স্বাধীনতাৰক্ষা আৰু অভাৱ পূৰণৰ অৰ্থেও সমাজৰ আৱশ্যক আছে।

সমাজৰ লগে লগে সদায অভ্যুদয় হৈ আহিছে সমাজৰ সামূহিক ক্ষমতা প্ৰয়োগৰ অধিকাৰী হিচাবে ব্যক্তি বা দল বিশেষ। এনে ব্যক্তি বা দল বিশেষৰ যোগেদি যেতিযা সমাজৰ সামূহিক ক্ষমতা প্ৰয়োগ কৰা হয় তেতিয়া সমাজৰ নাম হয় ৰাষ্ট্ৰ আৰু সমাজত সৃষ্টি হয় ৰাষ্ট্ৰীয় বাধ্য বাধকতা। ব্যক্তি স্বাধীনতা আৰু ৰাষ্ট্ৰীয় বাধ্য বাধ্যকতাৰ সমন্বয় বা মিলনৰ সমস্যাই মানৱ ইতিহাসৰ চিৰন্তন ৰাজনৈতিক সমস্যা।

বাক্তি নিৰপেক্ষ আইনৰ যোগেদি ৰাষ্ট্ৰীয ক্ষমতা ব্যক্তি নিৰপেক্ষ ভাৱে প্ৰযোগ হলে মিলনৰ এই সমস্যা সমাধান হোৱা সম্ভৱপৰ। ব্যক্তি নিৰপেক্ষ আইনৰ ব্যক্তি নিৰপেক্ষ প্ৰয়োগৰ অন্য নামেই ন্যায। সংহতি বা ঐক্য নাথাকিলে ৰাষ্ট্ৰ আৰু সমাজ অসম্ভৱ। ৰাষ্ট্ৰীয় সংহতি ৰক্ষাৰ কাৰণেই আকৌ আছে ন্যায়ৰ আৱশ্যক। সকলো কালৰ সকলো দেশৰ ৰাষ্ট্ৰৰে সৰ্বপ্ৰধান আৰু সৰ্বনিম্ন মৌলিক উপাদান হৈছে ন্যায়। ন্যায় বিহীন ৰাষ্ট্ৰ এতিয়ালৈকে কল্পনাতো সৃষ্টি হোৱা নাই। প্ৰচীন যুগত ৰজাক দেৱতাৰ অংশ বিশেষ বুলি ভবাৰ প্ৰধান কাৰণ আছিল এয়ে যে এনেদৰে ভবাৰ ফলত ৰজা হয় ব্যক্তি নিৰপেক্ষ আৰু সেইদৰে ন্যায়দণ্ড ধাৰণৰ উপযুক্ত।

ন্যায়দণ্ড ধাৰণৰ অনুপযুক্ততাৰ কাৰণে দেৱতাৰ অংশ বিশেষ বুলি জনাজাত হৈও বহুতো ৰজা আৰু ৰাজাধিৰাজ সিংহাসনচ্যুত হৈছিল সকলো দেশৰ প্ৰাচীন ইতিহাসত। দেশত দুৰ্ভিক্ষ মহামাৰী আদি ৰজাৰ পাপ আচৰণৰ বাবেই হোৱা বুলি প্ৰাচীন কালত বিশ্বাস কৰা হৈছিল আৰু পাপৰ প্ৰায়শ্চিত হিচাপে বহু সময়ত সেই কালত ৰজাক নিৰ্বাসিত কৰা নিয়ম আছিল।

ৰাষ্ট্ৰৰ মুল উপাদান ন্যায হোৱা গতিকে দেখ দেখ অন্যায কোনো ৰাষ্ট্ৰত বহুদিন চলা অসম্ভৱ। কিন্তু সেই বুলি বহু সময়ত বহু ৰাষ্ট্ৰত যে অন্যায় চলি নাথাকে সি সত্য নহয়। ৰাষ্ট্ৰত বহুকাল দেখ দেখ অন্যায় চলিব নোৱাৰে সচা। কিন্তু ছদ্মবেশী অন্যায় ন্যায়ৰ নামত অন্যায় বহুকাল চলিব পাৰে আৰু চলে।

ছদ্মবেশী অন্যায়ৰ মুল প্ৰবেশদ্বাৰ হৈছে অসমতাৰোধ (concept of inequality)। প্ৰাচীন কালত গ্ৰীচদেশত ভবা হৈছিল যে এক শ্ৰেণী মানুহ মাত্ৰ দাসৰ হে উপযুক্ত। এনে অসমতাবোধৰ কাৰণেই সেই কালত সভ্যতাৰ অত্যন্ত উচ্চ স্থানত অৱস্থিত আৰু গণতান্ত্ৰিক দেশ হিচাবে ঐতিহাসিকখ্যাত গ্ৰীচদেশতো বহুদিনধৰি এক শ্ৰেণীৰ লোক ব্যক্তি স্বাধীনতাৰ পৰা বঞ্চিত হৈছিল আৰু এইদৰে ন্যায়ৰ নামত অন্যায তাতো চলি আছিল। জন্মগত শ্ৰেণী বিভাগ (cast system) অৰ্থনৈতিক শ্ৰেণী বৈষম্য ৰক্ত বৈষম্য (racialism) ধৰ্মবৈষম্য আদিৰ ভিতৰেদি পুৰণা কালৰে পৰা বৰ্তমানলৈকে ভাৰতবৰ্ষ গ্ৰীচ জাৰ্মানী তাৰ্কী দক্ষিণ আফ্ৰিকা ইংল্যাণ্ড যুক্তৰাষ্ট্ৰ ৰাছিয়া আদি সকলো দেশতে নানা সময়ত নানাবেশে অন্যায়ৰ ৰাজত্ব চলিছিল বা এতিয়াও চলি আছে।

ৰাষ্ট্ৰীয জীৱনৰ সজাগতা বিকাশশীল কৰাৰ অৰ্থে সেইদেখি সদাযে আৱশ্যক ছদ্মবেশী অন্যাযৰ পথৰোধ। এনে পথৰোধৰ কাৰণে দেশত সমতাৰ প্ৰৱল সজাগতা একান্তই কাম্য।

সমতা দুই প্ৰকাৰৰ স্থিতিমৰ্যাদাৰ (status ৰ ) সমতা আৰু সুযোগৰ (opportunity ৰ) সমতা। জন্মগত শ্ৰেণী বিভাগে শ্ৰেণী বিশেষৰ মৰ্যাদাত সামাজিক বৈষম্য আনে। অৰ্থনৈতিক শ্ৰেণীবৈষম্যই শ্ৰেণীবিশেষক বিকাশৰ সুযোগৰ পৰা বঞ্চিত কৰে। জন্মগত শ্ৰেণীবৈষম্যৰ ফলত ৰাষ্ট্ৰত স্থিতি মৰ্যাদাৰ সমতা বিনষ্ট হয় অৰ্থনৈতিক শ্ৰেণীবৈষম্যৰ ফলত সুযোগৰ সমতা আতৰি যায় ফলত বিশেষ শ্ৰেণীৰ হাতত ৰাষ্ট্ৰীয় ক্ষমতা বহুদিন থাকে আৰু বিশেষ শ্ৰেণীৰ স্বৰ্থৰ হকে স্বেচ্ছাচাৰিতা চলে। ৰাষ্ট্ৰীয় ক্ষমতাৰ প্ৰয়োগ তেতিয়াও হয়তো আইনৰ যোগেদিয়ে

হয়  কিন্তু সেই আইন আৰু তাৰ প্ৰয়োগ তেতিয়া আৰু ব্যক্তি নিৰপেক্ষ হৈ থাকিব নোৱাৰে  সি হৈ পৰে শ্ৰেণীসাপক্ষ। ৰাষ্ট্ৰীয ক্ষমতাৰ প্ৰয়োগ আইনৰ যোগেদি হোৱা স্বত্বেও ৰাষ্ট্ৰ হৈ পৰে ন্যাযবিহীন।

ন্যায হীনতাৰ কাৰণে ৰাষ্ট্ৰত যেতিয়া ব্যক্তি সাধাৰণৰ স্বাধীনতা হোৱা হৈ পৰে  তেতিয়া কৰ্ম হৈ পৰে প্ৰেৰণাহীন আৰু তাৰে ফলতে দেশত আহে দৰিদ্ৰতা। দৰিদ্ৰতাই আকৌ দেশৰ সাহিত্য আৰু কৃষ্টিত আনে এক জড়তা  যাৰ ফলত দেশত সৃষ্টি হয হতাশা আৰু অলসতা। গতিকে দেশৰ আৰ্থিক  সাংস্কৃতিক আদি সকলো ৰকমৰ উনতি ন্যায আৰু সমতা ৰক্ষাৰ ওপৰত যে নিৰ্ভৰশীল  সি সহজে বোধগম্য।

দেশৰ সকলো ৰকমৰ উন্নতি ন্যায আৰু সমতাৰ ওপৰত প্ৰতিষ্ঠিত হোৱা বাবদ  স্বাধীনতাৰ আন্দোলন সদায ন্যায আৰু সমতামুখী হবলৈ বাধ । স্বাধীনতাৰ বিদ্ৰোহৰ পাছত যুক্তৰাষ্ট্ৰত যি সংবিধান গঠিত হয়  তাত সেইদেখিযেই আমি পাও ন্যায আৰু সমতাৰ ওপৰত ইমান গুৰুত্ব। ফৰাছী বিপ্লবো হৈছিল স্বাধীনতা  ন্যায়  সমতা  আৰু ভ্ৰাতৃত্ববোধৰ ধ্বনিৰ মাধ্যমত। ৰাছীযাৰ বিদ্ৰোহৰো মূল উদ্দেশ্য আছিল শোষণহীন  শ্ৰেণীহীন ৰাষ্ট্ৰ প্ৰতিষ্ঠা আৰু সেইদৰে ন্যায আৰু সমতা ৰক্ষা। ভাৰতত যি স্বাধীনতাৰ আন্দোলন হৈছিল  সেই আন্দোলনৰ পাছত যুক্তৰাষ্ট্ৰ  ফ্ৰান্স  আৰু ৰাছীযাৰ এই বিপ্লববোৰৰ প্ৰেৰণা আছিল। ভাৰতৰ স্বাধীনতাৰ আন্দোলনতো সেইগতিকেই ন্যায আৰু সমতাই মুখ্য স্থান পাইছিল। লা কেছায়াৰৰ বস্ত্ৰ শিল্পৰ স্বাৰ্থৰ হকে প্ৰণযন কৰা  আইনে ভাৰতৰ বস্ত্ৰ শিল্পত কুঠাাৰাঘাত কৰিছিল। ইয়াৰ ফালত ভাৰতৰ বৃটিছ শাসন  বৃটিছ স্বাৰ্থ  সাপেক্ষ হৈ পৰিছিল আৰু দেশত সেইদৰে অন্যায় প্ৰতিষ্ঠিত হৈছিল। ভাৰতীয় লোক শাসনৰ অনুপযুক্ত  ভাৰতৰ দৰিদ্ৰতাৰ মূলত ভাৰতীয লোকৰ অলসতা আৰু অসামৰ্থতা   এনেবোৰ যুক্তিৰে দেশত অসমতা স্বীকাৰ কৰা হৈছিল। গতিকে ভাৰতৰ স্বাধীনতাৰ আন্দোলন স্বাভাবিকতে সকলো প্ৰকাৰ অসমতাৰ বিৰুদ্ধে আছিল। আৰু তাৰ ফলতেই ভাৰতৰ ৰাষ্ট্ৰীয় জীৱনত ন্যায আৰু সমতাৰ সজাগতা আজি ইমান জীৱন্ত।

ন্যায আৰু সমতাৰ সজাগতাৰ ফলত ভাৰতৰ ৰাষ্ট্ৰীয় জীৱনত আন এটি সজাগতা আজি প্ৰধান হৈ পৰিছে।  সেইটো হৈছে  শ্ৰেণীবৈষম্য দূৰীকৰণৰ সজাগতা। শ্ৰেণীবৈষম্য প্ৰধানতে দুই প্ৰকাৰৰ হব পাৰে। অৰ্থনৈতিক শ্ৰেণীবৈষম্য আৰু জন্মগত শ্ৰেণীবৈষম্যৰ ফলত হোৱা সামাজিক শ্ৰেণীবৈষম্য। দুই প্ৰকাৰৰ

শ্ৰেণীবৈষম্যই যে দেশৰ সংহতি নষ্ট কৰে আৰু শ্ৰেণীবিশেষৰ স্বাধীনতা অৰ্থহীন কৰি তোলে সেই বিষয় আজি আৰু মতবিৰোধ নাই। গতিকে সকলো প্ৰকাৰৰ শ্ৰেণীবৈষম্য দূৰীকৰণ আজি আমাৰ কাম্য। কিন্তু শতাব্দীৰ আৱৰ্জনা একেদিনে পৰিষ্কাৰ কৰা অসম্ভৱ। তাৰোপৰি শ্ৰেণীবৈষম্য দূৰীকৰণৰ প্ৰশ্নৰ লগত আগৰে পৰা বিশেষ সুবিধা ভোগ কৰি অহা শ্ৰেণীবিশেষক নতুন পৰিস্থিতিত চলিবৰ বাবে ব্যৱস্থা কৰি দিয়াৰ সমস্যা (problem of rehabılıtatıon) ও আছে। এই সমস্যাক বাদ দি শ্ৰেণীবৈষম্য দূৰীকৰণ কৰিব খুজিলে দেশৰ অৰ্থনৈতিক ব্যৱস্থাত বেমেজালি লগাটো নিশ্চিত। আকৌ পূৰ্ণসমতা কোনোদিনেই সম্ভৱ নহয। মানসিক আৰু দৈহিক জন্মগত পাৰ্থক্যৰ বাবেই পূৰ্ণসমতা অবাস্তৱ। তেনে সমতাৰ বাবে চেষ্টা কৰিলে ব্যক্তি স্বাধীনতাত ইমান বিৰাট আঘাত পৰে যে তাৰ ফলত দেশৰ উৎপাদন পদ্ধতি পৰ্যন্ত অচল হোৱাৰ সম্ভাৱনা আছে। এইদেখি ৰাছীযাতো আজি পূৰ্ণ সমতাৰ বাবে চেষ্টা চলা নাই। বিদ্ৰোহৰ পাছতেই কিছুদিনলৈ ৰাছীযাত তেনে চেষ্টা অৱশ্যে চলে কিন্তু উৎপাদন পদ্ধতিত আঘাট পৰাত সেই চে ষ্টা কিছুদিন পাছতেই তাত ত্যাগ কৰা হয। আচলতে ন্যায আৰু সমতাৰ সম্পৰ্ক সদাই বিৰোধহীন নহয। মানসিক আৰু দৈহিক জন্মগত অসমতাৰ হেতুকে পূৰ্ণসমতা কেতিয়াবা কেতিযাবা অন্যাযৰো কাৰণ হৈ পৰে। ন্যায আৰু সমতাৰ সম্পৰ্ক এনেদৰে জটিল হোৱা বাবেই সকলো দেশতে পূৰ্ণসমতা কোনোদিনেই বিৰাজ কৰিব নোৱাৰে।

এইবোৰ কথাৰ প্ৰতি আওকাণ কৰি শেণীবৈষম্য পূৰ্ণভাবে আৰু ততাতৈযাকৈ বিলোপ কৰিব খুজিলে দেশত অবাঞ্ছনীয অস্থিৰতা আৰু তিক্ততাৰ সৃষ্টি হব পাৰে যাৰ ফলত ৰাষ্ট্ৰীয জীৱনেই হযতো অচল হোবাৰ সম্ভাবনা আছে। ৰাষ্ট্ৰীয জীবনৰ সজাগতা সৰ্থক কৰিবৰ অৰ্থে ন্যায সমতা আৰু শ্ৰেণীবৈষম্য দুৰীকৰণৰ সজাগতা একান্তই কাম্য। কিন্তু যিহতুকে ন্যায সমতা আৰু শ্ৰেণীবৈষম্য দুৰীকৰণৰ পাৰস্পৰিক সম্পৰ্ক জটিল আৰু অপূৰ্ণ সেই হেতুকে এই সকলৰ সজাগতাও হোবা আৱশ্যক সংযমযুক্ত। ন্যায সদাযে হব লাগিব পূৰ্ণ কিন্তু পূৰ্ণ ন্যায প্ৰাপ্তিৰ অৰ্থেই নিশ্চযকৈ আৱশ্যক ৰাষ্ট্ৰীয জীৱনত স যম আৰু ধৈৰ্য্য।

সংযমযুক্ত ৰাষ্ট্ৰীয সজাগতাৰ আৱশ্যকতা দেশৰ অৰ্থনৈতিক উন্নতিৰ বাবেও আছে। দেশৰ একপিনে যেনেকৈ স্বাধীনতা ন্যায় সমতা আৰু শ্ৰেণীবৈষম্য দূৰীকৰণৰ সজাগতা বৃদ্ধি পাইছে তেনেকৈ আনপিনে বৃদ্ধি পাইছে অভাৱ

সজাগতাও। ভাৰতৰ সকলোকে আজি ধন লাগে ঘৰ লাগে খাদ্য লাগে ৰাস্তা ডাক্তৰখানা স্কুল কলেজ ইত্যাদি অসংখ্য বস্তু লাগে। এইবোৰ বস্তুৰ চাহিদা মিটাব নোৱাৰিলে অভাৱ সজাগতাৰ বাবেই ৰাষ্ট্ৰীয় জীৱনত অশান্তি অহাটো নিশ্চিত। এনে অশান্তি গুচাবৰ কাৰণে দেশত দৰিদ্ৰতাদৰীকৰণ বা দ্ৰুত আৰ্থিক উন্নয়ন আৱশ্যক হৈছে।

অভাৱ সজাগতাৰ প্ৰতিৰোধক হিচাপে ভাৰতীয় ৰাষ্ট্ৰীয় জীৱনত আজি আৱশ্যক হৈছে দ্ৰুত আৰ্থিক উন্নয়নৰ সজাগতা। কিন্তু শ্ৰেণীবৈষম্য দূৰীকৰণ আৰু সমতাৰ খাতিৰত চলিত সমাজ আৰু অৰ্থনৈতিক ব্যৱস্থাত যদি আমি প্ৰবলভাবে আঘাত হানো তেন্তে তেতিয়া দ্ৰুত আৰ্থিক উন্নয়নত বাধা পৰাটোও নিশ্চিত। আৰ্থিক সমতা সাধনৰ ফলত দেশত মূল ধনৰ অভাৱ নিশ্চয়কৈ হ'ব। ভাৰতত আজি মূল ধনৰ অভাৱ অত্যন্তই আছে। সেই অভাৱ যদি আৰু বৃদ্ধি হয় তেন্তে দেশত শিল্পাদি বিস্তাৰৰ গতি একেবাৰে মন্থৰ হবলৈ বাধ্য।

দ্ৰুত আৰ্থিক উন্নয়নৰ বাবেই পূৰ্ণ সমতা বা আশু শ্ৰেণীবৈষম্য দূৰীকৰণ অসম্ভৱ। কিন্তু দ্ৰুত আৰ্থিক উন্নয়নৰ লগে লগে সমতা বিস্তাৰ আৰু শ্ৰেণীবৈষম্য দূৰীকৰণ সহজ হৈ আহে। দ্ৰুত আৰ্থিক উন্নয়নৰ ফলত মূলধনৰ সমস্যাত তীব্ৰতা নাথাকে গতিকে শ্ৰেণীবৈষম্য দূৰীকৰণৰ বাধা আঁতৰে আৰু সেইদৰে সমতাৰ বিস্তাৰ হবলৈ ধৰে। দ্ৰুত আৰ্থিক উন্নয়নৰ ফলত বস্তুৰ অৰ্ঘতাও গুচে। বস্তুৰ অৰ্ঘতা গুচিলে চাকৰিয়াল সকলৰ দুৰ্নীতিৰ সুবিধা কমে আৰু সেইদৰেও ন্যায় প্ৰতিষ্ঠাৰ পথত সুগমতা আহে। এতেকে দেখা যায় সমতা বিস্তাৰ আৰু ন্যায় ৰক্ষাৰ অৰ্থেই আৱশ্যক দ্ৰুত আৰ্থিক উন্নয়ন ইয়াৰ অৰ্থেই দৰ্কাৰ।আকৌ শ্ৰেণীবৈষম্য দূৰীকৰণ আদি কাৰ্যত চিন্তা আৰু সংযম।

ভাৰতীয় ৰাষ্ট্ৰীয় জীৱনত দ্ৰুত আৰ্থিক উন্নয়নৰ সজাগতাই নিশ্চয় স্বীকৃতি পাইছে। কিন্তু সি এতিয়াও যথেষ্টৰূপ বিস্তাৰিত হোৱা নাই। দেশৰ প্ৰগতি আৰু শান্তিৰ অৰ্থেই ইয়াৰ দ্ৰূত বিস্তাৰ আজি বাঞ্ছনীয়। ব্যক্তি স্বাধীনতা আৰু ৰাষ্ট্ৰীয় বাধ্য বাধকতাৰ সমন্বয়ৰ অৰ্থে আৱশ্যক ন্যায়। ন্যায় ৰক্ষাৰ অৰ্থেই আকৌ দৰ্কাৰ সমতাৰ সাধন আৰু শ্ৰেণীবৈষম্য দূৰীকৰণ। কিন্তু যেতিয়ালৈকে দেশত দৰিদ্ৰতা থাকে তেতিয়ালৈকে শ্ৰেণীবৈষম্য দূৰীকৰণ আৰু সমতা সাধনৰ গতি মন্থৰ হবলৈ বাধ্য। গতিকে দ্ৰুত আৰ্থিক উন্নয়ন শ্ৰেণীবৈষম্য দূৰীকৰণ আৰু সমতা সাধনৰ প্ৰকৃত সমন্বয়ৰ ওপৰতে আচলতে নিৰ্ভৰ কৰে ন্যায়ৰ বিস্তাৰ আৰু সেইদৰে ৰাষ্ট্ৰীয় জীৱনৰ স্থিৰতা আৰু বিকাশৰ গতি।

# সংসদী গণতন্ত্ৰ

স্বাধীনতা জীৱনৰ মৌলিক তত্ত্ব। যি ৰাষ্ট্ৰত ব্যক্তি সাধাৰণৰ সাৰ্বভৌমত্ব স্বীকৃত সেই ৰাষ্ট্ৰত স্বাধীনতাৰ বিকাশো সহজ আৰু বিপদমুক্ত। ব্যক্তি সাধাৰণৰ সাৰ্বভৌমত্ব স্বীকৃত ৰাষ্ট্ৰৰ সচৰাচৰ ৰূপ গণতন্ত্ৰ। সংবিধান অনুসৰি ভাৰতবৰ্ষ এখন সংসদী গণতান্ত্ৰিক দেশ।

ব্যক্তি সাধাৰণৰ সাৰ্বভৌমত্ব এটি ধৰিব পৰা স্পষ্টবোধ (tangible and definite concept) নহয়। এই হেতুকে কোনো সময়ত ৰাষ্ট্ৰত সাৰ্বভৌমত্ব ৰক্ষা পৰিছে নে নাই তাক কোৱা টান। ৰাষ্ট্ৰীয় সিদ্ধান্ত ব্যক্তি সাধাৰণৰ দ্বাৰা স্বীকৃত হলেই ব্যক্তি সাধাৰণৰ সাৰ্বভৌমত্ব ৰাষ্ট্ৰত থকা বুলি ভাবি লোৱা হয়। পুৰণা কালত গ্ৰীচত নিৰ্দিষ্ট দিনত আৰু নিৰ্দিষ্ট ঠাইত তাৰ সকলো নাগৰিকে গোটখাই ৰাষ্ট্ৰীয় সিদ্ধান্ত স্বীকাৰ কৰি লোৱা নিয়ম আছিল। এনে নিয়মৰ বাবে গ্ৰীচৰ সৰু সৰু নগৰবোৰত ব্যক্তি সাধাৰণৰ সাৰ্বভৌমত্ব ৰক্ষা পৰা বুলি ভবা হৈছিল আৰু সেই নগৰবোৰক পোন পোনপটীয়া ধৰণৰ গণতন্ত্ৰ (direct democrcy) বুলি কোৱা হৈছিল। সেইদৰে ভাৰতবৰ্ষৰ গাওবোৰতো কিছুদিনৰ আগলৈ আচলতে গণতন্ত্ৰ আছিল। অসমৰ সত্ৰ অনুষ্ঠানক গণতান্ত্ৰিক অনুষ্ঠান বুলি সভাসমিতিত আমি কৈযেই থাকো।

দেশে যেতিয়া বিৰাট আকাৰ ধাৰণ কৰে আৰু নাগৰিকৰ সংখ্যা অপাৰ হৈ পাৰে তেতিয়া গ্ৰীচৰ নগৰবোৰৰ নিযমত সকলো নাগৰিকে গোটখাই ৰাষ্ট্ৰীয সিদ্ধান্ত স্বীকাৰ কৰা প্ৰশ্ন উঠিব নোৱাৰে। নিযমিত সমযৰ ব্যবধানত ৰাষ্ট্ৰীয সিদ্ধান্তৰ বিষয মতামত দিবৰ অৰ্থে স সদলৈ ভোটৰ প্ৰতিযোগিতা কৰাৰ স্বাধীনতাৰ যোগেদিহে ব্যক্তি সাধাৰণৰ সাৰ্বভৌমত্ব ৰক্ষাৰ নিযম আজিকালিৰ সকলো গণতন্ত্ৰৰ হৈছে। এনে নিযমৰ যোগেদি চালিত ৰাষ্ট্ৰক স সদী গণতন্ত্ৰ বোলা হয। ভাৰতবৰ্ষও এই অৰ্থতেই এখন সংসদী গণতন্ত্ৰ।

পোনপটীয়া ধৰণৰ গণতন্ত্ৰই হওক বা সংসদী গণতন্ত্ৰই হওক ই মাত্ৰ এটি পদ্ধতিহে যাৰ উদ্দেশ্য ব্যক্তি/ সাধাৰণৰ সাৰ্বভৌমত্ব ৰক্ষা। কিন্তু সৰ্বসাধাৰণৰ দ্বাৰা ৰাষ্ট্ৰীয় সিদ্ধান্তক স্বীকৃত কৰাৰ নিয়ম থাকিলেই যে দেশত ব্যক্তি সাধাবণৰ সাৰ্বভৌমত্ব সদাই ৰক্ষিত হয় ই সচা নহয়। সৰ্বসাধাৰণৰ দ্বাৰা ৰাষ্ট্ৰীয় সিদ্ধান্তৰ স্বীকৃতিৰ বাস্তবিক ৰূপ সদাই গৰিষ্ঠ সংখ্যকৰ স্বীকৃতিহে সেই স্বীকৃতিও আকৌ বিশেষ উত্তেজনাপূৰ্ণ দিন এটিৰ স্বীকৃতি। এনে স্বীকৃতিয়ে বহুসময়ত ব্যক্তি সাধাৰণৰ সাৰ্বভৌমত্ব ৰক্ষা কৰিব নোৱাৰে। তাৰোপৰি ৰাষ্ট্ৰীয সিদ্ধান্তৰ বিষযবস্তু যেতিয়া জটিল হয় তেতিয়া

ব্যক্তি সাধাৰণৰ স্বীকৃতি একেবাৰে নিৰৰ্থক হবলৈ বাধ্য। আজিকালিৰ দিনত ৰাষ্ট্ৰীয় সিদ্ধান্তবোৰ সাধাৰণতে হয জটিল অৰ্থনৈতিক ৰাজনৈতিক আৰু সামাজিক সমস্যাক কেন্দ্ৰ কৰি। এনে সমস্যাবোৰৰ সম্যক জ্ঞান নিৰক্ষৰ জনসাধাৰণৰ কথাই নাই ডিগ্ৰীধাৰী শিক্ষিত সকলৰো হোৱা কঠিন। এনেস্থলত বক্তৃতাৰ কাৰসাজি বাতৰি কাকতৰ সম্পাদকীয় লিখনি ব্যক্তিত্বৰ মাহাত্ম্য বা বিশেষত্ব আদিৰ যোগেদি অনুভূতি আৰু হুজুগৰ আৱহাৱা সৃষ্টি কৰি ব্যক্তি সাধাৰণক বিভ্ৰান্ত কৰা সহজ। এনে বিভ্ৰান্তিৰ ফলত আজিকালিৰ বহু ৰাষ্ট্ৰত দেখাত ব্যক্তি সাধাৰণৰ সাৰ্বভৌমত্ব স্বীকাৰ কৰা নিয়ম থাকিলেও কাৰ্যত সি বহু সময়ত নাই। চিজাৰ আৰু নেপোলিয়নৰ হিটলাৰ আৰু মুছলিনৰ অভ্যুদয গণতান্ত্ৰিক পদ্ধতিৰ যোগেদিযেই হৈছিল ইতিহাস তাৰ সাক্ষী। গতিকে গণতন্ত্ৰ হলেই যে ব্যক্তি সাধাৰণৰ সাৰ্বভৌমত্ব ৰক্ষা পৰে সি সচা নহয। গণতন্ত্ৰ এটি পদ্ধতিহে গণতন্ত্ৰতকৈও বেছি মৌলিক বস্তু ব্যক্তি সাধাৰণৰ সাৰ্বভৌমত্ব ব্যক্তি স্বাধীনতাৰ অৱশ্যে আৱশ্যকতা সদাযে নিজত্বৰ বিকাশৰ বাবে। গতিকে ৰাষ্ট্ৰীয় জীৱনৰ এই মুল উপদানবোৰ বাদ দিলে গণতন্ত্ৰ হৈ পৰে মাত্ৰ এটি উদ্দেশ্যহীন পদ্ধতি। ইযাৰ মাত্ৰ থাকে অন্ত সাৰশূণ্য বাহ্যিক ফালটোহে। যিহেতুকে গণতন্ত্ৰ মাত্ৰ এটা পদ্ধতিহে সেই হেতুকে ইযাৰ সাৰ্থকতা প্ৰধানকৈ নিৰ্ভৰ কৰে ইযাৰ যোগেদি সাধিত হোৱা উদ্দেশ্যৰ গুৰুত্ব আৰু আৱশ্যকতাৰ ওপৰত। উদ্দেশ্যক বাদ দিলে গণতন্ত্ৰৰ নিজা মূল্য একো নাই। ৰাষ্ট্ৰীয বাধ্যবোধকতাৰ মাজত ব্যক্তি সাধাৰণৰ সাৰ্বভৌমত্ব ৰক্ষা সম্ভৱপৰ অকল সমন্বযৰ যোগেদি স্বাধীনতাৰ বিকাশৰ মাজেদি। গতিকে গণতন্ত্ৰৰ মূল উদ্দেশ্য সাধিত হোৱা নোহোৱা কথাটো সদাই নিৰ্ভৰ কৰে দেশত সমন্বযৰ ঐতিহ্য বিকশিত হৈ উঠিছে নে নাই তাৰ ওপৰত সংখ্যা গৰিষ্ঠতাৰ যোগেদি ৰাষ্ট্ৰীয সিদ্ধান্ত স্বীকৃত হৈছে নে নাই তাৰ ওপৰত নিশ্চয় নহয। গণতন্ত্ৰ ব্যক্তি সাধাৰণৰ সাৰ্বভৌমত্ব ৰক্ষাৰ মাত্ৰ এটি উপাযহে। কিন্তু সেই উপাযেই চিজাৰ আৰু হিটলাৰ হাতত হৈ পৰিছে ব্যক্তি সাধাৰণৰ সাৰ্বভৌমত্ব ধ্বংসৰো প্ৰধান অস্ত্ৰও। ব্যক্তি সাধাৰণৰ সাৰ্বভৌমত্ব ৰক্ষাৰ অৰ্থে গণতন্ত্ৰৰ বাহ্যিক ফালটোৱেই যথেষ্ঠ নহয। তাৰ কাৰণে দেশত আৱশ্যক জ্ঞানপিপাসা আৰু সংযমৰ এটি মনোভাৱ কথা কোৱাত আৰু ঘটনা বৰ্ণনাত বৈজ্ঞানিক সঠিকতা (Scientific accuracy) ৰক্ষাৰ এটি অভ্যাস নিজা মত আৰু সমন্বয় সাধনৰ এটা প্ৰচেষ্টা

মুঠতে বুজাবুজিৰ অৰ্থে যুক্তিৰ এটি ঐতিহ্য।

# সমাজতান্ত্রিক স ̖সদী গণতন্ত্র

ভাৰতৰ ৰাষ্ট্ৰীয় জীৱনত আজি যি সজাগতা আহিছে তাৰ মুলত গণতান্ত্রিক সজাগতাই একমাত্র সজাগতা নহয়। গণতন্ত্রৰ সজাগতাতকৈও সৰ্বসাধাৰণৰ মন আজি বেছি প্ৰভাৱিন্বিত হৈছে অভাৱ সজাগতা সমতাৰ সজাগতা আৰু শ্ৰেণীবৈষম্য দূৰীকৰণৰ সজাগতাৰ দ্বাৰা হে। সেইদেখি দেশৰ আজি গৃহীত মুলবস্তু সমাজতান্ত্রিক সংসদী গণতন্ত্র বা গণতান্ত্রিক সমাজতন্ত্র হে। সমাজতন্ত্রই শ্ৰেণীবৈষম্য দূৰীকৰণ সমতাস্থাপন আৰু অভাৱ সজাগতাৰ নিযন্ত্রনৰ অৰ্থে আৱশ্যক দ্রুত আৰ্থিক উন্নয়নৰ অৰ্থও প্ৰকাশ কৰিছে। ৰাষ্ট্ৰীয় সিদ্ধান্তত অংশ গ্ৰহণৰ অধিকাৰ প্ৰাপ্তিৰ অৰ্থে প্ৰতিযোগিতাৰ স্বাধীনতা স্বীকাৰ কৰি গণতন্ত্রই ৰক্ষা কৰিব বিচাৰে ব্যক্তি সাধাৰণৰ সাৰ্বভৌমত্ব আৰু সেইদৰেই কৰিব খোজে স্বাধীনতাৰ বিকাশ বিপদমুক্ত। আৰ্থিক উন্নয়ন সমতা সাধন আৰু শ্ৰেণীবৈষম্য দূৰীকৰণৰ যোগেদি প্ৰকাশ পাব ধৰিছে ভাৰতৰ অগনন জনসাধাৰণৰ আজি স্বাধীনতাৰ সজাগতা। মুষ্টিমেয় বুদ্ধিজীৱীৰ ক্ষেত্ৰত ই কিন্তু প্ৰকাশিত হৈছে গণতন্ত্রৰ অনুৰাগৰ ভিতৰেদি। ভাৰতৰ ৰাষ্ট্ৰীয় জীৱন ভাৰতৰ অগনন জনসাধাৰণক বাদ দি হব নোৱাৰে। গতিকে বুদ্ধিজীৱীসকলৰ আজি মনত ৰখা কৰ্ত্তব্য ভাৰতৰ ৰাষ্ট্ৰীয় জীৱনৰ মূলবস্তু সমাজতান্ত্রিক স ̖সদী গণতন্ত্রহে অকল গণতন্ত্র নহয়। ভাৰতীয় ৰাষ্ট্ৰীয় জীৱনৰ আশু লক্ষ্য আজি শ্ৰেণীবৈষম্য দূৰীকৰণ সমতা সাধন আৰু সেই লক্ষ্য উপলব্ধিৰ অৰ্থে ভাৰতৰ গৃহীত পন্থা স ̖সদী গণতন্ত্র। স সদী গণতান্ত্রিক পদ্ধতিৰে সমাজতন্ত্র স্থাপন সম্ভৱপৰ হয় নে নহয় সেই বিষয় অৱশ্যে মতভেদ আছে। কমিউনিষ্ট দলৰ স্বেচ্ছাচাৰী শাসনৰ যোগেদিহে সমাজতন্ত্র স্থাপন হব পাৰে এনেমত হে দেখা যায় ৰাছীয়া আৰু চীনত। ভাৰতৰ সকলো ৰাজনৈতিক দলেই কিন্তু সমাজতান্ত্রিক স ̖সদী গণতন্ত্র সম্ভৱপৰ বুলি ভাবে। আনকি ভাৰতৰ কমিউনিষ্টসকলেও এইকথা অন্তত প্ৰস্তাৱৰ যোগেদি স্বীকাৰ কৰিছে।

আচলতে কিন্তু সমাজতান্ত্রিক স সদী গণতন্ত্র কৃতকাৰ্য্য কৰি তোলা সহজ নহয় বিশেষকৈ স্বাধীনতাৰ সজাগতা যেতিয়া দেশৰ সৰ্ব্বসাধাৰণৰ আৰু বুদ্ধিজীৱীৰ জীৱনত গঢ়ি উঠে বিভিন্ন বস্তুক কেন্দ্ৰ কৰি। ভাৰতৰ সৰ্ব্বসাধাৰণৰ জীৱনত স্বাধীনতাৰ সজাগতা গঢ়ি উঠিছে অভাৱ সজাগতা সমতা স্থাপন আৰু শ্ৰেণীবৈষম্য দূৰীকৰণৰ মাজেদি। বুদ্ধিজীৱী সকলৰ সেই সজাগতা কোনো নিৰ্দ্দিষ্ট বস্তুক কেন্দ্ৰ কৰি গঢ়ি উঠা নাই উঠিছে মাত্ৰ এটি পদ্ধতিক কেন্দ্ৰ কৰি। কিন্তু পদ্ধতিৰ লগত

বিষযবস্তুৰ প্ৰেৰণা নাথাকিলে পদ্ধতিৰ মাধ্যমেদি প্ৰকাশিত স্বাধীনতাৰ এনে সজাগতা কেতিযাও প্ৰবল আৰু ফলপ্ৰসু হব নোৱাৰে। ই কৃত্ৰিম হবলৈ বাধ্য। নিষ্ফল শিক্ষা ব্যবস্থাৰ ফলত ভাৰতৰ বুদ্ধিজীৱীসকলৰ নিজত্ব বিকাশৰ কোনো জীৱন্ত প্ৰেৰণা আজি নাই কোনো মূল্যবোধ অন্তৰৰ পৰা নাই। তেওলোকে কি বিচাৰে তাক তে ওলোকে স্পষ্টকৈ কব নোৱাৰে। ফলত তেওলোকে ভাষা ধৰ্ম্ম আৰু স্থলবিশেষৰ নানা সমস্যাক গণতন্ত্ৰৰ লগত সাঙুৰি আন্দোলন কৰে আৰু স খ্যা গৰিষ্ঠতাৰ মাধ্যমেদি এইবিলাকৰ সমাধান বিচাৰে। কিন্তু যি হেতুকে স খ্যা গৰিষ্ঠতা স্থান নিৰ্দ্দেশ নাথাকিলে অৰ্থহীন সেইহেতুকে স্থান পৰিবৰ্ত্তনৰ লগে লগে সংখ্যা গৰিষ্ঠতাও সদায়ে পৰিবৰ্ত্তনশীল । এনে পৰিবৰ্ত্তনশীল সংখ্যা গৰিষ্ঠতাৰ মাধ্যমেদি কৰা সমস্যা সমাধানত সেইদেখিযে থাকে প্ৰায়েই বিৰোধ। স খ্যা গৰিষ্ঠতাৰ নামত গণতন্ত্ৰৰ নামত প্ৰত্যেক গাৱে গাৱে প্ৰত্যেক গোষ্ঠিযে গোষ্ঠিযে আজি সেযে সৃষ্টি হৈছে ধৰ্ম্ম আৰু ভাষাক লৈ বুদ্ধিজীৱীসকলৰ অন্তহীন বিবাদ। নিজত্বৰ বিকাশৰ জীৱন্ত প্ৰেৰনাৰ অভাবত বাহ্যিকতাক অতিক্ৰম কৰি দেশৰ বুদ্ধিজীৱীসকল আজি তাৰ মৰ্ম্মস্থলত উপনীত হব পৰা নাই বৰ গণতন্ত্ৰৰ নামতেই তেওলোকে সৃষ্টি কৰিছে দেশত নানা বিৰোধ আৰু সেইদৰে তেওলোক নিজেই কাৰণ হবৰ উপক্ৰম কৰিছে স্বেচ্ছাচাৰী শাসনৰ। বুদ্ধিজীৱীসকলৰ গণতন্ত্ৰৰ প্ৰতি যি অনুৰাগ উদ্দেশ্যহীনতাৰ গতিকে সি আজি হৈছে কৃত্ৰিম বাহ্যিক আৰু নিষ্ফল। গতিকে সমতা সাধন। শ্ৰেণীবৈষম্য দূৰীকৰণ আৰু আৰ্থিক উন্নযনৰ বাবে। সৰ্ব্বসাধাৰণৰ মনত আজি যি প্ৰবল অস্থিৰতা যাৰ ফলত সৰ্ব্বসাধাৰণে স্বেচ্ছাচাৰী শাসনক সমৰ্থন কৰিবলৈকেও সময়ত কুণ্ঠাবোধ নকৰে সেই অস্থিৰতা নিযন্ত্ৰন কৰিবৰ অৰ্থে দেশত আজি স যমৰ প্ৰযোজন। স সদী গণতন্ত্ৰই ৰাষ্ট্ৰীয জীৱনত স যমৰ সৃষ্টি কৰিব পাৰে যদিহে গণতন্ত্ৰৰ বাহ্যিকতা ভেদ কৰি তাৰ মৰ্ম্মস্থল সমন্বয সাধনৰ স্তৰলৈ যোৱাৰ ক্ষমতা দেশৰ জনতাৰ থাকে। কিন্তু দেশৰ বুদ্ধিজীৱী সকলেই আজি তেনে ক্ষমতা সম্পন্ন হব পৰা নাই। গণতন্ত্ৰৰ প্ৰতি তেওলোকৰ অনুৰাগ আজি সেযে নিষ্ফল হৈছে। গণতন্ত্ৰৰ প্ৰতি বুদ্ধিজীৱীসকলৰ অনুৰাগ নিষ্ফল হোৱাৰ গতিকেই আৰু সৰ্ব্বসাধাৰণ ইযাৰ প্ৰতি উদাসীন হোৱা বাবে দেশত আজি আছে এক অস্থিৰতাই যাৰ ফলতেই আজি কঠিন হৈ পৰিছে সমাজতান্ত্ৰিক স সদী গণতন্ত্ৰৰ কৃতকাৰ্য্যতা।

ভাৰতৰ ৰাষ্ট্ৰীয জীৱনৰ গৃহীত বস্তু সমাজতান্ত্ৰিক স সদী গণতন্ত্ৰ। আমাৰ ৰষ্ট্ৰীয জীৱন আজি আলোড়িত হৈ উঠিছে স্বাধীনতা ন্যায় সমতা শ্ৰেণীবৈষম্য দূৰীকৰণ দ্ৰুত আৰ্থিক উন্নযন আৰু গণতন্ত্ৰৰ সজাগতাৰ ভিতৰেদি। এই আলোড়ণৰ ফলত

দেশে যেনেকৈ সুবিধা পাইছে দ্রুত গতিত আগুৱাই যোৱাৰ তেনেকৈ ইয়াৰ ফলতেই দেখা দিছে এক বিৰাট অশান্তিৰ সম্ভাৱনাও। এই সান্তব্য অশান্তিৰ পৰা দেশ ৰক্ষা কৰাৰ ক্ষমতা আছে মাত্র শিক্ষিত সমাজৰ। সংসদী গণতন্ত্র প্রকৃত মৰ্মস্থললৈ প্ৰবেশ কৰি জাতীযতাৰ স্তৰলৈ স্বাধীনতাৰ বিকাশ সাধি তেওলোকে আজি সৃষ্টি কৰিব পাৰে দেশত সংযম আৰু সেইদৰেই নিযন্ত্রণ কৰিব পাৰে সর্বসাধাৰণ মন । ভাৰতীয ৰাষ্ট্ৰীয জীৱনত ভবিষ্যত আজি বুদ্ধিজীবীৰ হাতত তেওলোকৰ চিন্তাশক্তি সমন্বয সাধনৰ ক্ষমতা আৰু দেশপ্রেমৰ ওপৰত।

# জাতীযতা

স্বাধীনতা আন্দোলনৰ ফল স্বৰূপে পোৱা বস্তুসমূহৰ ভিতৰত আমাৰ এটি প্ৰধান বস্তু হৈছে জাতীযতা। এই জাতীযতাৰ প্ৰাত সৰ্বসাধাৰণ অৱশ্যে আজিও সজাগ হৈ উঠা নাই। এই সজাগতাৰ অভাৱত সৰ্বসাধাৰণৰ মাজত যি ৰাষ্ট্ৰীয জীৱনৰ সজাগতাই বৰ্তমানে দেখা দিছে সি সম্পূৰ্ণ হব নোৱাৰে। যাৰ ফলত ৰাষ্ট্ৰীয জীৱনত অশান্তি অহাৰো সম্ভাবনা আছে।

স্বাধীনতা ৰক্ষাৰ অৰ্থে আৰু হেৰোৱা স্বাধীনতা উদ্ধাৰৰ অৰ্থে শক্তিৰ আৱশ্যক। সেই শক্তি আহে দলবদ্ধতাৰ যোগেদি। দেশ এখনৰ লোক দলবদ্ধ হবলৈ যেতিয়া বিদেশী শক্তিৰ বিৰুদ্ধে থিয় দিবৰ অৱশ্যক হয় তেতিয়া দৰকাৰ জাতীযতাৰ। সেই হিচাপে বিবেচনা কৰিলে স্বাধীনতাৰ ৰক্ষৰ অৰ্থে দল বা সমাজৰ আবশ্যক আৰু স্বাধীনতাৰ আন্দোলনৰ ফলতেই হয জাতীযতাৰ বৃদ্ধি। নেপোলিযানৰ শক্তিৰ বিৰুদ্ধে যুদ্ধ কৰাৰ আবশ্যকতাই দেখা দিয়াত ইউৰোপীয দেশসমূহত জাতীযতাৰ বৃদ্ধি হয। সেইদৰে বৃটিছৰ বিৰুদ্ধে স্বাধীনতাৰ আন্দোলন কাৰৰ লগীয়া হোৱাত ভাৰতত দৃঢ হবলৈ ধৰে জাতীযতাৰ বান্ধোন যদিও স্বাধীনতাৰ আন্দোলনত ভাগবাটোৱাৰাৰ প্ৰশ্নৰ সুমীমা সা কৰিবৰ নোৱাৰাত স্বাধীনতাৰ আন্দোলনৰ ফলত পোৱা জাতীযতাই পূৰ্ণ জাতীযতাৰ ৰূপ লব পৰা নাই আৰু সেয়ে নানা সমস্যা সৃষ্টি কৰি আছে আজিও। এই সমস্যাবোৰৰ গতিকেই স্বাধীনতাৰ আন্দোলন শেষ হোবাৰ লগে লগে জাতীযতাৰ বান্ধোন আকৌ ঢিলা হোৱাৰ সম্ভৱনাও আহিছে। অথচ এই সময়ত জাতীযতাৰ আৱশ্যকতা আমাৰ অতিকৈ প্ৰয়োজন হৈ পৰিছে। গতিকে ভাৰতৰ জাতীযতা সম্পৰ্কে আলোচনা আৰু চিন্তাৰ আজি দৰ্কাৰ হৈছে।

## ঐতিহাসিক পটভূমি

ভৌগলিক কাৰণতে গোটেই ভাৰতবৰ্ষ এক হবলৈ বাধ্য। ভাৰতৰ বিভিন্ন অংশত বিভিন্ন ৰাজ্য অতি পুৰণি কালৰে পৰা আছিল সচা কিন্তু সেইবোৰ ৰাজ্যৰ বিবৰণ মহাভাৰতত লিপিবদ্ধ হোৱাত সেই সকলো ৰাজ্যই যে এক দেশৰে অংশ বিশেষ এনে জ্ঞান মহাভাৰত পঢা বা শুনা সকলো মানুহৰে আছিল। অশ্বমেধ

যজ্ঞ স-স্কৃত ভাষা তীৰ্থভ্ৰমণ কুম্ভমেলা আৰু হিন্দুধৰ্ম্মৰ ঐক্যই সেই জ্ঞান অতিকৈ দৃঢ় কৰিছিল। শক হুন আদি বিদেশী আক্ৰমণৰ সময়ত ভাৰতৰ বেলেগ বেলেগ ৰাজ্যৰ মাজত স-যোগ স্থাপন হৈছিল আৰু বহুক্ষেত্ৰত একগোট হৈ বিদেশীৰ বিৰুদ্ধে সেইবোৰে যুজিছিল। ইয়'ৰ ফলত অতি প্ৰাচীন কালৰে পৰা ভাৰতত জাতীযতা গঢ়ি উঠিছিল। কিন্তু মুছলমানসকলৰ শাসনৰ সমযত জাতীয়তাৰ বিকাশত বাধা পৰে। পুৰণি কালৰ বিদেশী আক্ৰমণকাৰী সকলৰ তুলনাত মুছলমানসকল নিজ ধৰ্মৰ প্ৰতি বেছি আসক্ত আছিল। ইছলাম ধৰ্মৰ দৰ্শনৰ বৈশিষ্ট্যৰ বাবে সেই ধৰ্ম সৰ্ব্বসাধাৰণৰ কাৰণে উপযোগী বুলিও বোধ হৈছিল। 'খোৱা লোৱা বিবাহ আদি ধৰ্মৰ বাহ্যিকতাৰ ফালটো' হিন্দু ধৰ্মত সেই সমযত কটকটীযা হৈ উঠা বাবদ হিন্দুধৰ্মৰ দাহিকা শক্তি আৰু সমন্বয কৰিব পৰা শক্তিও আনহাতে কমি আহিছিল।

গতিকে হিন্দু ধৰ্মৰ ঐক্যৰ যোগেদি জাতীযতা ৰক্ষা সেইসমযত টান হৈ পৰিছিল। ইপিনে মুছলমান শক্তিৰ ৰাজকীয প্ৰভাৱত দিল্লীত আৰু অন্য কিছুমান স্থলত ৰাজকীয ভাষা হিচাপে স-স্কৃতৰ স্থানো 'নোহোবা হৈ পৰে। সৰ্বসাধাৰণৰ ভাষা হিচাপে তো স স্কৃতব স্থান আগৰে পৰাই নাছিল। হিন্দুধৰ্মৰ শাস্ত্ৰবিলাক স স্কৃত ভাষাত লিখিত হোৱাত বহুতে ইযাক কেবল হিন্দু ধৰ্মৰ সম্পৰ্কত হে জানিবলৈ আৰম্ভ কৰে। ফলত ধৰ্মৰ বিৰোধ বঢ়াৰ লগে লগে সংস্কৃত ভাষাৰ যোগেদিও জাতীযতা ৰক্ষণ অসম্ভৱ হৈ পৰে।

মুছলমানসকলৰ ৰাজত্বকালত কিছমান শাসকে অবশ্যে ইছলাম ধৰ্মৰ যোগেদি জাতীযতা গঢ়াৰ চেষ্টা কৰিছিল। কিন্তু ৰাজপুত আৰু পাছত মাৰাঠা শিখ সকলৰ বাবে সি অসম্ভব হৈ পৰে। বৰ- ইছলাম ধৰ্মৰ বিপৰীতে অন্য শক্তি গঢ়ি উঠে আৰু ভাৰতত যুজ বাগৰ বিদ্ৰোহ আদি ৰাষ্ট্ৰীয অশান্তি বাঢ়ে। ইছলাম ধৰ্মৰ যোগেদি জাতীযতা বঢ়োবাৰ অবাস্তবতা আকবৰে বুজে। আৰু এক শাসনৰ যোগেদি জাতীযতা গঢ়াৰ চেষ্টা আকবৰে কৰে। কিন্তু ঔৰংজেৱে ইছলাম ধৰ্মৰ যোগেদি জাতীযতা গঢ়াত বিশেষ জোৰ দিযে। আকবৰ ঔৰ-জেৱ আদিৰ দিনত ভাৰতৰ ওপৰত বাহিৰা শক্তিৰ আক্ৰমণ নথকাত আৰু সৰ্বসাধাৰণৰ জীৱন যাত্ৰাৰ লগত শাসকৰ সম্পৰ্ক নামমাত্ৰ হোৱাত জাতীযতাৰ আবশ্যকতা সৰ্বসাধাৰণে বিশেষ অনুভৱ সেই সমযত নকৰে। ইত্যাদি কাৰণত মুছলমানসকলৰ ৰাজত্বকাল জাতীযতাৰ বিকাশত বাধা পৰে। ইতিমধ্যে ই-ৰাজে ভৰত লয়। সেই সমযত ই-ৰাজৰ বিৰুদ্ধে যুজ কৰিব লগীয়া হোৱাত বাহাদুৰ শাহ চিৰজদুল্লা আদিক কেন্দ্ৰকৰি জাতীযতাৰ আকৌ বৃদ্ধি হবলৈ ধৰে। ই-ৰাজৰ বিৰুদ্ধে স্বাধীনতাৰ আন্দোলনত দুশ

বছৰ নহলেও অন্তত  দেৰশবছৰ চলে। সেই সময়ত মহামান্য তিলক  মহাত্মাগান্ধী আদিৰ চেষ্টাত জাতীয়তাই আকৌ আমাৰ মাজতে খোপনি পোতে ।

কিন্তু বিদেশী আক্রমণৰ সম্ভাৱনাৰ মাজত বাসকৰা অৱস্থাত জাতীযতা যিদৰে গঢ়ি উঠে বিদেশী শাসন চলি থকা অৱস্থাত সি তেনেদৰে গঢ়ি উঠিব ে ৱাৰে। সেই শাসনৰ পৰা অনুগ্রহ পাবলৈ ইচ্ছা কৰা আৰু তাৰ লগত সহযোগ কৰা একশ্রেণী লোক তেতিয়া ওলায। এই শ্রেণীলোকৰ লগত শাসনৰ বিৰুদ্ধে আন্দোলনকাৰী সকলৰ বিৰোধ ওপজে  ভাষা আৰু ধৰ্মৰ বিভিন্নতাই সেই বিৰোধত ইন্ধন জোগায।

স্বাধীনতাৰ আন্দোলনৰ ফলত এহাতে যেনেকৈ ভাৰতত জাতীয়তাৰ বোধ বৃদ্ধি হৈছে  আনহাতে ভাষা আৰু ধৰ্মৰ বিভিন্নতাৰ বিৰোধে ও তেনেকৈ উৎকট ৰূপ লৈছে। স্বাধীনতা পোৱাৰ পাছত ধৰ্মগত আৰু ভাষাগত স্বাধীনতাৰ ভাবে সেই উৎকটতা বঢ়োৱাত সহায কৰিছে। স্বাধীনতা পোৱাৰ পাছত ইযাৰ আৱশ্যকতা সম্পৰ্কেও আমাৰ সজাগতা কমি আহিছে। সেই সজাগতাৰ আকৌ দৰকাৰ হৈছে। তাৰ অভাৱত দেশত আজি অশান্তি আৰু বিশৃঙ্খলতা চলি আছে। এই অশান্তি আৰু বিশৃঙ্খলতা গুচাবলৈ জাতীযতাৰ বৃদ্ধিৰ কাৰণে আমি সকলোৱে যত্নবান হব লাগিব। প্ৰাক স্বাধীনতাৰ যুগত বিদেশী শক্তিৰ বিৰুদ্ধে আন্দোলন কৰাৰ আব ্যকতা হৈছিল। সেই আৱশ্যকতা এতিয়া নথকাত জাতীযতাৰ বিস্তাৰ তেনে পদ্ধতিৰে এতিয়া হব নোৱাৰে। ধৰ্ম আৰু ভাষাৰ মাধ্যমতো তাৰ বিস্তাৰ  আজি আচলতে অসম্ভৱ হৈছে। ধৰ্ম আৰু ভাষাৰ বিভিন্নতাই জাতীযতা ধ্ব স কৰাৰহে উপক্রম আজি কৰিছে। গতিকে এক ধৰ্ম আৰু এক ভাষাৰ ওপৰত জোৰ দি জাতীযতাৰ বৃদ্ধি কৰিব খুজিলে বিপৰীত ফলহে আজি আমি পাম। জাতীযতাৰ আজি বৃদ্ধি হব লাগিব ভাৰতীয জীৱনৰ বৈশিষ্ট্য আধ্যাত্মিকতাক কেন্দ্র কৰি  দেশৰ আৰ্থিক উন্নয়নৰ কাৰ্য্য প্ৰেৰণাৰ যোগেদি  আৰু ভাৰতীয জীৱনৰ আন এটি বৈশিষ্ট্য সমন্বয সাধনাৰ বিকাশ সাধি।

একহিচাপে চাবলৈ গলে সকলো জাতীযতাৰ ভিত্তি  নিজ দেশৰ বৈশিষ্ট্যৰ প্রতি অনুৰাগ ।  জাতীযতা বৃদ্ধিৰ মূলত আছে  নিজ বৈশিষ্ট্যৰ প্ৰতি  অনুৰাগ নিজ বৈশিষ্টৰ গৰ্ব বা অহঙ্কাৰ। স্বাধীনতা ৰক্ষাৰ আৱশ্যকতা আৰু ভয়ৰ ভাবে একগোট হোৱাৰ অৱস্থা সৃষ্টি কৰে আৰু ইহত জাতীয়তা সৃজনীৰ তৎকালিক হেতু হৈ পৰে। ভাষা  ধৰ্ম আৰু শাসনৰ ঐক্যই সেইকাৰ্য্যত সহায় কৰে। একগোট হোৱাৰ আৱশ্যকতা আৰু ভযৰ ভাৱ আতৰি গলে জাতীয়তা ৰক্ষাৰ কাৰণে স্থায়ী অনুৰাগ আৰু নিজ বৈশিষ্ট্যৰ অহ কাৰে দেখা দিযে। চীনদেশৰ জাতীযতাৰ মূলত এই

অহংকাৰ বিশেষ ভাবে আছে। চীনাসকলে আজিও ভাবে তেওলোকেই যেন ভগৱানৰ বিশেষ অনুগৃহীত জাতি। তেওলোকে ভাবে তেওলোকৰেই যেন কেৱল আছে সমগ্র পৃথিৱী শাসন কৰাৰ যোগ্যতা আৰু বৈষয়িক বৃদ্ধি।

আদি অৱস্থাত ই‌ংলণ্ডৰ জাতীয়তাৰ সৃষ্টিৰ মুলত যেয়েই নাথাকক এতিয়া কিন্তু তাত জাতীয়তা ৰক্ষিত হৈছে নিজ বৈশিষ্ট্যৰ প্ৰতি অনুৰাগ বা নিজ বৈশিষ্ট্যৰ অহংকাৰৰ যোগেদি। ধ্ব‌ংস নকৰাকৈ ই‌ংলণ্ডৰ লোকসকলে গঠন কৰিব পাৰে হৈ চৈ নকৰাকৈয়ে। তেওলোকৰ কথা কম কিন্তু স‌ংকল্পতাৰ দৃঢ়তা বেছি স‌ংসদী গণতন্ত্ৰ তেওলোকৰ দান আৰু সেই গণতন্ত্ৰ কৃতকাৰ্য্যতাৰ বাবেই আৱশ্যক তেওলোকৰ চৰিত্ৰ তেওলোকৰ চৰিত্ৰৰ এই বৈশিষ্ট্যৰ প্ৰতি ই‌ংৰাজসকল সদায় সজাগ আৰু ইয়াক ৰক্ষা কৰিবলৈ তেওলোক সদায় সচেষ্টৱান। ই লণ্ডত জাতীযতা ৰক্ষিত হৈছে চৰিত্ৰৰ এই বৈশিষ্ট্যৰ প্ৰতি অনুৰাগৰ আৰু এই বৈশিষ্ট্যৰ অহ‌ংকাৰৰ বাবেই । ই‌ংৰাজী ভাষাই সেই কাৰ্য্যত মাত্ৰ সহায় কৰিছে।

জাতীযতাৰ লগত ভাষা আৰু ধৰ্মৰ সম্পৰ্ক হয়তো ই লণ্ডত কিছু আছে। কিন্তু সেই সম্পৰ্ক যুক্তৰাষ্ট্ৰ আৰু ৰুচিযাত ক্ৰমে কমি গৈছে। অথচ এফালৰ পৰা বিবেচনা কৰিলে এই দুখন দেশতেই আজি জাতীযতাই উৎকট ৰূপ লৈছে।

আমেৰিকাৰ যুক্তৰাষ্ট্ৰ এখন বিৰাট দেশ। ভাৰতবৰ্ষতকৈ ই প্ৰায আঢৈগুণ ডাঙৰ। বিভিন্ন লোকসকলৰ মাজত ভাষাগত আৰু অন্যপ্ৰকাৰৰ বিভিন্নতাও আছে। অথচ তাতেই আজি জাতীযতাই প্ৰৱল ৰূপ লবলৈ আৰম্ভ কৰিছে। এই জাতীযতাৰ মূলত ই‌ংৰাজী ভাষা বা খৃষ্টান ধৰ্ম্ম বুলি কব নোৱাৰি। প্ৰয়োজনৰ খাতিৰত আৰু ই লণ্ডৰ লগত থকা অতীতৰ সম্পৰ্কৰ বাবদ গোটেই দেশত অৱশ্যে ই‌ংৰাজী ভাষা চলে। কিন্তু তথাপিও জাতীযতা তাত গঢি উঠিছে ই‌ংৰাজী ভাষাক কেন্দ্ৰ কৰি নহয জাতীযতা তাত গঢি উঠিছে স্বাধীনতাৰ প্ৰতি থকা অনুৰাগৰ যোগেদি। স্বাধীনতাৰ যুদ্ধৰ লগে লগে যুক্তৰাষ্ট্ৰত যি স‌ংবিধান ৰচিত হয তাত তিনিটা কথাৰ প্ৰতি লক্ষ্য ৰখা হৈছিল। সেই স‌ংবিধানত স্বীকাৰ কৰা হৈছে ৰাষ্ট্ৰীয শক্তি ত্ৰযৰ পাৰ্থক্য (Separation of Powers) বিভিন্ন অ শৰ স্বাত্যন্ত্ৰ (Fedecration) আৰু মৌলিক স্বত্ব (Fundamental right)। এই তিনিটা কথাই স্বাধীনতাৰ অনুৰাগকে বুজায । আন কোনো দেশৰ সংবিধানতে স্বাধীনতাৰ ইমান মৰ্য্যদা নাই বুলি তাৰ লোকসকলে গৰ্ব কৰে। তাৰ লোকসলৰ মাজত থকা দৰে অন্য কোনো দেশৰ লোকসকলৰ মাজত সমভাব (equality) নাই বুলিও তেওলোকে ভাবে।

ইংলণ্ডত আভিজাত্য আৰু সাধাৰণ শ্ৰেণীৰ মাজত যি সামাজিক পাৰ্থক্য আছে নতুনকৈ বসতি কৰা দেশ যুক্তৰাষ্ট্ৰত স্বাভাবিকতে ই নাই। এই সমভাবে তাত স্বাধীনতাৰ বোধ দৃঢ় কৰিছে। আকৌ পাতল বসতি উৰ্বৰা ভূমি মধ্য অক্ষ্যাংশৰ জলবায়ু অপৰ্য্যাপ্ত খনিজ আৰু পমুৱাজীৱনৰ অসীম উদ্যমৰে ভাগ্যৱান যুক্তৰাষ্ট্ৰৰ লোকসকলে ভোগ আৰু জীৱিকা বাছনিৰ অৰ্থনৈতিক স্বাধীনতা (Fconomic freedom of choice and enterprise) যিদৰে পাইছে অন্যদেশৰ লোকসকলে সেইদৰে পাব নোৱাৰে। যুক্তৰাষ্ট্ৰৰ লোকসকলৰ আৰ্থিক মান অন্য যিকোনো দেশৰ আৰ্থিক মানতকৈ উচ্চ। যুক্তৰাষ্ট্ৰৰ লোকসকলে এই উচ্চ মান তেওলোকৰ অৰ্থনৈতিক স্বাধীনতাৰ বাবেই বুলি ভাবে। ইত্যাদি কাৰণত যুক্তৰাষ্ট্ৰৰ লোকসকলৰ স্বাধীনতাৰ প্ৰতি এক বিৰাট অনুৰাগ জন্মিছে আৰু একমাত্ৰ তেওলোকৰ দেশতেই প্ৰকৃত স্বাধীনতা পাব পাৰি বুলি অহংকাৰ হৈছে। এই অহংকাৰে তেওলোকৰ ৰাষ্ট্ৰীয় জীৱনত এটা নিজত্ব বা জাতীয়তাবোধ গঢ়ি তুলিছে। এই জাতীযতাবোধৰ বাবেই আজি তেওলোকে ভাবে যে তেওলোকৰ দেশ ৰুচীয়াতকৈ শ্ৰেষ্ঠ।

যুক্তৰাষ্ট্ৰৰ দৰে ৰুচীযাও এখন বিভিন্নতাপূৰ্ণ আৰু যুক্তৰাষ্ট্ৰতকৈও চাৰি পাচ গুণে ডাঙৰ বিৰাট দেশ। তাতো জাতীয়তা আছে যদিও কমিউনিজিমৰ দৰ্শনত জাতীযতা কেৱল বণিক দেশৰ (Capitalistic country) এক বিলাস হে। ৰুচীযাত জাতীয়তা গঢ়ি উঠিছে তেওলোকৰ আৰ্থিক ব্যৱস্থা আৰু কমিউনিজিমক কেন্দ্ৰ কৰি গঢি উঠা অহঙ্কাৰৰ যোগেদি। কমিউনিষ্ট ৰাষ্ট্ৰই একমাত্ৰ শোষণহীন শ্ৰেণীহীন ৰাষ্ট্ৰ এনে ভাবৰ অহঙ্কাৰ আৰু তাৰে ফলত ওপজা প্ৰতিযোগিতাৰ বিশেষকৈ যুক্তৰাষ্ট্ৰৰ লগত হোৱা প্ৰতিযোগিতাই তাত জাতীযতা বোধৰ সৃষ্টি কৰিছে।

ৰুচীযা আৰু যুক্তৰাষ্ট্ৰৰ মাজত আজি যি প্ৰতিযোগিতাৰ ভাবে দেখা দিছে সি আকৌ সন্দেহ আৰু ত্ৰাসৰ ভাব সৃষ্টি কৰি দুয়ো দেশতে জাতীয়াতৰ ৰূপ উৎকট কৰি তুলিছে। জাতীযতাৰ এই উৎকট ৰূপৰ কাৰণে আন্তৰ্জাতিক ক্ষেত্ৰতো আজি অশান্তিৰ ছা পৰিছে।

জাতীযতাৰ উৎকট ৰূপৰ পৰা আন্তৰ্জাতিক অশান্তিৰ সৃষ্টি হয় সচা কিন্তু জাতীযতা নহলে দলগত ভাষাগত আৰু ধৰ্মগত বিভিন্ন স্বাধীনতাৰ মাজতো সমন্বয় গঢ়ি নুঠে। আকৌ বিশুদ্ধ জাতীয়তাই অশান্তিৰ সৃষ্টি নকৰে। অশান্তিৰ সৃষ্টি হয় তেতিয়া যেতিয়া জাতীযতাৰ লগত মিহলি হয় সন্দেহ আৰু ত্ৰাসৰ ভাব। ভাৰতত আজি ভাষাগত আৰু ধৰ্মগত স্বাধীনতাই ৰাষ্ট্ৰীয় জীৱনৰ বিকাশত আৰু আৰ্থিক

উন্নয়নৰ কাৰ্য্যত বাধা আৰু অশান্তিৰ সৃষ্টি কৰিব ধৰিছে। গতিকে কি বৈশিষ্ট্যৰ অহঙ্কাৰৰ যোগেদিনো ভাৰতৰ জাতীয়তা গঢ়ি তুলিব পাৰি তাৰ প্ৰতি শিক্ষিতসকলে মনোনিবেশ কৰাৰ আৱশ্যক হৈছে।

## ভাৰতীয় জীৱনৰ বৈশিষ্ট্য আধ্যাত্মিকতা

ভাৰতীয় জীৱনৰ বৈশিষ্ট্য আধ্যাত্মিকতা বুলি কোৱা হয়। ভাৰতীয় লোকৰ যে টকা পইচা ধন সোণ মাটি বাৰীৰ প্ৰতি মোহ নাই এনে নহয়। তেওলোকেও এইবোৰ বিচাৰে আৰু এইবোৰৰ অৰ্থে অনৈতিকতাৰ আশ্ৰয লবলৈও তেওলোকো কুণ্ঠিত নহয়। কিন্তু এইবোৰৰ ওপৰত আৰু যেন কিবা এটা আছে সেইটোৱেই যেন প্ৰকৃত সত্য আৰু মহৎ এনে ভাৱৰ মাজত ভাৰতৰ সকলোলোক বাস কৰে। দৃশ্যমান জগত প্ৰকৃত সত্য নহয় ই অনিত্য। এই সুন্দৰ দেহ ই সত্য হব নোৱাৰে ইযাৰ বৃদ্ধত্ব আছে ই মৰে। এই যে যৌৱনৰ ভোগ লিপ্সা ই চিৰন্তন নাথাকে। প্ৰকৃত সত্য চিৰন্তন ই চিৰ সুন্দৰ আৰু মঙ্গলময। গতিকে ভোগতকৈ ত্যাগ শ্ৰেষ্ঠ সকলো ভাৰতীয়ই এনেদৰে বিশ্বাস কৰে। ভাৰতৰ সৰ্ব্বশ্ৰেষ্ঠ সম্ৰাট আছিল সৰ্বত্যাগী অশোক আৰু শ্ৰেষ্ঠ ৰাজনীতিবিদ আছিল এজন অৰ্দ্ধনগ্ন ফকিৰ গন্ধী । স্বাধীনতা সংগ্ৰাম চলিছিল অহি সাৰ ভিত্তিত আৰু পঞ্চশীলৰ যোগেদি গঠিত হৈছে আজি আমাৰ বৈদেশিক নীতি।

অসমৰ পৰা গুজৰাটলৈ কুমাৰিকাৰ পৰা হিমালযলৈ সকলো অংশতে ভাৰতীয জীৱনৰ বৈশিষ্ট্য এই আধ্যাত্মিকতা। এই আধ্যাত্মিকতাৰ কাৰণে চৰম দৰিদ্ৰতাৰ মাজতো সন্তোষ লাভ কৰিব পৰা ক্ষমতা ভাৰতৰ সকলোৰে আছে। টকা পইচা প্ৰকৃত সত্য বুলি নভৱা কাৰণে টকা পইচা নহলেই জীৱনৰ একোৱেই নহ ল এনে ভাবেৰে ভাৰতীযকলোকে মনত অশান্তি নানে। প্ৰকৃত সত্য দৃশ্যমান জগতৰ উৰ্দ্ধত এনে ভাবে ভাৰতীয়লোকক চালচলনৰ বাহ্যিকতাৰ (Formality)ৰ ওপৰত কম মূল্য দিযা স্বভাৱৰ কৰি তোলে। কলাফুল আবৃত কৰিব লাগে বা মূৰত পোছাক নথকাটো অভদ্ৰতা ইত্যাদি নীতি নিযম তেওলোকৰ প্ৰায নাই বুলি কব পাৰি। খালি গাৰে লেপেটা কাঢ়ি বহি গল্প গুজৱ মৰা তেওলোকৰ স্বভাৱ। স্বভাৱৰ এনেবোৰ সাদৃশ্যাই ভাৰতীয় লোকক একগোট হোৱাত বিশেষকৈ বিদেশত বাসকৰা অৱস্থাত সহায় কৰে। আধ্যাত্মিকতা ভাৰতীয লোকৰ বৈশিষ্ট্য আৰু এই বৈশিষ্ট্যৰ বাবেই ভাৰতীয জীৱনত ঐক্য আছে।

আধ্যাত্মিকতা ভাৰতীয় চৰিত্ৰৰ বৈশিষ্ট্য। কিন্তু ই আকৌ ভাৰতৰ অতীত দুৰ্দশাৰো হেতু। আধ্যাত্মিকতাৰ নামতেই জাতিভেদ খোৱা লোৱাৰ বাছ বিচাৰ আদি নানা কুসংস্কাৰৰ পক্ষে অতীতত যুক্তি দিয়া হৈছিল আৰু এতিয়াও দিয়া হয়। আধ্যাত্মিকতাৰ লগত খোৱা লোৱাৰ হয়তো সম্পৰ্ক আছে কিন্তু খোৱালোৱাৰ বাছ বিচাৰক যেতিয়া পাপ পুণ্যৰ লগত যুক্ত কৰা হয় ই তেতিয়া ভেদাভেদৰ কাৰণ হৈ পৰে ইয়াৰ কাৰণে যেতিয়া কোনো লোক কোনো বিশেষ শ্ৰেণীৰ ঘৃণাৰ পাত্ৰ হবলৈ ধৰে তেতিয়া দেশত কুসংস্কাৰ আহি পৰে। কুসংস্কাৰে আকৌ অলসতা আৰু ভাগ্যবাদৰ সৃষ্টি কৰে। ভাগ্যবাদৰ ফলত দেশত সহজে জাতিবিভাগ স্বীকৃতি লভে। সমাজত যদি এবাৰ জন্মগত জাতি বিভাগে খোপনি পোতে তেন্তে জাতিবিভাগ চলিযেই থাকে। চলন্ত জাতিবিভাগে ধনী দুখীয়াৰ মাজত পাৰ্থক্য সৃষ্টি কৰাত সহায় কৰে। জাতি বিভাগৰ ফলত কোনো বিশেষ জাতিয়ে কিছুমান সুবিধা ভোগ কৰিবলৈ আৰম্ভ কৰে যিবোৰ সুবিধাৰ কাৰণে ধনীৰ ধন ক্ৰমশ বাঢ়ে দুখীযাৰ ধন ক্ৰমশ কমে। ইযাৰ ফলত দেশৰ কিছুমান মানুহ বিৰাট দৰিদ্ৰতাৰ মাজত বাস কৰিবলৈ বাধ্য হৈ পৰে। এই দাৰিদ্ৰতাৰ পৰা উদ্ধাৰ পোৱাৰ বাটত ভাগ্যবাদে বাধাৰ সৃষ্টি কৰে। ফলত দাৰিদ্ৰতা বাঢি গৈ থাকে । দেশত যেতিয়া দৰিদ্ৰতা বৃদ্ধি হয সমাজত তেতিয়া নৈতিক অধ পতনে দেখা দিযে আৰু প্ৰকৃত আধ্যাত্মিকতাৰ মৃত্যু ঘটে। আকৌ দৰিদ্ৰতাই বিৰোধৰ সৃষ্টি কৰে আৰু বিৰোধৰ উত্তেজনাই সামাজিক চেতনাত কুঠাৰাঘাত কৰে। প্ৰকৃত আধ্যাত্মিকতাৰ বিকাশ সম্ভৱ সামাজিক চেতনাৰ যোগেদিহে। ভাৰতত আজি প্ৰকৃত আধ্যাত্মিকতাৰ মৃত্যু ঘটাৰ উপক্ৰম হৈছে কাৰণ দৰিদ্ৰতাই সামাজিক চেতনাত কুঠাৰাঘাত কৰিবলৈ ধৰিছে। ভাষা আৰু ধৰ্মৰ বিভিনতাই সেই কুঠাৰাঘাত সতেজ কৰি তুলিছে।

## আধ্যাত্মিকতা আৰু কৰ্মপ্ৰেৰণা

ভাৰতত প্ৰকৃত আধ্যাত্মিকতাক সুপ্ৰতিষ্ঠ কৰাৰ আজি অত্যন্তই দৰ্কাৰ হৈছে। সেই অৰ্থে আজি আমাৰ সৰ্বপ্ৰথম আৱশ্যক দৰিদ্ৰতা দূৰকৰাৰ আৰু তাৰ বাবে কৰ্মপ্ৰেৰণাৰ। আচলতে কৰ্মপ্ৰেৰণাৰ পৰাই আধ্যাত্মিকতা জন্মে আনহাতে আকৌ আধ্যাত্মিকতাৰ পৰাহে দেশত সমৃদ্ধি বাঢে আৰু কৰ্মপ্ৰেৰণা আহে। আধ্যাত্মিকতাৰ নামত চলিথকা কুসংস্কাৰে অৱশ্যে দেশত অলসতা আনে আৰু জীৱন বিকাশৰ পথ বন্ধ কৰে। প্ৰকৃত আধ্যাত্মিকতাই উন্নত জীৱন যাপনাৰ্থে ধন সোণৰ মোহৰ ওপৰলৈ ব্যক্তিক বাট দেখুৱাই দিযে আৰু সেইদৰে নানা ধৰ্ম নানা ভাষা আৰু

অন্যান্য নানা বিৰোধৰ মাজত সমন্বয় আনে। ই ক্লীৱতা আৰু অলসতাৰে কেতিয়াও ব্যক্তিক কৰ্ম্মবিমুখ নকৰে। অলসতাতকৈ বৈষয়িক কৰ্ম শ্ৰেষ্ঠ অৱশ্যে এই কৰ্ম নৈতিকতাৰ মাজেদি সম্পন্ন হব লাগিব। সমাজমুখী ভোগ আৰু আধ্যাত্মিকতাৰ মাজত বিৰোধ নাই বিৰোধ আছে স্বাৰ্থমুখী ভোগ আৰু আধ্যাত্মিকতাৰ মাজতহে। স্বাৰ্থমুখী ভোগেই হিংসা সমাজমুখী ভোগেই প্ৰেম আৰু আধ্যাত্মিকতা। বৈষয়িক কৰ্মৰ উদ্দেশ্য যেতিয়া হয় সমাজমুখী ভোগ সেই কৰ্মই তেতিয়া হৈ পৰে আধ্যাত্মিকতা। বৈষযিক কৰ্মতকৈ আধ্যাত্মিক কৰ্ম শ্ৰেষ্ঠ কিন্তু বৈষযিক কৰ্মৰ যোগেদিহে ব্যক্তিয়ে গতি কৰিব পাৰে আধ্যাত্মিক স্তৰলৈ। আধ্যাত্মিকতাৰ মূলাধাৰ এই বাবেই সদাই কৰ্ম অলসতা নহয়। কৰ্মভিত্তিক আধ্যাত্মিকতাৰ ফলত লোক হয কৰ্ত্তব্যপৰাযণ আৰু শ্ৰমসক্ষম বিকাশশীল আৰু বিজ্ঞানমুখী। আধ্যাত্মিক স্তৰত কৰ্ম হয় নিষ্কাম আৰু সমাজমুখী । কৰ্মৰ অবিহনে প্ৰকৃত আধ্যাত্মিকতা অসম্ভৱ। ভাৰতৰ বৈশিষ্ট্য আধ্যাত্মিকতা। ইযাৰ প্ৰকৃত ৰূপ ৰক্ষা কৰাৰ অৰ্থেই দেশত আজি সৰ্বপ্ৰথম আৱশ্যক হৈছে কৰ্ম্মপ্ৰেৰণা।

দেশৰ দৰিদ্ৰতা দূৰ কৰাৰ অৰ্থে কৰ্ম কৰিবলৈ আজি আমি সুবিধা পাইছো। দেশৰ আৰ্থিক উন্নয়নৰ যি কৰ্ম সি দেশ নিৰ্মাণৰ কৰ্ম গতিকে ই মহৎ আৰু নিষ্কাম। এই মহৎ কামৰ যোগেদি প্ৰকৃত আধ্যাত্মিকতাৰ বিকাশৰ সম্ভাৱনা ভাৰতত আজি আহিছে। প্ৰকৃত আধ্যাত্মিকতাৰ বিকাশ হলে নানা ভাষা আৰু নানা ধৰ্মৰ বিৰোধ অতিক্ৰম কৰি দেশত জাতীয়তা গঢ়ি উঠিব জাতীয়তাই আকৌ সামাজিক চেতনাৰ গণ্ডি বিস্তাৰ কৰি আধ্যাত্মিকতাৰ বিকাশ সুগমতৰ কৰি তুলিব। জাতীযতা আৰু আধ্যাত্মিকতাৰে গঠিত বৃত্তটিৰ এইদৰেই বিকাশ চলি থাকিব।

## দেশনিৰ্মানৰ কৰ্ম-প্ৰেৰণা আৰু জাতীযতা

দেশ নিৰ্মণৰ মহৎ কৰ্মত আত্মনিযোগ কৰাৰ ফলত একহাতে যেনেকৈ বৃদ্ধি পায এটি স্বাৰ্থবলিদানৰ ভাব আৰু সেই ভাবৰ পৰা ওপজা এটি আধ্যাত্মিকতাৰ অহঙ্কাৰ আনহতে তেনেকৈ বিকাশ হয় সেই অহঙ্কাৰকে কেন্দ্ৰ কৰি জাতীযতাৰ। দেশৰ অৰ্থনৈতিক মানৰ অৰ্থে কাম কৰোতে জাতীয়তা বৃদ্ধিৰ অন্য কাৰণো আছে। দেশ নিৰ্ম্মাণ কৰ্মৰ যোগেদি দেশত এক বন্ধুত্বৰ বাতাবৰণ সৃষ্টি হয় একে লগে কামকৰাৰ ফলত বিভিন্ন ভাষা ভাষীলোকৰ মাজত বন্ধুত্ব বা কমৰেডছিপ (Combradeship) বাঢ়ে আৰু এই বন্ধুত্বৰ ভাবে জাতীয়তা গঢ়ে। আকৌ দেশ নিৰ্মণৰ কামত ব্ৰতী হোৱাৰ লগে লগে আমাৰ মনত আন এটা কথাৰ উপলব্ধি

হবলৈ বাধ্য আৰু সেইটোৰেই হৈছে দেশৰ আৰ্থিক মানৰ উন্নতিৰ কাৰণে একশাসনৰ প্ৰয়োজনীয়তা। ভাৰতৰ পৰা দৰিদ্ৰতা দূৰ কৰিবলৈ হলে ভাৰতত শিল্প প্ৰতিষ্ঠা হব লাগিব। সেই অৰ্থে আমাক যেনেকৈ দৰ্কাৰ বিহাৰ আৰু বঙ্গৰ কয়লা তেনেকৈ দৰ্কাৰ উৰিষ্যা আৰু মধ্যপ্ৰদেশৰ লো যেনেকৈ দৰ্কাৰ মাদ্ৰাজৰ এলিুমিনিয়াম আৰু দীঘল আতৰ কপাহ তেনেকৈ দৰ্কাৰ উত্তৰ প্ৰদেশৰ গম আৰু কুহিঁয়াৰ। ব্ৰহ্মপুত্ৰৰ ভৈয়ামৰ বান পানী গুচোৱাৰ অৰ্থে যেনেকৈ দৰ্কাৰ খাচীয়া পাহাৰত বনস্ৰক্ষণ খাচীয়া পাহাৰৰ আৰ্থিক মান উনতিৰ অৰ্থে তেনেকৈ দৰ্কাৰ ভৈয়ামৰ লোক জন আৰু ধন। গতিকে দেশৰ আৰ্থিক মান উনত কৰা কাৰ্যৰ যোগেদি বিভিন্ন অংশৰ আত্মনিৰ্ভৰশীলতাৰ কথা আৰু বিভিন্ন ভাষা শিকাৰ প্ৰযোজনীয়তা আমি এদিন বুজি উঠিম বিভিন্ন অংশৰ আৰু বিভিন্ন ভাষাগত পাৰ্থক্যৰ মাজত ঐক্য ৰক্ষাৰ কাৰণেই যে একশাসন আমাৰ অপৰিহাৰ্য্য সেই কথাও আমি এদিন উপলব্ধি কৰিম। এনে উপলব্ধিৰ ফলত জাতীয়তাৰ বৃদ্ধি সহজ আৰু স্বাভাবিক হবলৈ বাধ্য।

দেশ যেতিয়া কৰ্ম্মমুখী হয় তেতিয়া দেশত জাতীয়তা বৃদ্ধি হোৱাৰ আৰু তিনিটা কাৰণে দেখা দিয়ে। প্ৰথমতে কৰ্ম্মপ্ৰৱণতাৰ ফলত লোক আত্মনিৰ্ভৰশীল হয়। লোক আত্মনিৰ্ভশীল হলে দেশত চৰকাৰী চাকৰিৰ মোহ কমে। এনে মোহ নাথাকিলে চাকৰি বৃত্তি আদিৰ ক্ষেত্ৰত বিৰোধ বহুপৰিমাণে আতৰে।

দ্বিতীয়তে দেশ নিৰ্ম্মাণৰ কামত ব্ৰতী হোৱাৰ লগে লগে সেই কাৰ্য্যত কৃতকাৰ্য্যতা লাভ কৰাৰ অৰ্থে দেশত এটা দৃঢ় সংকল্পতাৰ ভাবে দেখা দিয়ে। এই দৃঢ় সংকল্পতাই প্ৰতিযোগিতাৰ ভাব জগায়। আমি অন্যদেশতকৈ কম নহয় আমি কৃতকাৰ্য্য হমেই এনে ধৰণৰ প্ৰতিযোগিতাৰ ভাবে দেশত জাতীয়তাৰ বৃদ্ধি কৰে। জাপানতো জাতীয়তা বৃদ্ধি হৈছিল এনে ভাবৰ যোগেদি পশ্চিমৰ দেশসমূহৰ লগত ফেৰ মৰাৰ ইচ্ছাৰ ভিতৰেদি। জাৰ্ম্মান আৰু ইটালীতো জাতীয়তা বিস্তাৰ ঘটিছিল এনে বিশেষকৈ সামৰিক শক্তিত প্ৰতিযোগিতা কৰাৰ ভাবৰ মাজেদি।

তৃতীয়তে দেশ নিৰ্ম্মাণৰ কৰ্ম্মই দেশত উৎসাহ উদ্দীপনৰ সৃষ্টি কৰে। ফলত জীৱনৰ পৰা ভয়ৰ ভাব আতৰে আৰু মনলৈ সৃজনিৰ প্ৰেৰণা আহে। সেই প্ৰেৰণাই ভাষা সাহিত্য আৰু ধৰ্ম্মকো সৃজনিশীল বা বিকাশশীল কৰি তোলে। ভাষা সাহিত্য ধৰ্ম্ম যেতিয়া বিকাশশীল হবলৈ আৰম্ভ কৰে তেতিয়া বিশেষ ভাষা বিশেষ সাহিত্য আৰু বিশেষ ধৰ্ম্মৰ ভবিষ্যত সম্বন্ধে ভয়ৰ ভাব নেথাকে। আকৌ কৰ্ম্মৰ ফলত আৰ্থিক মান উন্নত হোৱাৰ লগে লগে এইবোৰৰ প্ৰয়োজনো বাঢ়ে আৰু এইবোৰৰ চৰ্চ্চাৰ হকে জীৱনত অৱসৰো ওলায় । বিকাশশীল ভাষা সাহিত্য আৰু

ধৰ্ম্মই সহিষ্ণুতাৰ ভাবো সৃষ্টি কৰে। বেলেগ বেলেগ ধৰ্ম্মৰ প্ৰতি সহিষ্ণুতাৰ ভাব ভাৰতত চিৰদিনেই আছিল। ধৰ্ম্মৰ বাহ্যিকতাক অতিক্ৰম কৰি ধৰ্ম্মৰ আধ্যাত্মিকতালৈ যাব পৰা ক্ষমতা ভাৰতত থকা গতিকে ভাৰতত কোনোদিনেই ধৰ্ম্মক লৈ যুদ্ধ নহৈছিল। সকলো ধৰ্ম্মতে সত্য আছে এনে ভাব ভাৰতীয়ৰ মনত সদায়ে আছিল আৰু এতিযাও আছে। ভাষাৰ বিভিন্নতাকলৈ বিৰোধ উপস্থিত হোৱাৰ কোনো সুবিধাই পুৰণি কালতে ভাৰতত নাছিল। ভাষা সাহিত্য আৰু ধৰ্ম্ম যেতিয়া বিকাশশীল অৱস্থাত থাকে তেতিয়া সেইবোৰৰ যোগেদি ব্যক্তিযে জীৱনত সমন্বয সাধন কৰে। আচলতে সমন্বয়ৰ সাধনেই বিকাশশীলতা বিকাশশীলতাই আকৌ জীৱন উপলব্ধি। গতিকে কৰ্ম্মৰ প্ৰেৰণাই ভাষা সাহিত্য আৰু ধৰ্ম্মক বিকাশশীল কৰি দেশত সমন্বযৰ বাতাবৰণ সৃষ্টি কৰে সমন্বয়ৰ বাতাবৰণে সহিষ্ণুতা আনে আৰু সহিষ্ণুতাই জাতীযতা গঢ়ে।

## ভাৰতীয জীৱনৰ বৈশিষ্ট্য- সমন্বয সাধন

ভাৰতীয জীৱনৰ বৈশিষ্ট্য যেনেকৈ আধ্যাত্মিকতা তেনেকৈ সমন্বয সাধনো। আচলতে আধ্যাত্মিকতা আৰু সমন্বয একেটা মুদ্ৰাৰে ইফাল সিফাল। আধ্যাত্মিকতাৰ যোগেদি বিৰোধ আৰু বিভিন্নতাৰ পাছৃত থকা মিলনৰ সাধাৰণ স্তৰলৈ যোৱা সহজ হয় আৰু সেই হেতুকেই সমন্বয সাধনো তেতিযা সহজে ঘটিব পাৰে। সমন্বয সাধনেই জীৱনৰ বিকাশ আৰু তাৰ যোগেদিযেই মন আৰু চিন্তাই গতি কৰে আধ্যাত্মিকতাৰ স্তৰ আৰু স্তৰান্তৰলৈ। আধ্যাত্মিকতাৰ উচ্চ স্তৰত ভাৰতীয মন বিচৰণ কৰা গতিকেই সমন্বয় সাধনো ভাৰতীয জীৱনৰ এটি প্ৰধান বৈশিষ্ট্য আজিও হৈ আছে। ইযাক বাদ দিলে ভাৰতীয কৃষ্টি সভ্যতা আৰু দৰ্শন অৰ্থহীন হৈ পৰে। বৈষ্ণৱ শৈৱ শাক্ত আদি নানা ধৰ্ম্মৰ সমন্বযেই হিন্দুধৰ্ম্ম। মুছলমান যুগতো ধৰ্ম্মৰ সমন্বয আনিছিল। আকবৰ আৰু নানকে। ভাষাৰ সমন্বযৰ উদাহৰণ হিচাবে পাও ব্ৰজাবলী আৰু উৰ্দু। কবিগুৰু ৰবি ঠাকুৰ মহাত্মা গান্ধী আৰু পণ্ডিত জৱাহৰলাল নেহেৰুৱে সমন্বয সাধিছে পূৱ আৰু পশ্চিমৰ আধ্যাত্মিকতাৰ লগত বিজ্ঞানৰ। ভাৰতীয় জীৱনৰ সমন্বয় সাধনৰ এই বৈশিষ্টক আমি যদি আকৌ মূল্য দিবলৈ আৰম্ভ কৰো তেতিয়া দেখিম ভাৰতৰ বিভিন্নতাই জাতীযতা বৃদ্ধিত বাধাৰ সৃষ্টি নকৰে বৰং এইবোৰে জাতীযতাৰ পুষ্টিহে সাধে। বিভিন্নতা থাকিলেহে সমন্বযৰ সুযোগ মিলে। সমন্বয সাধনৰ সুযোগ ভাৰতত যেনেদৰে পাবপাৰি আন কোনো দেশতে তাক তেনেদৰে পাব নোৱাৰি। ভাৰতীয ঐতিহ্যই তেনে সমন্বয সাধনৰ অৰ্থে সদাই প্ৰেৰণা দি আছে

আৰু এইবিষয়ত ভাৰতবৰ্ষত যেনেদৰে ব্যক্তি স্বাধীনতা পাবপাৰি এই ঐতিহ্যৰ অভাবত তেনেদৰে আনকোনো দেশতে পাব নোৱাৰি। নিজা মত প্ৰকাশ কৰাৰ বাবে চক্ৰেটিছৰ দৰে কোনো ভাৰতীয় মনীষীয়ে প্ৰাণত্যাগ কৰিব লগীয়া হোৱা নাছিল। মুছলমান ৰাজত্বৰ সময়ত হোৱা দুই এটা প্ৰাণদণ্ডৰ বাহিৰে কোনো নতুন ধৰ্ম্ম প্ৰচাৰকৰ প্ৰাণদণ্ড ভাৰতত হোৱা নাই অগ্নিদগ্ধ বা ক্ৰুচবিদ্ধ হোবাটো দূৰৰেই কথা।

সমন্বয় সাধনা ব্যক্তিস্বাধীনতা ভাৰতীয় কৃষ্টি আৰু সভ্যতাৰ মূল উৎস। আজিও ভাৰতত ব্যক্তি স্বাধানতা যিমান আছে অন্য দেশত তাক সিমান দেখা নাযায়। স্বাধীনতা মানুহৰ মৌলিক স্বত্ব কিন্তু স্বাধীনতা যেতিয়া সমন্বয় সাধনৰ অৰ্থে নহৈ বিভেদ প্ৰদৰ্শনৰ কাৰণ হয় সি তেতিয়া জীৱন বিকাশৰ প্ৰাচীৰ হৈ উঠে আৰু তাৰ ফলত দেশত বিশৃংখলা আৰু অলসতাই দেখা দিয়ে আৰু দেশত অশান্তি বাঢ়ে। ব্যক্তি স্বাধীনতা সমন্বয় সাধনৰ অৰ্থে যেতিয়া ব্যৱহৃত হয় জীবনত তেতিয়া বিকাশ সম্ভৱ। ভাৰতত ব্যক্তি স্বাধীনতাৰ যোগেদি সমন্বয় সাধনৰ ঐতিহ্য আছে। এই ঐতিহ্যৰ বাবে সকলো লোকে সমন্বয় সাধনৰ এক অপাৰ আনন্দ ভৰতত পাব পাৰে এই আনন্দৰ কাৰণেই বিভিন্ন ভাষা আৰু বিভিন ধৰ্ম্মৰ নানা লোকে ভাৰতীয় জীৱন ইচ্ছা নকৰি থাকিব নোৱোৰে মাত্ৰ সেই অৰ্থে সমন্বয় সাধনৰ ঐতিহ্য আকৌ জীৱন্ত হৈ উঠাৰ প্ৰযোজন আছে।

ছুইজাৰলেণ্ডৰ যি জাতীযতা সেই জাতীযতাৰ পাচতো আছে সমন্বয় সাধনৰ নচিন এটা বৈশিষ্টই। তাতো বিভিন্ন ভাষা আৰু বিভিন্ন ধৰ্ম্ম আছে। বিভিন্নতাৰ মাজত যে তেওলোকে মিলাপ্ৰীতিৰে থাকিব জানে আৰু সেই মিলাপ্ৰীতিৰ ফলত ওপজা ঐক্যৰ যোগেদি তেওলোকে তেওলোকৰ সৰু দেশখনিৰ আৰ্থিক মান ইংল্যাণ্ড জাৰ্ম্মানী ফ্ৰান্স ৰাছিযা আদি দেশৰ আৰ্থিক মানতকৈ উচ্চ ৰাখিব পাৰিছে। আৰু পৃথিবীব্যাপী হৈ যোৱা মহাসমৰ কেইখনৰ মাজতো নিজদেশক নিৰপেক্ষ ৰখাৰ বল আৰু সাহস অৰ্জ্জন কৰিব পাৰিছে এনে গৌৰৱ বা অহঙ্কাৰৰ বাবেই তাত জাতীযতা সবল হৈ উঠিছে। মিলাপ্ৰীতিৰে থাকিব জনাৰ আহঙ্কাৰে তাত জাতীযতা গঢিছে জাতীয়তাৰ ঐক্যই আৰ্থিক মান উন্নত কৰিছে আৰ্থিক মান উন্নত কৰাৰ অহঙ্কাৰে জাতীয়তাৰ বৃদ্ধি তাত পুনৰ সাধিছে। যিহেতুকে জাতীয়তা আৰু সৰ্ব্বপ্ৰকাৰ জাতীয় উন্নতিৰ কৰ্মৰ সম্পৰ্ক সদায়ে বৃত্তক (Circular Relationship) সেই হেতুকে জাতীযতা এবাৰ বৃদ্ধি হবলৈ ধৰিলে ই বৃদ্ধি হৈয়েই থাকে ।

# জাতীয় বৈশিষ্ট্যৰ অহঙ্কাৰবোধ, ভ্ৰাতৃত্ববোধ আৰু শিক্ষিত আৰু ৰাজনৈতিক দলৰ কৰ্তব্য

ভাৰতীয়লোকে অকল মিলাপ্ৰীতিৰে থাকিবই নাজানে তেওলোকে আধ্যাত্মিকতাৰ মাধ্যমত নানা বিভিন্নতাৰ মাজত সমন্বযো সাধিব পাৰে। গতিকে আধ্যাত্মিকতা আৰু সমন্বয সাধন ভাৰতীয় জীৱনৰ বৈশিষ্ট্য। কিন্তু জাতীয়তাৰ বিকাশৰ কাৰণে জাতীয় বৈশিষ্ট্যই যথেষ্ট নহয় তাৰ কাৰণে আৱশ্যাক সেই বৈশিষ্ট্যৰ সজাগতা সেই বৈশিষ্ট্যক কেন্দ্ৰ কৰি এটি অহঙ্কাৰৰ ভাৱ আৰু সেই বৈশিষ্ট্য ৰক্ষাৰ বাবেই এটি কৰ্ম্মপ্ৰেৰণা । ভাৰতৰ নিজা জাতীয বৈশিষ্ট্য মহাভাৰতৰ যুগৰে পৰাই আছে। কিন্তু সেই বৈশিষ্ট্যৰ সজাগতা তাৰ অহঙ্কাৰ আৰু তাৰে পৰা ওপজা কৰ্ম্মপ্ৰেৰণাৰ অভাৱহে দেশৰ সৰ্ব্ব সাধাৰণৰ মাজত আজি দেখা দিছে। ভাৰতৰ জাতীয় বৈশিষ্ট্যও জীৱন্ত হৈ আজি উঠিব পৰা নাই মূলত এই অভাবৰ কাৰণে।

সমন্বয সাধন আৰু আধ্যাত্মিকতাৰ বিকাশৰ কাৰণেই ভাৰতবৰ্ষই সৰ্ব্বোত্তম দেশ এনে অহঙ্কাৰৰ এটি ভাব সৰ্ব্ব সাধাৰণৰ মাজত ব্যাপী পৰাৰ আজি আৱশ্যকতা আহিছে। কিন্তু সমন্বয সাধন আৰু আধ্যাত্মিকতাক লৈ সৰ্ব্বসাধাৰণে গৌৰৱ কৰিব মাত্ৰ তেতিযাহে যেতিযা এইবোৰ তেওলোকৰ অবনতিৰ কাৰণ নহৈ উন্নতিৰ হেতু হৈ পৰে। এইবোৰক উন্নতিৰ হেতু কৰিবলৈ হলে এইবোৰক বিকাশশীল কৰিব লাগিব। সেই অৰ্থে দেশত আজি কৰ্ম্মপ্ৰেৰণাৰ অত্যন্তই দৰকাৰ হৈছে কিযনো ইযাৰ অভাৱতে এইবোৰ বিকাশশীল হবলৈ এৰে আৰু সেইদৰেই দেশত অবনতিৰ সৃষ্টি হবলৈ ধৰে।

সমন্বয সাধন আৰু আধ্যাত্মিকতা ভাৰতীয জীবনৰ ঐতিহাসিক বৈশিষ্ট্য। এই বৈশিষ্ট্যৰ অহঙ্কাৰৰ যোগেদিযেই আজি দেশত বৃদ্ধি হব লাগিব জাতীযতাৰ। কিন্তু সৰ্ব্বসাধাৰণৰ মাজত সেই অহঙ্কাৰবোধ জগোৱাৰ অৰ্থে এই মুহূৰ্ত্তে আমাৰ আৱশ্যাক হৈছে দেশৰ আৰ্থিক মান উন্নত কৰাৰ আৰু দেশ নিৰ্ম্মাণৰ মহৎ কাৰ্য্যত ব্ৰতী হোৱাৰ।

জাতীযতা বৃদ্ধিৰ আৱশ্যকতা ভাৰতৰ সৰ্ব্বসাধাৰণে আনকি শিক্ষিত লোকসকলেও ভালদৰে উপলব্ধি কৰা নাই। কিন্তু ইযাৰ বৃদ্ধি নহলে যে ভাষাগত আৰু ধৰ্ম্মগত বিভিন্নতাই দেশত বিৰাট অশান্তিৰ সৃষ্টি কৰিব সিও নিশ্চিত। স্বাধীনতা ন্যায সমতা দ্ৰুত আৰ্থিক উন্নযণ শ্ৰেণী বৈষম্যদূৰীকৰণ আৰু সমাজতান্ত্ৰিক সংসদী গণতন্ত্ৰৰ সজাগ ই দেশত আজি যি অস্থিৰতা আনিছে সেই

অস্থিৰতাক শাসনত ৰাখিবৰ অৰ্থে আজি আৱশ্যক জাতীয়তাৰ যোগেদি সংযম। ৰাষ্ট্ৰীয় অস্থিৰতাৰ লাগাম জাতীযতা। ভাৰতীয সংবিধানতো ইয়াক প্ৰথমতেই সেইদেখিয়েই স্বীকাৰ কৰি লোৱা হৈছে ভাতৃত্ববোধৰ (Fraternity) নামত।

ভাৰতত আজি ৰাষ্ট্ৰীয জীৱনৰ সজাগতাই দেখা দিছে। কিন্তু এই সজাগতাৰ ফলত দেশত প্ৰগতি আহিবলৈ হলে সকলোতকৈ আজি বেছি জোৰ দিব লাগিব জাতীযতা বৃদ্ধিৰ ওপৰত। সৰ্ব্বসাধাৰণে সেই আৱশ্যকতাৰ কথা আজি উপলব্ধি কৰিব লাগিব। সেই উপলব্ধিৰ কাৰণে দেশৰ সাংস্কৃতিক আৰু শিক্ষা ব্যৱস্থাত বিশেষকৈ পাঠ্য কিতাপ বাছনিত সংস্কাৰৰ স্থল নিশ্চয আছে। তাৰ বাবে দেশত শিক্ষিত লোকসকলে ও বিশেষকৈ ৰাজনৈতিক দলবিলাকেও যত্নপৰ হোৱাৰ প্ৰয়োজন নিতান্তই হৈছে। ভাৰতৰ ৰাজনৈতিক দলবিলাকৰ ভিতৰত মাত্ৰ এটা বা দুটা ৰাজনৈতিক দলেই জাতীয সংহতিৰ কথা কয বাকীবোৰদলে কদাচিৎহে সেই বিষয় উল্লেখ কৰে। বৰ সেইদলবোৰেই সহজে ক্ষমতা পোৱাৰ আশাত স্থানীয সমস্যাবোৰকে বিৰাট ৰূপ দি দেশত বিৰোধ সৃষ্টি কৰে আৰু জাতীযতাৰ বৃদ্ধিত বাধা দিযে। স্বাধীনতা জীৱনৰ মৌলিক স্বত্ব কিন্তু সেই স্বাধীনতা যে জাতীযতাৰ অবিহনে অসম্ভৱ সেইকথা আমাৰ শিক্ষিত সমাজে আৰু ৰাজনৈতিক দলবোৰে অচিৰে বুজাৰ আৱশ্যক। ভাৰতীয জীৱনৰ বৈশিষ্ট্য আধ্যাত্মিকতা আৰু সমন্বয় সাধন। এই বৈশিষ্ট্যবোৰক কেন্দ্ৰ কৰি সৰ্ব্বসাধাৰণৰ মনত অহঙ্কাৰ সৃষ্টিৰ আৰু তেনেদৰে জাতীযতা বৃদ্ধিৰ বিশেষ ব্যবস্থা দেশৰ ৰাজনৈতিক দলবোৰৰ কাৰ্য্যসূচীত থকা আজি নিতান্তই উচিত। ভাৰতীয জীবনৰ বৈশিষ্ট্যৰ গৌৰৱবোধ সৰ্ব্বসাধাৰণৰ মাজত আজি আহিব লাগিব। তেনে গৌৰৱবোধ জগোৱাত ৰাজনৈতিক দলসমূহৰ মাজত আজি প্ৰতিযোগিতাৰ প্ৰযোজন হৈছে। সেই অৰ্থে দেশৰ বাৰ্তাৰ কাকতবোৰে আৰু শিক্ষিত সকলেও উপযুক্ত বাতাবৰণ সৃষ্টি কৰা দৰকাৰ। তেওলোকে লিখা কিতাপ পত্ৰত বিশেষকৈ বুৰঞ্জী শাস্ত্ৰত আৰু তেওলোকৰ কথা বাৰ্ত্তাত বিশেষকৈ ছাত্ৰসভাত দিযা ভাষণত এই কথাৰ প্ৰতি লক্ষ্য ৰাখিলে দেশত তেনে বাতাবৰণৰ সৃষ্টি নিশ্চয অচিৰে হব।

# ন্যায়

নিজত্বৰ উপলব্ধিয়েই জীৱন উপলব্ধি। আদিম অৱস্থাত নিজত্বৰ উপলব্ধি হয় প্ৰাথমিক অভাৱৰ পূৰণৰ যোগেদি। দৈহিক বিকাশৰ কাৰণে লাগে খাদ্য আৰু আশ্ৰয়। খদ্য আৰু আশ্ৰয়ৰ অভাৱে সকলো প্ৰাণীৰ প্ৰাথমিক অভাৱ। এই অভাৱ মিটোৱাৰ স্বাধীনতা নাথাকিলে জীৱন অসম্ভৱ। এনে স্বাধীনতাৰ বিকাশেই নিজত্বৰ বিকাশৰ সাধাৰণ ৰূপ আৰু এই হিচাবে স্বাধীনতাৰ বিকাশেই প্ৰকৃত জীৱন।

## স্বাধীনতাৰ বিস্তাৰ, সমাজ আৰু ৰাষ্ট্ৰ

স্বাধীনতাৰ বিকাশত বাধাৰ প্ৰাচীৰ সদায় আছিল আৰু থাকিবলৈ বাধ্য। ক্ষুধা নিবৃত্তিৰ অৰ্থে আহাৰ লাগে। কিন্তু আহাৰ সংগ্ৰহত আছে সীমা বা বাধা। এনে বাধাৰ প্ৰাচীৰ অতিক্ৰম কৰাৰ অৰ্থে দৰকাৰ দল বা সমাজৰ আৰু এক উদ্দেশ্যে কাম কৰা সামূহিক মনোভাৱৰ । কেচা মঙ্গহ খোৱা অৱস্থাতো মানৱ ব্যস্ত থাকিব লগীয়া হৈছিল বনৰীয়া জন্তুৰ অন্বেষণত আৰু জন্তু চিকাৰৰ কাৰণেই দৰ্কাৰ হৈছিল দলৰ। স্বাধীনতাৰ বিস্তাৰৰ বাবে দলৰ প্ৰযোজন আৰু প্ৰাৰ্থমিক অভাৱ পুৰণৰ মাজেদিয়েই সৃষ্টি হৈছিল আদিম মানৱ সমাজৰ।

দল বা সমাজৰ যোগেদি যেতিয়া জীৱন যাত্ৰা অপৰিহাৰ্য হৈ পৰে তেতিয়া আৱশ্যাক দল বা সমাজক শৃঙ্খলাৰে চলোৱাৰ আৰু সামূহিক শক্তিক দক্ষতাৰে চালনা কৰি বাধাৰ প্ৰাচীৰ সহজে অতিক্ৰম কৰিব পৰা নেতাৰ। তেনে আৱশ্যকতাৰ ফলতে কোনো ব্যক্তি বা দল বিশেষৰ ওপৰত সামূহিক শক্তি প্ৰয়োগৰ দাযিত্ব স্বাভাবিকতে বা আনুষ্ঠানিক ভাৱে ন্যস্ত হবলৈ বাধ্য। যি সমাজত এনে ধৰণে ব্যক্তি বা দল বিশেষে সামূকি শক্তি প্ৰযোগেৰে সমাজত শৃঙ্খলা বা শান্তি ৰক্ষা আৰু শত্ৰুৰ আক্ৰমণ পৰাহত কৰে সেই সমাজকেই ৰাজনীতি বিজ্ঞানত ৰাষ্ট্ৰ বোলে।

ৰাষ্ট্ৰত কোনো ব্যক্তি বা দল বিশেষ যেতিয়া এনেদৰে ক্ষমতা প্ৰয়োগৰ অধিকাৰী হৈ উঠে তেতিয়া ব্যক্তি স্বাধীনতাত আঘাত পৰাৰো সম্ভৱনাই দেখা দিয়ে। স্বাধীনতা বিস্তাৰৰ কাৰণেই ব্যক্তি বা দল বিশেষৰ হাতলৈ ক্ষমতা আহে সেই ক্ষমতাৰ কাৰণেই আকৌ ব্যক্তি স্বাধীনতাও খৰ্ব্ব হবলৈ উপক্ৰম কৰে। এনেকুৱা পাপচক্ৰ (Vicious circle)ৰ পৰা ৰক্ষা পোৱাৰ অৰ্থে ৰাষ্ট্ৰত সৃষ্টি হয় আইনৰ

মাধ্যমেৰে ৰাষ্ট্ৰীয় ক্ষমতা প্ৰয়োগৰ নীতি পাৰস্পৰিক বাধা (Checks and counter checks)দানেৰে ৰাষ্ট্ৰীয় ক্ষমতা পৃথকীকৰণৰ (Separation of power) কৌশল ব্যক্তি সাধাৰণৰ সাৰ্বভৌমত্বৰ ঐতিহ্য আৰু সেই ঐতিহ্যৰে ফল স্বৰূপ সংসদী গণতন্ত্ৰ।

আইনৰ যোগেদি ৰাষ্ট্ৰীয় ক্ষমতাৰ প্ৰয়োগৰ নীতি ৰাষ্ট্ৰীয় ক্ষমতা পৃথকীকৰণৰ কৌশল আৰু স সদী গণতন্ত্ৰ আচলতে অতি সূক্ষ্ম ৰাজনৈতিক তিনিটা যন্ত্ৰ যিবিলাকৰ সহায়তে ব্যক্তি স্বাধীনতা আৰু ৰাষ্ট্ৰীয় বাধ্য বাধকতাৰ মাজত আমি সাধিব পাৰো মিলন। নিজত্বৰ বিকাশেই জীৱন। সেই বিকাশৰ কাৰণেই লাগে এহাতে স্বাধীনতা আনহাতে লাগে সেই স্বাধীনতা নিয়ন্ত্ৰনৰ অৰ্থে সমাজ। ফলত আৱশ্যক হয় ব্যক্তি স্বাধীনতা আৰু ৰাষ্ট্ৰীয বাধ্য বাধকতাৰ মাজত প্ৰকৃত মিলন সাধনৰ। এনে মিলন সাধনৰ ওপৰতে নিৰ্ভৰ কৰে ব্যক্তিগত সুখ আৰু সামাজিক শৃঙ্খলা। সুখ আৰু শৃঙ্খলাৰে বাস কৰাৰ অৰ্থে সেই কাৰণেই অত্যন্তই আজি আৱশ্যক হৈছে আমাৰ এই তিনিটা ৰাজনৈতিক সূক্ষ্ম যন্ত্ৰ দক্ষতাৰে চালনা কৰাৰ ৰাজনৈতিক শিক্ষা।

ৰাষ্ট্ৰীয় ক্ষমতা প্ৰয়োগৰ অধিকাৰী ব্যক্তি বা দল বিশেষৰ শাসনক নো কেনেদৰে স্বেচ্ছাচাৰি নোহোৱাকৈ ৰাখিব পাৰি সেই কথা ৰাজনীতিৰ এটি জটিল আৰু আৱশ্যকীয় প্ৰশ্ন। ৰাষ্ট্ৰীয ক্ষমতাৰ প্ৰয়োগ যেতিয়া আইনৰ যোগেদি হয তেতিয়া এনে স্বেচ্ছাচাৰিতাৰ ওপৰত স্বাভাৱিকতে আইনৰ বাধা পৰে। কিন্তু সেই আইন যদি ৰাষ্ট্ৰীয ক্ষমতা প্ৰয়োগৰ অধিকাৰী কোনো ব্যক্তি বা দল বিশেষে নিজে ৰচনা কৰে আৰু ই যদি সেই ব্যক্তি বা দলবিশেষৰ স্বাৰ্থ সিদ্ধিৰহে মাত্ৰ উপায় হৈ উঠে তেন্তে সেই আইনে স্বেচ্ছাচাৰিতাৰ বাধা দিব নোৱাৰে। স্বেচ্ছাচাৰিতাক বাধা দিবৰ অৰ্থে সেইদেখিযেই আৱশ্যক অকল আইনৰেই নহয সেই আইনক ব্যক্তি বা দলবিশেষৰ স্বাৰ্থৰ হকে প্ৰনযণ আৰু প্ৰযোগ নকৰি সামূহিক স্বাৰ্থৰ হকে প্ৰনযণ আৰু প্ৰযোগ কৰা পৰাম্পৰাৰো। স্বেচ্ছাচাৰিতাক বাধা দিবৰ বাবে আৱশ্যক ব্যক্তি নিৰপেক্ষ আৰু দল নিৰপেক্ষ আইনৰ আৰু তাৰ ব্যক্তি নিৰপেক্ষ আৰু দলনিৰপেক্ষ প্ৰযোগ। ব্যক্তি নিৰপেক্ষ আইন প্ৰণযণ আৰু তাৰ ব্যক্তি নিৰপেক্ষ প্ৰযোগ সেই দেখিয়েই ৰাষ্ট্ৰীয ক্ষমতা পৃথকীকৰণ কৌশলৰ আৰু স‌ংসদী গণতন্ত্ৰৰ মূল লক্ষ্য।

## ৰাষ্ট্ৰীয জীৱনৰ মৌলিক বস্তু-ন্যায় ৰক্ষা

আইনৰ প্ৰধান উদ্দেশ্য ৰাষ্ট্ৰীয় ক্ষমতাৰ প্ৰয়োগ ব্যক্তি নিৰপেক্ষ কৰি প্ৰশাসনীয় স্বেচ্ছাচাৰিতাৰ বিনাশ সাধন আৰু সেইদৰে ব্যক্তি স্বাধীনতা আৰু ৰাষ্ট্ৰীয

বাধ্যবাধকতাৰ মাজত মিলন স্থাপন। ৰাষ্ট্ৰীয় ক্ষমতাৰ প্ৰয়োগ ব্যক্তি নিৰপেক্ষ কৰি তোলাৰ নামেই ন্যায় ৰক্ষা।

ৰাষ্ট্ৰীয় জীৱনৰ মৌলিক বস্তু সমূহৰ ভিতৰত ন্যায়ৰ ভাৱ (concept of justice)এটা প্ৰধান বস্তু। যি ৰাষ্ট্ৰত ন্যায নাই সেই ৰাষ্ট্ৰত স্বাধীনতাও নাই। যিহেতুকে জীৱনৰ মৌলিক তত্ব স্বাধীনতা সেই হেতুকে ৰাষ্ট্ৰীয় জীৱনৰ মৌলিক বস্তুও ন্যায়। ন্যায়ৰ সজাগতা নাথাকিলে ৰাষ্ট্ৰীয় জীৱনৰ সজাগতা নিৰৰ্থক আৰু অপূৰ্ণ। ন্যায় ৰক্ষিত হলে ৰাষ্ট্ৰীয় ক্ষমতাৰ প্ৰয়োগত আপত্তি নুঠে সেই প্ৰয়োগ ব্যক্তি সাধাৰণে স্বীকাৰ কৰে। ফলত ৰাষ্ট্ৰীয় বাধ্যবাধকতাই ব্যাক্তি স্বাধীনতা খৰ্ব্ব নকৰে ই মাত্ৰ সমাজ সম্ভৱপৰ কৰি তোলে। আকৌ ৰাষ্ট্ৰীয জীৱনৰ কাৰণে সংহতি বা ঐক্য অপৰিহাৰ্য। ন্যায়ৰ দ্বাৰাহে এই সংহতি ৰক্ষা সম্ভৱপৰ। এই দুটা কাৰণতে ন্যায় হীন ৰাষ্ট্ৰ অসম্ভৱ। ন্যায ৰক্ষিত ৰাষ্ট্ৰহে প্ৰকৃত ৰাষ্ট্ৰ কিযনো তেনে ৰাষ্ট্ৰতহে ব্যক্তিযে শান্তি আৰু শৃঙ্খলাৰে নিজত্বৰ বিকাশ স্বাধীনভাৱে সাধিব পাৰে। স্বাধীনতাৰ আন্দোলনৰ পাছত ভাৰতত যি স্ংবিধান ৰচনা কৰা হয় সেই সংবিধানত সেই হেতুকে প্ৰথম স্থান দিযা হৈছে ন্যাযক প্ৰথমতেই গুৰুত্ব দিয়া হৈছে সকলো নাগৰিকৰে ন্যায প্ৰাপ্তিৰ ওপৰত ।

## জ্ঞান ভিত্তিক ন্যায সজাগতা

ৰাষ্ট্ৰত ন্যায ৰক্ষাৰ কাৰণে ন্যায সজাগতা অপৰিহাৰ্য। ভাৰতীয ৰাষ্ট্ৰীয জীৱনত আজি যি ন্যায সজাগতাই দেখা দিছে সি নিশ্চয এই দৃষ্টিভঙ্গিত অত্যন্তই ভালৰ কথা। কিন্তু ন্যায় সজাগতাৰ পৰা দেশত শান্তি আৰু শৃঙ্খলা ৰক্ষিত হবলৈ হলে সেই সজাগতা সম্যক স যত জ্ঞানভিত্তিক আৰু বাস্তৱমুখী হোৱা আৱশ্যক। ন্যায় সজাগতা যদি জ্ঞানভিত্তিক নহৈ অনুভূতি বা হুজুগ ভিত্তিক হয তেন্তে এনে সজাগতাই দেশত অশান্তি হে সৃষ্টি কৰে আৰু সেইদৰেই স্বেচ্ছাচাৰি শাসনো সম্ভৱপৰ কৰি তোলে। জ্ঞান ভিত্তিক সজাগতাই দেশৰ সমস্যা সমাধানত সহায কৰে অনুভূতি ভিত্তিক সজাগতাই দেশত অস্থিৰতা আৰু হতাশ সৃষ্টি কৰি সমস্যা সমাধানত বাধা দিয়ে।

ন্যায় ৰক্ষাৰ কাৰণেই ন্যায় সজাগতা অপৰিহাৰ্য্য। কিন্তু সেই সজাগতা যদি জ্ঞানভিত্তিক নহয় তেন্তে ই দেশৰ প্ৰশাসনৰ প্ৰতি সৰ্ব্বাসাধৰণৰ মনত বিৰূপ ভাৱ সৃষ্টি কৰি দেশত শান্তি শৃঙ্খলা ৰক্ষাত বাধা জন্মায। ভাৰতত আজি যি ন্যায় সজাগতাই বিস্তাৰ লভিব ধৰিছে সকলো ক্ষেত্ৰতে ই যে সম্যক জ্ঞানৰ ওপৰত প্ৰতিষ্ঠিত হৈছে

সেই কথা কব নোৱাৰি। এই সজাগতাৰ ফলত আকৌ ন্যায়ৰ নামতে অন্যায় প্ৰতিষ্ঠাৰো সম্ভাৱনাই দেখা দিছে। সমতা স্থাপনৰ অৰ্থে শ্ৰেণী বিশেষৰ কাৰণে বৃত্তি চাকৰি আদি সংৰক্ষণ কৰাৰ যি ব্যৱস্থা দেশত কৰা হৈছে ই এহাতে যেনেকৈ শ্ৰেণী বিশেষৰ ওপৰত হোৱা শতাব্দীৰ শোষণৰ বিনাশ সাধিছে আনহাতে আকৌ কিছুমান গুণসম্পন্ন ব্যক্তিক বৃত্তি চাকৰি আদিৰ পৰা বঞ্চিত কৰি সি অন্যায়ৰো কাৰণ হৈ পৰিছে। আকৌ এনে ব্যৱস্থাৰ বাবেই দায়িত্বপূৰ্ণ স্থানত অনুপযুক্ত প্ৰশাসনীয় কৰ্ম্মচাৰীয়ে স্থান লৈছে যাৰ ফলত দেশত প্ৰশাসনীয় অকৰ্ম্মণ্যতা দুৰ্নীতি আৰু অন্যায়ে বিস্তাৰ লাভৰ সুবিধা পাইছে। এনে ব্যৱস্থাই শ্ৰেণী সজাগতা (class consciousness) সৃষ্টি কৰি দেশত অনাৱশ্যক তিক্ততা আৰু অনৈক্যও আনিব ধৰিছে। শ্ৰেণীবৈষম্য দূৰীকৰণ আৰু সমতা সাধন নিশ্চয় ন্যায় ৰক্ষাৰ বাবেই আৱশ্যক। কিন্তু এইবোৰৰ নামতেই অকৰ্ম্মণ্যতা দুনীতি তিক্ততা অনৈক্য আৰু অন্যায় সৃষ্টি হোৱাও অবাঞ্ছনীয়। ন্যায়ৰ নামত ভাৰতত আজি 'যি অকৰ্ম্মণ্যতা দুৰ্নীতি তিক্ততা অনৈক্য আৰু অন্যায় সৃষ্টি হবৰ উপক্ৰম হৈছে তাৰ মূল কাৰণ ভাৰতৰ সৰ্ব্বসাধাৰণৰ মনত যি ন্যায় সজাগতাই দেখা দিছে সি এতিয়াও সম্যক সংযত বাস্তৱমুখী আন্তৰিক জ্ঞানভিত্তিক আৰু গভীৰ হৈ উঠিব পৰা নাই। ভাৰতৰ সৰ্ব্বসাধাৰণ আনকি শিক্ষিত সমাজো আজি জ্ঞানমুখী নহৈ হৈছে হুজুগমুখী আশাবাদী নহৈ হৈছে নিৰাশবাদী। ভাৰতৰ শিক্ষিত আৰু সৰ্বসাধাৰণৰ বেছি সংখ্যক লোকৰেই মনত আজি এনে ধাৰণা হৈছে যে দেশৰ প্ৰশাসন যেন দুৰ্নীতি আৰু পাপেৰে পৰিপূৰ্ণ দেশত যেন ন্যায় পোৱা একৰকম অসম্ভৱ। দেশত ন্যায় সজাগতাই যেতিয়া এনে নিৰাশজনক ৰূপ লয় তেতিয়া দেশত স্বেচ্ছাচাৰী বা সাময়িক শাসনৰ সম্ভাবনাই সচাঁকৈয়ে দেখা দিয়ে। এনে অৱস্থা গুচোৱাৰ অৰ্থে দেশৰ সৰ্ব্বসাধাৰণৰ বিশেষকৈ শিক্ষিত সমজাৰ ন্যায় সজাগতা আন্তৰিক আৰু জ্ঞানভিত্তিক হোৱাৰ নিশ্চয়কৈ আৱশ্যকতা আছে। ন্যায় প্ৰাপ্তি সম্পৰ্কীয় সকলো কথাকে শিক্ষিত সমাজে জনাৰ আৰু চিন্তা কৰাৰ দৰ্কাৰ আজি সেয়ে সচাঁকৈ হৈছে।

## নেতিবাচক আৰু ইতিবাচক ন্যায

ন্যায় প্ৰাপ্তিৰ প্ৰশ্ন প্ৰধানত দুই ক্ষেত্ৰত উঠে। এক নিজৰ সম্পত্তি মাটিবাৰী ইত্যাদি সম্পৰ্কীয় ব্যক্তি স্বাধীনতাত আনৰ সমাজৰ আৰু ৰাষ্ট্ৰৰ বাধা দানৰ ক্ষেত্ৰত। দুই দেশৰ চাকৰি বৃত্তি ঠিকা (contract) সম্পদ আদি ভাগ বাটোৱাৰাৰ আৰু উৎপাদনৰ ক্ষেত্ৰত। প্ৰথম ক্ষেত্ৰত ন্যায় নেতিবাচক (negative) দ্বিতীয় ক্ষেত্ৰত

ন্যায় ইতিবাচক (positive বা distributive)।

## নেতিবাচক ন্যায় আৰু ইংলণ্ডৰ আইন ব্যৱস্থা

নেতিবাচক ন্যায় সমাজত কিমান দূৰ ৰক্ষা পাইছে সেই কথা প্ৰকাশ পায় মাটিবাৰী সম্পৰ্কীয় মামলা মোকৰ্দমা দেশত কেনেদৰে নিষ্পত্তি হৈছে আৰু চোৰ ডকাইতে কেনেদৰে শাস্তি পাইছে এনেবোৰ কথাৰ মাজত। দেশত আজি এনে ভাব হৈছে যে চুৰ কৰিলে চোৰৰ শাস্তি সাধাৰণতে নহয় আৰু হত্যা কৰিও টকাৰ জোৰত দোষীয়ে সাধাৰণতে খালাচ পায়। এনে অৱস্থাত দেশত নিশ্চয় ন্যায় নাই।

চোৰ আৰু হত্যাকাৰীৰ খালাচ যে দেশত বহু সময়ত হয় সি সচা। এনে খালাচৰ কাৰণে বহু পৰিমানে আমাৰ স্বভাৱ আৰু আমাৰ আইনব্যৱস্থা দায়ী। আমি যি আইন ব্যৱস্থা গ্ৰহণ কৰিছো সি ইংলণ্ডৰ আইন ব্যৱস্থা বুলি জনাজাত। এই ব্যৱস্থাত দোষীক নিৰ্দোষী বুলি ধৰি লোৱা হয় দোষীৰ দোষ প্ৰমাণ কৰাৰ গৰজ পুলিচ আৰু ন্যায় বিচৰা লোকৰ। কথা কোৱাত আৰু ঘটনা বৰ্ণনাত যদি সঠিকতা (accuracy) ৰক্ষা কৰা নহয় তেন্তে দোষীৰ দোষ প্ৰমাণ কৰা অসম্ভৱ। এনে সঠিকতা আহে অভ্যাসৰ যোগেদি। আমাৰ দেশৰ লোকৰ স্বভাবত এই অভ্যাস নাই। ফলত দোষীৰ দোষ প্ৰমাণ নহয় পুলিচ উকিল আৰু ন্যায়াধিকাৰীৰ দুৰ্নীতিত নামিবৰ সুবিধা ওলায় চোৰ আৰু হত্যাকৰীযে খালাচ পায়। ইংলণ্ডৰ লোকসকলৰ স্বভাৱত এই অভ্যাস আছে। ফলত তাত চোৰে চুৰ কৰি সাৰি যাব নোৱাৰে হত্যাকাৰীযে হত্যা কৰি দণ্ড নোপোৱাকৈ নাথাকে। স্বভাৱত এই অভ্যাস থকা বাবদ ইংলণ্ডত ন্যায ৰক্ষা সহজে হব পাৰিছে। আমাৰ দেশতো ন্যায ৰক্ষা সহজ হব যদিহে আমাৰ শিক্ষা ব্যৱস্থাত এই অভ্যাস কৰ্ষণৰ প্ৰতি লক্ষ্য ৰখা হয়। আৰু লগতে ন্যাযপ্ৰাপ্তি সহজ আৰু কমব্যাযী হয়। আমাৰ ন্যায ব্যৱস্থাৰ এই ক্ৰটি দূৰীকৰণৰ ব্যৱস্থা হব লাগে।

আমাৰ দেশৰ পুলিচ আৰু হাকিম সকলৰ বহুতো যে অসাধু তাত সন্দেহ নাই। এই অসাধুতাৰ কাৰণেও দেশত ন্যায় ৰক্ষাত বেমেজালি উপজিছে। এনে অসাধুতা দূৰ কৰাৰ অৰ্থে চৰকাৰী কৰ্ম্মচাৰী নিযোগ আৰু প্ৰমোচন খত শূন্য হোৱা আৱশ্যক। চৰকাৰী কৰ্ম্মচাৰী নিযোগৰ অৰ্থে পাবলিক ছাৰ্ভিছ কমিছন আছে। কিন্তু এই কমিছনৰ লোক সকলেই যদি ঠিকমতে মনোনীত নহয তেন্তে সেই কমিছনৰ যোগেদি চৰকাৰী কৰ্ম্মচাৰী নিযোগ আৰু প্ৰমোছনেই বা কেনেকৈ নিখুত হব? পাবলিক ছাৰ্ভিছ কমিচনৰ সভ্য সকল কেনে গুণ সম্পন্ন লোক হোৱা উচিত সেই

বিষয়ে আমাৰ দেশত এতিয়ালৈকে কোনো আলোচনা হোৱা নাই। ব্যক্তিত্বৰ বিভিন্নফাল বুজিব আৰু পৰীক্ষা কৰিব পৰা ক্ষমতা তেওলোকৰ যে থকা দৰ্কাৰ আৰু তেনে ক্ষমতাৰ অৰ্থে ব্যৱহাৰিক মনোবিজ্ঞানৰ সম্যক জ্ঞানো যে তেওলোকৰ আৱশ্যক এইবোৰ কথাৰ প্ৰতি তেওলোকৰ নিযুক্তিত কোনোদিনেই চকু দিয়া নহয়। ফলত দেশত পাবলিক ছাৰ্ভিছ কমিছন থকা সত্বেও দেশৰ চৰকাৰী কৰ্ম্মচাৰী সকলৰ নিয়োগ প্ৰমোচন আদি এতিযাও দোষপূৰ্ণ হৈ আছে আৰু তাৰ কাৰণেই কিছু পৰিমানে দেশত আজিও দুৰ্নীতি অকৰ্মন্যতা আৰু অন্যায় চলিবৰ সুবিধা পাইছে। প্ৰাশাসনীয় নিপুনতা আৰু সাধুতা ৰক্ষাৰ অৰ্থে পাবলিক ছাৰ্ভিছ কমিছনৰ এটা দাযিত্ব আছে। এই দাযিত্বৰ কথা দেশৰ পাবলিক ছাৰ্ভিছ কমিছনবোৰে যে কেতিযাবা উপলব্ধি কৰে তাৰ নিদৰ্শন আজি সচাকৈ পাবলৈ নাই। এই দায়িত্ব পালনৰ অৰ্থে গোটেই বছৰ জুৰি পাবলিক চাৰ্ভিছ কমিছনবোৰ লগতে স৲বাদপত্ৰও সজাগ আৰু যত্নবান হোৱা আৱশ্যক।

প্ৰকৃত ন্যায় ৰক্ষাৰ অৰ্থে দেশৰ পাবলিক ছাৰ্ভিছ কমিছন ঠিকভাৱে গঠিত হোবা আৰু দেশৰ চৰকাৰী কৰ্মচাৰী সকল সাধু হোৱা নিশ্চয় উচিত। অৱশ্যে দেশত ন্যায হীনতাৰ কাৰণে চৰকাৰী কৰ্ম্মচাৰীৰ অসাধুতাক যিমান দাযী বুলি ভবা হয তাতকৈ বেছি দাযী দেশৰ জনসাধাৰণৰ কথা কোৱাত আৰু ঘটনা বৰ্ণনাত সঠিকতা (accuracy) ৰক্ষা কৰাৰ অক্ষমতা আৰু মাটিবাৰী আদি সম্পৰ্কীয় আইনৰ অজ্ঞানতা। পুলিচ মণ্ডল আৰু হাকিম আদিযেও প্ৰধানত এনে অক্ষমতা আৰু অজ্ঞানতাৰ বাবেই অসাধুতা প্ৰযোগৰ সুবিধা পাইছে। গতিকে দেশত ন্যায় ৰক্ষাৰ অৰ্থে পাবলিক ছাৰ্ভিছ কমিছন সুগঠিত হোৱাৰ আৰু ই নিজ কৰ্ত্তব্য দাযিত্বৰে পালন কৰাৰ যেনে আৱশ্যক ঠিক তেনে আৱশ্যক দেশৰ শিক্ষা ব্যৱস্থা বিশেষকৈ পৰীক্ষা পদ্ধতি এনেদৰে স স্কাৰ কৰাৰ যাতে শিক্ষানুষ্ঠানবোৰৰ যোগেদি দেশৰ জনসাধাৰণে মাটিবাৰী সম্পৰ্কীয় আইনৰ সকলো কথা জানি উঠে আৰু কথা কোৱাত আৰু ঘটনা বৰ্মনাত সঠিকতা ৰক্ষাৰ অভ্যাস অৰ্জন কৰিব পাৰে। কথাকোৱাত আৰু ঘটনা বৰ্ণনাত সঠিকতা ৰক্ষাৰ অভ্যাস একেদিনে নহয় তাৰ বাবে আৱশ্যক দীৰ্ঘকাল জুৰি চেষ্টা। তেনে চেষ্টাৰ পৰিবেশ আমাৰ সমাজত আজি নোহোৱা হৈছে। শিক্ষানুষ্ঠানবোৰৰ যোগেদি সেই পৰিবেশ সৃষ্টি নকৰিলে অন্য উপায়ে তাক কৰা টান। ভাৰতত শিক্ষা সংস্কাৰ বহুতো হব ধৰিছে। কিন্তু, এই সংস্কাৰ সমূহত সমাজত সুকলমে চলাৰ অৰ্থে আৱশ্যকীয অভ্যাস অৰ্জ্জনৰ ওপৰত অলপো জোৰ দিয়া হোৱা নাই। দেশৰ ৰাজনৈতিক আৰু সা স্কৃতিক সমস্যাসমূহ সামগ্ৰিক দৃষ্টি ভঙ্গীৰে বিবেচনা কৰি দেশৰ

শিক্ষাবিদ সকলে ইয়াৰ বিষয যে কেতিয়াবা চিন্তা কৰে বা কৰিব পাৰে তাৰ নিদৰ্শনো আ'কি এই স'স্কাৰসমূহত দেখা নাযায।

দেশত নেতিবাচক ন্যায ৰক্ষাৰ অৰ্থে ই'লণ্ডৰ আইন পদ্ধতি বাদ দি ৰোমান পদ্ধতি গ্ৰহনৰ কথা চিন্তা কৰাৰো নিশ্চয স্থল আছে। ৰোমান পদ্ধতি কিছু পৰিবৰ্তিত ৰূপত ৰাছিয়াতো প্ৰচলিত আছে। এই পদ্ধতিত দোষীক দোষী বুলি ধৰি লোৱা হয গতিকে নিৰ্দোষিতা প্ৰমাণৰ গৰজ দোষীৰ নিজৰ। কথা কোৱাত আৰু ঘটনা বৰ্ণনাত সঠিকতা ৰক্ষা কৰাৰ অভ্যাস নথকা বাবদ এই ব্যৱস্থাত বহু নিদোষী লোকেও নিৰ্যাতন ভোগ কৰিব লগীযাত পৰে। দেশৰ শাসন স্বেচ্ছাচাৰী হোৱাৰ সুযোগো এই পদ্ধতিত অত্যন্তই বেছি। সেই দেখি ই'লণ্ডৰ আইন পদ্ধতি বাদ দিলে যে দেশত ন্যায ৰক্ষা সহজ হব সেই কথা ভবাৰ আচলতে বিশেষ হেতু নাই। বৰ' তাৰ পৰা দেশত বিপদহে আহিব পাৰে। শিক্ষা স স্কাৰৰ যোগেদি ন্যায ৰক্ষাৰ চিন্তাহে ভাৰতৰ শিক্ষিত লোকসকলৰ হোবা উচিত। ন্যায সজাগতাৰ ফলত দেশত যি অসন্তুষ্টি আৰু অস্ৰিৰতাই দেখা দিছে সেই অসন্তুষ্টি আৰু অস্থিৰতাই যাতে দেশত বিৰাট বিশঙ্খলতা নানে সেই অৰ্থে ন্যায সজাগতাক জ্ঞানভিত্তিক কৰাও শিক্ষিত সকলৰ কৰ্ত্তব্য । মাটি বাৰী সম্পৰ্কীয প্ৰধান আইনবোৰৰ বিষয বস্তু কি আমাৰ আইন ব্যৱস্থা কি পদ্ধতিত গঠিত তাত কেনেকৈ অসাধুতা সোমায সেই অসাধুতা গুচাই ন্যায ৰক্ষা কেনেকৈ কৰিব পাৰি ইত্যাদিৰ বিষয সৰ্বসাধাৰণক বুজোবাৰ আজি নিন্তাতই দৰ্কাৰ হৈছে। এই বুজনি দিব লাগিব আমাৰ শিক্ষিত সকলে আৰু দেশত ৰাজনৈতিক দলবোৰে। এতিযালৈকে এই বুজনিৰ অৰ্থে দেশৰ শিক্ষিত লোক সকলে আৰু ৰাজনৈতিক দলবোৰে যে কিবা কৰিছে তাৰ প্ৰমাণ একো নাই। দেশৰ শিক্ষিত সকল আৰু ৰাজনৈতিক দলবোৰ আজি সমালোচনা মুখৰ। সমালোচনাই বহু সমযত দেশত প্ৰগতি আনে। কিন্তু সেই সমালোচনা হব লাগিব জ্ঞানভিত্তিক সামগ্ৰিক চিন্তাপ্ৰসুত বহুমুখী আৰু সমন্বয সাধক। সমালোচনাই দেশত সমন্বযৰ ঐতিহ্য সৃষ্টি কৰি স্বাধীনতাৰ বিকাশ সুগম কৰে। কিন্তু একমুখী আৰু হুজুগী সমালোচনাই উত্তেজনাৰ সৃষ্টি কৰি সমন্বযৰ সৃষ্টিত বাধা হে দিযে। দেশত আজি সমালোচনাৰ যি বানপানী উঠিছে সি বহু ক্ষেত্ৰত একমূখী আৰু হুজুগী হৈ পৰিছে। গতিকে ই প্ৰকৃত ৰাজনৈতিক শিক্ষা দিয়াতকৈও বিশৃঙ্খলতা সৃষ্টিৰ হে উপক্ৰম কৰিছে বেছি। সমালোচনাক সমন্বয সাধক কৰি তোলাটো সেই দেখি যেই আজি হৈছে শিক্ষিত সকলৰ এটি প্ৰধান দাযিত্ব।

# ইতিবাচক ন্যায আৰু দেশৰ আৰ্থিক উন্নতি

দেশত আজি ন্যায়ৰ সজাগতাই যি অস্থিৰতা সৃষ্টি কৰিছে সি কেৱল নেতিবাচক ন্যায়ৰ ক্ষেত্ৰতে আৱদ্ধ থকা নাই ইতিবাচক ন্যাযৰ ক্ষেত্ৰত বৰ, ই আৰু বেছি প্ৰৱল ভাবে বৃদ্ধি পাইছে। স্বাধীনতাৰ আগত ইতিবাচক ন্যায় ৰক্ষাৰ সমস্যা আমাৰ দেশত বিশেষ নাছিল। সেই সময়ত দেশত চৰকাৰী চাকৰিৰ সংখ্যা কম আছিল গতিকে চাকৰি বিতৰণৰ ক্ষেত্ৰত বা বিভিন্ন চাকৰিৰ বিভিন্ন বানচৰ সম্পৰ্কত ন্যায অন্যাযৰ প্ৰশ্নই সৰ্ব্বসাধাৰণক বিশেষ স্পৰ্শ নকৰিছিল। অভাৱ সজাগতাও নিতান্তই সীমাবদ্ধ আছিল। গতিকে বস্তুৰ অৰ্ঘতাৰ কাৰণে বস্তুৰ বিতাৰণৰ প্ৰশ্ন কাশ্চিৎ হে উপস্থিত হৈছিল। শিল্পাদি স্থাপন সম্পৰ্কত ৰাষ্ট্ৰৰ কৰ্ত্তব্য সেই সময়ত বিশেষ নাছিল। গতিকে কোনো বিশেষ স্থানত শিল্পস্থাপিত হ ল বা ন হল কোনো বিশেষ স্থলত জনে পতি আয বাঢিল নে কমিল ইত্যাদি ইতিবাচক ন্যায ৰক্ষাৰ প্ৰশ্ন তেতিয়া বেতিযাও নুঠিছিল।

কিন্তু এতিযা এই সকলো কথাৰ পৰিবৰ্ত্তন ঘটিছে। অভাৱ সজাগতা আৰু শিক্ষা বৃদ্ধিৰ লগে লগে চাকৰি বৃত্তি ঠিকা আদিৰ ভাগ বাটোৱাৰাক লৈ ন্যায় অন্যাযৰ আজি প্ৰশ্ন উঠিছে। দেশৰ ৰেলবাট ৰাস্তাঘাট শিল্প আদি স্থাপনৰ দাযিত্ব চৰকাৰে লোবা বাবদ এইবোৰ স্থাপনত বিৰোধ উপজিছে। এইবোৰ প্ৰশ্ন আৰু বিৰোধ সমাধানৰ অৰ্থে ইতিবাচক ন্যাযৰ ঐতিহ্য আৰু ইযাৰ লগত আইনৰ সম্পৰ্ক আবশ্যাক। তেনে ঐতিহ্য আৰু সম্পৰ্ক স্বাভাকিতে একেদিনে গঢ়ি উঠিব নোবাৰে। ই লণ্ড আদি দেশৰ আৰ্থিকমান উন্নত হোবা হেতুকে আৰু ৰাষ্ট্ৰই শিল্পাদি স্থাপনৰ দাযিত্ব সেই বোৰ দেশত সাধাৰণতে নোলোবা বাবে এনে ঐতিহ্য আৰু সম্পৰ্ক অন্য দেশতো পাবলৈ নাই এইবোৰৰ অভাবত বিশেষকৈ বস্তুৰ মহাৰ্ঘতা থকা অবস্থাত ইতিবাচক ন্যায প্ৰাপ্তিৰ সমস্যাই দেশত দুৰ্নীতি সৃষ্টি কৰিছে। এই সমস্যাৰ হেতুকে প্ৰশাসনৰ ওপৰত এম এল এ আদিৰ অৱাঞ্চনীয আৰু অনাৱশ্যক হস্তক্ষেপৰ অগণতান্ত্ৰিক ঐতিহ্যও গঢি উঠিছে। ফলত এক বিৰাট অশান্তিৰ সম্ভৱনা চাপি আহিছে। এনে অশান্তি গুচোৱাৰ অৰ্থে এপিনে যেনেকৈ দেশৰ পাবলিক ছাৰ্ভিছ কমিছন ভালদৰে গঠিত হোৱা উচিত আনপিনে ঠিক তেনেকৈ ইতিবাচক ন্যায় প্ৰাপ্তিৰ ক্ষেত্ৰত ৰাষ্ট্ৰীয ক্ষমতাৰ প্ৰয়োগ যাতে ব্যক্তি নিৰপেক্ষ হয় তাৰ কাৰণে উপযুক্ত আৰু যথেষ্ট আইন প্ৰণযনো হোৱা আৱশ্যাক। চলিত আইনৰ যোগেদি অকৰ্মণ্য আৰু অসাধু কৰ্ম্মচাৰীক শাস্তি দিযা অত্যন্তই কঠিন বহুক্ষেত্ৰত বহু কৰ্ম্মচাৰীক সামযিক ভাৱে বৰ্খাস্ত কৰি পাছত আকৌ যোগদিযাৰ অনুমতি দিবলৈ

প্ৰচলিত আইনৰ বাবেই চৰকাৰ বাধ্য হৈছে। অকৰ্মণ্য আৰু অসাধু কৰ্ম্মচাৰীক সহজে শাস্তি দিব পৰা ক্ষমতা চৰকাৰৰ হব লাগে। অকৰ্মণ্য আৰু অসাধু কৰ্ম্মচাৰীক বদলিৰ (transfer) ৰ যোগেদি শাস্তি বিধান কৰা অসম্ভব। গতিকে এনে নিয়মে কৰ্ম্মচাৰীক শাস্তি দিয়াৰ ভাৰ চৰকাৰে ত্যাগ কৰি আইনৰ উপযুক্ত পৰিবৰ্ত্তনত আৰু দুৰ্নীতি নিবাৰণ বিভাগ শক্তিশালী আৰু কৰ্ম্ম প্ৰবণ কৰাতহে মন দিয়া উচিত। শাস্তিৰ যোগেদি প্ৰশাসনীয় সাধুতা আৰু নিপনতা অনাৰ চেষ্টাৰ লগে লগে পুৰস্কাৰ বা স্বীকৃতিৰ যোগেদিও এইবোৰ অনাৰ চেষ্টা দেশত হব লাগে। অকৰ্মণ আৰু অসাধু কৰ্ম্মচাৰী যিদৰে দেশত আছে নিপুণ আৰু সাধু কৰ্মচাৰীও তেনেকৈ দেশত নথকা নহয়। কিন্তু তেওঁলোকক স্বীকৃতি দিয়াৰ বিশেষ ব্যবস্থা দেশত নাই। তেওঁলোকৰ ফটো নাম গুণ আদি বাতৰি কাকত প্ৰকাশ কৰি তেওঁলোকক স্বীকৃতি দিয়াৰ ব্যৱস্থা কৰিব পাৰি তেনে স্বীকৃতিয়ে কৰ্ম্মচাৰীসকলক সাধু আৰু নিপুণ হোৱাত প্ৰেৰণা যোগায়। মনোবিজ্ঞান অনুসৰি স্বভাৱ পৰিবৰ্তনৰ উত্তম পন্থা শাস্তি নহয় উৎসাহ আৰু স্বীকৃতিহে।

দেশৰ উন্নয়নমূলক কামৰ লগত সংশ্লিষ্ট কৰ্ম্মচাৰী সকলে সদায় মনত ৰখা দৰকাৰ যে তেওঁলোকৰ কৰ্ত্তব্য পালন শিল্পাদি স্থাপনতে শেষ নহয় তাৰ লগত ইতিবাচক ন্যায় প্ৰাপ্তিৰ প্ৰশ্নও আছে। দেশৰ শিক্ষিত আৰু ৰাজনৈতিক নেতাসকলেও তেওঁলোকৰ ইতিবাচক ন্যায়ৰ সজাগতা সদায় ৰক্ষা কৰা আবশ্যক। শিল্পাদি বিকাশৰ মূলত বহুতো অনৈতিক কাৰণ আছে। এই কাৰণৰ নজাৰ বাবদ বিভিন্ন অঞ্চলত শিল্পাদি স্থাপনৰ সময়ত বহুক্ষেত্ৰত তেওঁলোকে বিবোধ সাধ আৰু বিভিন্ন অঞ্চলৰ স্থানীয় সমস্যাবোৰক ন্যায় অন্যায়ৰ লগত সংযোগৰ সবল নেতৃত্ব দিয়াৰ গৰ্ব বোধ কৰে। ফলত ন্যায়ৰ সজাগতাই দেশত অশান্তিৰ ধূমহা বোৱাবলৈ ধৰে। এনে ধুমহা প্ৰতিৰোধৰ অৰ্থে ন্যায় অন্যায় সম্পৰ্কীয় সকলো মৌলিক কথা বিভিন্ন অঞ্চলৰ অৰ্থনৈতিক বাধা (limitations) পৰিকল্পনাৰ মূল উদ্দেশ্য আদিৰ সম্যক জ্ঞান দেশৰ সৰ্ব্বসাধাৰণৰ আজি অপৰিহাৰ্য্য হৈ পৰিছে। সৰ্ব্বসাধাৰণৰ এনে জ্ঞান থকা অৱস্থাত বিভিন্ন অঞ্চলৰ স্থানীয় সমস্যাক কেন্দ্ৰকৰি কোনো ৰাজনৈতিকলোকে সহজে হুজুগ আৰু আন্দোলন সৃষ্টি কৰিব নোৱাৰে। এই সম্পৰ্কত দেশৰ বাতৰি কাকত আৰু শিক্ষানুষ্ঠানবোৰৰো যথেষ্ট কৰ্ত্তব্য আছে। দেশৰ বাতৰি কাকতবোৰে আৰু শিক্ষিতসকলে দেশৰ উন্নয়ন কাৰ্য্যৰ বিষয় আলোচনা কৰোঁতে দেশৰ দ্ৰুত আৰ্থিক উন্নয়ন আৰু ইতিবাচক ন্যায় ৰক্ষাৰ মাজত সমন্বয় সাধনৰ দৃষ্টি ভঙ্গী সদায় মনত ৰখা দৰকাৰ।

ইতিবাচক ন্যায়ৰ প্ৰশ্নৰ প্ৰকৃত সমাধানৰ অৰ্থে সকলোতকৈ আৱশ্যক দেশৰ সবল অৰ্থনৈতিক গাথনিৰ। দেশত আৰ্থিক উন্নতি যথেষ্ট হলে চাকৰি বৃত্তি ঠিকা ৰাস্তা ঘাট ৰেলবাট শিল্প আদি লৈ টনা আজোৰাৰ আৱশ্যক নোহোৱা হৈ পৰে। সবল অৰ্থনৈতিক গাথনিৰ হেতুকেই ই লণ্ড যুক্তৰাষ্ট্ৰ আদি দেশত ইতিবাচক ন্যাযৰ প্ৰশ্ন লৈ বিৰোধ আৰু অশান্তিৰ সৃষ্টি সাধাৰণতে হোৱা দেখা নাযায়। ন্যায় সজাগতাৰ ফলত দেশত যাতে অবাঞ্ছনীয় অস্থিৰতা সৃষ্টি নহয় সেই অৰ্থে আজি দেশৰ দ্ৰুত আৰ্থিক উন্নয়ন নিতান্তই আৱশ্যক হৈ পৰিছে।

ৰাষ্ট্ৰত ন্যায় ৰক্ষাৰ অৰ্থেই ন্যায় সজাগতা অপৰিহাৰ্য্য। এই দৃষ্টি ভঙ্গীত ভাৰতত আজি যি ন্যায় সজাগতাই দেখা দিছে সি নিশ্চয় কাম্য। এই সজাগতাৰ ফলত শান্তি আৰু শৃঙ্খলাৰে ব্যক্তি সাধাৰণে নিজত্বৰ বিকাশ সাধিবলৈ হলে ই আজি জ্ঞানভিত্তিৰ আৰু সংযত হোৱাৰ প্ৰয়োজন আছে। দেশত আজি পূৰ্ণ ন্যায় বিশেষকৈ ইতিবাচক ন্যায নিশ্চয় নাই। কিন্তু তাক প্ৰতিষ্ঠা কৰাৰ অৰ্থে হতাশা আৰু ধ্বংসাত্মক সমালোচনাতকৈ বেছি প্ৰযোজন আত্মবিশ্বাস আত্ম বিচাৰ আৰু গঠনমূলক সমালোচনাৰ অনুভূতি আৰু হুজুগতকৈ বেছি দৰ্কাৰ নৈতিক চৰিত্ৰ বল আৰু দেশৰ দ্ৰুত আৰ্থিক উন্নয়ন। বিভিন্ন দলৰ (ৰাজনৈতিক) এক কৰ্তব্য হোবা উচিত অশিক্ষিত নিবনুৱাক কৰ্ম বিচাৰি উলিয়াত বিনপ্ৰৰিশ্ৰমিক সাহায্য প্ৰদান।

# স্বাধীনতা ৰক্ষাৰ উপায়-জাতীয়তাবোধ

স্বাধীনতা বিহীন জীবন অসম্ভৱ এনে ভাব যেতিয়া আমি ব্যক্তিগত জীৱনত পূৰ্ণভাবে উপলব্ধি কৰো তেতিয়া ব্যক্তিগত জীৱনত স্বাধীনতা আপোনা আপুনি আহে। সেইদৰে ৰাষ্ট্ৰীয় জীৱনতো এনে ভাবনা উপলব্ধি হলে সেই ক্ষেত্ৰতো স্বাধীনতা সহজে ৰক্ষিত হবলৈ বাধ্য। এতেকে ব্যক্তিগত জীবনেই হওক বা ৰাষ্ট্ৰগত জীৱনেই হওক স্বাধীনতা ৰক্ষাৰ কাৰণে প্ৰথম মৌলিক কথা স্বাধীনতাৰ আৱশ্যকতা উপলব্ধি। দেশৰ জনসাধাৰণে এনে আবশ্যকতা উপলব্ধি কৰিলে সেই আৱশ্যকতা পূৰণ নোহোৱালৈকে তেওলোক ক্ষান্ত নাথাকে। জনসাধাৰণৰ এনে বিৰামহীন চেষ্টাৰ ফলতে স্বাধীনতাৰ কাৰণে এটি দুৰ্ব্বাৰ আসক্তি দেশত স্বাভাবিক ভাবেই সৃষ্টি হয় যাৰ ফলতেই আকৌ স্বাধীনতা প্ৰাপ্তি আৰু ৰক্ষাৰ সকলো উপায় স্বাভাবিক ভাবেই দেশত আপোনা আপুনি ওলায়।

## স্বাধীনতাৰ প্ৰতি আন্তৰিক আসক্তি

আমাৰ দেশত স্বাধীনতাৰ আবশ্যকতা জনসাধাৰণে এতিযাও গভীৰ ভাবে উপলব্ধি কৰা বুলি কব নোৱাৰি। স্বাধীনতাৰ প্ৰতি আমাৰ যি আসক্তি সি বহু পৰিমাণে হুজুগী। এতিযাও সি আবশ্যকতা প্ৰসূত হৈ উঠা নাই। স্বাধীনতাৰ আসক্তি আৱশ্যকতা প্ৰসূত কৰাৰ কাৰণে দৰ্কাৰ ব্যক্তিগত জীবনত নিজক বিকাশ কৰাৰ প্ৰৱল আগ্ৰহ আৰু ৰাষ্ট্ৰগত জীৱনত এটি সামূহিক আদৰ্শ সাৰ্থক কৰাৰ প্ৰবল প্ৰেৰণা। বিভিন্নতাৰে পৰিপূৰ্ণ বিৰাট ভাৰতবৰ্ষত বিভিন্নতাৰ মাজত সমন্বয় সাধনৰ সৃষ্টিযেই নিশ্চয় দেশৰ চিৰন্তন আদৰ্শ। দৰিদ্ৰ প্ৰপীড়িত জনসাধাৰণৰ আশা আকাঙ্ক্ষা পূৰণৰ অৰ্থে সমাজতান্ত্ৰিক সংসদী গণতন্ত্ৰ স্থাপনো অৱশ্যে আশু উদ্দেশ্য। সমন্বয় সাধনৰ ঐতিহ্য আৰু সমাজ তান্ত্ৰিক গণতন্ত্ৰ এই দুযোটা আদৰ্শৰ কোনোটোৰে সজাগতা আজি দেশত প্ৰৱল নহয় আৰু সেই গতিকেই স্বাধীনতাৰ প্ৰতি জনসাধাৰণৰ আসক্তি এতিযাও আৱশ্যকতাপ্ৰসূত হৈ উঠিব পৰা নাই। স্বাধীনতাৰ প্ৰতি জনসাধাৰণৰ যি আসক্তি সি আজি বহু পৰিমাণে কৃত্ৰিম আৰু বাহ্যিক আৰু সেই গতিকেই স্বাধীনতা ৰক্ষাৰ সমস্যাও দেশত আজি কঠিন। স্বাধীনতা ৰক্ষাৰ কোনো উপাযেই তেতিযালৈকে কৃতকাৰ্য্য হব নোৱাৰে যেতিযালৈকে দেশত স্বাধীনতাৰ আসক্তি আৱশ্যকতাপ্ৰসূত আৰু সেইদৰেই আন্তৰিক আৰু প্ৰকৃত হৈ নুঠে। স্বাধীনতা ৰক্ষাৰ অৰ্থে দেশত আজি

সেই গতিকেই লক্ষ্য কৰাৰ বিষয় নিজক বিকাশ আৰু উন্নত কৰাৰ আগ্ৰহ সমন্বয় সাধনৰ ঐতিহ্য আৰু সমাজতান্ত্রিক সংসদী গণতন্ত্র স্থাপনৰ অৰ্থে অবিৰাম যত্ন।

## দেশৰ শক্তি

স্বাধীনতা ৰক্ষাৰ কাৰণে দ্বিতীয় মৌলিক কথা দেশৰ শক্তি বৃদ্ধি। স্বাধীনতাৰ আসক্তি দুৰ্বাৰ হলে আৰু তাক ৰক্ষা কৰাৰ কাৰণে যথেষ্ট শক্তি থাকিলে স্বাধীনতা স্বাভাৱিক ভাবেই ৰক্ষিত হবলৈ বাধ্য।

দেশৰ শক্তি প্ৰধানত চাৰিটা কথাৰ ওপৰত নিৰ্ভৰ কৰে। এক সামাজিক স্বাস্থ্য দুই আৰ্থিক স্বাস্থ্য তিনি সৈন্যবল চাৰি বন্ধুবল।

ঐক্য সমতা শোষণহীনতা দুৰ্নীতিবিহীন ন্যাযযুক্ত কৰ্ত্তব্য পৰাযণ প্ৰশাসন কৃষ্টি শিক্ষা ধৰ্ম্ম ইত্যাদিৰ ওপৰত সামাজিক স্বাস্থ্য নিৰ্ভৰ কৰে। গতিকে দেশৰ স্বাধীনতা ৰক্ষাৰ অৰ্থে এই বোৰৰ প্ৰতি দেশনেতাসকল আৰু দেশৰ ৰাজনৈতিক দলবিলাক সজাগ হোৱা নিতান্তই আৱশ্যক। দেশৰ শিক্ষা ব্যৱস্থাও এনেদৰে গঠিত হোবা উচিত যাতে তাৰ যোগেদি নৈতিকতাযুক্ত ৰাজনৈতিক পক্ষপাতিত্বশূন্য নিপুণ প্ৰশাসনীয় কৰ্ম্মচাৰী একশ্ৰেণী দেশত সৃষ্টি হব পাৰে।

আৰ্থিক স্বাস্থ্যৰ কাৰণে দৰ্কাৰ কৰ্ম্মপ্ৰৱণতা আত্মনিৰ্ভৰশীলতা দৈনন্দিন জীৱনত বিজ্ঞানৰ প্ৰয়োগ অন্যৰ লগত একেলগে কাম কৰা অভ্যাস টেক্নলজিৰ বিস্তাৰ যোগান ব্যৱস্থা আৰু ৰাস্তা ঘাট আদিৰ নিৰ্মাণ ব্যয় সচেতনতা সঞ্চয আৰু সঞ্চযৰ উপযুক্ত প্ৰযোগ ইত্যাদি। এইবোৰৰ প্ৰতি দেশৰ জনসাধাৰণক সজাগ কৰি তুলিব নোবাৰিলে দেশৰ আৰ্থিক উন্নতি সহজে নহয। ভাৰতত আজি এই সজাগতাৰ অভাব আছে আৰু তাৰ বাবেই দেশৰ আৰ্থিক উন্নতিৰ গতি অতি মন্থৰ হৈছে। গতিকে এনে সজাগতা সৃষ্টিৰ কাৰণে দেশৰ ৰাজনৈতিক দলবোৰে উপযুক্ত কৰ্ম্মসূচী লোৱাৰ আৰু দেশৰ শিক্ষা ব্যৱস্তাত উপযুক্ত সংস্কাৰ সধাৰ প্ৰযাজন স্বাধীনতা ৰক্ষাৰ কাৰণে আজি অত্যন্তই প্ৰযোজন হৈছে।

## সৈন্য-বল

সৈন্যবল নিৰ্ভৰ কৰে সৈন্য সংখ্যা সৈন্যৰ সাহস সৈন্য বাহিনীৰ দ্ৰুত স্থান পৰিবৰ্ত্তনৰ ক্ষমতা বা গতিশীলতা (Mobility) আৰু প্ৰস্তুতি সৈন্যচালক সকলৰ কৰ্ত্তব্যবোধ আৰু বুদ্ধি অস্ত্ৰ শস্ত্ৰৰ প্ৰকাৰ আৰু পৰিমাণ আদিৰ ওপৰত।

দেশৰ আকাৰ প্ৰাকৃতিক গঠন সীমান্তৰ অগম্যতা শত্ৰুআক্ৰমণৰ সম্ভৱনা

বিৰাট দেশ আৰু ইয়াৰ সীমান্ত বহু হাজাৰ মাইল ব্যাপী। আনহাতে শত্ৰু আক্ৰমণৰ সম্ভাৱনাও ইয়াৰ বৰ্ত্তমান মুহূৰ্ত্তত অত্যন্তই বেছি। বৰ্ত্তমান মুহূৰ্ত্তত ভাৰতৰ শত্ৰু চীনও। পাকিস্থানৰ আচৰণো বন্ধুভাৱাপন্ন কোনো মতে নহয়। চীনৰ সামৰিক শক্তি অত্যন্তই প্ৰৱল। স্থলসৈন্যৰ সংখ্যাত ই পৃথিৱীৰ ভিতৰতে সৰ্বশ্ৰেষ্ঠ আৰু ভাৰতৰ সৈন্যসংখ্যাতকৈ কেবা গুণেও বেচি। এনে স্থলত ভাৰতৰ সৈন্য সংখ্যা যে বৰ্ত্তমানে যথেষ্ট নহয় তাক আজি প্ৰায় সকলো দেশেই স্বীকাৰ কৰিছে। গতিকে স্বাধীনতা ৰক্ষাৰ অৰ্থে ভাৰতৰ সৈন্য সংখ্যা বৃদ্ধিৰ আজি প্ৰয়োজন আছে।

সৈন্য সংখ্যাৰ ওপৰত দেশৰ শক্তি বহু পৰিমাণে নিৰ্ভৰ কৰে সচা কিন্তু সৈন্য সংখ্যাতকৈও বেচি আৱশ্যকীয় সৈন্যদলৰ দ্ৰুত স্থান পৰিবৰ্ত্তনৰ ক্ষমতা সৈন্যবাহিনীৰ সাহস ধৈৰ্য্য কৰ্ত্তব্যবোধ আৰু সৈন্যবাহিনীৰ সুপৰিচালনা । দ্ৰুত স্থান পৰিবৰ্ত্তনৰ ক্ষমতা থাকিলে কম সৈন্যৰেই বহু সৈন্যৰ কাম কৰিব পাৰি শত্ৰুৰ আকস্মিক আক্ৰমণ প্ৰতিহত কৰিব পাৰি আৰু শত্ৰুক আকস্মিক আক্ৰমণ কৰি ব্যতিব্যস্ত কৰিব পাৰি। বিৰাট মোগল সৈন্যবাহিনীৰ বিৰুদ্ধে শিবাজীৰ কৃতকাৰ্য্যতাৰ মূলত প্ৰধানকৈ আছিল তেওৰ সৈন্যবাহিনীৰ গতিশীলতা।

ভাৰতীয সৈন্যবাহিনীৰ দ্ৰুত স্থান পৰিবৰ্ত্তন ক্ষমতাৰ অভাৱ বুলি চীনৰ আক্ৰমণৰ সময়ত বোধ হৈছিল। সৈন্যবাহিনীৰ গতিশীলতা থাকিলে শত্ৰুৰ আকস্মিক আক্ৰমণে বিপদ আনিব নোৱাৰে কাৰণ সৈন্যবাহিনীৰ এনে গতিশীলতাৰ বাবে দীৰ্ঘকাল ব্যাপী প্ৰস্তুতিৰ আৱশ্যকতা নোহোৱা হৈ পৰে। চীনৰ আক্ৰমণৰ সময়ত ব মদিলাৰ বিপৰ্যযৰ মূলত আছিল প্ৰস্তুতিৰ অভাৱ। ব মদিলা আকস্মিক ভাৱে অৱৰুদ্ধ হোৱাত প্ৰস্তুতিৰ অভাৱত তলৰ (Base)ৰ পৰা সাহায্য দিব পৰা নগ ল যাৰ ফলতে ব মদিলাৰ পতন ঘটিল। সৈন্যবাহিনীৰ গতিশীলতা থকা হলে তলৰ (Base)ৰ প্ৰস্তুতি নথকা সত্বেও ব মদিলাৰ অৱৰুদ্ধ সৈন্যসকলে সাহায্য পালেহেতেন বা সাহায্য নোপোৱাকৈও তেওলোকে দ্ৰুতস্থান পৰিবৰ্ত্তন কৰি শত্ৰুক পাল্টা আক্ৰমণেৰে ব্যতিব্যস্ত কৰিব পাৰিলেহেতেন।

দ্ৰুতস্থান পৰিবৰ্ত্তনৰ ক্ষমতা প্ৰাপ্তিৰ অৰ্থে কমভাৰী আধুনিক অস্ত্ৰ শস্ত্ৰৰ যেনেদৰে প্ৰযোজন তেনেদৰে প্ৰযোজন সৈন্যসকলৰ কষ্টসহিষ্ণুতা প্ৰত্যুৎপন্নমতি আদি গুণৰ। তেওলোকৰ প্ৰত্যেকৰে মাল কঢ়িওৱা কোৰ মৰা ৰাস্তাঘাট বন্ধাৰে পৰা আৰম্ভ কৰি ঘোৰা চলোৱা ট্ৰাক চলোৱা আধুনিক অস্ত্ৰ চলোৱা আদি নানা কাম কৰাৰ ক্ষমতা থকা দৰ্কাৰ। এনে গুণ আৰু ক্ষমতা আহৰণৰ অৰ্থে দেশৰ লোকসকলক সৰুকালৰে পৰা শিক্ষা দিযাৰ আজি অত্যন্তই প্ৰযোজন হৈছে।

# বুদ্ধিজীৱিৰ অক্ষমতা

মৃত্যুঞ্জয়ী সাহসী বুলি ভাৰতীয় সৈন্যবাহিনীৰ খ্যাতি আছে। আত্মাৰ মৰণ নাই ভগৱান আছে ধৰ্মৰ সদায় জয় এনে আধ্যাত্মিকতাৰ বাবেই ভাৰতীয় সৈন্যই এই সাহস পাইছে। কিন্তু চীনৰ আক্ৰমণৰ সময়ত দেখা গৈছিল যে সাধাৰণ সৈন্যসকলৰ প্ৰায় সকলোৱেই এনে সাহস প্ৰদৰ্শনৰ দ্বাৰা ভাৰতীয় সৈন্যবাহিনীৰ ঐতিহ্য যেনেদৰে গৌৰৱময় কৰি তুলিছিল উচ্চ সামৰিক বিষযাসকলৰ মাত্ৰ কম স খ্যকহে যেন সেই ঐতিহ্য ৰচনাত তেনেদৰে অ.শ গ্ৰহণ কৰিছিল। উচ্চ বিষযা সকলৰ এনে ঐতিহ্য ৰচনাত ব্যাপকভাবে অংশ গ্ৰহণ কৰিব নোৱাৰা কথাটো দেশৰ বুদ্ধিজীৱি সকলৰেই অক্ষমতা। দেশৰ বুদ্ধিজীৱিসকলৰ এনে অক্ষমতা কিহৰ কাৰণে হৈছে সেই কথা গভীৰভাবে বিবেচনা কৰি তাৰ প্ৰতিব্যৱস্থা লোৱাটো স্বাধীনতা ৰক্ষাৰ কাৰণেই অতি আৱশ্যকীয় কথা। ইয়াৰ এক কাৰণ মুখস্তপ্ৰধান শিক্ষাপদ্ধতিও।

বুদ্ধিজীৱিসকলেই দেশৰ প্ৰশাসক (administrator) আৰু সৈন্যবাহিনীৰ চালক। এই দুযোশ্ৰেণীৰ লোকেই নিপুণ দুৰ্নীতি মুক্ত কৰ্ত্তব্যনিষ্ঠ প্ৰত্যুৎপন্নমতি সম্পন্ন আৰু সাহসী হোবা আৱশ্যক। প্ৰশাসক শ্ৰেণী নিম্ন খাপৰ হ লে দেশৰ সামাজিক স্বাস্থ্যৰ অৱনতি ঘটে যাৰ ফলতে আকৌ দেশৰ আৰ্থিক স্ব স্থ্যতো আঘাত পৰে। এওলোকৰ কৰ্ত্তব্যবোধ আৰু প্ৰত্যুৎপন্নমতি নাথাকিলে জৰুৰী আৱস্থাত বিশৃঙ্খলা ঘটে। প্ৰশাসক শ্ৰেণীৰ সাহসহীনতা প্ৰত্যুৎপন্নমতিৰ অভাৱ আৰু কৰ্ত্তব্যবোধৰ ন্যুনতাৰ পৰিচয় চীনৰ আক্ৰমণৰ সময়ত তেজপুৰৰ অপসৰ ৰ বেলিকা দেখা গৈছিল। সেই সময়ত সাধাৰণ শ্ৰেণীৰ লোকৰ মাজত যি ধৈৰ্য্য আৰু সাহস পোৱা গৈছিল সেই ধৈৰ্য্য আৰু সাহস বুদ্ধিজীৱিসকলে দেখুৱাব পৰা নাছিল।

দেশৰ বুদ্ধিজীৱিসকলৰ মনত আজি যেন এটি অনিশ্চযতাৰ আশঙ্কা (Sense of insecurity)। তেওলোকৰ অবিহনে তেওলোকৰ পৰিযালবৰ্গৰ কি হব এনে আশঙ্কা তেওলোকৰ মনত আজি হৈছে। ইয়াৰ বাবেই তেওলোকৰ মাজত আজি বৃদ্ধি পাইছে মৰণৰ ভয় আৰু পৰিযালবৰ্গৰ অৰ্থে অৰ্থ সঞ্চয় কৰি থৈ যোৱাৰ প্ৰৱল আগ্ৰহ। অৰ্থ সঞ্চয়ৰ আগ্ৰহে তেওলোকক দুৰ্নীতিপৰায়ণ কৰিছে আৰু মৰণৰ ভযৰ বাবে যুদ্ধক্ষেত্ৰত কৰ্তব্য পালনত তেওলোক বিচলিত হৈছে। যৌথ পৰিবাৰ আৰু ঈশ্বৰ বিশ্বাস ধ্ব স হোৱাৰ হেতুকেই হয়তো বুদ্ধিজীৱিসকলৰ মনত আজি এনে অশঙ্কা জন্মিছে। কিন্তু কাৰণ যিয়েই নহওক বুদ্ধিজীৱি সকলৰ এই আশঙ্কা দূৰ কৰাৰ ব্যৱস্থা লব নোৱাৰিলে দেশৰ স্বাধীনতা ৰক্ষাৰ সমস্যা যে সদায়ে বিপদপূৰ্ণ হৈ থাকিব সিও সত্য।

সৈন্য চালকসকলৰ কৰ্ত্তব্য বোধ বুদ্ধি আৰু প্ৰত্যুৎপন্নমতিৰ গতিকেই সৈন্য বাহিনীৰ জয় পৰাজয় ঘটে। অৰ্থৰ আসক্তি যেতিয়া বাঢ়ে তেতিয়া কৰ্ম্মৰ আসক্তি কমে। কৰ্ম্মৰ প্ৰতি আসক্তি নাথাকিলে তাৰ মাজত নিবিড়ভাবে প্ৰবেশ কৰিব আৰু তাৰ মাদকতাৰে নিজক সম্পূৰ্ণ ৰূপে পাহৰি পেলাব নোৱাৰি। কৰ্ম্মৰ লগত নিজকে মিলাই এক হৈ যাব নোৱাৰিলে কৰ্ত্তব্যবোধ বুদ্ধি আৰু বিশেষকৈ প্ৰত্যুৎপন্নমতি বিকশিত হৈ নুঠে । সৈন্যবাহিনীৰ চালনা দোষশূন্য কৰাৰ বাবে সামৰিক বিষয়াসকলৰ কৰ্ত্তব্য বোধ আৰু প্ৰত্যুৎপন্নমতি বৃদ্ধিৰ আৱশ্যক আজি আছে আৰু সেই অৰ্থে অৰ্থৰ আসক্তিৰ সলনি কৰ্ম্মৰ আসক্তি সৃষ্টি কৰাৰ নিতান্তই আজি প্ৰয়োজন হৈছে।

## আধুনিক অস্ত্ৰ

সৈন্য সংখ্যা তেওলোকৰ নিযমানুবৰ্তিতা সাহস গতিশীলতা আৰু সুপৰিচালনাৰ ওপৰতে যেনেকৈ জয পৰাজয নিৰ্ভৰ কৰে তেনেকৈ ই নিৰ্ভৰ কৰে অস্ত্ৰ শস্ত্ৰৰ প্ৰকাৰ আৰু পৰিমাণৰ ওপৰতো। আজিকালিৰ অস্ত্ৰ শস্ত্ৰ ইমান উন্নত ধৰণৰ হৈছে যে অত্যন্ত কম স খ্যক সৈন্যৰ যোগেদিযে বহু হাজাৰ মাইল দূৰৰ পৰা শত্ৰুৰ আক্ৰমণ প্ৰতিহত কৰিব পাৰি। ৰাডাৰ পদ্ধতি ৰকেট মিছাইল আদি বৰ্ত্তমান কালৰ অস্ত্ৰ শস্ত্ৰ। আটমিক বোমা হাইড্ৰোজেন বোমা আদি ব্যৱহাৰ হয যুদ্ধৰ চৰম মূহুৰ্ত্তত। এইবোৰ অস্ত্ৰ ভাৰতৰ বৰ্তমানে নাই। এইবোৰ সংগ্ৰহ কৰাৰ আৱশ্যকতা ভাৰতৰ আছে নে নাই সেই বিষযে আজিও অবশ্যে তৰ্ক চলি আছে।

আধুনিকতম অস্ত্ৰ সংগ্ৰহ কৰাৰ ফলত ভাৰতৰ সামৰিক শক্তি নিশ্চয় বৃদ্ধি হব তাত সন্দেহ নাই। কিন্তু যথেষ্ট ৰূপত ইযাক সংগ্ৰহ কৰিব নোবাৰিলে এনে শক্তি বৃদ্ধিৰ পৰা আচলতে নিৰাপত্তাতকৈও ভবিষ্যত বিপদৰ সম্ভবনা হে বেছি বুলি এই বিষযে চিন্তা কৰা কিছুমান লোকে কয। এজন ভূতপুৰ্ব্ব সামৰিক বিষযা চাৰষ্টিফেন্স কিংহলে ই ল্যাণ্ডৰ নিচিনা সমৃদ্ধিশালী দেশৰ কাৰণেও আধুনিকতম অস্ত্ৰ শস্ত্ৰৰে পূৰ্ণভাবে সজ্জিত হোৱা অসম্ভব বুলি তেওৰ এখন কিতাপত (Defence in Atomic Age) লিখিছে আৰু বৰ্ত্তমান যুগত শ্ৰেষ্ঠ অস্ত্ৰ নৈতিক বল আৰু জনসাধাৰণৰ আক্ৰমণৰ ওচৰত সৈ নামানা মনোবলেই বুলি মত প্ৰকাশ কৰিছে। এনে স্থলত ভাৰতৰ নিচিনা দুখীযা দেশ এখনৰ কাৰণে আটমিক অস্ত্ৰ শস্ত্ৰৰে সৈন্যবাহিনী সজ্জিত কৰা সম্ভৱপৰ নহয় আৰু আচলতে তাৰ আৱশ্যকতাও নাই। শত্ৰুৰ গতি বিধি আগতীযাকৈ জানিবৰ কাৰণে ৰাডাৰ পদ্ধতিৰ নিশ্চয

প্ৰয়োজন আছে। কিন্তু আটমিক বোমা হাইড্ৰোজেন বোমা আদিৰ আৱশ্যকতা হয়তো মুঠেই নাই। এনে ধৰণৰ অস্ত্ৰ শস্ত্ৰৰে ভাৰতক কোনো দেশে আক্ৰমণ কৰাৰ আগতে সি বিশ্বযুদ্ধলৈ পৰিণত হব আৰু সেই সময়ত এনে অস্ত্ৰ শস্ত্ৰৰ ব্যৱহাৰ ভাৰতৰ হৈ অন্য দেশেই কৰিব। আকৌ এনে ধৰণৰ অস্ত্ৰ শস্ত্ৰৰ দ্বাৰা শত্ৰু পক্ষই আমাৰ দেশত হয়তো ধ্বংস সাধন কৰিব পাৰিব কিন্তু ইয়াক কেতিয়াও দখল কৰিব নোৱাৰে। দখল কৰাৰ কাৰণে সদাযে গতিশীল বিৰাট স্থল বাহিনীৰ আৱশ্যক। এনে সৈন্য বাহিনীক বাধা দিবৰ কাৰণে আৰু শত্ৰু পক্ষ চীনৰ অস্ত্ৰ শস্ত্ৰৰ ধৰণৰ আৰু হিমালয অঞ্চলৰ ভৌগলিক অৱস্থাৰ হেতুকেও আমাৰ স্থল বাহিনীক সবল আৰু গতিশীল কৰাটোহে আজি অন্তত বৰ্ত্তমান পৰিস্থিতিত প্ৰয়োজন হৈছে। সৈন্য বাহিনীক গতিশীল কৰাৰ অৰ্থে নিৰ্ভৰশীল বিমান বাহিনীৰ যেনে প্ৰয়োজন তেনে প্ৰযোজন স্বয ক্ৰিযা (automatic) অথচ পাতল আধুনিক অস্ত্ৰ শস্ত্ৰৰ। তেনে অস্ত্ৰ শস্ত্ৰ যথেষ্ট আৱিষ্কাৰ আৰু তৈযাৰ কৰাৰ ওপৰত জোৰ দিব লাগে। সেইদৰে বিমান বাহিনীত যোগ দিযাৰ উৎসাহ আৰু সেই অৰ্থে উপযুক্ত ক্ষমতা অৰ্জনৰ ব্যৱস্থা স্কুল কলেজতে হব লাগে । এনে অস্ত্ৰ শস্ত্ৰৰ ব্যৱহাৰ আৰু বিমান বাহিনীত ভৰ্ত্তি হবৰ বাবে যি বৈজ্ঞানিক শিক্ষাৰ আৱশ্যক তাকো স্কুল কলেজতে সকুৰে পৰা দিয়া উচিত। আচলতে দেশৰক্ষাৰ কাৰণে নিযমিত সৈন্য সংখ্যা (regular army) বৰ বেছি হোৱাৰ আৱশ্যক নাই। কিন্তু সমযত দৰ্কাৰমতে উপযুক্ত সৈন্যৰ সংগ্ৰহ যাতে জনসাধাৰণৰ পৰা সহজে হব পাৰে তাৰ ব্যৱস্থা কৰাটোহে বেছি আৱশ্যক।

## ভাৰ-সাম্যতা

দেশৰ সামৰিক শক্তি যিমানেই বলী শত্ৰু আক্ৰমণ পৰাভূত কৰাও সিমানেই নিশ্চয সহজ। কিন্তু দেশৰ সামাজিক স্বাস্থ্য আৰু আৰ্থিক স্বাস্থ্যৰ প্ৰতি লক্ষ্য নাৰাখি সামৰিক শক্তি বৃদ্ধি কৰিলে দেশৰ ওপৰত এনে বোজা পৰে যে তাৰে ফলতে হয়তো দেশৰ নিৰাপত্তাও একেবাৰে নোহোৱা হোৱাৰ সম্ভাৱনা থাকে। দেশৰ শক্তি নিৰ্ভৰ কৰে সামাজিক স্বাস্থ্য আৰ্থিক স্বাস্থ্য সৈন্যবল বন্ধুবল এই সকলোৰে ওপৰত। গতিকে এইবোৰৰ মাজত ভাৰসাম্য ৰক্ষা কৰাটোও দেশৰ শক্তি বৃদ্ধিৰ কাৰণেই নিশ্চয় আৱশ্যকীয় আৰু বাঞ্ছনীয়।

আমাৰ সৈন্যবল বৃদ্ধি কৰাৰ নিশ্চয় আজি প্ৰয়োজন আছে। কিন্তু তাৰ কাৰণে দেশৰ আৰ্থিক প্ৰগতিত বাধা কেতিয়াও আহিব দিব নালাগে। তেনে বাধা আহিলে স্বাধীনতাই হয়তো অৰ্থহীন হৈ পৰিব। ভাৰতৰ আৰ্থিক প্ৰগতিত বাধা

জন্মাই ভাৰতৰ গৌৰৱ কমোৱাৰ আৰু সেইদৰে গণতান্ত্ৰিক পদ্ধতিৰ বিফলতা প্ৰমাণ কৰাৰ বাহিৰে চীনৰ ভাৰত আক্ৰমণ আৰু যুদ্ধ জয়ৰ পাচতে অপসাৰণৰ কোনো যুক্তি সঙ্গত কাৰণ আজি পৰ্য্যন্ত কোনেও বিচাৰি উলিওৱা নাই। এই আক্ৰমণৰ ফলত ভাৰতে সৈন্যবাহিনীৰ খৰচ অত্যন্তই বঢ়াবলৈ বাধ্য হব ফলত ভাৰতৰ আৰ্থিক প্ৰগতিত বাধা পৰিব আৰু বিক্ষোভ আৰম্ভ হব ইয়াৰ বাবেই ভাৰতৰ গৌৰৱ আৰু আফ্ৰিকা এছিয়াৰ দেশবোৰৰ ওপৰত প্ৰভাৱ কমিব আনহাতে এই আক্ৰমণৰ কাৰণে ভাৰত পশ্চিমীয়া গোষ্ঠীভুক্ত হব আৰু সেইদৰে ৰুচিয়াৰ আৰ্থিক সাহায্য হেৰুৱাব লগে লগে পাকিস্থানক পশ্চিমীয়া শক্তিৰ পৰা আতৰাই আনিব পৰা যাব এনেবোৰ কথাৰ ওপৰতে নিৰ্ভৰ কৰি হয়তো চীনে ভাৰত আক্ৰমণ কৰিছিল। এতিয়া আমি যদি চীনৰ আক্ৰমণত বিচলিত হৈ আমাৰ সৈন্য বাহিনীৰ খৰচ অত্যন্তই বঢাই দি দেশৰ আৰ্থিক আৰু সামাজিক স্বাস্থ্য নষ্ট কৰো তেন্তে চীনৰ চক্ৰান্তত আমি নিজে নিজেই সোমাই পৰিম। প্ৰস্তুতিৰ অভাৱত চীনৰ আক্ৰমণত আমাৰ সাময়িক বিপৰ্য্যয় ঘটিলেও তাৰ বাবে আমি বৰ বিচলিত হোৱাৰ কাৰণ আচলতে নাই। ভাৰতৰ দৰে বিৰাট দেশ এখনক দখলত ৰাখিবৰ কাৰণে চীনৰ নালাগে অন্যদেশৰো ক্ষমতা হয়তো আজি নাই। চীনে এই কথা জানে বাবেই ব মদিলা অধিকাৰ কৰিও সেই অধিকাৰ বেছি দিনলৈ ৰখাটো সম্ভৱপৰ নহয় বুলিয়েই আকৌ নিজ বাহিনীক স্বইচ্ছাই অপসৰণ কৰোৱায়। দ্বিতীয় মহাসমৰত জাপান ইটালী জাৰ্মানী এই বোৰ দেশ সম্পূৰ্ণৰূপে পৰাজিত হৈছিল কিন্তু এইবোৰ বেছি দিনলৈ দখলত ৰখা সম্ভৱপৰ নহয় বুলিয়েই ইহতক আকৌ স্বাধীনতা কিছুদিন পাচতে দিয়া হয়। দেশৰ জনসাধাৰণৰ মনোবল অটুট থাকিলে আজিৰ যুগত কোনো দেশকে অক ল সৈন্য বলৰ দ্বাৰা দখল কৰা অসম্ভৱ। গতিকে দেশৰ সৈন্যবল বৃদ্ধিৰ বাবে আমি বৰ বিচলিত হোৱাৰ কাৰণ আচলতে নাই। বৰ্ত্তমানে ভাৰতৰ সৈন্যবল যে অত্যন্তই দুৰ্বল সিও সচা নহয়।

সৈন্যবলৰ বৃদ্ধিৰ বাবে বিচলিত হোৱাৰ কাৰণ নাই মানে যে তাক বৃদ্ধি কৰিব নালাগে এই কথা নহয়। বৃদ্ধিৰ আৱশ্যকতা আছে কিন্তু বিচলিত হোৱাৰ কাৰণ নাই। আমাৰ দেশৰ কিছু অঞ্চল বিশেষকৈ লাডাখৰ একখণ্ড এতিয়াও চীনৰ অধিকাৰত। তাক পুনৰ অধিকাৰ কৰিবৰ কাৰণে সৈন্যবলৰ বৃদ্ধি কৰাৰ আৰু সকলো প্ৰকাৰে প্ৰস্তুতি হোৱাৰ নিশ্চয় আৱশ্যকতা আছে মাত্ৰ তাৰ কাৰণে ভাৰসাম্য নষ্ট হব নালাগে আৰু অনুকূল সুযোগৰ অপেক্ষাত ধৈৰ্য্য ধৰিব লাগে।

# বন্ধুবল-গোষ্ঠী নিৰপেক্ষ শান্তিপূৰ্ণ সহাৱস্থানৰ নীতি

বৰ্ত্তমান যুগৰ যুদ্ধ সা সজুলি অস্ত্ৰ শস্ত্ৰ আদি ইমান ব্যয় সাধ্য আৰু বিভিন্ন প্ৰকাৰৰ যে সেই সকলোবোৰতে কোনো এখন দেশৰে পক্ষে স্বয় পূৰ্ণ হোৱা আজি অসম্ভৱ। এনে অৱস্থাত বিভিন্ন ৰাষ্ট্ৰৰ বন্ধুতা স্বাধীনতা ৰক্ষাৰ বাবেই অপৰিহাৰ্য্য। দেশৰ পৰৰাষ্ট্ৰীয় নীতি মূলত এনে বন্ধুতা অৰ্জনৰ প্ৰতি লক্ষ্য ৰাখিয়ে গঠিত হোৱা উচিত।

ব্যক্তিগত জীৱনত যেনেকৈ বন্ধুতা লাভ আৰু ৰক্ষা এটি সমস্যাৰ বিষয় ৰাষ্ট্ৰগত জীৱনতো ই এটি জটিল আৰু দুৰূহ ব্যাপাৰ বিশেষকৈ পৃথিৱীৰ ৰাষ্ট্ৰসমূহৰ মাজত দলাদলি বা শত্ৰুভাবাপন্ন গোষ্ঠী থকা অৱস্থাত। এনে দলাদলি বা গোষ্ঠীৰ বৰ্ত্তমানত এটা গোষ্ঠীৰ অন্তৰ্ভূক্ত হোৱা মানে অন্য গোষ্ঠীভুক্ত ৰাষ্ট্ৰসমুহৰ মিত্ৰতাৰ পৰা বঞ্চিত হোৱা আৰু সেইবোৰৰ শত্ৰুতা স্বাভাবিকতে অৰ্জন কৰ'। এনে অৱস্থাত দুয়ো গোষ্ঠীভুক্ত ৰাষ্ট্ৰসমূহৰে মিত্ৰতা লাভ নহলেও শত্ৰুতাৰ হাত সাৰিবৰ কাৰণে এই দুযোটা গোষ্ঠীৰ এটাতো ভুক্ত নোহোৱাৰ বাহিৰে অন্য উপায নাই। কোনো এটা গোষ্ঠীত প্ৰবেশ কৰি কেইখনমান ৰাষ্ট্ৰৰ বিশেষ মিত্ৰতা অৰ্জন কৰিব নে কোনো গোষ্ঠীতে ভুক্ত নহৈ সকলো ৰাষ্ট্ৰৰে শত্ৰুতা এৰুৱাব স্বাধীনতাৰ পাচত ভাৰত এই সমস্যাৰ সন্মুখীন হৈছিল আৰু পণ্ডিত নেহেৰুৰ প্ৰভাৱত দ্বিতীয পন্থাই ভাৰতে বাছি লৈছিল।

নবলব্ধ স্বাধীনতাৰ পাচতে ভাৰত নানা আভ্যন্তৰিণ সমস্যাত ব্য'তিব্যস্ত আছিল আৰু সেই সমযত অন্য দেশৰ শত্ৰুতা এৰাবৰ আৱশ্যকতা হৈছিল। আকৌ সেই সমযত যুক্তৰাষ্ট প্ৰধান আৰু ৰাছীযা প্ৰধান এই দুই গোষ্ঠীৰ মাজত প্ৰৱল শত্ৰুতা আছিল আৰু তৃতীয মহাসমৰ অদূৰ ভৱিষ্যতে অৱশ্যম্ভাবী এনে ভাবেৰে দুযো গোষ্ঠী আগ বাটিছিল। আটমিক বোমা হা'ড্ৰোজেন বোমা ৰকেট মিছাইল আদি অস্ত্ৰ শস্ত্ৰৰ কাৰণে তৃতীয় মহাসমৰত যে পৃথিৱী সম্পূৰ্ণৰূপে ধ্বংসপ্ৰাপ্ত হব এই কথা এতিযা যেনে সত্য তেতিযাও তেনে সত্য আছিল। দৰিদ্ৰ প্ৰপীড়িত ভাৰতবৰ্ষৰ প্ৰধান সমস্যা দ্ৰুত আৰ্থিক উন্নয়ণ গতিকে সৰ্বধ্বংসী তৃতীয় মহাসমৰৰ সন্মুখীন হবলৈ ভাৰতবৰ্ষ সদযে অপাৰগ। দুযো গোষ্ঠীৰে বাহিৰত থাকিলে তৃতীয় মহাসমৰৰ সম্ভাৱনা দূৰ কৰাত যত্নবান হোৱাত যেনেদৰে সুবিধা পাব পাৰি গোষ্ঠীভুক্ত হলে তেনেদৰে যত্নৱান হোৱাত মুঠেই সুবিধা নাই। আনহাতে ৰাজনৈতিক আদৰ্শৰ কাৰণে গণতান্ত্ৰিক যুক্তৰাষ্ট্ৰৰ মিত্ৰতাৰ ইচ্ছা ভাৰতৰ পক্ষে যেনেদৰে স্বাভাবিক

অর্থনৈতিক আদর্শৰ হেতুকে সমাজতান্ত্রিক ৰুচিয়াৰ লগতো মিত্রতাৰ আগ্রহ তেনেদৰে বাস্তৱ। এনেবোৰ কাৰণতে আদর্শ আৰু বাস্তৱৰ দৃষ্টিভঙ্গিতে কোনো বিশেষ গোষ্ঠীভুক্ত নোহোৱাটোকে শ্রেয় বুলি ভাবতে তেতিয়া স্থিৰ কৰে আৰু তেতিয়াৰে পৰা ভাৰতৰ পৰৰাষ্ট্রীয় নীতি গোষ্ঠী নিৰপেক্ষ শান্তিপূর্ণ সহাৱস্থান নীতি ৰূপে চলি আছে।

গোষ্ঠী নিৰপেক্ষ শান্তিপূর্ণ সহাৱস্থানৰ এই নীতিযে প্রথম অৱস্থাত পশ্চিমীয়া দেশসমূহৰ সমর্থন নাপাইছিল কাৰণ তেওলোক তেতিযা ভাৰতক আৰু আফ্রিকা এছিয়াৰ অন্যান্য দেশসমূহক গোষ্ঠীভুক্ত কৰাৰ কাৰণে অত্যন্তই ব্যগ্র আছিল। এতিয়া কিন্তু এই নীতিৰ ফলতে যুক্তৰাষ্ট্র আৰু ৰুচিযাৰ দৰে তৃতীয মহাসমৰ এৰাবৰ কাৰণে পৃথিৱীৰ প্রায় সকলো দেশেই আজি ব্যগ্র। মাত্র চীনে ভাবে যে এনে মহাসমৰৰ ফলত চীনৰ লাভ হোৱাৰ সম্ভৱনা আছে। চীনে ভাবে হযতো যুক্তৰাষ্ট্র আৰু ৰুচিযা দুয়োখন দেশেই সম্পূর্ণৰূপে ধ্বংস হব গতিকে মহাসমৰৰ পাচত বিৰাট স্থল বাহিনীৰ সহাযত পৃথিৱীৰ একচ্ছত্রী আধিপত্য চীনে সহজে লাভ কৰিব। কিউবাৰ সংকটৰ সমযত মহাসমৰ লাগিব বুলি চীনে ভাবিছিল আৰু সেই সমযতে চীনে ভাৰতবর্ষ আক্রমণ কৰাৰ সুযোগ লৈছিল। কিন্তু যেতিযা যুক্তৰাষ্ট্রৰ সামৰিক সাহায্য ভাৰতলৈ আহিব ধৰিলে অথচ ক্রুচেভে চীনক সাহায্য দিবলৈ অসন্মতি জনালে তেতিযা চীনে যুদ্ধ জযৰ গৌৰৱ অক্ষুন্ন ৰাখি জ্ঞানে মানে সন্ত্রমে ভাৰতৰ পৰা অপসৰণ কৰাই উচিত বুলি বিবেচনা কৰিলে আৰু ক্রুচেভৰ বিৰুদ্ধে বিষোদগাৰৰ পাতনি মেলিলে। সি যি নহক চীন পাকিস্থান পর্টুগাল আলবেনিযা আদি দুই এখন দেশৰ বাহিৰে পৃথিৱীৰ প্রায সকলো দেশৰে মিত্রতা লাভ কৰিবলৈ ভাৰত আজি সমর্থ হৈছে আৰু এই সামর্থৰ বাবে ভাৰতৰ গোষ্ঠী নিৰপেক্ষ শান্তিপূর্ণ সহাৱস্থানৰ পৰৰাষ্ট্রীয নীতিৰ নিশ্চয কৃতিত্ব আছে।

ভাৰতৰ ভিতৰত প্রধান ৰাজনৈতিক দলবোৰৰ প্রায সকলোৰে দ্বাৰা এই নীতি আজি সমর্থিত হৈছে। অৱশ্যে কিছুমান ৰাজনৈতিক দলে এই নীতি ভাল বুলি কৈও ইযাক সমালোচনা নকৰাকৈ থকা নাই। তেওলোকৰ মতে এই নীতি শুদ্ধ কিন্তু প্রয়োগ অশুদ্ধ। তেওলোকৰ মতে এই নীতি কাগজে কলমে গোষ্ঠী নিৰপেক্ষ কিন্তু আচলতে ই কমিউনিষ্ট সাপেক্ষ।

গোষ্ঠী নিৰপেক্ষ শান্তিপূর্ণ সহাৱস্থানৰ নাতি আৰু তাৰ প্রয়োগ যে শুদ্ধ সেই কথা গোৱা অভিযানৰ সময়ত ইজীপ্তৰ পৰা পোৱা সহায়ে আৰু চীনৰ আক্রমণৰ সময়ত ইংল্যাণ্ড যুক্তৰাষ্ট্র আদিৰ পৰা পোৱাসাহায্যই আৰু সেই সমযত ৰাছীযাই

দেখুৱা নিৰপেক্ষতাই ভালদৰে প্ৰমাণ কৰিছে।

ভাৰতে এই নীতি অৱলম্বন কৰি বিভিন্ন গোষ্ঠীৰ জনসাধাৰণৰ পৰা যিদৰে বন্ধুত্ব লাভ কৰি সংকট কালত সহায় পাইছে সি নিশ্চয় নগন্য নহয়। ভৱিষ্যতে এই নীতি কৃতকাৰ্য্য হব নে নহয় সেই কথা নিৰ্ভৰ কৰে জনসাধাৰণৰ আধ্যাত্মিকতাৰ ওপৰত আস্থা কিমান তাৰ ওপৰত। এনে আস্থা যাতে দেশত বৃদ্ধি হয় তাৰ চেষ্টা সৈন্যসকলৰ সাহসও কৰ্ত্তব্যবোধ আদি গুণৰ বিকাশৰ অৰ্থে বন্ধুবল লাভৰ বাবে আৰু এইদৰেই স্বাধীনতা ৰক্ষাৰ কাৰণেও এটি আৱশ্যকীয় কথা।

## স্বাধীনতা ৰক্ষাৰ উপায়-জনসাধাৰণৰ উন্নত জীৱন

চীনৰ আক্ৰমণৰ বাবে স্বাধীনতা ৰক্ষাৰ উপায় বিচাৰি আজি আমি হাবাথুৰি খাইছো। কিন্তু সকলো দেশতে আৰু সকলো সময়তে স্বাধীনতা ৰক্ষাৰ প্ৰাথমিক উপায় সদায়ে মাত্ৰ এটা আৰু সেযে হৈছে জনসাধাৰণৰ উন্নত জীৱন। এনে জীৱনৰ কাৰণে একপিনে যেনেকৈ জন্মে ব্যক্তিগত জীৱনত নিজক বিকাশ কৰাৰ জীৱন্ত প্ৰেৰণা আনপিনে তেনেকৈ হয দেশৰ বাতাবৰণ পবিত্ৰ আৰু প্ৰাণৱন্ত। নিজক বিকাশ কৰাৰ প্ৰেৰণাৰ মাজতে সৃষ্টি হয স্বাধীনতাৰ আৱশ্যকতা আৰু পবিত্ৰ বাতাবৰণৰ কাৰণেই দেখা দিয়ে প্ৰশাসনীয নিপুনতা সামৰিক বিষযাৰ কৰ্ত্তব্যবোধ আৰু এইবোৰৰ ফলতে হয় সামাজিক আৰু আৰ্থিক জীৱন সুস্থ। ইযাৰ বাবেই দেশৰ সৈন্যাৰ মনোবল বাঢ়িবলৈ বাধ্য কিযনো ইযেই কৰে জনসাধাৰণক নৈতিক বলত বলীযান কৰ্ত্তব্যপৰাযণ সাহসী আৰু বুদ্ধিমন্ত। দেশৰ জনসাধাৰণৰ আচৰণ যেতিয়া নৈতিকতাৰে পূৰ্ণ তেতিযা তাৰ শত্ৰু নাথাকে বৰ, বন্ধুবল বাঢ়ে। সৈন্যবল আৰু বন্ধুবলেৰ বলীযান সুস্থ দেশ এখনত স্বাধীনতা ৰক্ষাৰ সমস্যা কাচিৎহে আমি দেখো।

# স্বাধীনতা ফলপ্ৰসূ কৰাৰ আৰু ৰক্ষাৰ সমস্যা-দেশৰ পৰৰাষ্ট্ৰীয় নীতি

প্ৰায় অৰ্দ্ধ শতাব্দী ব্যাপী চলা আন্দোলনৰ ফলত স্বাধীনতাৰ লগত ভাৰতৰ জনসাধাৰণৰ এটি আবেগিক সম্পৰ্ক গঢ়ি উঠিছে। কিন্তু স্বাধীনতা ফলপ্ৰসূ কৰাৰ অৰ্থে আৰু তাক ৰক্ষা কৰাৰ বাবে আবেগিক সম্পৰ্কই যথেষ্ট নহয় তাৰ কাৰণে গভীৰ চিন্তা আৰু ঐকান্তিক শ্ৰমৰো আৱশ্যক আছে। এনে চিন্তা আৰু শ্ৰমেহে স্বাধীনতাৰ সজাগতা সাৰ্থক কৰে।

ফলপ্ৰসূ স্বাধীনতা আৰু অভাৱ পূৰণৰ জীৱন্ত প্ৰেৰণা স্বাধীনতা সম্পৰ্কে প্ৰথম মন কৰিবলগীয়া কথা ই স্বযংপূৰ্ণ নহয় ই অকলে অৰ্থহীন উদ্দেশ্য অপ্ৰকাশ হৈ থাকিলে ইও অস্পষ্ট হৈ থাকে গতিকে ই ফলপ্ৰসূ হবলৈ হলে ইযাক সৰ্ব্বপ্ৰথম উদ্দেশ্যযুক্ত কৰি তোলাৰ প্ৰয়োজন আছে।

স্বাধীনতাৰ মৌলিক উদ্দেশ্য নিজত্বৰ বিকাশ। কিন্তু নিজত্বৰ বিকাশ শ ন্যত হব নোৱাৰে। নিজত্বৰ বিকাশ এটি ধৰণ বা পেটাৰ্ণ। এই পেটৰ্ণৰ বিকাশৰ অৰ্থেও আৱশ্যক এটি মাধ্যম। প্ৰাথমিক অভাৱ পূৰণৰ মাজেদিযেই মানুহে প্ৰধানত বিকাশ কৰে নিজত্বৰ। সেই চেষ্টাৰ মাজেদি প্ৰকাশিত নিজত্বৰ বিকাশে যেতিযা এটি স্পষ্ট সামাজিক ৰূপ লয সিয়ে হৈ উঠে তেতিযা জাতীয কৃষ্টি। খোৱা লোৱা থকা মিলা আদিৰ ধৰণৰ মাজেদি য়েতিযা ব্যক্তিযে অন্যৰ স্বীকৃতি আৰু প্ৰশংসা লব বিচাৰে তেতিযাই প্ৰকাশ পায একপিনে ব্যক্তিৰ নিজত্ব আৰু আনপিনে খোৱা লোৱা থকা মিলা আদিৰ ধৰণত এটি স্থাযী সামাজিক ৰূপ। এনে ধৰণৰ স্থাযী সামাজিক ৰূপ। এনে ধৰণৰ স্থাযী সামাজিক ৰূপেই এখন দেশৰ জাতীয কৃষ্টি। এই দৃষ্টিভঙ্গীত জাতীয কৃষ্টিৰ বিকাশৰ মৌলিক প্ৰেৰণা আৰু তাৰ প্ৰাণ খোৱা লোৱা থকা মিলা সম্পৰ্কীয কৰ্ম্মৰ মাজেদি অন্যৰ স্বীকৃতি আৰু প্ৰশংসা লাভৰ ব্যক্তিগত ইচ্ছা। জাতীয কৃষ্টিৰ মাধ্যমত ব্যক্তিযে একহাতে যেনেকৈ বিকাশ কৰে নিজ ব্যক্তিত্ব আৰু সেইদৰে লভে জীৱন উপলব্ধিৰ অপাৰ আনন্দও তেনেকৈ আনহাতে বিকাশ সাধে জাতীয কৃষ্টিৰ আৰু সেইদৰে কৰে তাক জীৱন্ত।

জাতীয কৃষ্টিৰ বিকাশ সাধনৰ স্বাধীনতাই ব্যক্তিৰ ফলপ্ৰসূ স্বাধীনতা। জাতীয় কৃষ্টিৰ বিকাশ অব্যাহত ৰক্ষাৰ সমস্যাই স্বাধীনতা ৰক্ষাৰ মৌলিক সমস্যা আৰু এই বিকাশ অব্যাহত ৰক্ষাব হেতুকেই আৱশ্যক স্বাধীনতা।

গতিকে ব্যক্তিগত স্বাধীনতাই হওক  জাতিগত স্বাধীনতাই হওক  সৰ্ব্বসাধাৰণৰ ইয়াৰ আৱশ্যক প্ৰধানত   প্ৰাথমিক অভাৱ পূৰণৰ মাজেদি নিজত্ব আৰু জাতীয় কৃষ্টিৰ বিকাশ কৰাৰ হকে। সৰ্বসাধাৰণে খোৱা লোৱা থকা মিলা সম্পৰ্কীয় অভাৱ তৃপ্তিৰ অৰ্থে নিজ ৰুচি অনুযায়ী জীৱিকা নিৰ্বাহৰ কাৰ্য্য আৰু ভোগ্য সম্পদ বাছি লবলৈ বিচাৰে। যৌনিক তৃপ্তিৰ অৰ্থে ব্যক্তিগত পাৰিবাৰিক জীৱনৰ স্বাতন্ত্ৰ্যও (Privacy) তেওলোকৰ কাম্য। ব্যক্তিগত পাৰিবাৰিক জীৱনৰ স্বাতন্ত্ৰ্যৰ আৰু দৈনন্দিন জীৱিকা অৰ্জনৰ কৰ্মৰ  মাজেদিয়ে সৰ্বসাধাৰণে প্ৰধানত  নিজত্বৰ বিকাশ সাধে। গতিকে তেওলোকৰ কাৰণে স্বাধীনতা বুলিলে ভোগ্যসম্পদ বাছনিৰ স্বাধীনতা  কৰ্ম বাছনিৰ স্বাধীনতা  আৰু পাৰিবাৰিক জীৱনৰ স্বাতন্ত্ৰ্য ৰক্ষাৰ স্বাধীনতাকে মুখ্যত  বুজিব লাগে। অৱশ্যে সৰ্বসাধাৰণৰ মনত ধৰ্মৰ স্বাধীনতাও অৰ্থহীন নহয। অভাৱ পূৰণ আৰু পাৰিবাৰিক সমস্যা সমাধানত বাধা অতিক্ৰম কৰাৰ অৰ্থে আৰু সেই সম্পৰ্কত যথেষ্ট আত্মবিশ্বাস লাভৰ হকে বহু সময়ত তেওলোকে দেৱ দেৱী বা ভগৱানক পূজা কৰে।  সৰ্বসাধাৰণৰ মনত এয়ে ধৰ্ম। নিজ ইচ্ছা মতে পূজা অৰ্চনা বা প্ৰাৰ্থনা কৰাৰ স্বাধীনতা প্ৰাথমিক অভাৱ পূৰণৰ স্বাধীনতাৰ লগত একান্তই জড়িত আৰু এইবাবেই ধৰ্মৰ স্বাধীনতাও সৰ্বসাধাৰণৰ কাৰণে অত্যন্তই অৰ্থপূৰ্ণ । মত প্ৰকাশৰ স্বাধীনতা  দলবন্ধাৰ স্বাধীনতা  ভাষাৰ স্বাধীনতা ইত্যাদিৰ প্ৰতি সৰ্বসাধাৰণ সাধাৰণতে উদাসীন। এইবোৰৰ লগত বুদ্ধিজীৱি লোকৰ সম্পৰ্কহে স্বাভাৱিকতে আবেগিক হৈ উঠিব পাৰে।

যিহেতুকে সৰ্বসাধাৰণৰ মনত স্বাধীনতা মানেই দৈনন্দিন কাৰ্য্য আৰু ভোগ্য সম্পদ বাছনিৰ আৰু ব্যক্তিগত পাৰিবাৰিক জীৱনৰ স্বাতন্ত্ৰ্য  ৰক্ষাৰ যোগেদি নিজক বিকাশ কৰাৰ স্বাধীনতা  সেইবাবে স্বাধীনতাৰ সজাগতা ফলপ্ৰসূ কৰাৰ অৰ্থে সকলো দেশৰে প্ৰথম লক্ষ্য কৰিবলগীয়া বিষয় হৈছে  দেশৰ জনসাধাৰণৰ মনত প্ৰাথমিক অভাব পূৰণৰ মাজেদি নিজক বিকাশ কৰাৰ কোনো জীৱন্ত প্ৰেৰণা আছে নে নাই সেই কথা। তেনে প্ৰেৰণা নাথাকিলে দৈনন্দিন জীৱন গতানুগতিক হৈ পৰে  তাৰ প্ৰতি ব্যক্তি আগ্ৰহহীন হয  তাত উন্নতি সাধনৰ চেষ্টা ব্যক্তিৰ নাথাকে  আৰু সেইদৰেই দৈনন্দিন জীৱনত বুদ্ধি প্ৰয়োগৰ আৰু অনুভূতিৰ স্থল নোহোৱা হৈ পৰে। ফলত  সৰ্বসাধাৰণৰ জীৱন বিকাশহীন হৈ আহে আৰু দেশৰ পৰা জীৱন আঁতৰে। স্বাধীনতা ফলপ্ৰসূ কৰাৰ অৰ্থে দেশত সেই কাৰণে সৰ্বপ্ৰথম আৱশ্যক প্ৰাথমিক অভাৱ পূৰণৰ আগ্ৰহ সৃষ্টি। দেশৰ জনসাধাৰণৰ মাজত এনে আগ্ৰহ সৃষ্টি হলে  দেশৰ জনসাধাৰণে তেওলোকৰ দৈনন্দিন জীৱনত নিজৰ কৰ্ম কুশলতা প্ৰদৰ্শনৰ প্ৰয়াস

কৰে।

কৰ্মকুশলতা প্ৰদৰ্শনৰ এনে ইচ্ছাই সকলো দেশৰ সকলো প্ৰকাৰ উন্নতিৰ উৎস। জনসাধাৰণৰ মাজত নিজক বিকাশ কৰাৰ প্ৰেৰণা নাথাকিলে দেশৰ বুদ্ধিজীৱি সকলেও নিজক বিকাশ কৰাৰ প্ৰেৰণা পাব নোৱাৰে। প্ৰেৰণা সদায় সামূহিক আৰু সংক্ৰামক। জনসাধাৰণক বাদ দি কোনো বিশেষ শ্ৰেণী অকলে প্ৰেৰণাযুক্ত হোৱা অসম্ভৱ। আৰু সেই দেখিযেই জনসাধাৰণক বাদ দি কোনো দেশতে কৃষ্টি কেতিযাও বিকাশশীল হৈ নুঠে। গতিকে দেশৰ সকলো প্ৰকাৰ উন্নতিৰ উৎস সদাযে প্ৰাথমিক অভাৱ পূৰণত জনসাধাৰণৰ আগ্ৰহ আৰু দৈনন্দিন জীৱনত কৰ্ম কুশলতা প্ৰদৰ্শনৰ অবিৰাম প্ৰচেষ্টা। এনে আগ্ৰহ আৰু প্ৰচেষ্টা নাথাকিলে সকলো দেশতে সকলো সময়তে স্বাধীনতা নিষ্ফল আৰু নিৰৰ্থক। ইহতৰ অবিহনে কোনো দেশতে জাতীয কৃষ্টিৰ বিকাশো অসম্ভৱ।

দৈনন্দিন জীৱনত কৰ্ম কুশলতা প্ৰদৰ্শনৰ অবিৰাম প্ৰচেষ্টাৰ যোগেদি নিজত্ব বিকাশ জনসাধাৰণে সাধে। নিজত্বৰ বিকাশেই জীৱন। গতিকে এনে প্ৰচেষ্টাৰ মাজেদি নিজত্বৰ বিকাশ কৰাত আছে অফুৰন্ত উদ্যম আৰু অপাৰ আনন্দ। এনে উদ্যম আৰু আনন্দৰ ফলত একেলগে কাম কৰা জনসাধাৰণৰ মাজত স্বাভাৱিকতে এটি আবেগিক সম্পৰ্ক গঢ়ি উঠে যাৰ ফল স্বৰূপেই আমি পাও জাতীযতাবোধ।

**জাতীয়তা আৰু স্বাধীনতা ৰক্ষাৰ সমস্যা** জাতীযতাবোধ যেতিযা প্ৰবল হৈ উঠে তেতিয়া দেশত যেনেকৈ সৃষ্টি হয উৎসাহ আৰু সৰ্মপ্ৰবণতা তেনেকৈ আকৌ গঢ়ি উঠে অত্যধিক আত্মবোধ ও আত্মবিশ্বাস যি আত্মবোধৰ ফলস্বৰূপেই পাও অন্য দেশসমূহৰ লগত আৰু সেইবোৰৰ জনসাধাৰণৰ মাজত বিভিনতাবোধ। এই বিভিন্নতাবোধৰ কাৰণে দেশসমূহৰ মাজত পৰস্পৰৰ সন্দেহ আৰু ভযে দেখা দিযে। সন্দেহ আৰু ভযৰ কাৰণে দেশসমূহ অস্ত্ৰ শস্ত্ৰেৰে সজ্জিত হবলৈ ধৰে আৰু তেনেদৰে ইখন দেশৰ লগত সিখন দেশৰ সামৰিক প্ৰস্তুতিৰ প্ৰতিযোগিতা চলে। সন্দেহ ভয আৰু সামৰিক প্ৰতিযোগিতাৰ ফলত সেইদেশবোৰে পৰস্পৰৰ প্ৰতি আক্ৰমণাত্মক মনোভাৱ পোষণ কৰে। কোনো কোনো দেশৰ কোনো কোনো শাসকে জাতি সমূহৰ মাজত থকা বিভিন্নতাবোধ সন্দেহ ভয আৰু প্ৰতিযোগিতাৰ মনোভাৱৰ আলমত অন্য দেশ আক্ৰমণ কৰিবলৈ বিচাৰে আৰু জনসাধাৰণক সেই অৰ্থে উত্তেজিত কৰে। দেশত যেতিযা জাতীয়তাবোধ আৰু বিভিন্নতাবোধ মাত্ৰ থাকে কিন্তু সেইবোধৰ মূল প্ৰেৰণা দৈনন্দিন জীৱনৰ কৰ্মপ্ৰৱণতা নানা কৰণত সামাজিক ব্যৱস্থা আৰু শোষণ ভাগ্যবাদ আৰু কুসংস্কাৰ শ্ৰেণী বৈষম্য আৰু আৰ্থিক

অসমতা আদিৰ বাবদ দেশৰ পৰা নোহোৱা হৈ পৰে তেতিয়া দেশত নানা আভ্যন্তৰিণ সমস্যাই দেখা দিয়ে আনকি বিপ্লৱৰ সম্ভাৱনাইও ভুমুকি মাৰে। এনে অৱস্থাত বহুতো শাসকে জাতীয়তাবোধ আৰু বিভিন্নতাবোধৰ আলমত অন্য দেশ স্বইচ্ছাই আক্ৰমণ কৰে। এনেবোৰ কাৰণতে পৃথিৱীৰ দেশসমূহৰ মাজত পাৰস্পৰিক ভয় সন্দেহ আৰু আক্ৰণাত্মক মনোভাব আছে এই বাবেই প্ৰত্যেক দেশৰে এই প্ৰধান সমস্যা বহি আক্ৰমণৰ পৰা স্বাধীনতা ৰক্ষা কৰাৰ প্ৰশ্ন।

স্বাধীনতা ৰক্ষাৰ সমস্যা সকলো সময়তে সকলো দেশৰে আছে। গতিকে সকলো ৰাষ্ট্ৰৰে পৰৰাষ্ট্ৰৰ লগত চলাৰ বিশেষ নীতিৰ আৱশ্যক। পৰৰাষ্ট্ৰৰ লগত চলাৰ এনে বিশেষ নীতিকে সেই দেশৰ পৰৰাষ্ট্ৰীয় বা বৈদেশিক নীতি বোলে। নিজ দেশৰ পৰৰাষ্ট্ৰীয় নীতিৰ লগত জনসাধাৰণৰ পৰিচয় নাথাকিলে স্বাধীনতাৰ সজাগতা সম্পূৰ্ণ হব নোৱাৰে। এনে পৰিচয় নাথাকিলে কোনো দেশৰে পৰৰাষ্ট্ৰীয় নীতি প্ৰকৃতভাৱে চালিত হোৱা অসম্ভৱ আৰু তাৰ ফলতেই দেশৰ স্বাধীনত ও বহু সময়ত বিপদাপন্ন হবলৈ বাধ্য।

ভাৰতৰ পৰৰাষ্ট্ৰীয নীতি গোষ্ঠী নিৰপেক্ষ শান্তিপূৰ্ণ সহাৱস্থানৰ নীতি পৰৰাষ্ট্ৰীয নীতি সাধাৰণতে দুই প্ৰকাৰে গঠিত হব পাৰে। প্ৰথমতে ই গঠিত হব পাৰে দেশ আক্ৰান্ত হোৱাৰ সম্ভাৱনা স্বীকাৰ কৰি সেই আক্ৰমণ যি ৰাষ্ট্ৰ বা ৰাষ্ট্ৰসমূহৰ পিনৰ পৰা আহিব পাৰে সেই ৰাষ্ট্ৰ বা ৰাষ্ট্ৰসমূহৰ ক্ষমতা বৃদ্ধিত বাধা দানৰ ভিত্তিত। দ্বিতীয়তে ই গঠিত হব পাৰে দেশ আক্ৰান্ত হোৱাৰ মূল কাৰণ ভয আৰু সন্দেহৰ ভাব অ তৰ কৰাৰ চেষ্টাৰ যোগেদি। প্ৰথম নীতিযে সাময়িকভাবে বহি আক্ৰমণৰ পৰা দেশ ৰক্ষা কৰাত কৃতকাৰ্য্যতা আনে কিন্তু স্থায়ী শান্তি তাৰ যোগেদি অহা অসম্ভৱ। দ্বিতীয় নীতিয়ে স্থাযী ভাবে দেশসমূহৰ মাজত শান্তি সৃষ্টি কৰি সকলো দেশকে বহি আক্ৰমণৰ সম্ভৱনাৰ পৰা চিৰমুক্ত কৰিব বিচাৰে। কিন্তু এই নীতিৰ কৃতকাৰ্য্যতা সময়সাপেক্ষ। গতিকে এই নীতি সম্পূৰ্ণভাবে কৃতকাৰ্য্য নোহোৱালৈকে বহি আক্ৰমণৰ ভয় থাকিবলৈ বাধ্য। প্ৰথম নীতিৰ কৃতকাৰ্য্যতা সামৰিক শক্তিৰ ওপৰত নিৰ্ভৰ কৰে। এই শক্তি বৃদ্ধিৰ উদ্দেশ্যে সাধাৰণ বহি শত্ৰুৰ (Common enemy) বিৰুদ্ধে গোষ্ঠী সৃষ্টিৰ আৱশ্যকতা আহি পৰে। এই কাৰণে এই নীতিক গোষ্ঠী সাপেক্ষ নীতি বোলা হয়। যিহেতুকে এনে ধৰণৰ গোষ্ঠীসৃষ্টিয়ে ভয় আৰু সন্দেহৰ ভাব অধিক বৃদ্ধি কৰি যুদ্ধ আৱশ্যম্ভাৱী কৰি তোলে সেই হেতুকে দ্বিতীয় নীতিহে শুদ্ধ। ইয়াৰ মূলকথা গোষ্ঠী নিৰপেক্ষতা আৰু শান্তিপূৰ্ণ সহাৱস্থান। দ্বিতীয় নীতিৰ ই সাধাৰণতে গোষ্ঠী নিৰপেক্ষ শান্তিপূৰ্ণ সহাৱস্থানৰ নীতি বুলি

জনাজাত।

গোষ্ঠী নিৰপেক্ষ শান্তিপূৰ্ণ সহাৱস্থানৰ নীতিযেই ভাৰতৰ পৰৰাষ্ট্ৰীয নীতি। ভাৰতে এই নীতি গ্ৰহন কৰিছে মূলত চাৰিটা কাৰণত। গোষ্ঠী সাপেক্ষ নীতি গ্ৰহণ কৰিলে আন্ত ৰাষ্ট্ৰীক সমস্যা সমূহত ভাৰতে নিজা মত দিযাৰ স্থল নাথাকিব গোষ্ঠীৰ প্ৰধান ৰাষ্ট্ৰসমূহৰ মততেই বিশেষকৈ যুক্তৰাষ্ট্ৰ অথবা ৰাছিযাৰ মততেই ভাৰতে হয়ভৰ দিব লাগিব। ফলত এই ৰাষ্ট্ৰসমূহৰ সাম্ৰাজ্যবাদী (imperialistic) ক্ষুধা প্ৰতিকাৰ কৰাৰ স্বাধীনতা ভাৰতৰ নাথাকিব। গোষ্ঠী সাপেক্ষ নীতিযে স্বাধীনতা খৰ্ব কৰে ইয়াৰ বাবেই ভাৰতে এই নীতি গ্ৰহণ নকৰি গ্ৰহণ কৰিছে গোষ্ঠী নিৰপেক্ষ শান্তিপূৰ্ণ সহাৱস্থানৰ নীতি। এই নীতিৰ ফলত ভাৰতে নিজৰ স্বাধীন মতামত আৰু স্বাধীন কৰ্মপদ্ধতি হে যে ৰক্ষা কৰিব পাৰিছে এনে নহয ইযাৰ বাবদ ভাৰতে পঞ্চবাৰ্ষিক পৰিকল্পনাৰ বাবে যুক্তৰাষ্ট্ৰ প্ৰধান আৰু ৰাছিযা প্ৰধান দুযো গোষ্ঠীৰে পৰা আৰ্থিক সাহায্য পাব ধৰিছে আৰু চীন আৰু কাশ্মীৰৰ ক্ষেত্ৰত এই দুই দেশৰে পৰা যথাক্ৰমে সমৰ্থন পাইছে।

গোষ্ঠী নিৰপেক্ষ শান্তিপূৰ্ণ সহাবস্থান নীতি গ্ৰহণ কৰাৰ দ্বিতীয কাৰণ ভাৰতৰ আধ্যাত্মিকতাৰ ঐতিহ্য। ভাৰতীয জীৱনৰ বৈশিষ্ট্য আধ্যাত্মিকতা। এই আধ্যাত্মিকতাৰ বাবেই ভাৰতে বিশ্বাস কৰে সমন্বযত। গতিকে ৰাষ্ট্ৰসমুহৰ মাজত থকা বিৰোধৰ মনোভাব চিৰন্তনীয বুলি ভাৰতে নাভাবে। সমন্বযৰ ফলত সেই দেশসমূহৰ ভাব আৰু আদৰ্শৰ মাজত ঐক্য সৃষ্টি হবলৈ বাধ্য এনে শিক্ষা ভাৰতৰ আধ্যাত্মিকতাৰ ঐতিহ্যহ দিযে। বিভিন্নতাৰ মাজত একতা ভাৰতে উপলদ্ধি কৰিব পাৰিছে। গতিকে অন্তৰ ৰাষ্ট্ৰীয ক্ষেত্ৰতো কিয ই অসম্ভব তাক ভাৰতে বুজিব নোবাৰে। উৎকট জাতীযতাবাদ ভাৰতৰ ঐতিহ্যই প্ৰদৰ্শন নকৰে। ভাৰতীয কৃষ্টি সদায বিশ্বজনীন। এই বসুধাৰ সকলোৱেই আমাৰ কুটুম্ব এনে শিক্ষা ভাৰতীয ধৰ্মই চিৰন্তন দি আহিছে। পৃথিৱীৰ বিভিন্ন দেশসমুহত বিশেষকৈ ৰাছিযা আৰু যুক্তৰাষ্ট্ৰত যি মতবাদৰ বিকাশ হব ধৰিছে সেই কথাইও সমন্বয যে সম্ভৱ তাকেই প্ৰমাণ কৰে।

মাৰ্ক্সৰ কমিউনিজমৰ মতবাদ অনুসৰি ৰাছিযাৰ ৰাজনৈতিক ব্যৱস্থা গঠিত হৈছে। এই মতবাদ অনুসৰি দৰিদ্ৰতা আৰু শ্ৰেণীসংগ্ৰামৰ মূল কাৰণ ধনিক আৰু ধৰ্মযাজকৰ শোষণ শ্ৰেণীবৈষম্য আৰু ব্যক্তিগত সম্পত্তি। গতিকে এইবোৰ বিলোপ নকৰিলে দেশ প্ৰগতিৰ পথত উধাব নোৱাৰে দেশত প্ৰকৃত শান্তি নাথাকে আনকি জনসাধাৰণৰ স্বাধীনতাও নিৰৰ্থক হৈ পৰে। বিপ্লৱৰ যোগেদি এইবোৰ ধ্বংস কৰি দেশৰ শিল্পাদি ৰাষ্ট্ৰীযকৰণ সেইদেখিযেই একন্তই আৱশ্যক। ৰাছিয়াত এই মতবাদকে

অনুসৰণ কৰি বিদ্ৰোহৰ পাচতেই তাৰ শিল্পাদি ৰাষ্ট্ৰীয়কৰণ কৰা হৈছে। ব্যক্তিগত সম্পত্তি শ্ৰেণীবৈষম্য ধৰ্মযাজক আদিৰ শোষণও হিংসাত্মক পদ্ধতিৰে বিদ্ৰোহৰ পাচতেই তাত বিলোপ কৰা হৈছে।

যুক্তৰাষ্ট্ৰ কমিউনিজমৰ মতৰ বিৰোধী। ব্যক্তিগত সম্পত্তিৰ আৱশ্যকতা তাত স্বীকাৰ কৰা হয়। শিল্পাদি ৰাষ্ট্ৰীয়কৰণৰ পৰা দেশৰ সম্পদ বৃদ্ধিত বাধা আহে বুলি তাৰ জনসাধাৰণে বিশ্বাস কৰে। শিল্পাদিৰ ৰাষ্ট্ৰীযকৰণে ব্যক্তিৰ কৰ্ম আৰু ভোগ্যসম্পদ বাছনিৰ স্বাধীনতাও নোহোৱা কৰি তোলে। অথচ নিজত্ব বিকাশৰ কাৰণে সৰ্বসাধাৰণৰ মনত এনে স্বাধীনতা যিমান অৰ্থপূৰ্ণ আন কোনো স্বাধীনতাই এনে অৰ্থপূৰ্ণ হব নোৱাৰে। এনে স্বাধীনতা নাথাকিলে দেশত কৰ্মৰ প্ৰেৰণা নাথাকে হিংসাত্মক উপায়েৰে দেশৰ কৰ্মপ্ৰৱণতা ৰক্ষাৰ আৱশ্যক আহি পৰে। এনেকুৱা কাৰণৰ বাবেই শিল্পাদি ৰাষ্ট্ৰীযকৰণত আৰু ব্যক্তিগত সম্পত্তি বিলোপ সাধনত যুক্তৰাষ্ট্ৰৰ লোকসমূহৰ দুৰ্যোৰ আপত্তি আছে।

যুক্তৰাষ্ট্ৰ আৰু ৰাছিয়াৰ মতবাদত এনেবোৰ বিৰোধভাৱ লক্ষিত হলেও কাৰ্য্যক্ষেত্ৰত দেখা গৈছে দুযোখন দেশেই দুয়োখন দেশৰ মতবাদৰ দ্বাৰা প্ৰভাবান্বিত নোহোৱাকৈ আৰু সেইদৰে নিজ নিজ দেশৰ মতবাদ পৰিবৰ্ত্তন নকৰাকৈ থাকিব পৰা নাই । বিদ্ৰোহৰ পঞ্চলিছ বছৰ পাচতো জনসাধাৰণৰ মাজৰ পৰা দৰিদ্ৰতা আতৰি নোযোৱাত ৰাছিযাত এতিযা ব্যক্তিগত সম্পত্তি ধনিকৰ লাভখোৰ নীতি (Profit motive) টকা (Money) আৰু মুদ্ৰাযন্ত্ৰ (Price mecha nism) ৰ আৱশ্যকতা কিছু পৰিমাণে স্বীকাৰ কৰি লৈছে। মাৰ্ক্সৰ নীতিত এইবোৰে অলপো স্বীকৃতি নাপাইছিল। সেইদৰে একচেটীযা কাৰবাৰৰ শোষণৰ বিলোপ যে ব্যক্তিগত স্বাধীনতা ৰক্ষাৰ কাৰণেই আৱশ্যক তাক উপলব্ধি কৰি কিছু ক্ষেত্ৰত শিল্প ৰাষ্ট্ৰীযকৰণৰ আৱশ্যকতা যুক্তৰাষ্ট্ৰতো আজিকালি মনা হৈছে। গতিকে ৰাছিয়া আৰু যুক্তৰাষ্ট্ৰৰ ইতিহাসে সমন্বয় সাধনৰ সাম্ভব্যকে প্ৰমাণ কৰিছে। এই দুই দেশত বিশেষকৈ ৰাছিয়াত চৰকাৰী ভাবে শান্তিপূৰ্ণ সহাৱস্থানৰ নীতি প্ৰশংসিতো হৈছে।

ভাৰতে নিজেও যুক্তৰাষ্ট্ৰ আৰু ৰাছিযাৰ দুই মতবাদৰ আৱশ্যকীয় কথাখিনি গ্ৰহণ কৰি আৰু সেইবোৰৰ মাজত সমন্বয সাধি দেশৰ আৰ্থিক উন্নয়ন কাৰ্য্যত যত্নবান হৈছে। শ্ৰেণীবৈষম্য দূৰীকৰণ আৰু সমতাসাধন ভাৰতে গ্ৰহণ কৰা সমাজতান্ত্ৰিক সংসদী গণতন্ত্ৰৰ মূলকথা। সেইদৰে মৌলিক (basic and key) শিল্প ৰাষ্ট্ৰীযকৰণৰ ব্যৱস্থাও ভাৰতে গ্ৰহণ কৰা মিশ্ৰ শিল্প নীতিৰ অংশ বিশেষ হৈ আছে।

ভাৰতৰ দৰে অনুন্নত দেশ এখনত যে ৰাষ্ট্ৰীয় প্ৰচেষ্টাৰে বুনিয়াদী শিল্প স্থাপিত

ভাৰতৰ দৰে অনুন্নত দেশ এখনত যে ৰাষ্ট্ৰীয় প্ৰচেষ্টাৰে বুনিয়াদী শিল্প স্থাপিত নকৰিলে ভাৰতৰ আৰ্থিক উন্নতি হ'ব নোৱাৰে আৰু দেশৰ আৰ্থিক আৰু সামাজিক বৈষম্য নাতৰালে যে নিজক বিকাশ কৰাৰ আৰু সেইদৰে দেশৰ সম্পদ বঢ়োৱাৰ কোনো প্ৰেৰণা আৰু সুবিধা ব্যক্তিয়ে পাব নোৱাৰে সেই কথা ভাৰতীয় লোকৰ কাৰণে আজি স্বাভাবিক সত্য হৈ পৰিছে। ৰাছিয়াৰ মতবাদৰ লগত এইবোৰৰ মিল থকা বাবেই এইবোৰ বৰ্জনীয় বুলি ভাৰতে নাভাবে। আনহাতে সহজ আৰু স্থায়ী উন্নতিৰ অৰ্থে দৈনন্দিন কৰ্ম আৰু ভোগ্য সম্পদ বাছনিৰ স্বাধীনতা সৰ্বসাধাৰণৰ থকা একান্তই আৱশ্যক বুলি ভাৰতে ভাৱে। এনে স্বাধীনতা নাথাকিলে দেশত কৰ্মপ্ৰেৰণা নাথকে গতিকে আৰ্থিক উন্নতিৰ কাৰণে সদায় ৰাষ্ট্ৰীয় জোৰ জুলুম অৱশ্যম্ভাৱী হৈ উঠে। আকৌ শ্ৰেণীবৈষম্য দূৰীকৰণ দ্ৰুত আৰ্থিক উন্নয়ন সমতা সাধন আদিৰ কাৰণে হিংসাৰ ওপৰত প্ৰতিষ্ঠিত জোৰ জুলুমৰ পদ্ধতি দূৰদৃষ্টিত অনিষ্টকাৰক বুলিযেই ভাৰতীয় লোকে বিশ্বাস কৰে। এইবোৰ কাৰ্য্যৰ অৰ্থে গণতান্ত্ৰিক পদ্ধতিযেই উত্তম বুলি ভাৰতীযই কয়। দেশৰ সৰ্বোপ্ৰকাৰ উন্নতিৰ কাৰণে ভাৰতে গণতান্ত্ৰিক পদ্ধতি বাছি লৈছে আৰু এই ক্ষেত্ৰত ভাৰতৰ মতবাদ যুক্তৰাষ্ট্ৰৰ মতবাদতকৈ বিভিন্ন নহয়। গণতন্ত্ৰৰ উন্নতিৰ বাবে ভাৰতেও যুক্তৰাষ্ট্ৰৰ দৰে একাধিক ৰাজনৈতিক দলৰ আৱশ্যকতা স্বীকাৰ কৰে। দেশৰ আৰ্থিক উন্নয়নৰ কাৰণে ভাৰতে গ্ৰহণ কৰিছে একপিনে যুক্তৰাষ্ট্ৰৰ গণতন্ত্ৰ আনপিনে ৰাছিয়াৰ সমাজতন্ত্ৰ। যুক্তৰাষ্ট্ৰ আৰু ৰাচিয়াৰ দুই মতবাদৰ সমন্বযৰ আদৰ্শই ভাৰতত আজি চলি আছে। এই সমন্বযৰ অন্যথাই যাবলৈ ভাৰত আজি আচলতে অসমৰ্থ কিযনো সমন্বয় আৰু তাৰ পাচত থকা আধ্যাত্মিকতাই হৈছে ভাৰতীয় কৃষ্টিৰ প্ৰাণ আৰু আত্মা।

ভাৰতে গোষ্ঠী নিৰপেক্ষ সহাৱস্থানৰ নীতি গ্ৰহণ কৰাৰ তৃতীয় কাৰণ হৈছে বৰ্তমান যুগৰ যুদ্ধ যে সদায় পৃথিৱীব্যাপী মহাযুদ্ধলৈ ৰূপান্তৰিত হবলৈ বাধ্য আৰু সেই যুদ্ধত পৃথিৱীৰ সকলো দেশৰে সৰ্বনাশ ঘটাটো অপৰিহাৰ্য্য এনে আশঙ্কাৰ হেতুকে শান্তিৰক্ষাৰ প্ৰৱল আৱশ্যকতা। বৰ্তমান যুগত বিশেষকৈ গোষ্ঠীসাপেক্ষ নীতি অৱলম্বন কৰাৰ ফলত যি কোনো দুই দেশৰ যুদ্ধই শেষত পৃথিৱীব্যাপী মহাসমৰলৈ ৰূপান্তৰিত হয় ই মাত্ৰ দুই দেশৰ মাজত ক্ষুদ্ৰযুদ্ধ বা সীমাবদ্ধ যুদ্ধ হৈয়ে নাথাকে। এনে যুদ্ধত কোনো পক্ষই লাভবানো হব নোৱাৰে। অৰ্থনীতিক ফলাফলৰ পৰা বিচাৰ কৰিলে আজিকালিৰ যুদ্ধ সদাযে অনিষ্টকাৰক। এটম বোমা হাইড্ৰোজেন বোমা কোবাল্টবোমা আদিৰ কাৰণে বৰ্তমান যুগত যুদ্ধৰ ৰূপ একেবাৰে সৰ্বনাশী হৈছে। যুদ্ধ বুলিলেই আজিকালি পূৰ্ণযুদ্ধ (Total war) । এনে অৱস্থাত যুদ্ধই সম্পূৰ্ণ

আৱশ্যক হৈছে। যুদ্ধ বন্ধ কৰিবৰ কাৰণেই আকৌ আৱশ্যক গোষ্ঠী নিৰপেক্ষ শান্তিপূৰ্ণ সাহৱস্থানৰ নীতি। গোষ্ঠীসাপেক্ষ নীতিয়ে সন্দেহ আৰু ভয় বৃদ্ধি কৰি যুদ্ধ অবশ্যম্ভাৱী কৰি তোলে। গোষ্ঠী নিৰপেক্ষ শান্তিপূৰ্ণ সহাৱস্থানৰ নীতিয়ে সন্দেহ আৰু ভয় দূৰ কৰি যুদ্ধৰ সম্ভাৱনা আতৰাই দিয়ে।

ভাৰতে গোষ্ঠী নিৰপেক্ষ শান্তিপূৰ্ণ সহাৱস্থানৰ নীতি গ্ৰহণ কৰাৰ চতুৰ্থ কাৰণ হৈছে অনুন্নত দেশসমূহৰ বিশেষকৈ ভাৰতৰ আৰ্থিক মান উন্নত কৰাৰ অৰ্থে শান্তিৰ আৱশ্যকতা। দেশৰ সীমাবদ্ধ সম্পদ যুদ্ধৰ প্ৰস্তুতিৰ বাবে খৰচ নকৰি দেশ নিৰ্মাণৰ কাৰ্য্যতহে ব্যয় কৰা উচিত। নবলব্ধ স্বাধীনতাৰ ফলত অগণন জনসাধাৰণৰ মনত যি আশা আৰু আকাঙ্খাই স্থিতাপি লৈছে সেইবোৰ কিছু পৰিমাণেও সাৰ্থক কৰিবলৈ হলে দেশ নিৰ্মাণৰ কাৰণে প্ৰচুৰ সম্পদৰ দৰ্কাৰ। দেশ নিৰ্মাণৰ কাৰ্য্য ব্যাঘাত হলে জনসাধাৰণৰ আশা আকাঙ্খা চৰিতাৰ্থ হব নোৱাৰিব। ফলত দেশত হতাশা আৰু অসন্তুস্তি নিশ্চয়কৈ আহিব আৰু অশান্তিৰ বিভীষিকাই দেশ ছাটি পলাব। দেশ নিৰ্মাণৰ কাৰ্য্য দ্ৰুত গতিৰে চলোৱাৰ অৰ্থেই ভাৰতে শান্তিৰ নীতি গ্ৰহণ নকৰি উপায় নাই।

গোষ্ঠী নিৰপেক্ষ শান্তিপূৰ্ণ সহাবস্থান নীতিৰ সমালোচনা গোষ্ঠী নিৰপেক্ষ শান্তিপূৰ্ণ সহাবস্থান নীতি ভাৰতৰ স্বাধীনতা ৰক্ষাৰ কাৰণে উপযুক্ত নহয় বুলি কোৱা লোক অবশ্যে কিছু আছে। তেওলোকৰ কিছুমানে কয ভাৰতৰ লগত প্ৰতিবেশী ৰাষ্ট্ৰ পাকিস্তান আৰু কমিউনিষ্ট চীনৰ স্পষ্ট বিৰোধ আছে। চীনৰ সামৰিক শক্তি প্ৰচুৰ পাকিস্তানে যুক্তৰাষ্ট্ৰৰ সামৰিক সাহায্য পাইছে। পাকিস্তান আৰু চীনে একেলগে ভাৰত আক্ৰমণ কৰাৰ সম্ভাৱনা নাই বুলি কলে ভুল কৰা হব। এনে আক্ৰমণৰ বিৰুদ্ধে যুঁজিবলৈ ভাৰতে অদূৰ ভবিষ্যতে যে যথেষ্ট সামৰিক শক্তি বৃদ্ধি কৰিব পাৰিব তাৰ নিশ্চযতা একেবাৰে নাই। এনে ক্ষেত্ৰত স্বাধীনতা ৰক্ষাৰ অৰ্থেই ভাৰতে যুক্তৰাষ্ট্ৰৰ গোষ্ঠীত যোগ দিয়া উচিত। যুক্তৰাষ্ট্ৰ এখন গণতান্ত্ৰিক দেশ ভাৰতেও গণতান্ত্ৰিক পদ্ধতিকে গ্ৰহণ কৰিছে। গতিকে যুক্তৰাষ্ট্ৰৰ গোষ্ঠীত প্ৰবেশ কৰাৰ পৰা ভাৰতৰ অনিষ্ট হোৱাৰ আশঙ্কা নাই বৰং আৰ্থিক উন্নতিৰ কাৰণে প্ৰচুৰ সাহায্য প্ৰাপ্তিৰ সম্ভাৱনা হে আছে।

এইসকল লোকৰ এই মতৰ বিৰুদ্ধে এই কথা কব পৰা যায় যে কোনো বিশেষ গোষ্ঠীত প্ৰৱেশ কৰিলেও যে স্বাধীনতা নিৰাপদ সেই কথা সচা নহয। নানা চুক্তিৰ মাজত থকা দেশসকলৰ স্বাধীনতা দুই তিনি দিনতে কেনেকৈ নোহোৱা হয় আৰু সেই ক্ষেত্ৰত পাৰস্পৰিক সাহায্যৰ চুক্তি কিমান অৰ্থহীন এই কথাৰ সাক্ষী

স্বৰূপে দ্বিতীয় মহাসমৰৰ বহুতো দৃষ্টান্ত আছে। গোষ্ঠী নিৰপেক্ষ শান্তিপূৰ্ণ সহাৱস্থানৰ নীতি অৱলম্বন কৰিলেও যে সময়ত সামৰিক সাহায্য পোৱাত বাধা নাই সেই কথাৰ প্ৰমাণ ভাৰতৰ ওপৰত হোৱা চীনৰ হঠাৎ আক্ৰমণৰ সময়তে পোৱা গৈছে। যিসকল দেশে ভাৰতক নিজ গোষ্ঠীত সুমাই লব বিচাৰে সেইসকল দেশে বিৰোধী গোষ্ঠীৰ কোনো বিশেষ দেশৰ দ্বাৰা ভাৰত আক্ৰান্ত হলে নিজ স্বাৰ্থৰ খাতিৰতে ভাৰতক সাহায্য নিদি নোৱাৰে। আনহাতে বিৰোধী গোষ্ঠীৰ বাকী দেশবোৰেও গোষ্ঠীভুক্ত বিশেষ দেশখনৰ অন্যায় আক্ৰমণ সমৰ্থন কৰি ভাৰতৰ বিৰুদ্ধে যাবলৈ ইচ্ছা নকৰে। প্ৰবল সামৰিক শক্তিৰ দ্বাৰা আক্ৰান্ত হলে গোষ্ঠীভুক্ত হৈও সৰুদেশে স্বাধীনতা ৰক্ষা কৰা অসম্ভৱ। সৌভাগ্যবশত ভাৰতবৰ্ষ এখন বিৰাট দেশ। শত্ৰুৰ বল যিমানেই প্ৰবল নহক ভাৰতক সম্পূৰ্ণভাবে পৰাজয় কৰা অসম্ভৱ। গতিকে যেতিয়ালৈকে দেশত ঐক্য দেশৰ অৰ্থে ত্যাগ স্বীকাৰ আৰু বহি ৰাষ্ট্ৰৰ প্ৰতি আনুগত্য থকা ৰাজনৈতিক দলৰ প্ৰতি জনসাধাৰণৰ বিৰূপ মনোভাব বৰ্তমান থাকে তেতিয়া লৈকে ভাৰতৰ স্বাধীনতা কোনেও হৰণ কৰিব নোৱাৰে। বহি ৰাষ্ট্ৰৰ প্ৰতি আনুগত্য থকা ৰাজনৈতিক দলৰ সহাযতহে সদায় সকলো দেশতে স্বাধীনতা বিপদাপন্ন হৈ আহিছে। দ্বিতীয় মহাসমৰৰ আগে আগে যিবিলাক ক্ষুদ্ৰ ৰাষ্ট্ৰই হিটলাৰৰ বিৰাট সামৰিক শক্তিৰ সম্মুখত স্বাধীনতা হেৰুৱাইছিল সেইবিলাক ৰাষ্ট্ৰত সেই সময়ত এনে ৰাজনৈতিক দল আছিল আৰু সেই দলবোৰৰ কাৰ্য্যকলাপৰ কাৰণেহে এই ৰাষ্ট্ৰবোৰ হিটলাৰৰ কৰায়ত্ব হৈছিল। আনকি তিব্বতৰ আজি যি দুৰ্দ্দশা হৈছে তাৰ মূলতো বহু পৰিমাণে আছে দলৈলামাৰ প্ৰতি পাঞ্চেন লামাৰ বিৰূপ মনোভাব। আকৌ গোষ্ঠীভুক্ত হৈ দেশৰ স্বাধীনতা ৰক্ষা কৰিব খোজা নীতিৰ সকলোতকৈ ডাঙৰ বিপদ হৈছে এয়ে যে ই দেশৰ নিজ শক্তি বৃদ্ধিত বাধা দিয়ে। গোষ্ঠীসাপেক্ষ নীতিয়ে দেশক পৰনিৰ্ভৰশীল কৰি তোলে। এই নীতিৰ ফলতেই যে ইংল্যাণ্ডৰ সামৰিক শক্তি উপযুক্তভাবে বৃদ্ধি হোৱা নাই সেই সমালোচনা ইংল্যাণ্ডত আজি হব পাৰিছে। নৰ্থ আটলাণ্টিক চুক্তিৰ দেশবোৰে তেওলোকৰ সামৰ্থ্য অনুসৰি শক্তি বঢোৱাত পৰাঙ্মুখ হোৱা বুলি ১৯৬২ চনৰ শেষভাগত নাটোৰ প্ৰধান সেনাপতিয়ে নিজে কৈছে। এনে পৰাঙ্মুখতাৰ কাৰণে এই দেশসমূহৰ পৰনিৰ্ভৰশীল মনোবৃত্তি বুলি বহুতে কব খোজে। এতেকে দেখা যায় স্বাধীনতাৰ ৰক্ষাৰ পিনৰ পৰা গোষ্ঠী সাপেক্ষ নীতি বিশেষ কাৰ্য্যকৰী নহয়। বৰং এই নীতিৰ ফলত ডাঙৰ ৰাষ্ট্ৰসমূহে তেওলোকৰ মাজত হবলগীয়া যুদ্ধৰ ৰণক্ষেত্ৰ গোষ্ঠী ভুক্ত অন্য সৰু ৰাষ্ট্ৰত কৰিব বিচাৰে আৰু সেইদৰে বহুতো সৰু ৰাষ্ট্ৰই নিজৰ স্বাধীনতা হেৰুৱাব লগাত পৰে।

ভাৰতৰ গোষ্ঠী নিৰপেক্ষ শান্তিপূৰ্ণ সহাৱস্থানৰ কাৰণেই তিব্বতৰ স্বাধীনতা ভাৰতে ৰক্ষা কৰিবলৈ অসমৰ্থ হৈছে বুলি আন কিছুমানে এই নীতিৰ সমালোচনা কৰে। তিব্বতৰ স্বাধীনতা হেৰুৱাৰ ফলত ভাৰত আৰু চীনৰ মাজত মধ্যৱৰ্ত্তী (Buffer) ৰাষ্ট্ৰ নোহোৱা হৈ পৰিছে আৰু ভাৰতৰ ওপৰত চীনৰ আক্ৰমণ অত্যন্তই সহজ হৈছে। এনে অবস্থাৰ কাৰণে এই সমালোচকসকলৰ মতে ভাৰতৰ শান্তিপূৰ্ণ নীতিযেই দায়ী।

মধ্যৱৰ্ত্তী ৰাষ্ট্ৰৰ (Buffer state) মাধ্যমত স্বাধীনতা ৰক্ষা কৰাৰ যুক্তি দ্বিতীয় মহাসমৰৰ আগলৈ বহুতে বিশ্বাস কৰিছিল। কিন্তু দ্বিতীয় মহাসমৰৰ অভিজ্ঞতাৰ ফলত সেই যুক্তিত বৰ্তমান কালৰ বেচিসংখ্যক ৰাজনীতিবিদ লোকে মূল্য নিদিয়াত পৰিছে। মধ্যৱৰ্ত্তী ৰাষ্ট্ৰ সাধাৰণতে সুবিধাবাদী হৈ পৰে। তেনে সুবিধাবাদী ৰাষ্ট্ৰৰ পৰা বহু সময়ত স্বাধীনতা ৰক্ষাত নানা সমস্যাৰহে সৃষ্টি হয়। তদুপৰি সৰু ৰাজ্য এখনৰ কাৰণে মধ্যৱৰ্ত্তী ৰাষ্ট্ৰৰ মূল্য যিমান ডাঙৰ ৰাজ্য এখনৰ বেলিকা তাৰ মূল্য সিমান নহয়। আনহাতে খাম্পাবসতিপূৰ্ণ তিব্বতৰ দক্ষিণ পূৱ অঞ্চল আজি পঞ্চাশ বছৰৰো আগৰে পৰা চীনৰ অধিকাৰত আছে। তাৰে ফলত ভাৰত আৰু চীনৰ মাজৰ এটা অংশত অন্তত আজি বহুদিন ধৰি কোনো মধ্যৱৰ্ত্তী ৰাষ্ট্ৰ নাই। আকৌ তিব্বতৰ অৱস্থিতি আৰ্থিক মান জলবায়ু সমাজ ব্যৱস্থা প্ৰাকৃতিক গঠন এনে যে তাৰ স্বাধীনতা ৰক্ষা ভাৰতৰ পক্ষে অকলে দু সাধ্য বিশেষকৈ তিব্বতৰ ভিতৰতে আভ্যন্তৰীণ দলাদলি থকা অৱস্থাত।

তিব্বতৰ ৰাজনৈতিক মৰ্য্যাদা (Status) সম্পৰ্কে চীন আৰু ভাৰতৰ মাজত যি চুক্তি হৈছিল সেই চুক্তি ইংৰাজ আৰু চীনৰ মাজত হোৱা ১৯১৩ চনৰ ছিমলা চুক্তিতকৈ বা ১৯৪৩ চনত চাৰ এণ্ঠনি ইডেনে চীনৰ বৈদেশিক মন্ত্ৰীলৈ লিখি জনোৱা নীতিতকৈ বেলেগ নাছিল। তিব্বতৰ ওপৰত চীনৰ প্ৰভাৱ (Suzerainty) ১৯৫৪ চনতহে ভাৰতে স্বীকাৰ কৰিছিল। কিন্তু তাৰ আগত ১৯৫১ চনতে চীন আৰু তিব্বতৰ মাজত হোৱা চুক্তিত তিব্বতে স্বইচ্ছাই চীনক বাট পথ বেহা বেপাৰ আৰু বৈদেশিক সম্পৰ্কীয় সকলো কথাৰ ওপৰত চীনৰ প্ৰভাৱ মানি লৈছিল। চীনে যেতিয়া ভাৰতৰ লগত হোৱা চুক্তি ভঙ্গ কৰি তিব্বতৰ স্বাতন্ত্ৰ্য (autonomy) ১৯৫৯ চনত ভঙ্গ কৰে ভাৰতে তেতিয়া তিব্বতৰ দলৈলামাৰ চৰকাৰক আশ্ৰয় দিয়ে। ইয়াৰ বাহিৰে অন্য ৰকমে তিব্বতক সাহায্য দিয়া ভাৰতৰ পক্ষে অকল যে তেতিয়া অসম্ভৱ আছিল তেনে নহয় ই চিৰদিনেই অসম্ভৱ। ভাৰতত যেতিয়া ইংৰাজ চৰকাৰ আছিল তেতিয়াও তিব্বতৰ ওপৰত চীনৰ প্ৰভাৱ স্বীকাৰ কৰিবলৈহে চীনৰ

সাহায্যত ৰাছিয়াৰ কৰ্তৃত্বৰ পৰা তিব্বতক ইংৰাজে ৰক্ষা কৰিব পাৰিছিল। ৰাছিয়াৰ সহায় নহলে চীনৰ কৰ্তৃত্বৰ পৰা আৰু চীনৰ সহায় নহলে ৰাছিয়াৰ কৰ্তৃত্বৰ পৰা অন্য কোনো ৰাষ্ট্ৰৰে পক্ষে তিব্বতক ৰক্ষা কৰা চিৰদিন অসম্ভৱ। দেশৰ স্বাধীনতা সদায়ে নিজ সামৰ্থ্যৰ ওপৰত প্ৰধানত নিৰ্ভৰ কৰে। মধ্য এছিয়াৰ ভৌগলিক অৱস্থা এনেকুৱা যে তাত যুক্তৰাষ্ট্ৰৰ নিচিনা শক্তিশালী ৰাষ্ট্ৰৰ প্ৰচুৰ সাহায্য লাভ কৰিও চিয়াং কাইছেকে কমিউনিষ্ট শক্তিৰ ওচৰত পৰাভৱ বৰণ কৰিব লগীয়াত পৰে। তদুপৰি স্বাধীনতাৰ পাচৰে পৰা পাকিস্তানৰ পৰা অহা লাখ লাখ আশ্ৰয় প্ৰাৰ্থীৰ সমস্যা দেশীয় ৰাজ্যৰ সমস্যা বস্তুৰ মহাৰ্ঘতাৰ সমস্যা ভাষাৰ সমস্যা আদিয়ে ভাৰতক ইমান ব্যস্ত ৰাখিছিল যে তেতিয়া ভাৰতৰ পক্ষে তিব্বত সম্পৰ্কে অন্য ব্যৱস্থা লোৱা সম্ভৱ নাছিল।

ভাৰতৰ গোষ্ঠী নিৰপেক্ষ শান্তিপূৰ্ণ সহাৱস্থানৰ নীতিৰ আৰু এক শ্ৰেণীৰ সমালোচক আছে। তেওলোকৰ মতে ভাৰতৰ এই নীতিৰ ফলত স্বাধীনতা ৰক্ষা অসম্ভৱ কাৰণ এই নীতি অত্যন্তই দুৰ্বল। এই নীতি দুৰ্বল হোৱা বাবদে চীনৰ অতৰ্কিত আক্ৰমণত ভাৰতৰ স্বাধীনতা আজি বিপদাপন্ন হৈছে। তেওলোকৰ মতে এই নীতি দুৰ্বল কিয়নো ই আধ্যাত্মিকতাৰ ওপৰত প্ৰতিষ্ঠিত। বাস্তৱ জগতত প্ৰত্যেক দেশেই প্ৰত্যেক দেশক গ্ৰাস কৰিবৰ বাবে উদ্যত। এনে স্থলত আধ্যাত্মিকতাৰ মূল্য ক'ত? ৰাজনীতি আৰু আধ্যাত্মিকতা দুটা বেলেগ বস্তু। এনে বিৰোধী দুটা বস্তুক একত্ৰ কৰাৰ ফলত ভাৰতৰ বৈদেশিক নীতি দুৰ্বল হৈছে বুলি তেওলোকে কয়। ৰাজনীতিত কুটনীতি আৰু ছলনাৰ প্ৰযোজন। এই সম্পৰ্কে তেওলোকে চাণক্য আৰু ম্যাকিয়াভেলীৰ নামো উল্লেখ কৰে। কুটনীতি প্ৰযোগ নকৰাৰ ফলতেই ভাৰত চৰকাৰৰ লগত নেপালৰ মহাৰাজৰ সম্পৰ্ক বাঞ্ছনীয় ধৰণৰ হৈ উঠিব পৰা নাই। একে কাৰণতে ভুটানৰ ওপৰতো ভাৰতৰ কৰ্তৃত্ব কমি গৈছে। কুটনীতিৰ অভাৱত বিশেষকৈ আদৰ্শৰ স্বাৰ্থত বাস্তৱ দৃষ্টি শূন্য ৰাজনীতি গ্ৰহণ কৰাৰ ফলত কাশ্মীৰ সমস্যা মিছাকৈয়ে সম্মিলিত ৰাষ্ট্ৰসংঘলৈ নিয়া হ'ল আৰু মিছাকৈয়ে এই সম্পৰ্কত গণ ভোটৰ প্ৰশ্ন তোলা হ'ল। যুক্তৰাষ্ট্ৰ আৰু ইংল্যাণ্ডৰ লগত ভাৰতৰ সম্পৰ্ক ঘনিষ্ঠ হৈ উঠিব নোৱাৰাৰ মূলতো এই আদৰ্শই ইত্যাদি কথা এই সমালোচকসকলে কয়।

আধ্যাত্মিকতাৰ ওপৰত ৰাজনীতি প্ৰতিষ্ঠিত হব লাগে নে নালাগে সেই কথাৰ উত্তৰ নিৰ্ভৰ কৰে দেশৰ ৰাজনীতি সুদূৰ ভৱিষ্যতৰ প্ৰতি লক্ষ্য ৰাখি নে মাত্ৰ বৰ্তমানৰ প্ৰতি লক্ষ্য ৰাখি নিৰ্ণয় কৰিব লাগে সেই প্ৰশ্নৰ প্ৰকৃত সমিধানৰ ওপৰত। কুটনীতি ছলনা ইত্যাদিৰ কৃতকাৰ্য্যতা সাময়িক কিন্তু আধ্যাত্মিকতাৰ প্ৰভাৱ সুদূৰ

ভবিষ্যত ব্যাপী।

নেপালৰ জনসাধাৰণক বাদ দি নেপালৰ লগত ভাৰতৰ প্ৰকৃত সম্পৰ্ক গঢ়া অবাস্তৱ আৰু অসম্ভৱ।কোনো এখন দেশত আভ্যন্তৰিণ দলাদলি আৰু বেমেজালি বৰ্তমান থাকিলে সেই দেশৰ লগত উপযুক্ত সম্পৰ্ক গঢ়ি উঠিব নোৱাৰে। আভ্যন্তৰিণ দলাদলিৰ সুবিধা লৈ অন্য ৰাষ্ট্ৰই সেই দেশৰ বিভিন্ন দলৰ কোনো এটা দলৰ লগত সম্পৰ্ক স্থাপন কৰি মন পুত নোহোৱা নীতিৰ বিৰুদ্ধে সেই দেশত কাৰ্য্য কৰে আৰু সেইদৰেই দেশত অশান্তি আনে। এনে অৱস্থাত সেই দেশৰ লগত সম্পৰ্ক স্থাপনৰ মাত্ৰ এটাই প্ৰকৃত নীতি হব পাৰে আৰু সেই নীতি হৈছে সেই দেশৰ জনসাধাৰণৰ সত্য আৰু ন্যাযৰ ওপৰত প্ৰতিষ্ঠিত দাবীৰ প্ৰতি লক্ষ্য ৰাখি সম্পৰ্ক গঢ়াৰ নীতি কোনো বিশেষ ব্যক্তি বা দলৰ স্বাৰ্থৰ প্ৰতি লক্ষ্য ৰাখি গঢ়া নীতি নিশ্চয় নহয়। নেপালৰ ক্ষেত্ৰত ভাৰতে সেই নীতিকে প্ৰয়োগ কৰিছে। জনসাধাৰণৰ দাবী মষিমুৰ কৰা কাৰ্য্যত ভাৰতে সহায নকৰা বাবদ যদি নেপালৰ মহাৰজা চীনৰ কথাত উঠা বহা কৰে তেন্তে তাৰ উপায নাই। নেপালৰ মহাৰজাক ভাৰতে হাত কৰিব পাৰিলেও চীনে খেলা খেলিবলৈ নেপালৰ আন এটি বিৰোধী দল আভ্যন্তৰিণ দলাদলি থকা অৱস্থাত সদায পাব। আকৌ নিজ দেশৰ জনসাধাৰণৰ সাৰ্বভৌমত্ব স্বীকাৰ কৰা নীতিৰ লগত অন্য দেশৰ জনসাধাৰণৰ সাৰ্বভৌমত্ব নাশ কাৰ্য্যত সহায কৰা বৈদেশিক নীতিৰ সামঞ্জস্য কেতিযাও হব নোবাৰে। এনে বৈদেশিক নীতিৰ প্ৰতিক্ৰিযা কিছুদিনৰ ভিতৰতে নিজ দেশত পৰে আৰু তাৰে ফলত দেশত শান্তিও নোহোৱা হৈ আহে।

চীনৰ ভাৰত আক্ৰমণ অত্যন্তই আশ্চৰ্য্যৰ বিষয। ভাৰতৰ উত্তৰ পশ্চিম ভূখণ্ডত কাৰাকৰম আৰু কাৰাটাগ গিৰিস কট অৱস্থিত। সেই দুটা গিৰিসঙ্কটৰ মাজেদি যেনেকৈ ভাৰত ৰাচ্যিা আৰু আফগানিস্থানৰ স‌ংযোগ পথ আছে তেনেকৈ সিহতৰ মাজেদি চীনৰ অধিকৃত তিব্বত আৰু চীনৰ অ‌ংশ বিশেষ ছিযাঙৰ মাজত সহজ পথৰো সুবিধা আছে। এনে সহজ পথৰ সুবিধাৰ বাবেই চীনে আকাশী চীন পথ নিৰ্মাণ কৰিছে আৰু কাৰাকৰম গিৰিস‌ংকটলৈ লাডাখ অঞ্চল অধিকৃত কৰিব বিচাৰিছে। কিন্তু বৰ্ত্তমান যুগত কোনো এখন দেশে যদি বলেৰে অন্য দেশ অধিকৃত কৰি লাভবান হব পাৰিব বুলি ভাবে তেন্তে তাতকৈ কোনো ডাঙৰ ৰাজনৈতিক ভুল হব নোৱাৰে। আনকি হিটলাৰেও যিবিলাক ঠাইত যথেষ্ট জৰ্মান লোক নাছিল সেইবিলাক ঠাই জাৰ্মানিৰ অন্তৰ্গত কৰাৰ কথা ভবা নাছিল। হাঙ্গাৰীৰ ওপৰত ৰাছিয়াৰ আক্ৰমণ বুলি কোৱাতকৈ হাঙ্গাৰীৰ কমিউনিষ্ট সকলৰ বদন বৰফুকনৰ

ভুমিকাৰ কথা কোৱাহে বেচি যুক্তিসঙ্গত হব। আদর্শ বা বাদ (ism) ৰক্ষাৰ অৰ্থে কোনো দেশ আক্ৰান্ত হোৱাৰ সম্ভৱনা নিশ্চয আছে। কিন্তু তেতিয়া দেশত সেই বাদৰ অনুৰাগী লোকো যথেষ্ট হব লাগিব। এখন দেশ সকলো বিষযতে উন্নত আৰু সৱল হোৱাৰ ঈর্ষাত আৰু এনে উন্নতিৰ ফলত কোনো দেশৰ বাদ (ism) ৰ প্ৰভাৱ হ্ৰাস হোৱাৰ সম্ভাৱনাৰ ভযতো দুই এখন দেশে কেতিযাবা উন্নতিমুখী ৰাষ্ট্ৰক আক্ৰমণ কৰে। কোনোদিনে বিশেষকৈ নৈতিক বলত শক্তিৱন্ত আৰু বিৰাট জনগণ আৰু আকাৰ বিশিষ্ট ভাৰতৰ ক্ষেত্ৰত ই কিন্তু কৃতকাৰ্য্য হব নোবাৰে।

তদুপৰি এনে আক্ৰমণ বিশ্বযুদ্ধলৈ ৰূপান্তৰিত হোৱাৰ ভয সদাযে আছে। গতিকে এনে আক্ৰমণ কৰাৰ কল্পনা এটমিক বোমাৰ যুগত কোনো দেশে নাভাবে। আজিৰ দিনত অন্য দেশ আক্ৰেমণ কৰাৰ কথা অদ্ভুত মুৰ্খামিপূৰ্ণ আৰু পাগলৰ কাৰ্য্য। দেশৰ সামৰিকবল দেশৰ আবশ্যকতাতকৈ বেচি হলেও সেই সামৰিক শক্তিৰ ছটফটনিত পৰি একোখন দেশে অন্যদেশ আক্ৰমণ কৰিবলগীযাত পৰে। তেনে আক্ৰমণো মূৰ্খ আৰু পাগলৰ কাৰ্য্য। পঞ্চবাৰ্ষিক পৰিকল্পনাৰ কৃতকাৰ্য্যতা আৰু আধ্যাত্মিকতাৰ ওপৰত প্ৰতিষ্ঠিত সহাৱস্থানৰ নীতিৰ বাবদ ভাৰতৰ প্ৰভাৱ নিশ্চয বৃদ্ধি পাইছে আৰু তাৰ ফলত চীনৰ বাদ (ism) আৰু ক্ষমতাৰ ওপৰত নিশ্চয আঘাত পৰিছে। চীনৰ সামৰিক শক্তিও দেশৰ প্ৰযোজনতকৈ বেচি। গতিকে এই দুযো কাৰণত চীনে ভাৰতৰ ওপৰত আক্ৰমণ চলাইছে। কিন্তু হঠাৎ আক্ৰমণত সামযিকভাবে বিপদ আহিলেও সেই আক্ৰমণে জ্ঞানসম্পন্ন লোকক অন্যায কৰিব নোৱাৰে। চীনৰ আক্ৰমণে ভাৰতৰ আধ্যাত্মিকতাৰ ক্ষমতা বৃদ্ধিৰহে সূচনা কৰিছে। গতিকে সেই আক্ৰমণত আমাৰ জ্ঞান নেহেৰুবাই আমাৰ নীতি আৰু পঞ্চবাৰ্ষিক পৰিকল্পনা যদি আমি অব্যাহত ৰাখিব পাৰো তেন্তে শেষত আমাৰেই জয হব তাত সন্দেহ নাই। যি বৈদেশিক নীতিযে জয সুনিশ্চিত কৰি তোলে ক্ষমতাৰ বৃদ্ধি সাধে আৰু সকলো ৰকমৰ উন্নতি আনে সেই নীতি কেতিযাও ভুল বা দুৰ্বল হব নোৱাৰে।

কাশ্মীৰ সমস্যা সন্মিলিত ৰাষ্ট্ৰ স‌ংঘত তোলা নোতোলাৰ কথাটো অকল ভাৰতৰ ওপৰতে নিৰ্ভৰ কৰা নাছিল। ভাৰতে ইযাক নোতোলা হেতেনও পাকিস্তানে ইযাক ৰাষ্ট্ৰ সংঘত তুলিলেহেতেন। আচলতে সেই সমযত ৰাষ্ট্ৰসংঘত তোলাৰ অৰ্থে ভাৰত আৰু পাকিস্তান দুযো দেশেই আবেদন কৰিছিল। গতিকে কাশ্মীৰ প্ৰশ্ন ৰাষ্ট্ৰসংঘত উঠাৰ বাবে ভাৰতৰ আধ্যাত্মিকতা আৰু তাৰ ওপৰত প্ৰতিষ্ঠিত ভাৰতৰ ৰাজনীতি বা বৈদেশিক নীতি দায়ী হব নোবাৰে। পাকিস্তানৰ লগত ভাৰতৰ সম্পৰ্ক

নিশ্চয বাঞ্ছনীয ধৰণৰ নহয়। দুই দেশৰ লোকসকলে আজি কিছু বছৰ আগলৈকে একে দেশৰ লোক বুলি ভাবিছিল। হঠাতে দুখন বিভিন্ন দেশ হোৱাত দুযো দেশতে নানা সমস্যা উপস্থিত হৈছে। এই সমস্যাবোৰ সমাধানৰ অৰ্থে আৰু এই দুই দেশৰ নিৰাপত্তাৰ কাৰণে দুযো দেশৰ মাজত নিশ্চয় মধুৰ সম্পৰ্কৰ আৱশ্যকতা আছে। যিহেতুকে দুয়ো দেশতে দুই বিভিন্ন ধৰ্ম্মাৱলম্বী লোক যথেষ্ট ৰকমে আছে সেই হেতুকে এই দুই দেশৰ মাজত মধুৰ সম্পৰ্ক গঢ়ি নুঠিলে দুযো দেশৰে আভ্যন্তৰিন অৱস্থা সদাযে বিপদপূৰ্ণ আৰু সন্দেহযুক্ত হৈ থাকিব। কিন্তু এনে সম্পৰ্কৰ কাৰণে আবশ্যক নিশ্চয যুদ্ধৰ নাতি নহয আধ্যাত্মিকতাৰ নীতিহে। আধ্যাত্মিকতা নীতি ফলপ্ৰসূ হোৱাত সময লাগে। সেই দেখি কাশ্মীৰ সমস্যা সমাধান নোহোৱা বাবদ ধৈৰ্যহীন হলে প্ৰকাণ্ড ভুল কৰা হব। সময় সাপেক্ষ হলেও কাশ্মীৰ সমস্যা এদিন সমাধান হবই লাগিব। পাকিস্তান আৰু ভাৰতৰ মাজত মধুৰ সম্পৰ্ক হবলৈ ভৌগোলিক ঐতিহাসিক বা সাংস্কৃতিক কাৰণতে বাধ্য।

যুক্তৰাষ্ট্ৰ আৰু ই্ংল্যাণ্ডৰ লগত ভাৰতৰ সম্পৰ্ক ঘনিষ্ঠ নহয় বুলি কলে বোধকৰো সঠিক কথা কোবা নহব। এই দুই দেশৰ লগত ভাৰতৰ সম্পৰ্ক যদি ঘনিষ্ঠই নহয তেন্তে ভাৰতে পঞ্চবাৰ্ষিক পৰিকল্পনাৰ অৰ্থে এই দুই দেশৰ পৰা বিশেষকৈ যুক্তৰাষ্ট্ৰৰ পৰা ইমান মূল্যবান সাহায্য কেনেকৈ পালে ? এই দুই দেশৰ কাশ্মীৰ সম্পৰ্কীয নীতি নিশ্চয ভাৰতে সমালোচনা কৰি আহিছে। এই সমালোচনাৰ কাৰণেই হযতো প্ৰধানত ভাৰত আৰু এই দুই দেশৰ মাজত কিছু তিক্ততাৰ সৃষ্টি হৈছে। কিন্তু এই তিক্ততাৰ কাৰণে ভাৰতৰ বৈদেশিক নীতিতকৈও বেঁচি দাযী এই দুই দেশৰ কাশ্মীৰ সম্পৰ্কীয নীতিহে। ভাৰতৰ গোষ্ঠী নিৰপেক্ষ শান্তিপূৰ্ণ সহাৱস্থানৰ নীতি অবশ্যে প্ৰথমতে এই দুই দেশে গ্ৰহণ কৰিব পৰা নাছিল। আজি কিন্তু সেই অৱস্থা নাই। এই নীতিৰ পৰা ভাৰত আতৰি যোৱা উচিত নহয বুলিহে বৰ্‌ এই দেশবোৰে এতিযা কব ধৰিছে।

## আধ্যাত্মিকতা আৰু ৰাজনীতি

নেপাল চীন পাকিস্তান যুক্তৰাষ্ট্ৰ আৰু ই্ংল্যাণ্ডৰ লগত ভাৰতৰ সম্পৰ্ক বাঞ্ছনীয নোহোৱাৰ বাবদ ভাৰতৰ পৰৰাষ্ট্ৰীয নীতিৰ লগত আধ্যাত্মিকতাৰ সম্পৰ্ক বাস্তৱ ৰাজনীতিৰ লগত আদৰ্শবাদৰ অসামঞ্জস্যত বুলি কিছুমান সমালোচকে কব বিচাৰে। কিন্তু আচলতে সি নহয। কোনো দেশৰে পৰৰাষ্ট্ৰীয় নীতি তথা দেশৰ ৰাজনীতি আধ্যাত্মিকতাক বাদ দি অসম্ভৱ বিশেষকৈ বৰ্তমান যুগত। আধ্যাত্মিকতাৰ লগত

জড়িত হোৱা বাবেই ভাৰতৰ পৰৰাষ্ট্ৰীয় নীতি দুৰ্বল নহয়  আচলতে এই কাৰণে ইয়াৰ গৌৰৱহে বাঢ়িছে। ভাৰতৰ ওপৰত হোৱা চীনৰ বৰ্তমান আক্ৰমণৰ ফলত ভাৰতৰ সপক্ষে পৃথিৱীৰ সকলো দেশতে  আনকি কমিউনিষ্ট দেশতো যি বিৰাট জনমত হৈছে  সিও প্ৰমাণ কৰে  ৰাজনীতিত আধ্যাত্মিকতাৰ প্ৰযোগৰ আৱশ্যকতা। ম্যাকিয়াভেলীৰ নীতি যে অনিষ্ট কাৰক  সেই কথা এতিয়া ইউৰোপৰ লোকসকলেই কৈ থাকে। চাণক্যৰ ৰাজনৈতিক শিক্ষা কি আছিল  তাৰ বিষয ভাল অধ্যযন নকৰাকৈযে আমি চাণক্যৰ কথা সাধাৰণতে কও। ভাৰতীয ৰাজনৈতিক আদৰ্শ শিক্ষা আদিৰ কথা মহাভাৰতত ভীষ্মৰ মুখেৰে বহুবাৰ প্ৰকাশিত হৈছে। মহাভাৰতৰ যুদ্ধৰ  আগমুহূৰ্ত্তত গান্ধাৰীযে নিজ পুত্ৰ দুৰ্যোধনক আশীবাদ কৰিছিল ধৰ্মৰ জয হওক বুলিহে  দুৰ্যোধনৰ জয় হওক বুলি নহয। ৰাজনীতিৰ যি উপদেশ ভীষ্মই যুধিষ্ঠিৰক দিছিল তাত ৰাষ্ট্ৰৰ মুল নীতি ধৰ্মৰ নীতিহে হব লাগে বুলি কোৱা হৈছিল। কোনো কোনো ক্ষেত্ৰত যে কুটনীতি  ছলনা  মাযাযুদ্ধৰ আবশ্যাক হব পাৰে  সেই কথাঁও অবশ্যে তেও কৈছিল। কিন্তু কোন ক্ষেত্ৰত এইবোৰ প্ৰযোগ হব পাৰে তাৰ বিশেষ বিধি আছিল। যুদ্ধৰ চৰম মূহুৰ্তত ধৰ্ম ৰক্ষাৰ অন্য  পন্থা নথকা অৱস্থাতহে তাক প্ৰযোগ কৰাৰ উপদেশ পিতামহই দিছিল। ইযাৰ প্ৰুযোগ ধৰ্ম ৰক্ষাৰ বাহিৰে অন্য ক্ষেত্ৰত হোবাৰ স্থল নাছিল। চ্যণক্যৰ যি শিক্ষা  সিও মহাভাৰতৰ শিক্ষাই। কৌটিল্যৰ অৰ্থ শাস্ত্ৰত ৰাষ্ট্ৰ ৰক্ষা  প্ৰতিবেশী ৰাষ্ট্ৰৰ লগত সম্পৰ্ক  ৰক্ষা ইত্যাদিৰ বিষয নানা কথা আছে। ছলনাৰ ব্যৱস্থা কৌটিল্যইও চৰম ব্যৱস্থা হিচাবেহে স্বীকাৰ কৰিছিল।

পুৰণি কালত  বা মধ্যযুগত ৰাজনীতি আৰু আধ্যাত্মিকতাৰ সম্পক যিযেই নাথাকক বৰ্ত্তমান যুগত যে ইহত ওত প্ৰোত ভাৱে জডিত  তাক অস্বীকাৰ কৰা অসম্ভব। গণতন্ত্ৰ  জনমত  বাতৰিকাকত ইত্যাদিৰ দিনত জনসাধাৰণক বাদ দি কোনো ৰাজনীতি হব নোৱাৰে। আজি আৰু ৰাজনীতি কোনো বিশেষ লোক বা শ্ৰেণীৰ কাৰণে হৈ  থকা নাই। গতিকে ৰাজনীতিত অধৰ্ম  কুটনীতি  অসত্য  ছলনা থকা মানে জনসাধাৰণৰ জীৱনতো এইবোৰ থকা। জনসাধাৰণৰ জীবন যদি ধমহীন আৰু নৈতিকতা বিহীন হয  তেন্তে সমাজ বা ৰাষ্ট্ৰ বৰ্ত্তে কেনেকৈ ? ৰাষ্ট্ৰই যদি নাথাকে  ৰাষ্ট্ৰনীতিৰ আৱশ্যকতা ক ত ? ব্যক্তিগত জীৱনেই হওক বা ৰাষ্ট্ৰগত জীৱনেই হওক আধ্যাত্মিকতাৰ দ্বাৰা চালিত হলে ই নিৰ্ভযশীল  ধৈৰ্য্যশীল অবিচলিত (unperturbad) দৃঢমনা (determined) ত্যাগপৰাযণ  ঐক্যবদ্ধ আৰু অন্যাযৰ ওচৰত সৈ নমনা (not yielding to injustice) ধৰণৰ

হয়। যি দেশৰ জনসাধাৰণৰ জীৱন এনে সেই দেশ কেতিয়াও বিদেশী ৰাষ্ট্ৰৰ দ্বাৰা পৰাজিত হব নোৱাৰে। সাময়িক ভাবে কোনো অঞ্চল শত্ৰুৰ দ্বাৰা অধিকৃত হলেও জনসাধাৰণৰ সৈ নমনা মনোবৃত্তিৰ গতিকে সেই অঞ্চল অচিৰতে মুক্ত হবলৈ বাধ্য। ভাৰতৰ ৰাজনীতি আধ্যাত্মিতাৰ ওপৰত প্ৰতিষ্ঠিত হোৱা বাবেই ভাৰতৰ জনসাধাৰণে ভাৰতৰ ওপৰত হোৱা চীনৰ আক্ৰমণক ছদ্মবেশী মঙ্গলকৰ আগমণ বুলিহে ভাবিছে। শত্ৰুৰ আক্ৰমণক মঙ্গলসূচক বুলি ভবা কথাটো অকল ভাৰততহে আজি সম্ভৱপৰ হৈছে। এনে সম্ভৱৰ কাৰণে দেশৰ আধ্যাত্মিকতা যদি নহয় তেন্তে সি কি ? সামৰিক শক্তিত হীন হৈও ভাৰতে আজি কিহৰ বলত চীনৰ বিৰাট শক্তিক প্ৰত্যাহ্বান কৰিবলৈ মনোবল পাইছে ? ভাৰতৰ সৈনিক সকল চিৰদিনেই মৰণৰ সন্মুখত থিয় দিব পৰা বুলি খ্যাত । মৃত্যুৰ প্ৰতি ভাৰতীয় সৈন্যৰ এই উদাসীনতা আৰু তেওলোকৰ এই অসীম সাহৰ আধ্যাত্মিকতাৰেই নিশ্চয় ফল । এই যে স্থূল জীবন ই সত্য নহয় ইয়াৰ ওপৰত আছে আত্মা আত্মা অবিনাশী আৰু চিৰন্তন এনে বিশ্বাসৰ হেতুকেই ভাৰতীয় সৈন্যৰ আছে মৃত্যুঞ্জয়ী সাহস আৰু সেই সাহসৰ গতিকেই ভাৰতীয়সৈন্য হৈছে আজি পৃথিবী বিখ্যাত ।

**স্বাধীনতা ৰক্ষাৰ কেইটামান মৌলিক কথা** ৰাজনীতিৰ ক্ষেত্ৰত আধ্যাত্মিকতাৰ প্ৰযোগ কৰি ভাৰতে ভুল কৰা নাই । কিন্তু ৰাজনীতি ক্ষেত্ৰত আধ্যাত্মিকতাৰ প্ৰযোগ কৰা মানেই এইটো নুবুজায যে দেশৰ সামৰিক শক্তি শক্তিৱন্ত হব নালাগিব । যেতিযালৈকে পৃথিৱীত অসত্য আৰু অধৰ্ম আছে তেতিযালৈকে অসত্য আৰু অধৰ্ম প্ৰতিৰোধৰ অৰ্থে শক্তিৱন্ত সামৰিক শক্তিৰো প্ৰযোজন আছে । শাৰীৰিক ব্যাযাম যেনেকৈ দেহ ৰক্ষাৰ কাৰণে আৱশ্যক তেনেকৈ দেশৰ স্বাধীনতা ৰক্ষাৰ বাবে সামৰিক শক্তিৰো প্ৰযোজন । কিন্তু সামৰিক শক্তিৰ বৃদ্ধি ত্যাগ আৰু সময় সাপেক্ষ । চীন আক্ৰমনণাত্মক মনোভাৱ দৃষ্টি গোচৰ হয় ১৯৫৭ চনত। সেই সমযৰে পৰা উত্তৰ সীমান্ত বিশেষকৈ লাডখ অঞ্চলৰ প্ৰতিৰক্ষাৰ ব্যবস্থা ভাৰত চৰকাৰে কৰি আহিছে । কিন্তু চীনৰ বৰ্ত্তমান সামৰিক কতকাৰ্য্যতাই সীমান্ত সুদৃঢ়ভাৱে ৰক্ষা কৰা যে কেনে কঠিন কাৰ্য্য তাক বাৰুকৈযে প্ৰামান কৰিছে । ভাৰতৰ উত্তৰ অঞ্চলৰ সীমান্ত আঢ়ৈ হাজাৰ মাইল ব্যাপী আৰু তেজগোটমৰা শীত প্ৰধান অগম্য পৰ্ব্বত অঞ্চলভেদি । এনে সীমান্তৰ এমাইল ৰক্ষাৰ অৰ্থে আৱশ্যক প্ৰচুৰ অৰ্থ সময আৰু পৰিশ্ৰম। সীমান্ত ৰক্ষীসকল আধুনিক অস্ত্ৰ শস্ত্ৰৰে সজ্জিত নহলে সীমান্ত ৰক্ষা অসম্ভৱ । এনে অস্ত্ৰ শস্ত্ৰ গোষ্ঠী নিৰপেক্ষ শান্তিপূৰ্ণ সহাৱস্থানৰ নীতি ত্যাগ নকৰাকৈ সংগ্ৰহ কৰা যে অত্যন্তই কঠিন কাম তাৰ প্ৰমান ভাৰতৰ পোন্ধৰ বছৰীয়া

ইতিহাসতেই আছে । চীনৰ আক্ৰমণত অন্যদেশৰ পৰা আজি যি অস্ত্ৰ শস্ত্ৰ আহিব ধৰিছে আক্ৰমণ নথকা অৱস্থাত সেইবোৰ কিনিবলৈও পোৱা নগৈছিল । আধুনিক অস্ত্ৰ শস্ত্ৰৰে সজ্জিত হলেও আঢ়ৈ হাজাৰ মাইল ব্যাপী থকা সুদীৰ্ঘ আৰু দুৰ্গম সীমান্তৰ কোনো সুৰুঙাইদি কেতিয়াবা যে শত্ৰু সৈন্য প্ৰবেশ কৰিব নোৱাৰিব তাৰ সম্পূৰ্ণ নিশ্চয়তা কোনো দিনেই হোৱা অসম্ভৱ । দেশৰ স্বাধীনতা ৰক্ষাৰ অৰ্থে সামৰিক শক্তি নিশ্চয় শক্তিৱন্ত কৰিব লাগিব । কিন্তু দেশৰ স্বাধীনতা অকল সামৰিক শক্তিৰ ওপৰত নিৰ্ভৰ নকৰে। ই বহুপৰিমাণে নিৰ্ভৰ কৰে দেশৰ জনসাধাৰণৰ মনোবলৰ ওপৰতহে ।

স্বাধীনতা ৰক্ষাৰ অৰ্থে জনসাধাৰণৰ উপযুক্ত মনোবলবিকাশৰ প্ৰতি অত্যন্তই মনোযোগ দিয়াৰ আজি আৱশ্যক হৈছে। এই ক্ষেত্ৰত আমি কেইটামান কথাৰ প্ৰতি মন দিয়া একান্তই উচিত।

দেশৰ স্বাধীনতা ৰক্ষাৰ অৰ্থে আৱশ্যক প্ৰথমতে আধ্যাত্মিকতাৰ আৰু তাৰ ফল স্বৰূপে বিকাশ হোৱা অন্যায়ৰ ওচৰত সৈ নমনা মনোবৃত্তিৰ। এনে মনোবৃত্তিযুক্ত দেশ এখনে যে সম্পূৰ্ণ অহিং স উপায়েৰেও দেশ ৰক্ষা কৰিব পাৰে সেই কথা আজি পৃথিৱীৰ বহুতো মনীষীয়ে কবলৈ আৰম্ভ কৰিছে। আনকি ইংল্যাণ্ডৰ এজন ভূতপূৰ্ব্ব সৈন্য বিষযা চাৰষ্টিফেন্সন কিং হলে তেওৰ এখন কিতাপত (Defende ın Atomıc Age) এই মতকে দিবলৈ প্ৰযাস কৰিছে।

দেশৰ স্বাধীনতা ৰক্ষাৰ অৰ্থে দ্বিতীযতে আৱশ্যক ঐক্য। ৰাষ্ট্ৰৰ শক্তি সামূহিক শক্তি। কোটি কৌটি নৰনাৰীৰ সামূহিক শক্তিৰ ওপৰত প্ৰতিষ্ঠিত ঐক্য বৰ্ত্তমমান থকা অৱস্থাত কোনো ৰাষ্ট্ৰৰ ওচৰতে দেশ পৰাভত হোবা অসম্ভৱ। এই ঐক্যৰ কাৰণে সকলোৰকমৰ বিভেদ বিশেষকৈ সাম্প্ৰদাযিক বিভেদ আৰু সন্দেহৰ ভাব ত্যাগ অপৰিহাৰ্য্য। ভাৰতবৰ্ষ আৰু পাকিস্তান কিছু বছৰ আগলৈকে এখন দেশ আছিল। বহু তিক্ততা আৰু অস্বাভাবিকতাৰ মাজেদি এই দুই দেশ আজি বিভিন্ন হৈ পৰিছে। সেই অস্বাভাবিকতা আৰু তিক্ততা শীঘ্ৰে দূৰ কৰা কঠিন। অথচ এই তিক্ততা আৰু অস্বাভাবিকতা দূৰ নহলে দুযোদেশতে আভ্যন্তৰিণ স্থিৰতা আৰু ঐক্য অসম্ভৱ। গতিকে দেশৰ শান্তি আৰু ঐক্যৰ কৰণে অতীতৰ তিক্ততা সন্দেহ আৰু অস্বাভাবিকতা দূৰ হব লাগিব। তাৰ কাৰণে ৰাজনৈতিক দলবোৰৰ বিৰাট কৰ্ত্তব্য আছে। দেশত বহুতো ৰাজনৈতিক দলৰ আদৰ্শ সাম্প্ৰদাযিকতা দূৰীকৰণ তাত সন্দেহ নাই। কিন্তু এই দলৰ সভ্যসকলৰ ব্যক্তিগত আচাৰ ব্যৱহাৰ আৰু মনোবৃত্তি এতিযাও সাম্প্ৰদায়িক দলৰহে উপযুক্ত। ফলত দেশৰ ৰাজনীতিত এই অসামঞ্জস্যই

দেখা দিছে। সাম্প্ৰদায়িকতাক আশ্ৰয় কৰি ব্যক্তিগত স্বাৰ্থত আনকি দলগত স্বাৰ্থতো বহুতো লোকে দেশৰ প্ৰধান ৰাজনৈতিক দলবোৰৰ সুস্থবিকাশত বাধা দিছে আৰু দলগত ঐক্য নষ্ট কৰিছে। সুবিধাবাদী স্বাৰ্থপৰলোকে সাম্প্ৰদায়িক মনোবৃত্তিৰ আশ্ৰয়ত কেনেকৈ নানা গুজব ৰটনা কৰি দেশৰ স্বাধীনতা বিপদাপন্ন কৰি তুলিব পাৰে তাৰ নিদৰ্শন চীনৰ আক্ৰমণত তেজপুৰৰ পৰা অপসৰণ কৰাৰ সময়তে যথেষ্ট পোৱা গৈছে। সাম্প্ৰদায়িকতা দূৰ কৰাৰ অৰ্থে ৰাজনৈতিক দলবোৰে তেওলোকৰ ব্যক্তিগত আচাৰ ব্যৱহাৰ কথা বাৰ্ত্তাত চোকা দৃষ্টি নিক্ষেপ কৰাৰ সময হৈছে। সাম্প্ৰদায়িকতাই সন্দেহ আৰু কাল্পনিক ত্ৰাসৰ সৃষ্টি কৰে। ত্ৰাস আৰু অবিশ্বাসৰ যোগেদি দেশ ঐক্যৱদ্ধ হব নোৱাৰে। দেশৰ একতাৰ কাৰণে আৱশ্যক বিশ্বাসৰ ভাব। অবিশ্বাস আৰু কঠোৰতাৰ যোগেদি যে ঐক্য সৃষ্টি অসম্ভৱ তাৰ প্ৰমাণ হিচাবে পাও ঔৰংজেবৰ হিন্দু বিদ্বেষ নীতিৰ আৰু হিটলাৰৰ ইহুদী বিনাশ প্ৰচেষ্টাৰ ভযাবহ পৰিণতি। বিশ্বাসৰ যোগেদি যে ঐক্য সৃষ্টি সম্ভৱ তাৰ নিদেৰ্শন হিচাবে আমাৰ আগতে আছে ছুইজাৰল্যাণ্ডৰ জাতীয বুৰঞ্জী। যি দেশত ৰাষ্ট্ৰীয ঐক্য থাকে সেই দেশত স্বাধীনতাৰ কাৰণে প্ৰেৰণা আৰু স্বাধীনতাও হয প্ৰচুৰ। দেশত ঐক্য থাকিলে ইটো সিটোৰ অনুভতিযে ইটো সিটোক স্পৰ্শ কৰে। অনুভূতি আৰু প্ৰেৰণ৷ সদায সংক্ৰামক। গতিকে ঐক্যবদ্ধ অবস্থাত সৃষ্টি হয এটি সজীব বাতাবৰণ । এনে বাতাবৰণৰ মাজত স্বাধীনতা হয ফলপ্ৰসূ। এই ফলপ্ৰসূ স্বাধীনতাই আকৌ দেশত সৃষ্টি কৰে দেশ নিৰ্মাণৰ প্ৰবল আগ্ৰহ যাৰ ফললতেই দেশত দেখা দিযে সৰ্বাঙ্গীন উন্নতি শৃঙ্খলা আৰু শান্তি। দেশ নিৰ্মণৰ প্ৰৱল আগ্ৰহেই জাতীযতা আৰু দেশপ্ৰেমৰ বীজ। জাতীযতা আৰু দেশপ্ৰেমেই আকৌ স্বাধীনতা ৰক্ষাৰ মূল উপাদান।

দেশৰ ঐক্যৰ অৰ্থে শোষণ দেশৰ পৰা দূৰ হোৱা আৱ্যশ্যক। বিশেষকৈ ভাৰতৰ দৰে বিৰাট দেশ এখনৰ বিভিন্ন অঞ্চলৰ স্থানীয কৃষ্টি আৰু জীৱনযাত্ৰাৰ পদ্ধতিৰ ওপৰত বাহিৰৰ পৰা হেচা পৰা অনুচিত। ইয়াৰ মানে অৱশ্যে এইটো নহয যে বিভিন্ন অঞ্চলৰ মাজত কোনো সম্পৰ্কই থকা অযুগুত। বাহিৰৰ প্ৰভাৱ নপৰিলে ব্যক্তিৰ বিকাশ যেনেকৈ অসম্ভৱ এনে প্ৰভাৱৰ অভাৱত আঞ্চলিক কৃষ্টিৰ বিকাশো তেনেকৈযে অবাস্তৱ। কৃষ্টিৰ বিকাশ নহ'লে জীৱন হয প্ৰেৰণাহীন। প্ৰেৰণাহীন জীৱন সকলো অনিষ্টৰ মূল। প্ৰেৰণহীন জীৱনৰ ফলতেই দেশৰ ঐক্যও নষ্ট হবলৈ বাধ্য। গতিকে আঞ্চলিক কৃষ্টি আৰু জীৱন যাত্ৰাৰ ওপৰত বাহিৰৰ প্ৰভাৱ সদায়ে নিয়মিত ভাৱে থকা দৰ্কাৰ। মাত্ৰ প্ৰভাৱ হব নালাগে শোষণৰ কাৰণ। এই কথা আমি বিশষভাৱে মনত ৰাখিব লাগে সীমান্ত অঞ্চলৰ জনজাতি সমূহৰ কৃষ্টিৰ সম্পৰ্কত।

এই জনজাতি সমূহৰ আজি দৰ্কাৰ বিকাশৰ জীৱন্ত প্ৰেৰণা কিন্তু শোষণৰ নিৰ্ভয়তা।

দেশত ঐক্যৰ ভাৱ জগোৱাৰ অৰ্থে দেশৰ সাহিত্য কৃষ্টিত দেশৰ বিভিন্ন অঞ্চলৰ বিশেষকৈ সীমান্ত অঞ্চলৰ বিশেষস্থান আজি অপৰিহাৰ্য্য হৈ পৰিছে। সংস্কৃত সাহিত্যত হিমালয়ৰ যি গৌৰৱ বৰ্ণনা আছে সেই বৰ্ণনাৰ হেতুকেই হিমালয় অঞ্চল দেশৰ এটি বিশিষ্ট অংশ হব পাৰিছে। স্‌ংস্কৃত সাহিত্যৰ এই ঐতিহ্য ভাৰতৰ বিভিন্ন ভাষাৰ সাহিত্য আৰু কৃষ্টিতো হব লাগে। একে কাৰণতে দেশৰ বিভিন্ন অঞ্চলৰ সাহিত্য কৃষ্টি সংগীত আদিৰ মাজত পাৰস্পৰিক বিনিময় হোৱা আৱশ্যক আৰু সেই দৰেই দেশত কৃষ্টি সমন্বয়ৰ আজি দৰ্কাৰ। এনে কৃষ্টি সমন্বয়ে ঐক্য আৰু দেশপ্ৰেম বৃদ্ধি কৰে। আকৌ দেশৰ সাহিত্য কৃষ্টিত দেশৰ সমস্যা সমূহ সমাধানৰ চেষ্টা থাকিব লাগে। তেনে চেষ্টাই বুদ্ধিজীৱি সকলৰ ভাৱৰ আদান প্ৰদান কৰে। ভাৱৰ এনে আদান প্ৰদান এক পিনে যেনেকৈ বুদ্ধিজীৱী সকলৰ মনত ঐক্যৰ ভাৱ আনে আনপিনে দেশৰ বুদ্ধিজীৱী সকলৰ চিন্তাধাৰাক ফলপ্ৰসূ কৰি দেশত কৰ্মপ্ৰেৰণাৰ এটি সজীৱ বাতাবৰণৰ সৃষ্টি কৰে। দেশৰ বুদ্ধিজীৱী সকল আজি ভাৱ বিলাসী আৰু আদৰ্শহীন হৈ পৰিছে। তেওলোকে নিজে কি বিচাৰে আজি নাজানে। ফলত তেওলোকৰ সাহিত্যকৃষ্টিও ভাৱবিলাসী অদ্ভুত নিৰ্জীব আৰু নিষ্ফল হৈছে। জীৱন্ত জাতিৰ সাহিত্য কৃষ্টি উভযে জীৱন্ত হবলৈ বাধ্য আৰু তেনে জীৱন্ত সাহিত্য কৃষ্টিত দেশৰ সমস্যাসমূহ উত্থপিত হোৱাটোও কাম্য । দেশৰ সাহিত্য কৃষ্টিত ৰাজনৈতিক আৰু অৰ্থনৈতিক সমস্যা আলোচিত হলে দেশৰ সৰ্বসাধাৰণে এই সমস্যাবোৰৰ সকলো ফাল বুজি উঠে আৰু তেনেদৰে দেশৰ জৰুৰী অৱস্থাত ঐক্যবদ্ধভাৱে নিজ কৰ্ত্তব্য পালন কৰে। ভাৰতৰ গৌৰবময যুগত সৃষ্ট ৰামাযণ মহাভাৰতত সেযে আমি দেখো ৰাজনৈতিক আদি নানা সমস্যাৰ ৰসাল আলোচনা আৰু উপদেশ। দেশৰ ৰাজনৈতিক দলবোৰৰ কোনো এটি দলৰো যদি বিদেশী ৰাষ্ট্ৰৰ কোনো ৰাজনৈতিক দলৰ প্ৰতি আনুগত্য থাকে তেন্তে সেই দলৰ পৰা দেশৰ স্বাধীনতা সহজে বিপদাপন্ন হয আৰু দেশৰ পৰা স্বাধীনতা সোনকালে আতৰে। আচলতে বহি ৰাষ্ট্ৰৰ প্ৰতি আনুগত্যশীল দল বিশেষৰ সহায নোলোৱাকৈ কোনো দেশেই অন্যদেশ বেচি দিন অধিকাৰত ৰাখিব নোৱাৰে। এনে দল বা লোক যাতে দেশত নাথাকে তাৰ প্ৰতি দেশৰ জনসাধাৰণ সদায় সজাগ থকা দৰ্কাৰ। এনে সজাগতা স্বাধীনতা ৰক্ষাৰ তৃতীয় মৌলিক কথা।

স্বাধীনতা ৰক্ষাৰ অৰ্থে চতুৰ্থতে আৱশ্যক দেশৰ ৰাজনৈতিক জীৱনৰ প্ৰতি জনসাধাৰণৰ শ্ৰদ্ধা। এনে শ্ৰদ্ধাৰ ফলতহে হয দেশপ্ৰেমৰ অনুভুতি দীৰ্ঘস্থাযী। দেশৰ

ৰাজনৈতিক জীৱনৰ প্ৰতি দেশৰ লোকসকলক শ্ৰদ্ধাশীল কৰিবলৈ হলে দেশৰ প্ৰশাসন ব্যৱস্থা আৰু ৰাজনীতি হোৱা দৰ্কাৰ দুনীতি মুক্ত। দেশসেৱা আৰু ত্যাগৰ যোগেদি দেশৰ ৰাজনৈতিক নেতা হোৱাৰ ঐতিহ্য ভাৰতত গঢ়ি উঠিছে। এনে ঐতিহ্য পৃথিৱীত এটি নতুন কথা । এই ঐতিহ্যৰ লগে লগে অনুভূতিপূৰ্ণ আন্দোলনৰ পৰিবৰ্ত্তে যুক্তিৰ ভিত্তিত দেশৰ সমস্যা সমাধান কৰাৰ ঐতিহ্যও যদি দেশত গঢ়ি উঠে তেন্তে দেশৰ ৰাজনৈতিক জীৱন দুৰ্নীতিমুক্ত সহজে হব আৰু ইযাৰ প্ৰতি জনসাধাৰণৰ শ্ৰদ্ধা বাঢ়িব। গতিকে এই দুটা কথাৰ প্ৰতি লক্ষ্য ৰখা আজি ভাৰতত ৰাজনৈতিক দলবোৰৰ বিশেষ আৱশ্যক হৈছে। ৰাজনৈতিক দলবোৰে ইটো সিটোক গলা গলি নকৰি পাৰস্পাৰিক শ্ৰদ্ধাশীল হলেহে জনসাধাৰণো হব ৰাজনৈতিক জীৱনৰ প্ৰতি শ্ৰদ্ধাশীল।

অত্যাৱশ্যক বস্তুৰ অভাৱত যাতে জীৱনযাত্ৰা অসম্ভৱ হৈ নঠে সেই অৰ্থে দেশৰ প্ৰত্যেক অঞ্চলেই স্বাৱলম্বী হোৱাটো স্বাধীনতা ৰক্ষাৰ পঞ্চম মৌলিক কথা। দেশৰ বিভিন্ন অ্ংশ স্বাৱলম্বী হৈ উঠিলে সৈন্য সামন্ত বা সৰ্বসাধাৰণক ৰচদ যোগোৱা কাম সহজ হৈ উঠে। যোগান ব্যৱস্থাৰ ওপৰতে যে আজি কালিৰ যুদ্ধৰ জয় পৰাজয় বহু অ্ংশে নিৰ্ভৰ কৰে সেই কথা দেশৰ সৰ্বসাধাৰণে জনা দৰ্কৰ আৰু সেই অনুসৰি উৎপাদন ব্যৱস্থা অব্যাহত আৰু কৰ্মপ্ৰেৰণা সুস্থ ৰখা তেওলোকৰ কৰ্ত্তব্য। গুৰুত্বপূৰ্ণ কালত দেশৰ বিভিন্ন অঞ্চলৰ মাজত স্‌যোগ ৰক্ষা কেনেকৈ কৰিব পাৰি তাৰ সম্যক জ্ঞানো জনসাধাৰণৰ আৱশ্যক।

যুদ্ধপ্ৰচেষ্টাত জনসাধাৰণে কিদৰে সাহায্য দিব পাৰে শত্ৰুৰ অধীনত থকা অৱস্থাত তেওলোকৰ কৰ্ত্তব্য কি যুদ্ধ বিদ্যাৰ সাধাৰণ জ্ঞান ইত্যাদি কথাৰ লগত দেশৰ সকলো লোকৰে পৰিচয় থকা উচিত। তেনে পৰিচয়ে যুদ্ধ কালীন অৱস্থাত জনসাধাৰণৰ মাজত শৃঙ্খলা আৰু ধৈৰ্য্য আনে। গতিকে এনেবোৰ কথা শিকোৱাৰ ব্যৱস্থা ৰাজনৈতিক দলবোৰৰ কৰ্মসূচীত আৰু দেশৰ শিক্ষা ব্যৱস্থাত থাকিব লাগে। এনে ব্যৱস্থা স্বাধীনতা ৰক্ষাৰ বাবে আন এটি আৱশ্যকীয় কথা। অৱশ্যে এনে ব্যৱস্থা থকা মানে এইটো নুবুজায যে দেশৰ জনসাধাৰণ যুদ্ধোন্মত্ত অৱস্থাত থাকিব লাগে। যুদ্ধোন্মত্ত অৱস্থাত জনসাধাৰণ থকাটো নিতান্তই অনুচিত। আচলতে স্বাধীনতা ৰক্ষাৰ মূল উদ্দেশ্যই সিদ্ধি নহব যদি তাক ৰক্ষাৰ অৰ্থে দেশত এটি অস্বাভাৱিক জৰুৰী অৱস্থা সদায় বৰ্ত্তাই ৰখাৰ আৱশ্যকতা থাকে। এনে অস্বাভাৱিক অৱস্থাৰ মাজত জনসাধাৰণে গণতান্ত্ৰিক জীৱনযাত্ৰাৰ সুবিধা পাব নোৱাৰে। জনসাধাৰণৰ জীৱনযাত্ৰা যদি গণতান্ত্ৰিক হবলৈ এৰে তেন্তে দেশত স্বেচ্ছাচাৰী শাসন সহজে আহে আৰু

সেইদৰেই দেশৰ পৰা স্বাধীনতা সমূলি আতৰে। গতিকে সকলো অৱস্থাতে দেশৰ গণতান্ত্রিক জীৱনযাত্রা স্বাধীনতা ৰক্ষাৰ অৰ্থেই আন এটি আৱশ্যকীয় মৌলিক কথা। এনে জীৱনযাতনাইহে স্বাধীনতাৰ প্রেৰণা সদায় ৰাখে জীৱন্ত।

ভাৰতৰ ইমূৰৰ পৰা সিমূৰলৈ আজি স্বাধীনতাৰ সজাগতাই দেখা দিছে। সেই সজাগতা ফলপ্রসূ কৰিবলৈ আৱশ্যক যেনেকৈ কঠোৰ শ্রমৰ তেনেকৈ আৱশ্যক এটি বিকাশশীল মনৰ এটি সমন্বয়ৰ ঐতিহ্যৰ। ভাৰতৰ বৈশিষ্ট্য আধ্যাত্মিকতা আৰু সমন্বয়। গতিকে ভাৰতৰ স্বাধীনতা সহজে বিপদাপন্ন হোৱাৰ ভয আচলতে নাই যদিহে ইয়াৰ জনসাধাৰণ হৈ উঠিব পাৰে কৰ্ম্মপ্ৰৱণ। কৰ্ম্মপ্ৰৱণতাৰ ফলত দেশৰ জনসাধাৰণৰ মনলৈ ঈৰ্ষা দলাদলি আদি ঠেক ভাৱ আহিবৰ অৱকাশ নাথাকে আৰু দেশত প্রকৃত ঐক্য সম্ভৱপৰ হৈ উঠে। গতিকে ভাৰতৰ স্বাধীনতা ৰক্ষাৰ মূলমন্ত্র নিশ্চয়কৈ আজি কৰ্ম্মপ্ৰৱণতা আৰু উন্নতজীৱন।

# পাক-চীন আক্ৰমণ আৰু এটম বোমা

আমাৰ স্বাধীনতা ৰক্ষা কৰিব লাগিব আমি নিজে আৰু সেই অৰ্থে আমাৰ সামৰিক বলো হ'ব লাগিব সৰ্বতোভাবে উপযুক্ত আৰু শক্তিবন্ত। এই সত্য আগতে আমি উপলব্ধি নকৰিলেও চীন আৰু পাকিস্তানৰ আক্ৰমণৰ পিচত তাক আমি উপলব্ধি নকৰাকৈ থকা নাই।

সামৰিক বল সৰ্বতোভাবে উপযুক্ত আৰু শক্তিবন্ত কৰাৰ কাৰণে আমি কেনেদৰে আগবঢ়া উচিত এই বিষয়ে দেশত আজি আলোচনা হ'ব ধৰিছে আৰু সেই আলোচনাত এটম বোমা কৰা নকৰা কথাই প্ৰধান প্ৰশ্ন হৈ উঠিছে।

## আৰ্থিক উন্নযন, তৃতীয মহাসমৰ আৰু এটম বোমা

চীনে এটম বোমা ফুটোৱাৰ আগলৈকে দেশৰ আৰ্থিক উন্নযনৰ স্বাৰ্থতে আৰু তৃতীয় মহাসমৰৰ সম্ভৱনা আতৰ কৰাৰ গৰজতে ভাৰতে এটম বোম নিৰ্মাণ কৰিব নালাগে বুলি কোৱা হৈছিল।

ভাৰতৰ প্ৰধান সমস্যা দৰিদ্ৰতা । মধ্যযুগীয উৎপাদন ব্যৱস্থা আধুনিক কৰি দৰিদ্ৰতা দূৰ কৰাৰ কামতে ভাৰতৰ সৰ্বসম্পদ নিযোজিত হোৱা উচিত । অন্যথা আমি যি ৰাজনৈতিক স্বাধীনতা অৰ্জন কৰিলো সেই স্বাধীনতা বৃথা আৰু অৰ্থহীন। ভাত কাপোৰৰ সমস্যাত জৰ্জৰিত জনসাধাৰণৰ কাৰণে আৰ্থিক স্বাধীনতাই আৱশ্যক। আনহাতে আৰ্থিক স্বাবীনতা আচলতে সাৰশূণ্য আৰু বাহ্যিক ই আৰু ৰাজনৈতিক স্বাধীনতা অৰ্থপূৰ্ণ হয জীৱন বিকাশ শীল কৰাৰ অৰ্থেহে । ইয়াক অৰ্থপূৰ্ণ আৰু বিকাশশীল কৰাৰ অৰ্থই দেশৰ দৰিদ্ৰতা দূৰ কৰিব লাগিব আৰু সেই অৰ্থেই দেশৰ আৰ্থিক ব্যৱস্থাও যথাসম্ভৱ স্বাৱলম্বী হ'ব লাগিব। দৰিদ্ৰতাহীন স্বাৱলম্বী আধুনিক আৰ্থিক ব্যৱস্থা গঠনৰঅৰ্থে যি মূলধন আৰু সম্পদৰ আৱশ্যাক সেই মুলধন আৰু সম্পদৰ দিহা ভাৰতে আজিও কৰি উঠিব পৰা নাই। এনে অৱস্থাত এটম বোমাৰ নিৰ্মাণত সম্পদ খটোৱা আচলতে অৰ্থহীন আনকি মুৰ্খামিও। তদুপৰি সামৰিক বল বুদ্ধিৰ নামত যদি প্ৰত্যেক দেশে এটম বোমা নিৰ্ম্মাণত তথা যুদ্ধৰ প্ৰস্তুতিত লাগি যায় তেন্তে তৃতীয় মহাসমৰো অৱশ্যম্ভাৱী হৈ উঠে।

## তৃতীয় মহাসমৰ আৰু আৰ্থিক উন্নয়ন

ভাৰতে তৃতীয় মহাসমৰ নিবিচাৰে । ই সত্য ! অহিংসা আৰু সহাৱস্থানৰ আদৰ্শৰ বাবেই যে কেৱল ভাৰতে তৃতীয় মহাসমৰ তথা যুদ্ধ নিবিচাৰে সেই কথা কিন্তু সম্পূৰ্ণ সচা নহয়। ভাৰতে তৃতীয় মহাসমৰ নিবিচাৰে কাৰণ ই দেশৰ আৰ্থিক উন্নযনত বাধাদাযক। বিভিন্ন দেশৰ যুদ্ধৰ প্ৰস্তুতিযে তৃতীয় মহাসমৰ যাতে অৱশ্যম্ভাবী কৰি নোতোলে সেই অৰ্থে ভাৰতে চেষ্টা কৰি আছে আৰু গোষ্ঠীনিৰপেক্ষ নীতিৰ মাজেদি কিছুদূৰ কৃতকাৰ্য্যও হৈছে।

ভাৰত এখন জনবহুল সম্পদপুৰ্ণ বিৰাট দেশ। ই অধিকাৰ কৰি আছে গুৰুত্বপূৰ্ণ সামুদ্ৰিক সংযোগ পথ এটিৰ এটুকুৰা বিৰাট ভূঅংশ। তদুপৰি আক্ৰমণৰ আৰু প্ৰতিৰক্ষাৰ সুবিধাৰ পিনৰ পৰাও যথাক্ৰমে যুক্তৰাষ্ট্ৰ আৰু ৰাছিযাই ভাৰতক গুৰুত্বপূৰ্ণ স্থান হিচাপে গণ্য কৰে। এনে অবস্থাত নিজ নিজ গোষ্ঠীত ভাৰতক অন্তৰ্ভৰ্ত্তিৰ কৰিবলৈ স্বাভাবিকতে যুক্তৰাষ্ট্ৰ আৰু ৰাছিয়া দুই দেশেই ইচ্ছুক। কিন্তু তেনে অন্তৰ্ভুৰ্ক্তি কোনো সম্ভাৱনা নেদেখি ভাৰতৰ গোষ্ঠী নিৰপেক্ষ নীতিক সন্মান কৰিবলৈ নিজ স্বাৰ্থতে তেওলোক সম্প্ৰতি বাধ্য হৈছে।

## গোষ্ঠী নিৰপেক্ষ নীতি

ভাৰতৰ গোষ্ঠী নিৰপেক্ষ নীতিযে যুক্তৰাষ্ট্ৰ আৰু ৰুছিযা দুযো দেশৰ পৰা সন্মান আৰ্জিব পৰাত এছিযা আৰু আফ্ৰিকাৰ আনকি দক্ষিণ আমেৰিকাৰো বহুতো দেশে গোষ্ঠী নিৰপেক্ষ নীতি আজি অৱলম্বন কৰিবলৈ ধৰিছে যাৰ ফলতে যুক্ত ৰাষ্ট্ৰ আৰু ৰুছিযাৰ মাজৰ বিৰোধ বৃদ্ধিৰ সুবিধাও এই দেশসমুহক কেন্দ্ৰ কৰি সৃষ্টি নোহোবাকৈ আছে।

বিৰোধ বৃদ্ধি নীতিৰে আৰু গোষ্ঠী নিৰপেক্ষ নীতিৰে যে তৃতীয় মহাসমৰৰ প্ৰস্তুতিৰ গতি অন্তত কিছু হ্ৰাস কৰিবলৈ ভৰত সমৰ্থ হৈছে সেই কথা সত্য। এনে অবস্থাত ভাৰতে নিজে নীতিৰ নিৰ্ম্মাণ কৰা গোষ্ঠী নিৰপেক্ষ নীতিৰে মূল উদ্দেশ্যকে ব্যৰ্থ কৰা নিশ্চয অনুচিত। কিযনো এনে ব্যৰ্থতাৰ ফলত অকল যে সমৰ ওচৰ চাপিব এনে নহয় । ইযাৰ ফলত আমাৰ নিজ দেশৰ অন্তৰস্থললৈও সমৰক্ষেত্ৰ বিস্তাৰিত হ্ব।

## এটম বোমা আৰু সামৰিক আৱশ্যকতা

দৰিদ্ৰতা দুৰীকৰণ স্বাৱলম্বী আধুনিক আৰ্থিক ব্যৱস্থাৰ বিকাশ সাধন আৰু এইবোৰৰ খাতিৰতে তৃতীয় মহাসমৰৰ সম্ভাৱনা আতৰ কৰাৰ যুক্তিত এটম বোমা

নিমার্ণ নকৰাৰ যি সিদ্ধান্ত আগতে ভাৰতে লৈছিল সেই সিদ্ধান্ত চীনা পাকিস্থানী আক্রমণৰ পাচতো শুদ্ধ নে অশুদ্ধ তাক পুনৰ বিবেচনা কৰাৰ আজি আকৌ সময় আহিছে।

চীন আৰু পাকিস্থানে আমাক আক্রমণ কৰিবলৈ দৃঢপ্রতিজ্ঞ । আর্থিক উন্নযনৰ গৰজত আমি যুদ্ধ নকৰো বুলিলেও এই দুই দেশে আমাৰ ওপৰত জাপি দিয়া যুদ্ধত জযী হোৱাৰ সমস্যাই আমাৰ প্রধান সমস্যা আৰু এই সমস্যা সমাধান কৰোতে আর্থিক উন্নয়নত যদি ব্যাঘাতও ঘটে অথবা তৃতীয় মহাসমৰ অপৰিহার্য্যও হৈ পৰে অথবা সেই কাৰণে গোষ্ঠী নিৰপেক্ষ নীতিও ত্যাগ কৰিবলগীয়া হ্য তথাপিও আমাৰ উপায নাই। অৱশ্যে তৃতীয মহাসমৰ নোহোৱাকৈ ৰাখি আৰু তাৰ ক্ষেত্র ভাৰতৰ ভিতৰলৈ সোমাব নিদি যদি যুদ্ধত জযী হোৱাৰ কিবা উপায থাকে তাকেই যে আমি গ্রহণ কৰিব লাগিব সিও ঠিক।

## তিনিটা উপায

পাক চীন আক্রমণত জযলাভ কৰিবলৈ হলে চীনৰ হাতত থকা এটম বোমাক আমি অবশ্যই নিষ্ক্রিয কৰিব লাগিব। এই নিষ্ক্রিযতা সাধনৰ কাৰণে আমাৰ হাতত মাত্র তিনিটা উপায আছে। প্রথম যুক্তৰাষ্ট্রৰ গোষ্ঠীত অথবা ৰুছিয়া গোষ্ঠীত ভাৰতৰ অন্তর্ভূক্তি। দ্বিতীয সম্মিলিত ৰাষ্ট্রস্ংঘৰ যোগেদি এটম বোমাৰ বিৰুদ্ধে প্রতিৰক্ষাৰ ব্যবস্থা সাধন। তৃতীয ভাৰতে এটম বোমাৰ নির্মান । দ্বিতীয উপাযতকৈ প্রথম উপায অবশ্যই নিকৃষ্ট প্রতিৰক্ষা সাধনৰ চেষ্টা ভাৰতে কৰি আছে কিন্তু তাত কৃতকার্য্যতাৰ আশা ক্ষীণ। গতিকে বাকী ৰল মাত্র ভাৰতে এটম বোমা নির্মাণৰ উপায।

এটম বোমা নির্মাণৰ সিদ্ধান্ত লোৱাৰ আগতে আন দুটি কথ ৰ বিবেচনাও অপৰিহর্য্য। প্রথম চীন পাকিস্তানৰ লগত আমাৰ যুদ্ধ কেনেধৰণৰ হব। দ্বিতীয সেইধৰণৰ যুদ্ধত এটম বোমাৰ ব্যবহাৰেৰে কিবা সুবিধা পোবাৰ সম্ভাৱনা আচলতে থাকিব নে নাথাকে।

## যুদ্ধৰ দুই ৰূপ

চীন পাকিস্থানৰ লগত হোবা যুদ্ধ পূর্ণযুদ্ধৰ ৰূপ লব পাৰে অথবা ই সীমিত যুদ্ধৰ ৰূপ লব পাৰে। পূর্ণ যুদ্ধত দুই পক্ষই দুই দেশৰ ভিতৰুৱা অঞ্চলতো বিমান আক্রমণ চলাবলৈ বাধ্য হব। সীমিত যুদ্ধত মাত্র সীমা অঞ্চলতহে আক্রমণৰ হেচা পৰিব।

ভাৰতৰ ওপৰত চীনৰ যি আক্ৰমণ হৈছিল সি আছিল সীমিত যুদ্ধ। ভৌগোলিক কাৰণতে চীন অথবা ভাৰত কোনেও দীঘলীয়া দিনলৈ পূৰ্ণ যুদ্ধ চলোৱা অসম্ভৱ আৰু সেই গতিকেই দুই দেশৰ মাজৰ যুদ্ধ ভৱিষ্যতলৈও সীমা অঞ্চলতে সীমিত থাকিবলৈ বাধ্য। আকচাই চীন অঞ্চলবাদ দিলে বাৰতৰ ওপৰত চীনৰ যি আক্ৰমণ সেই আক্ৰমণৰ মুল উদ্দেশ্য ভাৰতক গোষ্ঠী নিৰপেক্ষ নীতি ত্যাগ কৰিবলৈ বাধ্য কৰোৱা আৰু ভাৰতৰ প্ৰভাৱ হ্ৰাস কৰোৱা।

গোষ্ঠী নিৰপেক্ষ নীতি ত্যাগ কৰি ভাৰত যুক্তৰাষ্ট্ৰৰ গোষ্ঠীত অন্তৰ্ভূক্ত হৈ পৰিলে বুছিয়াই যুক্তৰাষ্টৰ প্ৰতি কঠোৰতৰ মনোভাৱ লবলৈ বাধ্য হব যাৰ ফলতে চিয়ে৲ কাই ছেকক ফৰমোচাৰ পৰা আৰু বৃটিছক হ্‌ংকঙৰ পৰা বিতাৰিত কৰাত অধিক সক্ৰিয় সহ্‌যোগ ৰুছিয়াৰ পৰা চীনে লাভ কৰিবলৈ সক্ষম হব। সেইদৰে ভাৰতৰ প্ৰভাৱ হ্ৰাস হলে এতিযাতকৈ বেছি সক্ৰিযভাবে এছিযা আৰু আফ্ৰিকা দেশসমুহ্‌ত বিদ্ৰোহাত্মক কৰ্য্য চলাবলৈ আৰু নিজ দেশত তথা তিব্বত আদি বিভিন্ন অঞ্চলত ব্যক্তি আৰু অঞ্চলিক স্বাধীনতা খৰ্ব কৰিবলৈ চীনৰ যি আক্ৰমণ সি অঞ্চল অধিকাৰৰ কাৰণে মুখ্যত হব নোৱাৰে। কিয়নো অঞ্চল অধিকাৰ কৰাৰ ফলত যুদ্ধবহু বছৰীযা হবলৈ বাধ্য আৰু বহু বছৰীযা যুদ্ধ চলাবলৈ আৰ্থিক ৰাজনৈতিক আনকি সামৰিক ক্ষমতাৰো অভাৱ বৰ্তমান অৱস্থাত চীনৰ আছে।

## চীনৰ সীমাবদ্ধ আক্ৰমণ

এনে দীঘলীযা পূৰ্ণ যুদ্ধ চীনে চলাব লাগিব মূলত বিমান শক্তিৰ মাধ্যমত। কিয়নো ভাৰতৰ ভিতৰুৱা অঞ্চল আক্ৰমণ কৰিবলৈ বিমানৰ বাহিৰে চীনৰ অন্য উপায নাই। আকৌ চীনে যুদ্ধ চলাব লাগিব ৰেলপথ বিহীন শত্ৰুভাবাপন্ন অনুৰ্বৰা তিব্বতৰ শ শ মাইল অতিক্ৰম কৰি। তিব্বত অতিক্ৰম কৰিবলৈ মটৰ বাহনৰ ব্যৱস্থা আছে। কিন্তু বিমান চলাবলৈ যেনেকৈ পেট্ৰোলিয়ামৰ আৱশ্যক, মটৰ বাহ্‌ন চলাবলৈও তেনেকৈ পেট্ৰোলিযাম অপৰিহাৰ্য্য । চীনৰ কিন্তু পেট্ৰোলিয়ামৰ অভাৱ। তাৰোপৰি ভাৰতৰ ভিতৰত হোৱা যুদ্ধত ৰেলপথ আদিৰ সুবিধা ভাৰতৰহে অনুকুলত হব। এনে অৱস্থাত ভাৰতৰ লগত পূৰ্ণ যুদ্ধ চলাবলৈ চীনে আচলতে সাহ্‌স কৰিব নোৱাৰে আৰু সেযে ভাৰতৰ লগত চীনৰ যুদ্ধও সীমা অঞ্চলতে আৱদ্ধ থাকিবলৈ বাধ্য।

## সীমিত যুজত এটম বোমাৰ সুযোগ নাই

সীমা অঞ্চলত আবদ্ধ সীমিত যুদ্ধত এটম বোমাৰ ব্যৱহাৰৰ সুযোগ নাই।

কিযনো  তাত দুযো পক্ষৰে সৈন্য মুখামুখী হৈ থাকে। আৰু সেই গতিকেই এটম বোমাৰ নিক্ষেপে দুযোপক্ষকে সমানে অনিষ্ট কৰে। যদি সেয়ে হয  চীনৰ লগত হোৱা যুদ্ধত এটম বোমাৰ ব্যবহাৰৰ সুযোগ কেতিযাও নোহোৱাটোৱেই সম্ভব আৰু সেযে চীনৰ লগত যুজিবলৈ এটম বোমাৰ নিৰ্মাণো অনাৱশ্যক।

পাকিস্থানৰ লগত যি যুদ্ধ সি যে পূৰ্ণ যুদ্ধৰ পৰ্য্যায়লৈ বিযপিব পাৰে  সেই কথা পাকিস্থানৰ যোৱা আক্ৰমণৰ সমযতে প্ৰমাণিত হৈছে। পূৰ্ণ যুদ্ধত এটম বোমা ব্যৱহাৰৰ সুবিধা অবশ্যেই আছে। ভাৰতৰ বিৰুদ্ধে চীনে যদি এটম বোমা ব্যৱহাৰ কৰিব খোজে  তেন্তে তাক ব্যবহাৰ কৰিব লাগিব পাকিস্থানৰ যোগেদিহে।

## চীনৰ হাতত তাকৰীযা বোমা

বৰ্তমান অবস্থাত চীনৰ পৰা দুটা কাৰণত পাকিস্থানে বহু ৮টমবোমা লাভ কৰিব পৰা নাই। প্ৰথমতে চীনৰ হাতত এই বোমাৰ সংখ্যা বৰ তাকৰ। দ্বিতীযতে পাকিস্থান এতিযাও যুক্তৰাষ্ট্ৰৰ গোষ্ঠীত। পাকিস্থানে যে কেতিযাবা চীনৰ পৰা এটমবোমা নাপাব  তাৰ সম্ভাবনা নিশ্চয নথকা নহয। কিন্তু সেই সম্ভাৱনা বাস্তৱ হোৱাৰ বাবে পাকিস্থানে যুক্তৰাষ্ট্ৰৰ গোষ্ঠীত্যাগ কৰিবলৈ বৰ্তমান অবস্থাত  অক্ষম। কিযনো  বৰ্ত্তমান অৱস্থাত চীনে পাকিস্থানক এটা বা দুটা এটমবোমা দিব পাৰিলেও টেঙ্ক আদি আধুনিক অস্ত্ৰ দিব নোৱাৰে। অথচ  ভাৰতৰ লগত যি যুদ্ধ পাকিস্থানে কৰিব লাগিব  সেই যুদ্ধ প্ৰধানত  হব সমভুমিত আৰু টেঙ্কৰ মাধ্যমত। তদুপৰি এটা বা দুটা এটমবোমাৰ কাৰণে যুক্তৰাষ্ট্ৰৰ গোষ্ঠী ত্যাগ কৰিলেই যুদ্ধ জযৰ আশা পাকিস্থানৰ  নাবাঢে।

কিয়নো  এটা বা দুটা এটমবোমা নিক্ষেপেৰে যুদ্ধ জয আচলতে অসম্ভৱ যদিহে আমাৰ নৈতিক ধৈৰ্য্য থাকে। অৱশ্যে ইয়াৰ বিৰুদ্ধে নাগছাকি আৰু হিৰোছিযাত পটন্তৰ দিব পাৰি। কিন্তু নাগাছিক আৰু হিৰোছিমাৰ এটম বোমা নিক্ষেপ কৰা বাবেই যে জাপানে যোৱা যুদ্ধত আত্মসমপূৰ্ণ কৰিছিল   সেই কথা ভুল বুলি আজি প্ৰমাণিত হৈছে। বোমা নিক্ষেপৰ অন্তত  দুদিন আগতে আত্মসমৰ্পণৰ সিদ্ধান্ত জাপানে লোৱা বুলি তথ্য পাতিযে আজি কৈছে। আনহতে  ভাৰতৰ নৈতিক সাহস আৰু ধৈৰ্য্যও যে অতি উচ্চ স্তৰৰ সেই কথা আমাৰ সৈন্য বাহিনীয়ে যোৱা পাকিস্থানী আক্ৰমণৰ সমযতে পেটন টেঙ্ক আৰু এযাৰ জেটৰ ধ্বংসৰ মাজেদি প্ৰমাণ কৰি থৈছে। এতেকে দেখা যায পাকিস্থানৰ লগত যুদ্ধত জয়ী হবলৈ সামৰিক আৱশ্যকতাৰ পিনৰ পৰা এটম বোমা নিৰ্মাণৰ কোনো প্ৰযোজন আমাৰ নাই। অৱশ্যে  নৈতিক সাহস

আৰু ধৈৰ্য্য বৃদ্ধিৰ প্ৰযোজন আছে। নৈতিক সাহস আৰু ধৈৰ্য্যইহে যে আণৱিক যুদ্ধতো প্ৰতিৰক্ষাৰ সৰ্বশ্ৰেষ্ঠ অস্ত্ৰ সেই কথা ইংল্যাণ্ডৰ এজন অভিজ্ঞ সামৰিক বিষযাৰ কিতাপত অতি সুন্দৰভাবে প্ৰদৰ্শিত হৈছে।

## এটম বোমা আৰু বোমা নিক্ষেপৰ ব্যৱস্থা

এটম বোমা নিৰ্মাণৰ সিদ্ধান্তৰ সমযত আন এটা আৱশ্যকীয় বিবেচনাৰ বিষয বোমা নিক্ষেপৰ ব্যৱস্থা। বৰ্তমান অৱস্থাত চীন পাকিস্থান ভাৰত কোনো দেশতে এটম বোমা নিৰপেক্ষৰ উপযুক্ত ব্যৱস্থা গঢ়ি উঠা নাই। তাৰোপৰি ভাৰতৰবিৰুদ্ধে চীন পাকিস্থানে অথবা চীন পাকিস্থানৰ বিৰুদ্ধে ভাৰতে এটম বোমা নিক্ষেপৰ আধুনিক ব্যৱস্থা গঢ়ি তোলাও অসম্ভৱ কাৰ্য্য। বৃটিইনৰ এজন এযাৰ মাৰ্ছাল ই জে ম্যাক্সাৰ্ডৰীযেও তেওৰ ডি স্পেক্ট্ৰাম অব ষ্ট্ৰেটেজী বোলা কিতাপৰ দুশ ন পৃষ্ঠাত লিখিছে যে চীন আৰু ৰুছিযা একেলগে হোবা অৱস্থাতো ভাৰতৰ বিৰুদ্ধে এটম বোঁমা নিক্ষেপ নহব কাৰণ ভাৰতত তথা দক্ষিণ পূৱ এছিযাত যিকোনো দেশতে সেই অৰ্থে কোনো নিৰ্দিষ্ট লক্ষ্য অথবা টাৰ্গেট ছিষ্টেম গঢি উঠা নাই। লক্ষ্য সুনিৰ্দিষ্ট নথকা অৱস্থাত নিজ দেশৰ পৰা পৰদেশত আধুনিকতম ব্যৱস্থাৰে এটম বোমাৰ ব্যাপক নিক্ষেপ অৰ্থহীন মুৰ্খামি আৰু বলিযালিৰ বাহিৰে আন একো হব নোবাৰে। এনে অৱস্থাত এটম বোমাৰ ব্যবহাৰেৰে চীন পাকিস্থানে যুদ্ধ জযৰ কোনো সুবিধা অৱশ্যই নাপায। বৰং ইযাৰ ফলত বিভিন্ন ৰাষ্ট্ৰৰ নৈতিক আনকি বাস্তৱ সমৰ্থনো হেৰুৱাই যুদ্ধ জযত অসুবিধা পোৱাৰহে সম্ভাবনা আছে।

## এটম বোমাৰ প্ৰতিষেধক

কিন্তু তথাপিও যদি ধৰি লোবা হয যে বালিযালি কৰি হলেও চীনে ভাৰতৰ ওপৰত এটম বোমা নিক্ষেপ কৰিবই তেন্তে তাৰ প্ৰতিষেধক কি? এটম বোমাৰ সংগ্ৰহ বা প্ৰাপ্তিযেই এটম বোমা নিক্ষেপৰ পৰা অন্য দেশক বিৰত কৰিবলৈ সক্ষম যদিহে আমাৰ এটম বোমা সংখ্যাত আৰু শক্তিত যথেষ্ট বলী হয আৰু যদিহে অন্য দেশ সুস্থ মানসিক অৱস্থাত থাকে। অদুৰ ভৱিষ্যতে যথেষ্ট সংখ্যক অথবা যথেষ্ট শক্তিশালী এটম বোমা নিৰ্মাণ ভাৰত আৰু চীন দুযো দেশৰে পক্ষে অবাস্তৱ। এনে অৱস্থাত এটম বোমা সাজি সৰ্বাত্মক ধ্বংসৰ ভয আমি চীনক দেখুওৱা অসম্ভৱ আৰু এটম বোমা নিক্ষেপৰ পৰা চীনক বিৰত কৰিবলৈও সেযে আমি অক্ষম । গতিকে এটম বোমা যদি আমি সাজো তাক ব্যৱহাৰৰ কাৰণেই সাজিব লাগিব। কিন্তু তেতিযা তাক ব্যৱহাৰৰ কাৰণে আৱশ্যকীয অন্যান্য প্ৰস্তুতিও আমাৰ হব লাগিব। এনে প্ৰস্তুতি

নথকা অস্থাত এটম বোমাৰ নিৰ্মাণ অকল অৰ্থহীনেই নহয় সি বিপদজনকো। কিয়নো তেনে নিৰ্মাণে তেতিয়া বলিয়াৰ বলিয়ালি বৃদ্ধি কৰি নিক্ষেপ অৱশ্যম্ভাৱীহে কৰে।

## শক্তিশালী বিমান বাহিনীৰ প্ৰয়োজন

যুদ্ধত ব্যবহাৰৰ কাৰণেই যদি এটম বোমাৰ নিৰ্মাণৰ উদ্দেশ্য হয় তেন্তে তাক কঢ়িযাই নিবলৈ অথবা আমাৰ বিৰুদ্ধে কঢ়িযাই অন্য বিমান খেদি পঠিযাবলৈ আমাৰ প্ৰথমতে আৱশ্যক শক্তিশালী বিমান বাহিনীৰ বিশেষকৈ দুয়ো দেশতে বোমা নিক্ষেপৰ আধনিক ব্যৱস্থা নোহোৱা অৱস্থাত। যুদ্ধত জয়ী হবলৈ শক্তিশালী বিমান বাহিনী আৱশ্যক আমাৰ সদায়ে আছে এটম বোমা ব্যৱহাৰৰ প্ৰশ্ন নুঠা অৱস্থাতো। যি ক্ষেত্ৰত শক্তিশালী বিমান বাহিনী গঠনৰ অৰ্থেই আমাৰ মুল সম্পদৰ অভাৱ আৰু চেৰাচোৰাকা দুই এটা এটম বোমাৰ বলিযালি নিক্ষেপক বাদ দিলে যি ক্ষেত্ৰত আনবিক যুদ্ধৰ সম্ভাবনাও একেবাৰেই নাই সেই ক্ষেত্ৰত এটম বোমা নিৰ্মানত সম্পদৰ অপচয জানো সচাঁকৈযে আবশ্যক?

## ভাৰত চৰকাৰৰ সিদ্ধান্ত

সামৰিক কাৰণতে আৰু সামৰিক লোকৰ উপদেশতে ভাৰত চৰকাৰে এটম বোমা নিৰ্মান নকৰাৰ সিদ্ধন্ত লৈছে। সেই সিদ্ধান্ত এটম বোমা কৰাৰ কোনো অক্ষমতাৰ বাবে লোবা হোৱা নাই। এটম বোমা নিৰ্মাণৰ অৰ্থে আৱশ্যকীয খনিজ থোৰিযাম আমাৰ যথেষ্ট আছে ইউৰোনিযাম অৱশ্যে যথেষ্ট নহয়। চীন পাকিস্থানত এই দুযোটাৰে অভাৱ আছে। এই খনিজ পদাৰ্থৰ পৰা আণবিক ৰিযেক্টৰত প্লুটোনিযাম তৈযাৰ কৰি বাযবীয বিস্তাৰৰ সহাযত এটম বোমা প্ৰস্তুত কৰা সম্ভব। দুটা এটম বোমাৰ জোখাই প্লুটোনিযাম আমাৰ বিয়েক্টৰত বছৰি প্ৰস্তুত হৈ আছে। ইতিমধ্যে আৰু তিনিটা ৰিযেক্টৰ স্থাপনৰ সিদ্ধান্ত লোৱা হৈছে। বাযবীয বিস্তাৰ সাধনৰ অৰ্থে যন্ত্ৰ পাতি বহুৱাবলৈও আমাৰ ক্ষমতা নথকা নহয। আনহাতে শান্তিপূৰ্ণ উদ্দেশ্যাত ব্যৱহাৰৰ সুবিধাৰ অৰ্থে আণৱিক বিস্ফোৰণ অতি শীঘ্ৰে আমি কৰিম। ইমানতে যে ভাৰত চৰকাৰে এটম বোমা নকৰাৰ সিদ্ধান্ত লৈছে তাৰ কাৰণ সামৰিক আৱশ্যকতাই বোমা নিৰ্মণৰ বাধ্যাবাধকতা এতিয়াও সৃষ্টি কৰা নাই।

## নৈতিক ধৈৰ্য্য আৰু ৰাষ্ট্ৰীয় ঐক্যৰ প্ৰযোজন

সামৰিক কাৰণত এই মুহূৰ্তত এটম বোমা আমাক অৱশ্যেই নালাগে । সন্মানৰ কাৰণেও ইয়াক আমাৰ নালাগে কাৰণ এটম বোমাৰ বিস্ফোৰণে যে

সন্মান ৰক্ষা কৰিব নোৱাৰে সেই কথা ইন্দোনেছিয়াত অপমানিত চীনৰ ক্ষেত্ৰতে প্ৰমানিত হৈছে। যুদ্ধত জয়ী হবলৈ আমাৰ এই মূহুৰ্তত লাগে যথেষ্ট সংখ্যক শক্তিশালী বিমান যথেষ্ট সংখ্যক আধুনিকতম টেঙ্ক আৰু টেঙ্ক বিধ্বংসী অস্ত্ৰ সবল আৰ্থিক গাথনি আৰু চীন পাকিস্থানক যথাক্ৰমে ৰুছিয়া যুক্তৰাষ্ট্ৰৰ সাহায্য পোৱাত বাধা দিবলৈ সাহসী গোষ্ঠী নিৰপেক্ষ নীতি। যেতিয়ালৈকে নৈতিক ধৈৰ্য্য আৰু ৰাষ্ট্ৰীয ঐক্য আমাৰ থাকে তেতিয়ালৈকে বৰ্তমান পৰিস্থিতিত এইবোৰেই যথেষ্ট আৰু এটম বোমাতকৈও অধিক প্ৰযোজনীয।

দ্ৰষ্টব্য ২০০০ খৃষ্টাব্দৰ মে মাহৰ টোকা ইতিমধ্যে ভাৰতে এটমবোম প্ৰস্তুত কৰিছে চীন পাকিস্থানে যাতে ভাৰতৰ ওপৰত এনে বোমা নিক্ষেপ কৰাৰ সাহস নকৰে সেই অৰ্থে ।

# বিকাশোমুখ ভাৰত আৰু চীনা -পাকিস্থানী আক্ৰমণ

ভাৰত আজি বিকাশোমুখ তাত সন্দেহ নাই। স্বাধীনতাৰ পিচৰে পৰা আৰ্থিক ৰাজনৈতিক সামাজিক সাংকৃতিক আদি সকলো ক্ষেত্ৰত যে বিকাশৰ জাগৰণ আমাৰ দেশত সৃষ্টি হৈছে আমি অস্বীকাৰ কৰিব নোৱাৰো । কিন্তু জাতীযতাবোধৰ দ্বাৰা বিকাশ শোধিত নহলে দেশক পূৰ্ণভাবে উজ্জ্বল কৰিবলৈ বিকাশ অসমৰ্থ । বৰং বহু সমযত এনে বিকাশ স্বাৰ্থপৰতা দুৰ্নীতি শোষণ আৰু অনেক্যৰহে কাৰণ হৈ উঠে আৰু এনেদৰেই দেশৰ ই অনিষ্টও সাধে। ভাৰতবৰ্ষৰ আজি যি বিকাশ সি আজিও পূৰ্ণৰূপে মঙ্গলদাযক আৰু স্বত স্ফুৰ্তভাৱে গতিশীল হোবা নাই কাৰণ সি আজিও স্বাৰ্থকেন্দ্ৰ আৰু ব্যক্তিমুখী হৈযেই আছে।

ভাৰতবৰ্ষৰ এই বিকাশ পুৰ্ণ ৰূপে মঙ্গলদাযক আৰু স্বত স্ফুৰ্তভাবে গাতৰ্শীল আৰু অবিৰাম ফলপ্ৰসূ কৰাৰ অৰ্থে ব্যক্তিগত অভাব অভিযোগ আশা আকাঙ্খা আৰু কৰ্মচেষ্টাৰ মাজত সমন্বয সাধনৰ আবশ্যক। সেই সমন্বয সাধনৰ আদৰ্শ আৰু নীতি কিছুমানক কেন্দ্ৰ কৰি সম্ভৱ। স্বাধীনতা আন্দোলনৰ সমযৰে পৰা আমাৰ মাজত জাতীয আদৰ্শ আৰু নীতি কিছুমান গঢ়ি উঠিছিল। কিন্তু আন্দোলনৰ মাদকতা হ্ৰাস হোৱাৰ লগে লগে স্বাধীনতাৰ পিচৰ কালত এইবোৰ নিস্প্ৰভ হৈ আহিছিল আৰু দেশৰ বিকাশ সুনিযন্ত্ৰিত কৰাত এইবোৰ ব্যৰ্থ হৈছিল। চীনা পাকিস্থানী আক্ৰমণে এতিযা আকৌ এইবোৰক স্পষ্ট আৰু প্ৰেৰণাদাযক বাস্তৱ আৰু জীৱন্ত কৰাৰ সুযোগ আনি দিছে। এই সুযোগৰ পূৰ্ণ সফলতাৰ অৰ্থে এই আদৰ্শ আৰু নীতি সমূহৰ আলোচনা চীনা পাকিস্থানী আক্ৰমণৰ পটভুমিত কৰাৰ প্ৰযোজন হৈছে।

## সত্যৰ আদৰ্শ

সত্য অহিংসা আৰু শান্তিপুৰ্ণ সহাৱস্থানৰ আদৰ্শ যে আমাৰ দেশৰ মুল আদৰ্শ তাক আমি মানিব লাগিব। ভাৰতৰ কলা কৃষ্টি আৰু ঐতিহ্যৰ বাবেই আৰু বিশেষকৈ বৃটিছৰ বিৰুদ্ধে মহাত্মা গান্ধীৰ নেতৃত্বত কৰা সত্যাগ্ৰহ আন্দোলনৰ গতিকেই এই আদৰ্শ আমাৰ ৰাষ্ট্ৰীয জীৱনৰ এটি প্ৰধান আদৰ্শ হৈ পৰিছে।

সত্যৰ যি প্ৰকৃত আৰু চৰম ৰূপ  সেই ৰূপত ই যে সাৰ্বজনীন প্ৰেমেই সেই কথা ভাৰতৰ মনীষীসকলে তেওলোকৰ নিজ জীৱনতে উপলব্ধি কৰিছিল আৰু বেদান্ত আদি দৰ্শন শাস্ত্ৰ সেই কথাৰ ওপৰতে ভিত্তি কৰি গঢ়ি উঠিছিল। সাৰ্বজনীন প্ৰেম আৰু সত্য উপলব্ধিয়েই যদি জীৱন উপলব্ধি তথা তাৰ উদ্দেশ্য  তেন্তে আমাৰ দৈনন্দিন জীৱনৰ মূল আচৰণ অহিংসা তথা শান্তিপূৰ্ণ সহাৱস্থান হ'বলৈও বাধ্য। ৰাষ্ট্ৰীয আচৰণৰ ক্ষেত্ৰত যি শান্তিপূৰ্ণ সহাৱস্থান  ব্যক্তিগত আচৰণৰ ক্ষেত্ৰত সিযেই অৱশ্যে অহিংসা।

অহিংসা পূৰ্ণ সত্য নহয। ই মাত্ৰ উপলব্ধিৰ এটা আচৰণ বা উপায। আচৰণ হিংস নে অহিংস  সেই কথা মাৰাত্মক অস্ত্ৰ ব্যৱহাৰৰ ওপৰত নিৰ্ভৰ নকৰে। সেই কথা নিৰ্ভৰ কৰে মানসিক অৱস্থাৰ ওপৰতহে। অস্ত্ৰ ব্যবহাৰ কৰিও অৰ্জুন অহিংস। কিযনো অৰ্জুনৰ মন তেতিযাও সাৰ্বজনীন প্ৰেম আৰু কৰুণাৰে পৰিপূৰ্ণ। সত্য ত্যাগ কৰি যিসকলে হিংসা প্ৰবৰ্তাব বিচাৰে  সেই সকল বধৰ যোগ্য  কিযনো তেওলোকেই পৃথিৱীত ধৰ্মৰ গ্লানি অৰ্থাৎ প্ৰেমপূৰ্ণ সামাজিক জীৱন অৱসান ঘটোৱাৰ সম্ভাবনা সৃষ্টি কৰে। অৱশ্যে এই সকলক বধ কৰোতেও কৰ্তব্যৰ বাবেই বধ কৰা বুলি ভাবিব লাগিব আৰু অস্ত্ৰ যিযেই নহক  মন কিন্তু সদাযে থাকিব লাগিব পবিত্ৰ আৰু কৰুণাপূৰ্ণ।

আমাৰ স্বাধীনতাৰ আন্দোলন সশস্ত্ৰক নোহোবা বাবদ  অহিংসা আৰু অস্ত্ৰ ব্যৱহাৰৰ মাজত মিচাতে বিৰোধ কল্পনা কৰি আমি আমাৰ সামৰিক শক্তিৰ প্ৰতি ইমানদিনে অৱহেলা কৰিছিলো। সত্য  অহিংসা আৰু শান্তিপূৰ্ণ সহাৱস্থানৰ আদৰ্শ ৰক্ষাৰ অৰ্থে যে সামৰিক শক্তিৰ আৱশ্যক আৰু সামৰিক শক্তিৰ কাৰণে যে আৰ্থিক শক্তিৰ প্ৰযোজন সেই কথা আমি ইমানদিনে উপলব্ধি কৰা নাছিলো। এনে উপলব্ধিৰ অভাৱতে ৰুছিযা আৰু অন্যান্য কমিউনিষ্ট দেশবোৰৰ দৰে  পৰিকল্পনা তথা দেশৰ উন্নযণক কেন্দ্ৰ কৰি জাতীযতাবোধৰ বিকাশ সাধিবলৈও আমি অক্ষম হৈছো।

দেশৰ স্বাধীনতা তথা আদৰ্শ ৰক্ষাৰ বাবেই সামৰিক আৰু আৰ্থিক শক্তি অপৰিহাৰ্য্য। এই কথা বুজাৰ কোনো পৰিস্থিতি সৃষ্টি নোহোৱা গতিকেই যে আৰ্থিক উন্নয়নৰ কাৰণে দেশে গ্ৰহণ কৰা পঞ্চবাৰ্ষিক পৰিকল্পনা সমূহৰ কৃতকাৰ্য্যতাত আমি যথেষ্ট সহযোগ আৰু উৎসাহ দেখুওৱা নাই  ই সত্য। চীন পাকিস্থানী আক্ৰমণে এনে পৰিস্থিতি আজি সৃষ্টি কৰিছে। চীনা  পাকিস্থানী আক্ৰমণে এনে পৰিস্থিতি আৱশ্যাই সৃষ্টি কৰিছে। চীনা পাকিস্তানী আক্ৰমণৰ পৰা আমি আজি বুজিছো যে সত্য  অহিংসা আৰু শান্তিপূৰ্ণ সহাৱস্থানৰ আদৰ্শ ৰক্ষাৰ কাৰণেও সামৰিক আৰু

আৰ্থিক বল প্ৰযোজনীয। অন্যথা আমি আমাৰ দুৰ্বলতাৰ গতিকেই এই আদৰ্শ গ্ৰহণ কৰা বুলি ভবাৰ সুবিধা অন্যদেশে পাব আৰু সেয়ে আমাৰ প্ৰতি অন্যায আচৰণ কৰিবলৈও সাহস কৰিব।

অন্য দেশে যাতে এনে সুবিধা লৈ আমাক অন্যায় কৰিবলৈ সাহস নকৰে তাৰ বাবে তলৰ ধৰণে আমি আমাৰ ৰাষ্ট্ৰীয আচৰণ গঢ়ি তুলিব লাগিব আৰু সেই আচৰণৰ পৰিপূৰক বিচাপে আমাৰ সামৰিক আৰু আৰ্থিক শক্তিও বৃদ্ধি কৰিব লাগিব।

(১) অন্যায দেখিলেই অন্যাযৰ বিৰুদ্ধে আমি মাত মতা উচিত সেই অন্যায লাগে হাঙ্গেৰীৰ ক্ষেত্ৰতেই হওক অথবা চুৱেজ খালৰ ক্ষেত্ৰতেই হওক তিব্বত ক্ষেত্ৰতেই হওক অথবা ভিযেটনামৰ ক্ষেত্ৰতেই হওক। অৱশ্যে আমাৰ এই মাতৰ সমৰ্থনত আমাৰ নিজৰ আভ্যন্তৰীণ আৰু বৈদেশিক কাৰ্য্যাৱলী সদযে ন্যায আৰু সত্যৰ ওপৰত প্ৰতিষ্ঠিত ৰাখিব লাগিব।

(২) আমাৰ দেশৰ প্ৰতি অস্ত্ৰ ব্যৱহাৰেৰে যদি কোনো দেশে অন্যায আচৰণ কৰে তেন্তে সেই অন্যায আচৰণৰ বিৰুদ্ধে তুৰন্তে আমিও অস্ত্ৰ ধাৰণ কৰা উচিত হব এই অস্ত্ৰ ধাৰণৰ লক্ষ্য চীনেই হওক বা পাকিস্থানেই হওক অস্ত্ৰ ধাৰণৰ কাৰণ উৰ্বৰা কাশ্মীৰ উপত্যকাই হওক বা অনুৰ্বৰা আকাছীচিনেই হওক আৰু অস্ত্ৰ ধাৰণৰ জোখাৰে যথেষ্ট সামৰিক বল থাককে বা নাথাকক।

সামৰিক বলৰ বৃদ্ধি সদাযে যুদ্ধ লাগি থকা অৱস্থাতহে হয। প্ৰস্তুতিৰ যোগেদি অৰ্জন কৰিব পৰা বস্তু সামৰিক বল কেতিয়াও নহয়। অৱশ্যে প্ৰস্তুতি নথকাৰ গতিকে প্ৰথম অৱস্থাত আমাৰ সামৰিক পৰাজয় ঘটিব পাৰে দুখ কষ্টও বাঢ়িব পাৰে। কিন্তু সামযিক পৰাজয আৰু দুখ কষ্টক ভয় কৰা দেশৰ পক্ষে সত্যৰ আদৰ্শ গ্ৰহণৰ চেষ্টাও ধৃষ্টতা মাথোন। সামযিক পৰাজয় আৰু দুখ কষ্টক ভয় নকৰি অস্ত্ৰ ধাৰণ কৰিলে শেষ জয যে ন্যায আৰু সত্যৰেই ই ইতিহাসৰ দ্বাৰা প্ৰমাণিত কথা আৰু এনে জযৰ মাজতে বিকশিত হয় সৰ্বমঙ্গলময গতিকে কালজয়ী জাতীয় গৌৰৱবোধ তথা জাতীয়তা।

(৩) আন্তৰ্জাতিক সমস্যা সমাধানৰ ক্ষেত্ৰত আমি যেতিয়াই যি কও বা কৰোঁ তাক আমি স্পষ্ট আৰু দ্বিধাহীনতাভাৱে কব আৰু কৰিব লাগে। আমাৰ যি সত্যৰ নীতি, তাৰ কৃতকাৰ্য্যতা নিৰ্ভৰ কৰিব পৃথিবীৰ সৰ্বসাধাৰণ লোকে এই সম্পৰ্কত যি জনমত সৃষ্টি কৰে তাৰ ওপৰতো। বিভিন্ন দেশৰ শাসক গোষ্ঠী সমূহৰ মতামতৰ ওপৰত তাৰ সাময়িক কৃতকাৰ্য্যতা নিৰ্ভৰ কৰিলেও স্থায়ী কৃতকাৰ্য্যতা

অৱশ্যেই তাৰ ওপৰত নিৰ্ভৰ কৰিব নোৱাৰে। গতিকে আমাৰ কথা আৰু কাৰ্য্য বুজোৱাৰ লক্ষ্য মুখ্যত হ'ব লাগিব সৰ্বসাধাৰণ আৰু সেয়ে সেইবোৰো হ'ব লাগিব দ্বিধাহীন আৰু স্পষ্ট।

দেশৰ বৈদেশিক নীতি যে স্বাধীন আৰু গোষ্ঠী নিৰপেক্ষ অথচ স্পষ্ট নিৰ্ভীক আৰু সামাজিক শক্তিৰ ওপৰত প্ৰতিষ্ঠিত হোৱাৰ প্ৰযোজন আছে সেই কথা ৰাষ্ট্ৰীয় বিজ্ঞানতো আছে সেই কথাকে ৰাষ্ট্ৰীয় আচৰণৰ ওপৰৰ তিনিটা ব্যৱস্থাইও কৈছে। ৰাষ্ট্ৰৰ কৰ্ণ ধাৰসকলে এই তিনিটা ব্যৱস্থাৰ প্ৰতি সেয়ে আজি মন দিয়া একান্তই কৰ্তব্য।

## অকলে হ'লেও যাব লাগিব

চীনা পাকিস্থানী আক্ৰমণৰ পৰা আমি আন এটা কথা বুজিছো আৰু সেয়ে হৈছে যে আমি আমাৰ আদৰ্শ আমাৰ নিজৰ ভৰিৰ ওপৰত থিয় দি ৰক্ষা কৰিব লাগিব অকলে। যুক্তৰাষ্ট্ৰ ৰুছিয়া আনকি ইজিপ্তৰ বন্ধুত্বও যে সময়ত নিৰ্ভৰশীল নহয় সেই কথা বিভিন্ন সময়ত তেওলোকৰ আচৰণৰ দ্বাৰা ভালদৰে প্ৰমাণিত হৈছে। গতিকে আদৰ্শ ৰক্ষাৰ অৰ্থে আমাৰ সহায় একলা চলৰে বাণীৰ প্ৰেৰণাহে মাত্ৰ। আমাৰ মাজৰ সকলো ক্ষুদ্ৰ বিৰোধৰ অৱসান ঘটাই আমি এক হ'বই লাগিব কিযনো আমি যে অত্যন্তই অকলশৰীযা। অকলশৰীযা হৈও আমি আমাৰ সত্যৰ সন্ধান নেৰে। কিযনো তাতেই যে আছে আমাৰ আনন্দ একলা চলাৰ গৌৰব ভাৰতীয ঐতিহ্যৰ পূৰ্ণতা আৰু জাতীযতা বোধৰ বিৰাট সম্ভাবনা।দ্ৰষ্টব্য ৰবীন্দ্ৰ।

আমি যে আমাৰ ভৱিষ্যত নিজৰ ওপৰত ভৰ দি গঢ়িব লাগিব এই সত্য চীনা পাকিস্থানী আক্ৰমণে জনসাধাৰণৰ মনত স্পষ্ট কৰি দিছে। গতিকে নিজৰ ওপৰতে ভৰ দি স্বাৱলম্বী অথচ আধুনিক সবল অথচ শোষণহীন আৰ্থিক ব্যৱস্থা গঢ়াৰ সুযোগ আজি আমি পাইছো। এই সুযোগ সাৰ্থক কৰাৰ দায়িত্ব দেশৰ নেতা আৰু বুদ্ধিজীৱীৰ ওপৰতেই আজি ন্যস্ত।

## গণতন্ত্ৰৰ আদৰ্শ

সত্য অহিংসা আৰু শান্তিপূৰ্ণ সহাৱস্থানৰ আদৰ্শ যেনেকৈ ভাৰতৰ এটি মৌলিক আদৰ্শ গণতন্ত্ৰৰ আদৰ্শও তেনেকৈ আন এটি মৌলিক আদৰ্শ। এই আদৰ্শৰ মূল কথা ব্যক্তিস্বাধীনতা। সত্য উপলব্ধিৰ অৰ্থে ব্যক্তি স্বাধীনতাৰ দাবীৰ ওপৰতে প্ৰতিষ্ঠিত সহাৱস্থানৰ আদৰ্শও। কিন্তু দায়িত্ববোধ নথকা অৱস্থাত ব্যক্তিস্বাধীনতাই দেশত অনৈক্য আৰু বিপৰ্যয় সৃষ্টি কৰিবলৈও বাধ্য বিশেষকৈ ভাৰতৰ নিচিনা

অনুন্নত দেশ বিলাকত।

ভাৰতৰ অগণন লোক দৰিদ্ৰতাৰে প্ৰপীড়িত। তেওঁলোকৰ মমত ব্যক্তি স্বাধীনতা অৰ্থহীন কিয়নো ব্যক্তি স্বাধীনতাৰ নামত অন্যই তেওঁলোকক মাত্ৰ কৰিছে শোষণ। যেতিয়ালৈকে তেওঁলোকৰ দৰিদ্ৰতা থাকে আৰু যেতিয়ালৈকে তেওঁলোকে উন্নয়নৰ সমান সুবিধা নাপায় তেতিয়ালৈকে ব্যক্তিস্বাধীনতা তথা গণতন্ত্ৰই তেওঁলোকক কোনো প্ৰেৰণা অৱশ্যাই দিব নোৱাৰে।

দৰিদ্ৰতা দূৰীকৰণ আৰু সমতা স্থাপন সমাজতন্ত্ৰৰ মূল কথা। যদি সেয়ে হয় গণতন্ত্ৰ সাৰ্থক আৰু ফলপ্ৰসূ কৰাৰ অৰ্থে দৰিদ্ৰতাৰে প্ৰপীড়িত দেশত সমাজতন্ত্ৰ অৱশ্যাই অপৰিহাৰ্য্য। সমাজতন্ত্ৰৰ এনে অপৰিহাৰ্য্যতা উপলব্ধি কৰিয়ে গণতন্ত্ৰৰ আদৰ্শৰ মাজতে সমাজতন্ত্ৰ ৰচনা কৰিবলৈ ভাৰতে প্ৰয়াস কৰিছে আৰু ব্যক্তি স্বাধীনতা খৰ্ব নকৰাকৈও সমাজতন্ত্ৰ সম্ভৱপৰ বুলি ভাবিছে।

ভাৰতৰ দৰে চীনো এখন দৰিদ্ৰতাৰে প্ৰপীড়িত দেশ। গতিকে তাতো দৰিদ্ৰতা দূৰীকৰণ আৰু সমতা স্থাপনৰ সমস্যাই প্ৰধান সমস্যা। এই সমস্যা সমাধানৰ অৰ্থে ব্যক্তি স্বাধীনতা খৰ্ব কৰি হলেও জোৰেৰে সমাজতন্ত্ৰ স্থাপনৰ আদৰ্শ চীনে লৈছে।

ব্যক্তিস্বাধীনতা খৰ্ব নকৰাকৈ সমাজতন্ত্ৰ স্থাপন অসম্ভৱ বুলি চীনে ভাবে। কিন্তু ভাৰতে নাভাবে। সমাজতন্ত্ৰ স্থাপনৰ বিৰুদ্ধে স্বাৰ্থন্যস্ত আভ্যন্তৰিণ শক্তিয়ে ভাৰতত প্ৰৱল জনমত সৃষ্টি কৰিব পৰা নাই কাৰণ ইযাৰ বুদ্ধিজীৱীসকলে ব্যক্তি স্বাধীনতা পাইছে। আনহাতে ব্যক্তি স্বাধীনতা ৰক্ষা কৰিও ভাৰতে দৰিদ্ৰতা দূৰীকৰণৰ সমস্যা সমাধানত কিছু আগবাঢিব পাৰিছে কিয়নো ভাৰতে যুক্তৰাষ্ট্ৰ আৰু ইংলণ্ডৰ আনকি ৰাছিয়াৰো সাহায্য লবলৈ সমৰ্থ হৈছে।

ব্যক্তিস্বাধীনতা খৰ্ব নকৰাকৈও দৰিদ্ৰতাৰ সমস্যা সমাধানত আগবাঢ়িব পৰাত ভাৰতে নিজ আদৰ্শৰ পভাৱ এছিয়া আৰু আফ্ৰিকাৰ নতুন ৰাষ্ট্ৰবোৰৰ ওপৰত পেলাব পাৰিছে। ভাৰতীয় আদৰ্শৰ প্ৰভাৱ এনেদৰে বিস্তাৰ ঘটাত স্বাভাৱিকতে চীন চৰকাৰৰ ভয় হৈছে। কিয়নো ইয়াৰ ফলত নিজ দেশতে চীনে চৰকাৰৰ গৌৰৱ কমিব আৰু সেয়ে ব্যক্তিস্বাধীনতা খৰ্ব কৰা কাৰ্য্যত চৰকাৰে বাধা পাব। এনে ভয়ৰ গতিকে ভাৰতৰ গৌৰৱ ম্লান কৰিবলৈ চীন আজি ব্যগ্ৰ। শান্তিপূৰ্ণ সহাৱস্থানৰ নীতি নিৰ্মূল কৰিব পাৰিলে ভাৰতৰ গৌৰৱ ম্লান হব। অকল সেয়ে নহয় ইয়াৰ ফলত আমেৰিকা ৰুছিয়া দুয়ো দেশৰে পৰা সাহায্যও পাব নোৱাৰিব। সাহায্য হ্ৰাস হলেই দৰিদ্ৰতাৰ সমস্যাই ভাৰতত তীব্ৰ ৰূপ লব বুলি চীনৰ বিশ্বাস। দৰিদ্ৰতাৰ সমস্যাই তীব্ৰ ৰূপ লবলৈ বাধ্য যাৰ বাবেই ভাৰতে নিজ আদৰ্শও হয়তো ত্যাগ কৰিব লাগিব।

ভাৰতৰ ওপৰত আজি চীনৰ যি আক্ৰমণ সেই আক্ৰমণ আচলতে সীমাবিবাদজনিত অথবা স্থান অধিকাৰৰ উদ্দেশ্যনিহিত আক্ৰমণ নহয়। সেই আক্ৰমণৰ মূল লক্ষ্য ভাৰতৰ গৌৰৱ ম্লান কৰা আৰু দৰিদ্ৰতাৰ সমস্যা তীব্ৰ কৰি ভাৰতত বিশৃঙ্খলাৰ সৃষ্টি কৰা । চীনৰ আক্ৰমণ অকল ভূ খণ্ডৰে ওপৰত নহয়। সেই আক্ৰমণ ব্যৰ্থ কৰিবলৈ হলে অকল ভূ খণ্ড উদ্ধাৰ কৰিলেই নচলিব আদৰ্শও ৰক্ষিত হব লাগিব। যদি সেযে হয় সেই আক্ৰমণৰ পূৰ্ণ প্ৰতিৰোধৰ উপায় কৃষক বনুৱা ব্যৱসায়ী চাকৰিয়ালে আদি সকলোৱে নিজ দায়িত্ব এনে নিপুনতাৰে পালন কৰা যাতে ব্যক্তি স্বাধীনতাৰ ওপৰত চৰকাৰৰ হস্তক্ষেপ অনাবশ্যক হৈ পৰে। গণতন্ত্ৰ ৰক্ষা কৰি চীনৰ আক্ৰমণত আমি জয়ী হব পাৰিলে আমাৰ আদৰ্শৰ গৌৰৱ আগতকৈও বেছি বৃদ্ধি পাব যাৰ ফলত চীনা আক্ৰমণৰ মূল উদ্দেশ্যতো ব্যৰ্থ হবই লগতে গণতন্ত্ৰৰ আদৰ্শক কেন্দ্ৰ কৰি দেশত জাতীয়তাবোধৰ বিকাশো তীব্ৰ হবলৈ বাধ্য।

চীনা আক্ৰমণে জাতীয়তাবোধ বিস্তাৰৰ আৰু ব্যক্তি স্বাধীনতাৰ মাজেদি দৰিদ্ৰতা দূৰীকৰণৰ যি সুযোগ দিছে তাক সাৰ্থক কৰাৰ ওপৰতে ভাৰতৰ ভৱিষ্যত নিৰ্ভৰ কৰিছে। কিন্তু সেই সুযোগৰ সাদ্ব্যবহাৰ সকলো ক্ষেত্ৰতে কৰা বুলি আমি আচলতে ক ব নোৱাৰো। চীনা পাকিস্থানী আক্ৰমণৰ সময়ত দুঘন্টাৰ কাৰণে হলেও জানো ব্যৱসায়ী সকলে লোণৰ দাম বঢ়োৱা নাছিল ? সেইদৰে চাকৰিয়ালৰ অৱহেলাৰ বাবেই জানো বাট পথৰ সংযোগৰ অভাৱ বমডিলাৰ ৰণক্ষেত্ৰত দেখা নগৈছিল ? চীনা পাকিস্থানী আক্ৰমণৰ ফলত জনসাধাৰণ আজি নিজ কৰ্তব্য কৰিবলৈ ব্যগ্ৰ। বুদ্ধিজীৱী সকলে নিজ চৰিত্ৰ শোধিত কৰি সেই কৰ্তব্যৰ দিহা দিবলৈ আজি অতি শীঘ্ৰে আগবাঢ়ি আহিব লাগে।

## ৰাষ্ট্ৰীয় ধৰ্মনিৰপেক্ষতাৰ আদৰ্শ

ৰাষ্ট্ৰীয় ধৰ্মনিপেক্ষতা ভাৰতৰ আন এটি শান্তিপূৰ্ণ সহাৱস্থানৰে আন এটি ৰূপ। বিভিন্ন ধৰ্মাৱলম্বী লোকৰ বাসভূমি বিৰাট ভাৰতৰ শান্তি ৰক্ষাৰ অৰ্থে আৱশ্যক বিভিন্ন ধৰ্মৰ শান্তিপূৰ্ণ সহাৱস্থান আৰু এনে সহাৱস্থানৰ অৰ্থে প্ৰয়োজন ৰাষ্ট্ৰীয় ধৰ্মনিৰপেক্ষতা। কিন্তু এই প্ৰয়োজন বুজিবলৈ যি ভৌগোলিকজ্ঞান আৰু ঐতিহাসিক দৃষ্টিভঙ্গীৰ আৱশ্যক, জনসাধাৰণৰ কথাই নাই শিক্ষিত সকলৰো বহুতৰ সেই জ্ঞান আৰু দৃষ্টিভঙ্গীৰ অভাৱ। এনে স্থলত ৰাষ্ট্ৰীয় ধৰ্মনিপেক্ষতাৰ কথা কৈও ইয়াৰ প্ৰতি আচলতে আমি সম্পূৰ্ণভাৱে অনুৰাগী নহও। বৰং ইয়াৰ বিৰুদ্ধে মত সৃষ্টিতহে আমি বহু সময়ত সহায় কৰো।

পাকিস্থানৰ ভাৰত আক্ৰমণে ৰাষ্ট্ৰীয ধৰ্মনিৰপেক্ষতাৰ আদৰ্শৰ প্ৰতি পূৰ্ণভাৱে অনুৰাগী হোৱাৰ এটি ডাঙৰ সুযোগ আমাক দিছে। কিযনো পাকিস্থানী আক্ৰমণ ব্যৰ্থ কৰাৰ অৰ্থে এই আদৰ্শৰে আজি প্ৰযোজন হৈছে। মুছলমান লোকৰ স‌ংখ্যাগৰিষ্ঠতাৰ যুক্তিত পাকিস্তানে আজি কাশ্মীৰ দাবী কৰিছে আৰু আমাক আক্ৰমণো কৰিছে। এই আক্ৰমণৰ ৰক্তবীজ সমূলে বিনষ্ট কৰিবলৈ হলে পাকিস্থানী সৈন্যৰ পৰাজযেই যথেষ্ট নহয। তাৰ কাৰণে আৱশ্যক এই আক্ৰমণৰ নৈতিক বুনিযাদী হিচাপে নিৰ্মিত পাকিস্থানৰ ধৰ্মীয় বোধৰ পূৰ্ণ বিনাশও। এনে বিনাশ সাধিবলৈ ৰাষ্ট্ৰীয ধৰ্মনিৰপেক্ষতাৰ আদৰ্শ যে অপৰিহাৰ্য্য আৰু শ্ৰেষ্ঠ সেই কথা আজি ভাৰতৰ সাধাৰণ লোক সকলেও বুজিছে আৰু সেযে ইযাক গ্ৰহণ কৰিবলৈ প্ৰকৃত মানসিক প্ৰস্তুতিও তেওলোকৰ আজি হৈছে।

জনসাধাৰণৰ এই মানসিক প্ৰস্তুতিৰ আলমত দেশৰ ৰাজনৈতিক নেতা স‌ংবাদসেৱী আৰু অন্যান্য বুদ্ধিজীৱী সকলে অলপ যত্ন কৰিলেই ৰাষ্ট্ৰীয ধৰ্মানিৰপেক্ষতাৰ আদৰ্শক অধিক স্পষ্ট আৰু বোধগম্য অৰ্থপূৰ্ণ আৰু অপৰিহাৰ্য্য মৌলিক আৰু জীৱন্ত কৰি তুলিব পাৰে। এই আদৰ্শ জীবনন্ত হৈ উঠিলে অকল যে বিভিন্ন ধৰ্মৱলম্বী লোক সকলৰ মাজতে মিলন গঢ়ি উঠিব এনে নহয। ইযাৰ প্ৰেৰণাত অন্যান্যআনকি ভাষাগত বিভেদো দূৰ কৰা সহজ হ্ব আৰু এই আদৰ্শকে কেন্দ্ৰ কৰি ভাৰতে নিজ বৈশিষ্ট্য তথা জাতীযতাবোধৰ বিস্তাৰ সাধিবলৈও সক্ষম হ্ব।

ৰাষ্ট্ৰীয ধৰ্মনিৰপেক্ষতাৰ মাধ্যমেৰে জাতীযতাবোধৰ বিস্তাৰ সাধনত যিসকল লোকৰ ভুলৰ বাবেই অসম্ভব হৈছিল আৰু ভাৰত বিভাজন হৈছিল অথচ যিসকল লোক এতিযা নিজৰ ভুল বুজি অনুতপ্ত সেই সকল লোকৰো এটি কৰ্তব্য আছে। তেওলোকে তেওলোকৰ অতীত ভুলৰ আলোচনা এনেদৰে কৰিব লাগে কাৰ ফুচুলনিত ব্যক্তিগত কেনে ঈৰ্ষাত তেওলোকে এই ভুল কৰিছিল সেইবোৰৰ বুৰঞ্জী এনেদৰে প্ৰকাশ কৰিব লাগে যাতে তাৰ প্ৰভাৱ বিশ্বৰ অন্যান্য ৰাষ্ট্ৰতো পৰে। এনে প্ৰভাৱৰ ফলত পাকিস্থানেও এদিন এক ধৰ্মৰ ৰাষ্ট্ৰীয নীতিৰ ধ্বনি তুলিবলৈ লাজ পাব আৰু তাৰে ফলতে স্থায়ী মিলন আনকি সা‌ংবিধানিক ঐক্যও সম্ভৱপৰ হ্ব। ভৌগলিক কাৰণতে আৰু বিশ্বৰ জনবহুল বিৰাট উপমহাদেশীয় ভূখণ্ডৰ প্ৰকৃত শান্তি আৰু অৰ্থ নৈতিক প্ৰগতিৰ গৰজতে ভাৰত আৰু পাকিস্থানৰ মাজত এনে সা‌ংবিধানক ঐক্য বাঞ্ছনীয আনকি, এই ঐক্য এদিন আহিবলৈও বাধ্য।

ভাৰত আজি বিকাশশীল। কিন্তু এই বিকাশ আজি বিক্ষিপ্ত আৰু বাহ্যিক। জাতীয়তাবোধেৰে এই বিকাশক একমুখী আৰু আন্তৰিক কৰাৰ সুযোগ চীনা পাকিস্থানী আক্ৰমণে আমাক দিছে কিয়নো ইয়াৰ ফলতে আমাৰ জাতীয আদৰ্শ সমূহ জীৱন্ত হৈ উঠিছে।

# সমাজতান্ত্রিক সংসদী গণতন্ত্র

নিজত্বৰ উপলব্ধিয়েই জীৱন আৰু নিজত্বৰ বিকাশ বিহীনে জীৱন অসম্ভৱ। কিন্তু নিজত্বৰ উপলব্ধি আৰু বিকাশৰ কাৰণে চিৰদিন বিভিন্ন ব্যক্তিৰ স্‌স্পৰ্শ আৰু সমাজ অপৰিহাৰ্য্য।

## ৰাষ্ট্ৰীয জীৱনৰ চিৰন্তন সমস্যা

মানুহে যেতিয়া সমাজত বাস কৰিবলৈ ধৰে তেতিয়া মানুহে সমাজৰ নিযম কানুন আৰু সামাজিক সিদ্ধান্ত মানিবলৈ বাধ্য হৈ পৰে। সমতা আৰু ন্যায ৰক্ষাৰ অৰ্থেও সমাজৰ বাধ্যবাধাকতা আৱশ্যক। সামাজিক বাধ্যবাধাকতাৰ ফলত ব্যক্তিৰ স্বাধীনতা স্বাভাবিকতে আপেক্ষিক আৰু সীমাবদ্ধ (relative limited and not absolute) নোহোৱাকৈ নাথাকে। কিন্তু নিজত্বৰ বিকাশৰ কাৰণে সমাজ যেনেদৰে অপৰিহৰ্য্য ঠিক তেনেদৰে অপৰিহাৰ্য্য স্বাধীনতাও। এতেকে সামাজিক সিদ্ধান্ত নিযম বাধ্যবাধাকতাৰ আদিৰ লগত ব্যক্তি স্বাধীনতাৰ মিলন স্থাপনেই ৰাষ্ট্ৰীয জীৱনৰ চিৰদিনীয়া সমস্যা।

## গণতন্ত্ৰৰ মৌলিক অৰ্থ আৰু উদ্দেশ্য

ব্যক্তি স্বাধীনতা অসীম হলে এই মিলন অসম্ভৱ। কিন্তু আচলতে ব্যক্তি স্বাধীনতা অসীম হ ব নোৱাৰে। স্বাধীনতাৰ আৱশ্যক স্বাধীনতাৰ কাৰণেই কেতিয়াও নহয স্বাধীনতাৰ আৱশ্যক নিজত্বৰ বিকাশ সাধিবৰ অৰ্থেহে। নিজত্বৰ বিকাশ সাধনত যদি সমাজ অপৰিহাৰ্য্য তেন্তে তাৰ বাবে স্বাধীনতাৰ যি খৰ্ব্বতা আহে সেই খৰ্ব্বতাক ব্যক্তিযে স্বাভাৱিকতে আৰু সহজে স্বীকাৰ কৰে। স্বাধীনতাৰ খৰ্ব্বতা ব্যক্তিয়ে স্বেচ্ছাই স্বীকাৰ কৰি ললে সেই খৰ্ব্বতাক প্ৰকৃততে খৰ্ব্বতা বুলি কব নোৱাৰি। এনে খৰ্ব্বতাই স্বাধীনতাক মাত্ৰ দাযিত্বযুক্ত কৰি তোলে। আন কথাত এই খৰ্ব্বতা স্বাধীনতাৰে বিকাশৰেই অঙ্গ আৰু সেইবাবে ইযাক ব্যক্তিযে স্বীকাৰো কৰে স্বাভাৱিকভাৱেই।

স্বাধীনতাৰ খৰ্ব্বতা ব্যক্তিযে স্বীকাৰ নকৰে তেতিযা যেতিয়া সেই খৰ্ব্বতাই নিজত্বৰ বিকাশত প্ৰকৃততে বাধা দিয়ে। সমাজৰ নিযম বা সিদ্ধান্তই যেতিযালৈকে এনে বিকাশত বাধা নিদিয়ে তেতিযালৈকে সমাজ আৰু ব্যক্তিৰ মাজত বিৰোধৰ

কোনো হেতু নাথাকে। কিন্তু এই নিয়ম বা সিদ্ধান্তই যদি এনে বিকাশত বাধাৰ সৃষ্টি কৰে তেন্তে সমাজ আৰু ব্যক্তিৰ মাজত বিৰোধ ওপজে আৰু তাৰ ফলস্বৰূপে সামজিক আৰু ব্যক্তিগতজীৱন অশান্তিপূৰ্ণ হৈ উঠে। এনে অশান্তি দূৰ কৰাৰ অৰ্থে সামাজিক নিয়ম বা ৰাষ্ট্ৰীয় আইন আৰু সিদ্ধান্তৰ ক্ষেত্ৰত মতামত দিয়াৰ আৰু অংশ গ্ৰহণ কৰাৰ অধিকাৰ ব্যক্তিৰ বা ব্যক্তিসাধাৰণৰ নিশ্চয় থকা আৱশ্যক। এনে অধিকাৰৰ ফলত সামাজিক নিয়মকানুন থকা সত্তেও ব্যক্তি সৰ্ব্বেসৰ্ব্বা (Sovexxeign) হৈ থাকে।

ব্যক্তি সাধাৰণৰ বা গণৰ সাৰ্ব্বভৌমত্ব যি ৰাষ্ট্ৰত স্বীকাৰ কৰা হয় সেই ৰাষ্ট্ৰ ৰাজনীতি বিজ্ঞানত গণতন্ত্ৰ বুলি খ্যাত। গণৰ সাৰ্ব্বভৌমত্ব বুলিলে ব্যক্তিতকৈ সমাজৰ স্থান উচ্চ হৈ পৰে। আচলতে ব্যক্তি আৰু সমাজৰ সম্পৰ্কৰ ক্ষেত্ৰত উচ্চ নীচৰ কোনো ভাব নাই। ব্যক্তি আৰু সমাজৰ সম্পৰ্ক বৃত্তক (circular relationship)। ব্যক্তি সাধাৰণৰ ব্যক্তিযে ব্যক্তিক আৰু সাধৰণে সমাজক বুজায। সমাজৰ নিজত্বৰ ভিতৰেদি বিকাশশীল ব্যক্তিৰ ব্যক্তিগত সাৰ্ব্বভৌমত্বই সমাজত বাস কৰা ব্যক্তিৰ সাৰ্ব্বভৌমত্ব আৰু এই সাৰ্ব্বভৌমত্ব ৰক্ষা কৰিব পৰা ৰাষ্ট্ৰই গণতন্ত্ৰ। গণতন্ত্ৰৰ এযেই মৌলিক অৰ্থ। এই অৰ্থমতে গণতন্ত্ৰৰ মূল উদ্দেশ্য ব্যক্তি সাধাৰণৰ সাৰ্ব্বভৌমত্বৰ ৰক্ষা যাতে এই সাৰ্ব্বভৌমত্বৰ বাবে ব্যক্তিযে স্বাধীনভাৱে নিজত্বৰ বিকাশ সাধিব পাৰে। নিজত্বৰ বিকাশ সদায় হয সমাজৰ আৰু সমন্বযৰ ভিতৰেদি গতিকে গণতন্ত্ৰৰ মূল উদ্দেশ্য ব্যক্তি সাধাৰণৰ সাৰ্ব্বভৌমত্ব ৰক্ষা যাৰ ফলতে দেশত সৃষ্টি হয সমন্বয়ৰ এটি বিকাশশীল বা জীৱন্ত ঐতিহ্য। মুঠতে সমন্বযৰ জীৱন্ত ঐতিহ্য সৃষ্টিযেই গণতন্ত্ৰৰ ঘাই লক্ষ্য। সমন্বযৰ এনে ঐতিহ্য সৃষ্টি কৰি গণতন্ত্ৰই নিজত্তৰ বিকাশৰ স্বাধীনতা সম্ভৱ কৰে কাৰণেই পৃথিৱীৰ সকলো দেশতে সকলো শিক্ষিতলোকে গণতন্ত্ৰ কমানা কৰে। গণতন্ত্ৰত সামাজিক আৰু ৰাষ্ট্ৰীয় সিদ্ধান্তৰ ক্ষেত্ৰতো ব্যক্তি স্বাধীনতা আছে গতিকে ইযাক শিক্ষিতলোকে বিচাৰে। স্বাধীনতাৰ আন্দোলনৰ ফলত ভাৰতত যেনেকৈ স্বাধীনতাৰ কাৰণে এটি জাগৰণৰ সৃষ্টি হয় ঠিক তেনেকৈ গণতন্ত্ৰৰ কাৰণেও শিক্ষিত সমাজৰ মনত এটি অনুৰাগ গঢ়ি উঠে। গণতন্ত্ৰ যোগেদি ব্যক্তি স্বাধীনতা আৰু ৰাষ্ট্ৰীয ব্যধ্যবাধকতাৰ মাজত মিলন সম্ভৱ। গতিকে স্বাধীনতাৰ প্ৰেৰণাৰে জাগ্ৰত দেশ ভাৰতৰ সকলো ৰাজনৈতিকদলে আৰু শিক্ষিত সমাজে গণতন্ত্ৰৰ কথা প্ৰায়েই আজি কয় আৰু দেশৰ নানা সমস্যাৰ সমাধানো তেওলোকে আজি কৰিব বিচাৰে গণতান্ত্ৰিক তৰ্কৰ মাধ্যমেৰে।

# গণতন্ত্ৰৰ বাস্তৱ সংজ্ঞা আৰু ৰূপ

গণতন্ত্ৰত ব্যক্তি সাধাৰণৰ সাৰ্ব্বভৌমত্ব স্বীকাৰ কৰা হয় প্ৰধানত তিনিটা কাৰণত। প্ৰথমতে এই সাৰ্ব্বভৌমত্বৰ বাবেই ৰাষ্ট্ৰীয় সিদ্ধান্তই ব্যক্তি স্বাধীনতাৰ খৰ্ব্বতা নষ্ট নকৰাকৈ থাকে। দ্বিতীয়তে ইয়াৰ বাবে ৰাষ্ট্ৰীয় সিদ্ধান্তত অংশ গ্ৰহণ কৰাৰ সুবিধা ব্যক্তিয়ে পায। তাৰে নিজত্বৰ বিকাশ সাধে। নিজত্বৰ বিকাশ শূন্যত হ্ব নোৱাৰে। সেই বিকাশ সমাজ বা ৰাষ্ট্ৰৰ আদৰ্শ আৰু প্ৰেৰণাৰ যোগেদিহে সম্ভৱ। সমাজৰ আদৰ্শতে ব্যক্তিয়ে লভে প্ৰেৰণা। সেই আদৰ্শৰ ওপৰত ব্যক্তিগত নিজত্বৰ প্ৰভাৱ পেলাই ব্যক্তিয়ে এপিনে সমাজক কৰি তোলে বিকাশশীল আনপিনে সাধে নিজত্বৰ বিস্তাৰ আৰু চৰিত্ৰ গঠন। সামাজিক আদৰ্শ আৰু ৰাষ্ট্ৰীয় সিদ্ধন্তত অংশ গ্ৰহণৰ সুবিধা গণতন্ত্ৰত একান্তই আৱশ্যক। তৃতীযতে এনে সাৰ্ব্বভৌমত্বৰ বাবে কোনো ব্যক্তি বা দল বিশেষে ৰাষ্ট্ৰৰ পুলিচ বা সৈন্যবাহিনীৰ সহাযত ভোগলিপ্সা অৰ্থলিপ্সা আৰু ক্ষমতালিপ্সাৰ অৰ্থে স্বেচ্ছাচাৰী হৈ উঠিব আৰু সেইদৰে ব্যক্তি সাধাৰণৰ স্বাধীনতা ৰাষ্ট্ৰত নোহোবা কৰি তুলিব নোবাৰে। নিজত্বৰ বিকাশৰ স্বাধীনতা আৰু ভোগলিপ্সাৰ স্বাধীনতা কোনোদিনেই একে নহয। নিজত্বৰ বিকাশৰ স্বাধীনতাৰ কাৰণে সমাজত বিৰোধ সৃষ্টি হোবাৰ কাৰণ নাই সেই স্বাধীনতাৰপৰা সৃষ্টি হ্য সমন্বযৰ ঐতিহ্যহে। ভোগলিপ্সাই সমাজৰ স্থাযিত্বতে আঘাত দিযে। সমাজ নহলে নিজত্বৰ বিকাশ অবাস্তব। গতিকে ভোগলিপ্সাৰ যোগেদি নিজত্বৰ স্থাযী বিকাশ অসম্ভব আৰ সেযে এনে বিকাশ চিৰদিনেই অস্বাভাবিক আৰু কৰ্কটৰোগপ্ৰায(Cancerous)। ব্যক্তি সাধাৰণৰ সাৰ্ব্বভৌমত্ব স্বীকাৰ কৰি এনে অস্বাভাবিক আৰু ৰোগগ্ৰস্ত নিজত্বৰ বিকাশত গণতন্ত্ৰই বাধা দিযে। তাৰ সলনি সমন্বয সাধনৰ যোগেদি নিজত্বৰ স্বাভাবিক আৰু সুস্থ বিকাশত ই প্ৰেৰণা যোগায।

এই তিনিটা কাৰণতে ব্যক্তি সাধাৰণৰ সাৰ্ব্বভৌমত্ব গণতন্ত্ৰত স্বীকাৰ কৰা হ্য। ব্যক্তি সাধাৰণৰ সাৰ্ব্বভৌমত্ব ৰক্ষাৰ অৰ্থে আজিকালিৰ সকলো গণতন্ত্ৰতে কোনো নিৰ্দিষ্ট সমযৰ ব্যবধানত সৰ্ব্বসাধাৰণৰ ভৌটৰ কাৰণে প্ৰতিযোগিতা কৰাৰ আৰু সেই প্ৰতিযোগিতাত জয লাভ কৰি ৰাষ্ট্ৰীয় সিদ্ধান্তত অংশ গ্ৰহণ কৰাৰ সুবিধা ব্যক্তিক দিযা হয। এনে সুবিধা থাকাৰ ফলতেই গণতন্ত্ৰই ব্যক্তি স্বাধীনতা আৰু ব্যক্তি সাধাৰণৰ সাৰ্ব্বভৌমত্ব প্ৰকৃততে ৰক্ষা কৰিব পাৰে নে নোৱাৰে তাত অৱশ্যে সন্দেহ আছে। কিন্তু ভৌটৰ যোগেদি ৰাষ্ট্ৰীয় সিদ্ধান্তত অংশ গ্ৰহণ কৰা নিযম থকা হেতুকে তেনে অংশ গ্ৰহণৰ কাৰণে প্ৰতিযোগিতা কৰা লোকসকলে ব্যক্তি সাধাৰণৰ মতামতৰ প্ৰতি একেবাৰে উদসীন থাকিব নোৱাৰে। ব্যক্তি সাধাৰণৰ নিজা মতামত

অৱশ্যে সাধাৰণতে নেথাকে। ৰাষ্ট্ৰীয সিদ্ধান্তত কম স খ্যক লোকেহে নিজা মতামত ব্যক্তি সাধাৰণৰ আগত দাঙি ধৰে আৰু তেনেদৰে বেছি স‚খ্যক লোকক সপক্ষে আনি প্ৰতিযোগিতাত জয লাভ কৰি ৰাষ্ট্ৰীয সিদ্ধান্তত অ‚শ গ্ৰহণ কৰে। এই ব্যৱস্থাত বেছি সংখ্যকলোকক সপক্ষে অনাৰ আৱশ্যকতা অৱশ্যে আছে। এই আৱশ্যকতা থকাৰ কাৰণেই ব্যক্তি সাধাৰণৰ সাৰ্ব্বভৌমত্ব এনে ব্যৱস্থাযুক্ত ৰাষ্ট্ৰত টি কি আছে। ব্যক্তি সাধাৰণৰ বা গণৰ সাৰ্ব্বভৌমত্ব এনেদৰে ৰক্ষিত হোবা গতিকে এনে ব্যবস্থাযুক্ত ৰাষ্ট্ৰই গণতন্ত্ৰ বুলি আজি খ্যাত হৈছে। গতিকে বাস্তৱ দৃষ্টিভঙ্গিত গণতন্ত্ৰৰ স‚জ্ঞা বা ৰূপ নিৰূপণ কৰিবলৈ হ লেও গণতন্ত্ৰৰ সংজ্ঞা সদাযে দিব লাগিব এনেদৰে গণতন্ত্ৰ হৈছে সেই ৰাষ্ট্ৰ য ত ভোটৰ প্ৰতিযোগিতাৰ যোগেদি ৰাষ্ট্ৰীয সিদ্ধান্ত কৰাৰ যোগ্যতা ব্যক্তি সাধাৰণে অৰ্জ্জন কৰিব পাৰে আৰু সেইদৰেই য ত ব্যক্তি সাদাৰণৰ সাৰ্ব্বভৌমত্ব ৰক্ষাৰ ব্যৱস্থা আছে।

গণতন্ত্ৰৰ স‚জ্ঞা অন্যপ্ৰকাৰেও দিব পাৰি। নিজৰ বিকাশৰ অৰ্থে ব্যক্তি সাধাৰণৰ দ্বাৰা ব্যক্তি সাধাৰণৰ শাসনেই (Government of the people for the people by the people) গণতন্ত্ৰৰ স‚জ্ঞা। কিন্তু আজি কালি ক তো ব্যক্তি সাধাৰণে পোনপটীযাভাবে শাসন কৰা অসম্ভৱ। শাসন সদায হ ব লাগিব কোনো ব্যক্তি বিশেষ বা দলৰ যোগেদি। সেই দেখি গণতন্ত্ৰৰ এনে স‚জ্ঞা কেতিযাও উচিত স‚জ্ঞা হব নোবাৰে। এই স‚জ্ঞাই বৰ‚ অস্পষ্টতা সৃষ্টি কৰে আৰু সেইদৰেই বহুসময়ত ই বেমেজালিৰ কাৰণও হৈ উঠে।

কোনো ব্যক্তি বা দল বিশেষৰ শাসনক বাদ দি দেশৰ শাসন চলিব নোৱাৰে কাৰণে গণতন্ত্ৰক এনেভাবেও স‚জ্ঞা দিব পাৰি যে গণতন্ত্ৰ হৈছে সেই ৰাষ্ট্ৰ যি ৰাষ্ট্ৰৰ শাসন ব্যক্তি সাধাৰণে মানি চলে। কিন্তু এই স‚জ্ঞামতে বহুতো প্ৰজা হিঁতৈষী একছত্ৰী সম্ৰাটৰ শাসনো গণতন্ত্ৰ হৈ পৰে।

কিছুমানৰ মতে সমাজৰ সাধাৰণে ইচ্ছাত (General will ত) উমৈহতীযা স্বাৰ্থ (common good) উপলব্ধিৰ কাৰণে যি শাসন চলে সিয়েই গণতান্ত্ৰিক শাসন। কিন্তু সমজাৰ সাদাৰণ হচ্ছা আৰু উমৈহতীযা স্বাৰ্থ সদাযে দুটা অস্পষ্ট ধাৰণা। সমাজৰ সাধাৰণৰ ইচ্ছাৰ বাস্তৱৰূপ হৈছে গৰিষ্ঠ সংখ্যক (ma jority) ৰ দ্বাৰা স্বীকৃত ব্যক্তি বা দল বিশেষৰ ইচ্ছা উমৈহতীযা স্বাৰ্থৰ বাস্তৱ ৰূপো হৈছে তেনে ব্যক্তি বা দল বিশেষে যাক উমৈহতীয়া স্বাৰ্থ বুলি বা অন্তত গৰিষ্ঠ স্বাৰ্থ সংখ্যকৰ গৰিষ্ঠ (greatest good of the greatest number) বুলি ভাবে সিযেই। ব্যক্তি বা দলৰ পৰিবৰ্ত্তন অনুসৰি সাধাৰণ ইচ্ছা

বা উমৈহতীয়া স্বাৰ্থ সেই দেখিয়েই পৰিবৰ্ত্তনশীল। এনে পৰিবৰ্তনশীল বস্তুক কেন্দ্ৰ কৰি গণতন্ত্ৰৰ সংজ্ঞা দিলে সেই স৲জ্ঞা অস্পষ্টতাৰ দোষতে দুষ্ট হবলৈ বাধ্য। আকৌ ইতিহাসে সাক্ষ্য দিব যে একছত্ৰী শাসকৰ শাসনেও দেশৰ উমৈহতীযা স্বাৰ্থকে ৰক্ষা কৰে আৰু তেনে শাসকৰ ইচ্ছাই দেশৰ ইচ্ছা আনকি ভগৱানৰো ইচ্ছা বুলি একছত্ৰী শাসকৰ সমৰ্থনকাৰীসকলে চিৰদিন দাবী কৰি আহিছে। কিন্তু একছত্ৰী শাসকৰ শাসনক নিশ্চয গণতন্ত্ৰবুলি কেতিযাও কব নোৱাৰি। গতিকে ভোটৰ প্ৰতিযোগিতাৰে উমৈহতীযা স্বাৰ্থ আৰু সাধাৰণ ইচ্ছা নিৰ্দ্ধাৰণৰ যোগ্যতা প্ৰাপ্তিৰ ব্যৱস্থা থকা ৰাষ্ট্ৰই গণতন্ত্ৰ এনে স৲জ্ঞাৰ বাহিৰে গণতন্ত্ৰৰ অন্য স্পষ্ট আৰু বাস্তৱ স৲জ্ঞা নাই।

গমতন্ত্ৰকে ধৰি সকলো প্ৰকাৰ ৰাষ্ট্ৰতে ব্যক্তি বা দলবিশেষৰ শাসন থাকিবলৈ বাধ্য। শাসনৰ যোগ্যতা যেতিযা নিৰ্দ্দিষ্ট সমযৰ ব্যৱধানত হোৱা সৰ্ব্বসাধাৰণৰ ভোটৰ প্ৰতিযোগিতাৰ মাজেদি ব্যক্তি বা দলবিশেষৰ ওপৰত এদিনৰ কাৰণে হলেও ব্যক্তি সাধাৰণৰ বা গণৰ সাৰ্ব্বভৌমত্ব প্ৰকাশ পায আৰু সেই ব্যক্তি বা দলবিশেষৰ শাসনেই তেতিযা গণতান্ত্ৰিক শাসন হিচাপে জনাজাত হয। গণতন্ত্ৰৰ এযে বাস্তৱ ৰূপ। এই বাস্তৱৰূপত গণতন্ত্ৰ মাত্ৰ ভোটৰ প্ৰতিযোগিতাপ্ৰধান এটি পদ্ধতি। কিন্তু পদ্ধতিৰ নিজা মূল্য একো নাই। উদ্দেশ্যক বাদ দিলে পদ্ধতিৰ সাৰ একো নেথাকে। গতিকে বহুসমযত একছত্ৰী শাসনেও গণতান্ত্ৰিক শাসন হিচাপে দাবি কৰাৰ সুবিধা এই পদ্ধতিৰ মাধ্যমত পাইছে। দাবি কৰিও আছে। গণতন্ত্ৰৰ বাস্তৱমুখী উদ্দেশ্য অপ্ৰধান হয গতিকে ব্যক্তি সাধাৰণৰ সাৰ্ব্বভৌমত্ব ৰক্ষাৰ অৰ্থে গণতন্ত্ৰৰ অনুৰাগেই যথেষ্ট নহয। উদ্দেশ্যহীনতাৰ কাৰণে বৰ৲ বহুসমযত গণতন্ত্ৰৰ এই বাহ্যিক ফালটোৰ প্ৰতি থকা তীব্ৰ অনুৰাগে দেশত বিশৃঙ্খলতাৰহে সৃষ্টি কৰে আৰু সেইদৰেই স্বেচ্ছাচাৰী শাসনৰ আৰু ব্যক্তি স্বাধীনতা ধ্বং৲সৰো কাৰণ হৈ পৰে।

## স৲সদী গণতন্ত্ৰ আৰু কমিউনিষ্ট গণতন্ত্ৰ

বাস্তৱৰূপত গণতন্ত্ৰ হৈছে সেই ৰাষ্ট্ৰ য ত ভোটৰ প্ৰতিযোগিতাৰে উমৈহতীযা স্বাৰ্থ আৰু সাধাৰণ ইচ্ছা নিৰ্ধাৰণৰ যোগ্যতা প্ৰাপ্তিৰ ব্যৱস্থা সা৲বিধানিভাৱে আছে। ভোটৰ প্ৰতিযোগিতাৰে ৰাষ্ট্ৰীয সিদ্ধান্তৰ যোগ্যতা অৰ্জ্জনৰ পদ্ধতি ব্যবস্থা ৰুছিযাতো আছে। সেই হিচাপে ৰুছিযাও এখন গণতান্ত্ৰিক ৰাষ্ট্ৰ। কিন্তু কমিউনিষ্ট ৰুছিযাত কমিউনিষ্টৰ বাহিৰে আন্যদলৰ স্থিতি আইন বিৰুদ্ধে। গতিকে তাত দলবান্ধি প্ৰতিযোগিতা কৰাৰ কথা ব্যক্তিৰ পক্ষে অসম্ভৱ। সেই হিচাপে ব্যক্তি সাধাৰণৰ সাৰ্ব্বভৌমত্ব আৰু ব্যক্তি স্বাধীনতা ই৲লণ্ড বা মাৰ্কিন যুক্তৰাষ্ট্ৰত যি দৰে ৰক্ষিত

হৈছে ৰুছিয়াত নিশ্চয় তেনে দৰে ৰক্ষিত হোৱা নাই। আনহাতে কমিউনিষ্ট আদর্শ অনুসৰি উৎপাদন ব্যৱস্থাও তাত ৰাষ্ট্ৰীযকৰণ হৈছে। তেনেদৰে ৰাষ্ট্ৰীযকৰণৰ ফলতো ব্যক্তিৰ ভোগ আৰু উৎপাদনৰ অর্থনৈতিক স্বাধীনতাও (Economic freedom of choice and enterprise) ই্‌লণ্ড আৰু মার্কিন যুক্তৰাষ্ট্ৰৰ তুলনাত ৰুছিয়াত বহুতো কম। আকৌ বিপ্লবৰ পিচৰেপৰা আজিলৈকে বহুতোব্যক্তি-বিশেষক কমিউনিষ্ট নীতিৰ বিৰুদ্ধে যোৱাৰ অজুহাতত নানা শাস্তি আনকি প্ৰণদণ্ড পৰ্য্যন্ত দিযা হৈছে।

এইবোৰ কাৰণতে বিশেষকৈ হি্‌সাত্মক শাস্তিৰ যোগেদি তাৰ সমাজ ব্যৱস্থাত পৰিবৰ্ত্তন অনা বাবদ ভাৰতৰ শিক্ষিত লোকসকলে আৰু তেওলোকৰ প্ৰেৰণাতে উদ্বুদ্ধজন সাধাৰণে ৰুছিযাত প্ৰকত গণতন্ত্ৰ থকা বুলি নেভাবে। সেইদেখি আৰু ই্‌লণ্ডৰ লগত দুশবছৰীয়া ঐতিহাসিক সম্পর্ক গঢ়ি উঠাৰ বাবেও তেওলোকে গ্ৰহণ কৰিছে ই্‌লণ্ডত চলি থকা সংসদীয গণতন্ত্ৰহে। স্‌সদী গণতন্ত্ৰ হৈছে সেই ৰাষ্ট্ৰ য ত স্‌সদ বা আইন সভাৰ স্থান দেশৰ সকলো অনুষ্ঠানৰ ওপৰত আৰু য ত তেনে স্‌সদৰ আসনৰ বাবে কৰা ভোটৰ প্ৰতিযোগিতাৰ যোগেদি ব্যক্তি সাধাৰণে অৰ্জ্জন কৰে ৰাষ্ট্ৰীয সিদ্ধান্তত অ্‌শ গ্ৰহণ কৰাৰ যোগ্যতা। ৰুছিযাতো স্‌সদ আছে আৰু স্‌সদৰ আসনৰ কাৰণে প্ৰতিযোগিতাও নিৰ্যমিতভাবে তাত হয় কিন্তু তথাপিও ৰুছিযাক স্‌সদী গণতন্ত্ৰ বুলি সাধাৰণতে কোৱা নহয কিযনো তাত সকলো অনুষ্ঠানৰ ওপৰত স্‌সদ নহয অন্তত কামত অন্য ৰাজনৈতিক দল আইন বিৰুদ্ধ হোবা হেতুকে কমিউনিষ্টৰ দলীয অনুষ্ঠানে তাত কাৰ্য্যত স সদৰ ওপৰত স্থান পাইছে ই্‌লণ্ড আদি দেশত একাধিক ৰাজনৈতিক দল আইনসিদ্ধ হোৱাৰ বাবদ আৰু বিভিন্ন ৰাজনৈতিক দলৰ একাধিক দলীয অনুষ্ঠান থকা কাৰণত স সদৰ ওপৰত কোনো দলীয অনুষ্ঠানে স্থান পাব পৰা নাই সেইবোৰত।

স্‌সদী গণতন্ত্ৰত ৰাষ্ট্ৰীয সিদ্ধান্তত অ্‌শ গ্ৰহণৰ অধিকাৰ পাবৰ অৰ্থে ভোটৰ যি প্ৰতিযোগিতা হয সেই প্ৰতিযোগিতাত ব্যক্তিযে দলবান্ধি প্ৰতিযোগিতা কৰিব পাৰে। আচলতে স্‌সদী গণতন্ত্ৰই হওক বা ৰুছিযাৰ ধৰণৰ গণতন্ত্ৰই হওক এক বা ততোধিক ৰাজনৈতিক দল নেথাকিলে ৰাষ্ট্ৰীয সিদ্ধান্ত শৃঙ্খলাৰে লোৱা অসম্ভৱ। দেশৰ নানা সমস্যাৰ প্ৰতি ব্যক্তি সাধাৰণৰ সজাগতাও ৰাজনৈতিক দলৰ যোগেদিহে সম্ভৱ। এনে সজাগতাৰ অভাৱ হ লে ৰাষ্ট্ৰীয সিদ্ধান্তই ব্যক্তি স্বাধীনতাত কিমানদূৰ খৰ্ব্বতা আনিছে আৰু সেই খৰ্ব্বতা ব্যক্তি সাধাৰণে কিমানদূৰ স্বীকাৰ কৰিছে তাক জানা বা জোখা অসম্ভৱ। অথচ এনে জ্ঞান বা জোখৰ মাধ্যমতহে ব্যক্তি স্বাধীনতা

আৰু ৰাষ্ট্ৰীয় বাধ্যবাধকতাৰ মাজত মিলন কেনেদৰে হব লাগে তাক নিৰ্ণয় কৰা সহজ। আৰৌ এনে সজাগতাইহে সামুহিক নিজত্ব সৃষ্টি কৰি এই মিলন কৰি তোলে সহজ।

ৰুছিয়াত মাত্ৰ এটা ৰাজনৈতিক দলহে আইন সিদ্ধ। ইয়াৰ কৰণেই ই্ংলণ্ডৰ স্ংসদী গণতন্ত্ৰ আৰু কমিউনিষ্ট গণতন্ত্ৰৰ মাজত পাৰ্থক্য আছে। কমিউনিষ্ট গণতন্ত্ৰতো স্ংসদৰ যোগেদিয়েই ৰাষ্ট্ৰীয সিদ্ধান্ত হয। কিন্তু স্ংসদৰ আসনৰ কাৰণে বিভিন্ন ৰাজনৈতিক দলে প্ৰতিযোগিতা কৰাৰ সুবিধা নথকা বাবদ ই্ংলণ্ডত যি দৰে বিভিন্ন মতৰ সমন্বয হব পাৰে ৰুছিযাত তেনেদৰে হব নোৱাৰে আৰু ই্ংলণ্ডত দলীয স্বেচ্ছাচাৰিতাৰ উত্থানত যি বাধা আছে ৰুছিযাত সেই বাধা নাই। ৰুছিযাত আইনসিদ্ধ ৰাজনৈতিক দলৰ কমিউনিষ্ট দলৰ স্বেচ্ছাচাৰিতাত বাধা দিবৰ কাৰণে কোনো দলীয স্ংগঠন অসম্ভৱ ই্ংলণ্ডত কিন্তু তেনে সংগঠন ৰাষ্ট্ৰীয জীৱনৰ এটি অপৰিহৰ্য্য অঙ্গ। আইনসিদ্ধ ৰাজনৈতিক দলৰ স্বেচ্ছাচাৰিতাৰ বাবদ স্বাভাবিকতে ৰুছিযাত ব্যক্তি স্বাধীনতা কম আৰু ব্যক্তি সাধাৰণৰ সাৰ্বভৌমত্ব নিৰৰ্থক । ব্যক্তি সাধাৰঁণৰ সাৰ্বভৌমত্ব নিৰৰ্থক হলে ব্যক্তি স্বাধীনতা আৰু ৰাষ্ট্ৰীয বাধ্যবাধকতাৰ মাজতো মিলন হব নোবাৰে আৰু এনে মিলনৰ অভাবত দেশত অশান্তিওবাঢে। ৰছিযাৰ কমিউনিষ্টসকলে অবশ্যে নকয যে ৰুছিযাত ব্যক্তি স্বাধীনতা পূৰ্ণভাবে আছে। কিন্তু তেওলোকৰ মতে ই লণ্ড আৰু মাৰ্কিন যুক্তৰাষ্ট্ৰতো সেই স্বাধীনতা নাই। তেওলোকৰ মতে সেই দেশবোৰত অশান্তিও ৰুছিযাতকৈ বেছি। ধনিক আৰু বনুৱাৰ মাজত সেই দেশবোৰত বিৰোধ চলিযেই আছে। অৰ্থবলত ভোটৰ প্ৰতিযোগিতাত ধনিক শ্ৰেণী সদায় হয জযী ৰাষ্ট্ৰীয সিদ্ধান্ত নিজ স্বাৰ্থ অনুসৰি কৰি বনুৱা শ্ৰেণীৰ ওপৰত তেওলোকে সদাই চলায উৎপীডন আৰু সেইদৰে তে ওলোকৰ স্বাধীনতা ধনিক শ্ৰেণীযে কৰে চিৰন্তন হৰণ। তাৰোপৰি ধনিক শ্ৰেণীৰ ন্যস্ত স্বাৰ্থৰ কাৰণে তাৰ জনসাধাৰণৰ মাজত সামাজিক দৃষ্টিভঙ্গী গঢি উঠিব নোবাৰে। সামাজিক দৃষ্টিভঙ্গীৰ অভাবত সেইবোৰ দেশত ভাষা ধৰ্ম্ম কৃষ্টি আৰু স্থানীয সমস্যাক কেন্দ্ৰ কৰি তিক্ততাৰ সৃষ্টি সহজে হব পাৰে। ন্যস্ত স্বাৰ্থৰ কাৰণে সেইবোৰ দেশত বেকাৰ সমস্যাইও গুৰুতৰ ৰূপ প্ৰাযেই লয। আৰ্থিক প্ৰতিযোগিতাৰ ফলত সাম্ৰাজ্যবাদী যুদ্ধও শ্বাভাবিকতে হয। গতিকে যেতিযলৈকে শ্ৰেণী স্ংগ্ৰাম চলি থাকিব তেতিযালৈকে কোনো দেশতে শান্তি থাকিব নোৱাৰে। আৰু ব্যক্তি স্ংধাৰণৰ সাৰ্ব্বভৌমত্বও অৰ্থহীন হৈ থাকিবলৈ বাধ্য। স্থাযী শান্তি স্থাপনৰ অৰ্থে শ্ৰেণী বৈষম্য দূৰ কৰাটো একান্তই অপৰিহাৰ্য্য। শ্ৰেণী বৈষম্য দূৰ হলেহে ব্যক্তি সাধাৰণৰ সাৰ্ব্বভৌমত্ব সম্ভৱ। প্ৰকৃত গণতন্ত্ৰ স্থাপনৰ প্ৰথম সোপান সেই কাৰণেই শ্ৰেণী বৈষম্য

দূৰীকৰণ  দ্ৰুত আৰ্থিক উন্নয়ন  উৎপাদন ব্যৱস্থা ৰাষ্ট্ৰীয়কৰণ আৰু ধনিক শ্ৰেণীৰ দ্বাৰা সৃষ্ট কৃষ্টি  ধৰ্ম্ম আদিৰ সম্পূৰ্ণ বিনাশ সাধন। ৰাজনৈতিক দলবোৰৰ মাজত প্ৰতিযোগিতা থাকিলে এইবোৰ কাম কৰা অসম্ভৱ বুলি তেওলোকে বিশ্বাস কৰে। এই প্ৰতিযোগিতাৰ সুবিধা লৈ ন্যস্ত স্বাৰ্থৰ লোকসকলে তেওলোকৰ স্বাৰ্থ স ৰক্ষণ কৰে। গতিকে  এইবোৰ কাম কৰিবলৈ হ লে বনুৱা তথা কমিউনিষ্ট শ্ৰেণীৰ এক ছত্ৰী শসন (Disctatorship of the proletariate) নিতান্তই অপৰিহাৰ্য্য। এনে একছত্ৰী শাসনৰ যোগেদিহে তেওলোকৰ মতে প্ৰকৃত গণতন্ত্ৰ স্থাপন সম্ভৱ।

শ্ৰেণী বৈষম্য আৰু দৰিদ্ৰতা যে প্ৰকৃত গণতন্ত্ৰ স্থাপনত বিৰাট বাধা তাক নুই কৰিব নোৱাৰি। ই্ংলণ্ড যুক্তৰাষ্ট আদিৰ লোকসকলেও এই কথা স্বীকাৰ কৰে। কিন্তু  শ্ৰেণী বৈষম্য আৰু দৰিদ্ৰতাক কোনো বিশেষ শ্ৰেণীৰ শোষণৰ ফল স্বাৰূপে বুলি ধৰি ললে সমাজত অনাবশ্যক তিক্ততা জন্মে  যাৰ ফলত সামাজিক জীৱনেই অসম্ভব হৈ উঠে  সমন্বযৰ ঐতিহ্য গঢ়াত বাধা জন্মে আৰু সেইদৰে প্ৰকৃত গণতন্ত্ৰ স্থাপনও আকাশকুসুম হৈ পৰে। গতিকে শ্ৰেণী বৈষম্য আৰু দৰিদ্ৰতা দূৰীকৰণৰ অৰ্থে স্ংসদী গণতন্ত্ৰ আৰু তিক্ততাহীন পন্থাহে বেছি উপযুক্ত আৰু প্ৰশস্ত বুলি ই্ংলণ্ড আৰু যুক্তৰাষ্টৰ লোকসকলে কয। বিভিন্ন ৰাজনৈতিক দলৰ প্ৰতিযোগিতাৰ কাৰণে এই কাম কৰাত যে বাধা জন্মে সেই কথা যুক্তৰাষ্ট্ৰ আৰু ই লণ্ডৰ ৰাজনৈতিক দলবোৰৰ কৰ্ম্মসূচীয়ে প্ৰমাণ নকৰে। এই দুই দেশৰ সকলো ৰাজনৈতিক দল শ্ৰেণী বৈষম্য আৰু দৰিদ্ৰতা দূৰীকৰণ বিষযত আজি একমত হৈ পৰিছে। অনভিজ্ঞতাৰ আৰু দ্ৰুত ক্ষমতা প্ৰাপ্তিৰ আকাঙ্খাৰ বাবে পিচপৰা দেশসমুহৰ ৰাজনৈতিক দলবোৰৰ প্ৰতিযোগিতাই বহু সময়ত অবাঞ্চনীয আৰু অসহিষ্ণু পৰিস্থিতি সৃষ্টি কৰে সচা  কিন্তু তাৰ কাৰণে দাযী দলবোৰৰ মুখ্যত  বা কৰ্মবাদী দলৰ তিক্ত ধ্বনিহে। অভিজ্ঞতাৰ লগে লগে  দেশসমূহৰ ৰাজনৈতিক দলবোৰৰ কৰ্ম্ম পদ্ধতি স্ংযত হ বলৈ বাধ্য  যেনেকৈ স্ংযত হৈ পৰিছে ই্ংলণ্ডৰ শ্ৰমিক দলৰ কৰ্ম্মসুচী আৰু পদ্ধতি। আকৌ  শ্ৰেণী বৈষম্য আৰু দৰিদ্ৰতা দূৰীকৰণৰ ক্ষেত্ৰত ৰুছিয'ৰ বিগত পঞ্চল্লিছ বছৰৰ ইতিহাসো উৎসাহজনক মুঠেই নহয। ৰুছিযাত আজি ধনিক আৰু বনুৱাৰ মাজত শ্ৰেণী বৈষম্য আতৰিছে সচা  কিন্তু চৰকাৰী কৰ্ম্মচাৰী আৰু বনুৱাৰ মাজত শ্ৰেণী বৈষম্য তাত উগ্ৰমুক্তি ধৰিছে। পঞ্চল্লিছ বছৰৰ স্বেচ্ছাচাৰী শাসনেও দৰিদ্ৰতা তাৰ পৰা আতৰাব পৰা নাই। সামৰিক বলত ৰুছিযাৰ স্থান হযতো আজি উচ্চতম  কিন্তু জনমুৰি আয়ত (percapita income) পৃথিৱীৰ ওঠৰখন উন্নত দেশৰ তুলনাত ৰুছিযাৰ স্থানেই নিম্নতম। মাৰ্কিন যুক্তৰাষ্ট্ৰ  কানাডা  ছুইডেন

ছুইজাৰলেণ্ড নিউজিলেণ্ড অষ্ট্ৰেলিয়া ই্ংলণ্ড আদি সংসদী গণতান্ত্ৰিক দেশবোৰ জনমূৰি আয় যথাক্ৰমে ১ম ২য় ৩য় ৪ৰ্থ ৫ম ৬ষ্ঠ ৭ম। অথচ ৰুছিয়া যিদৰে আপৰ্য্যাপ্ত প্ৰাকৃতিক সম্পদ বিভিন্ন জলবায়ু আৰু বিস্তৰ ভূমিৰে ভাগ্যবান পৃথিৱীৰ খুব কম দেশেই তেনে দৰে ভাগ্যবান। আনহাতে যোৱা পঞ্চল্লিছ বছৰে ইংলণ্ড যুক্তৰাষ্ট্ৰ আদি দেশত যি গতিত উৎপাদন ব্যৱস্থা ৰাষ্ট্ৰীয়কৰণ কৰা হৈছে আৰু আয়কৰ মৃত্যুকৰ আদিৰ যোগেদি শ্ৰেণীবৈষম্য কমাই অনা হৈছে সেই গতিও একেবাৰে কম নহয়। কৃষ্টি আৰু ধৰ্ম্মৰ বিকাশো সেইবোৰ দেশত ধনিক শ্ৰেণীৰ অনুকুলে হোৱা বুলি কলে নিতান্তই অসত্যৰ আশ্ৰয় লোৱা হব। খৃষ্ট্ৰিযান ধৰ্ম্মইও দুখীয়াৰ ওপৰত অত্যাচাৰ কৰিবলৈ উৎসাহ নিদিযে। এই ধৰ্ম্মৰ মত অনুসৰি স্বাৰ্গৰাজ্য দুখীযাৰ বাবেহে।

এইবোৰ কাৰণত ভাৰতৰ শিক্ষিত লোকসকলৰ প্ৰায সকলোৱেই একদলৰ যোগেদি গণতন্ত্ৰ বিকাশত বিশ্বাস নকৰে।একদলৰ স্বেচ্ছাচাৰী শাসনৰ যোগেদি আনকি দেশৰ দৰিদ্ৰতাও যে আতৰাব পাৰি তাতো তেওলোকৰ সন্দেহ আছে। জবৰদস্ত পদ্ধতিৰে ব্যক্তিৰ মনত প্ৰকৃত কৰ্ম্ম প্ৰৱণতাৰ সৃষ্টি অসম্ভৱ। ৰুছিযাৰ বিগত পঞ্চল্লিছ বছৰৰ ইতিহাসতে তাৰ দৃষ্টান্ত অনেক আছে। প্ৰকৃত কৰ্ম্ম প্ৰৱণতা নিজা উপলদ্ধিৰ যোগেদিহে সৃষ্টি হব পাৰে। এনেদৰে সৃষ্টি কৰ্ম্মপ্ৰৱণতা স্থাযী আৰু স্বাভাবিক। জবৰদস্ত পদ্ধতিৰে কৰ্ম্মপ্ৰৱণতা সৃষ্টি প্ৰথমতে সহজ আক প্ৰখৰযেন লাগিলেও সি আচলেতে অস্থাযী অস্বাভাবিক আৰু চিৰদিন বিপদযুক্ত । প্ৰকৃত গণতন্ত্ৰ স্থাপনৰ অৰ্থে দ্ৰুত আৰ্থিক উন্নযন ৰাষ্ট্ৰীযকৰণ সমতাসাধন শ্ৰেণীবৈষম্য দূৰীকৰণ আদি নিশ্চয় আৱশ্যক । কিন্তু স্বেচ্ছাচাৰী শাসকৰ যোগেদিহে এইবোৰ সম্ভৱ বুলি ভাবি স্বেচ্ছাচাৰী শাসন এবাৰ গ্ৰহণ কৰিলে তাৰপৰা নিষ্কৃতিও হযতো কোনোদিনেই নাই । এবাৰ একছত্ৰী শাসনৰ প্ৰতিষ্ঠা হলে সেই শাসন চিৰদিন চলি থাকে আৰু সেই শাসনৰ কঠোৰতা আৰু স্বেচ্ছাচাৰিতা ক্ৰমাৎ বাঢ়ে । লক্ষ্য আৰু পদ্ধতিৰ (End and Meansৰ) মাজত মিলন বা সমন্বয নাথাকিলে লক্ষ্যত উপনীত কোনোদিনেই হব নোৱাৰে। যোৱা পঞ্চাল্লিছ বছৰৰ ৰুছিযাৰ ইতিহাসে এইবোৰ কথাকে প্ৰমাণ কৰে বুলি ভাৰতৰ শিক্ষিত সমাজে ভাবে । সেই কাৰণে একাধিক দলযুক্ত সংসদী গণতন্ত্ৰহে শ্ৰেষ্ঠ বুলি তেওলোকে কয ।

সংসদী গণতন্ত্ৰ নিশ্চয শ্ৰেষ্ঠ তাত সন্দেহ নাই । কিন্তু সেই শ্ৰেষ্ঠতাৰ বাবে আৱশ্যক সমন্বয়ৰ ঐতিহ্য সৃষ্টিৰ অৰ্থে এটি চেষ্টা সহিষ্ণুতাৰ আৰু শ্ৰদ্ধাশীলতাৰ এটি বাতাবৰণ আত্ম বিশ্লেষণ আৰু আত্মনিৰ্ভৰশীলতাৰ এটি মনোবৃত্তি গঠনমূলক

সমালোচনাৰ এটি ধাৰা আৰু বিশেষকৈ বিভিন্ন ৰাজনৈতিক দলসমূহে ইটো সিটোক পৰিপূৰক বুলি ভবাৰ অভ্যাস। এইবোৰৰ অভাৱত সংসদী গণতন্ত্ৰ কোনোদিনেই কৃতকাৰ্য্য হব নোৱাৰে আৰু তেনে অৱস্থাত নিশ্চয় ই বিশৃঙ্খলতা আনে আৰু স্বেচ্ছাচাৰী শাসনতকৈও ই নিকৃষ্ট হৈ পৰে । গতিকে একদলীয় শাসনৰ স্বেচ্ছাচাৰিতা দূৰত ৰখাৰ অৰ্থে শিক্ষিত সমাজৰ বিৰাট দায়িত্ব আজি হৈছে ।

## সমাজতান্ত্ৰিক সংসদী গণতন্ত্ৰ আৰু শিক্ষিত সমাজৰ দায়িত্ব

ভাৰতৰ আজি সকলো ৰাজনৈতিক দলে আনকি কমিউনিষ্ট দলেও ই‚লণ্ডৰ সংসদী গণতন্ত্ৰ গ্ৰহণ কৰিছে। অবশ্যে লগে লগে দ্ৰুত আৰ্থিক উন্নযন শ্ৰেণী বৈষম্য দূৰীকৰণ আৰু অন্তত কিছু ক্ষেত্ৰত ৰাষ্ট্ৰীয়কৰণৰ আৱশ্যকতাও স্বীকাৰ কৰিছে । ভাৰতৰ প্ৰধান ৰাজনৈতিক দলবোৰৰ মাত্ৰ এটা দলৰ ৰাষ্ট্ৰীযকৰণ ৰাষ্ট্ৰীয নিযন্ত্ৰণ আৰু দ্ৰুত অৰ্থিক উন্নয়নৰ অৰ্থে অৰ্থনৈতিক পৰিকল্পনাত আপত্তি স্নাছে কিন্তু এইআপত্তি কিমান প্ৰৱল আৰু স্থাযী এতিযাও সি স্পষ্ট হৈ উঠা নাই । সৰ্ব্ব সাধাৰণৰ মন আজি অভাৱ সজাগতা আৰু স্বাধীনতাৰ সজাগতাৰে আলোডিত । অভাব সজাগতাৰ ফলত সৰ্ব্বসাধাৰণে বিচাৰে দ্ৰুত অৰ্থিক উন্নযন স্বাধীনতাৰ ফলত তেওলোকে বিচাৰে সমতা সাধন আৰু শ্ৰেণীবৈষম্য দূৰীকৰণ । ৰাষ্ট্ৰীযকৰণ ৰাষ্ট্ৰীয নিযন্ত্ৰণ আৰু অৰ্থনৈতিক পৰিকল্পনা আজি দ্ৰত আৰ্থিক উন্নযনৰ আৰু শ্ৰেণীবৈষম্য দূৰীকৰণৰ কাৰণেই আৱশ্যক হৈছে । গতিকে ৰাষ্ট্ৰীযক ৰণ ৰাষ্ট্ৰীয নিযন্ত্ৰণ আৰু অৰ্থনৈতিক পৰিকল্পনাৰ প্ৰতি দলবিশেষৰ আপত্তি বেছি দিনলৈ হযতো স্থায়ী আৰু প্ৰৱল হোবা সম্ভৱপৰ নহয ।

দ্ৰুত আৰ্থিক উনয়ন শ্ৰেণীবৈষম্য দূৰীকৰণ সমতা স্থাপন ৰাষ্ট্ৰীযকৰণ ৰাষ্ট্ৰীয নিয়ন্ত্ৰণ আৰু অৰ্থনৈতিক পৰিকল্পনা আজি সকলো দেশতে কম বেছি পৰিমানে আছে । কিন্তু সমাজতান্ত্ৰিক দেশত এইবোৰৰ প্ৰতি সজাগতা বেছি কাৰণে এইবোৰৰ কৰ্ম্মসূচি সমাজতান্ত্ৰিক দেশৰ মূল কৰ্ম্মসূচি বুলি কোৱা হয় । ভাৰতৰ আজি প্ৰায সকলো প্ৰধান ৰাজনৈতিক দলে সমাজতান্ত্ৰিক দেশৰ এই কাৰ্যসূচি গ্ৰহণ কৰিছে আৰু এই কৰ্যসূচি স‚সদী গণতান্ত্ৰিক পদ্ধতিৰে সিদ্ধ কৰিব খোজে । ব্যক্তি স্বাধীনতাৰ বিকাশৰ বাবে একপিনে যেনেকৈ আৱশ্যক সমাজতন্ত্ৰৰ এই মূল কৰ্ম্মসূচি বা লক্ষ্য সেই স্বাধীনতা ৰক্ষাৰ অৰ্থেই তেনেকৈ দৰ্কাৰ সংসদী গণতন্ত্ৰৰ এই পদ্ধতিও। গতিকে ভাৰতৰ সকলো প্ৰধান ৰাজনৈতিক দলবোৰৰে আজি মূল বস্তু হৈ পৰিছে গণতান্ত্ৰিক সমাজতন্ত্ৰ বা সমাজতান্ত্ৰিক সংসদী গণতন্ত্ৰ ।

সমাজতান্ত্রিক সংসদী গণতন্ত্র আৰু গণতান্ত্রিক সমাজতন্ত্র এই দুয়োটা কথাই একেটা অৰ্থকে প্ৰকাশ কৰিছে আৰু দুয়োটাই লক্ষ্য আৰু পদ্ধতিৰ মাজত একেদৰে সমন্বয় সাধিছে । অৱশ্যে প্ৰথমটোৱে পদ্ধতিৰ ওপৰত আৰু দ্বিতীযটোৱে লক্ষ্যৰ ওপৰত বেছি জোৰ দিয়া যেন লাগে । কিন্তু কাৰ্য্যক্ষেত্ৰত ইহতৰ মাজত কোনো ব্যৱহাৰিক পাৰ্থক্য ৰক্ষা কৰা নহয় । ভাৰতৰ ৰাজনৈতিক দলবোৰে আজি সমাজতন্ত্র ও গনতন্ত্র দুযোটাকে বিচাৰে লক্ষ্য আৰু পদ্ধতি দুযোটাৰে মাজত তেওলোকে আচলতে প্ৰকৃত সমন্বয সাধিব পাৰিছে নে নাই তাত সন্দেহ আছে কিযনো বহুসমযত তেওলোকৰ কাৰ্য্যকলাপে এনে সমন্বয সাধানত ব্যাঘাতহে জন্মোৱা দেখা গৈছে । অথচ এনে সমন্বয় সাধনৰ আৱশ্যকতাৰ কথা ৰাজনৈতিক দলবোৰে আৰু দেশৰ শিক্ষিত সমাজে যদি প্ৰতিমূহুৰ্ত্তে মনত নেৰাখে তেন্তে দেশৰ ৰাষ্ট্ৰীয় জীৱনৰ বিকাশ বিপৰ্য্যয়যুক্ত আৰু অশান্তিপূৰ্ণ হোৱাৰ সম্ভাৱনা নিশ্চয আছে ।

ভাৰতৰ অসংখ্য দৰিদ্ৰপ্ৰপীড়িত নিষ্পেষিত জনসাধাৰণ আজি দৰিদ্ৰতা আৰু শ্ৰেণীবৈষম্যজনিত উৎপীডনৰপৰা মুক্তি পাবলৈ উত্ৰাৱল । দৰিদ্ৰতাদূৰীকৰণ শ্ৰণীবৈষম্যদূৰীকৰণ আৰু সমতা সাধানৰ মানদণ্ডৰে তেওলোকে জুখিবলৈ আৰম্ভ কৰিছে স্বাধীনতা আন্দোলনৰ সাৰ্থকতা ! স্বাধীনতাৰ আন্দোলৰ সময়ত তেওলোকক কোৱা হৈছিল যে তেওলোকৰ দৰিদ্ৰতা আৰু উৎপীড়নৰ মূলত আছিল দেশৰ পৰাধীনতা । কিন্তু দেশতো আজি স্বাধীন ! ভাৰতৰ অগমন জনসাধাৰণৰ সেয়ে আজি প্ৰশ্ন দেশতো আজি স্বাধীন ! তেন্তে শ্ৰেণী বৈষম্য আৰু দৰিদ্ৰতা তথাপিও আজি আছে কিয ? তথাপি কিয দুবেলা ভাতৰ অভাৱ ? তথাপিও কিয ধনী দুখীযাৰ মাজত আকাশ পাতাল প্ৰভেদ ? তথাপিও কিয আছে নগ্ন বুভুক্ষু আৰু বেকাৰৰ দল? দেশতো আজি স্বাধীন !! এনেবোৰ প্ৰশ্নৰ আশু উত্তৰৰ বাবে জনসাধাৰণ আজি অস্থিৰ আৰু আত্মনিৰ্ভৰশীল হোৱাৰ পৰিবৰ্ত্তে চৰকাৰ মুখাপেক্ষী ! এই অস্থিৰতা আৰু চৰকাৰ মুখাপেক্ষিতাৰ কাৰণে তেওলোকৰ মনত সামাজতান্ত্রিক সংসদী গণতন্ত্ৰৰ পদ্ধতিৰ ফলটো আজি একেবাৰে অপ্ৰধান বা অৰ্থহীন। এতেকে সমাজতন্ত্র আৰু গণতন্ত্র লক্ষ্য আৰু পদ্ধতিৰ মাজত সমন্বয সাধনৰ সম্পুৰ্ণ দায়িত্ব ৰাজনৈতিক দলবোৰৰ আৰু শিক্ষিত সমাজৰ। তেওলোকে অলপমান অসাৱধান হলেই জনসাধাৰণৰ বিৰাট অস্থিৰতাই দেশ গ্ৰাস কৰিব তাত সন্দেহ নাই। বৰ্তমান মুহুৰ্ত্তত চীনৰ আক্ৰমণৰ কাৰণে এই অস্থিৰতা দেখাত সংযত যেন লাগিলেও, আচলতে সি সংযত হোৱা নাই। তাৰ কালমূৰ্ত্তি যি কোনো মূহুৰ্ত্ততে প্ৰকাশ হোৱাৰ ভয়াবহ সম্ভাৱনা আছে সি নিশ্চিত।

এই ভয়াবহ সম্ভাৱনাৰপৰা দেশ ৰক্ষা কৰাৰ অৰ্থে দেশৰ ৰাজনৈতিক দলবোৰৰ আৰু শিক্ষিত সমাজৰ এটি বিৰাট কৰ্ত্তব্য আছে। তেওলোকৰ আজি অত্যন্তই আৱশ্যক হৈছে চিন্তা আৰু সংযমৰ। আশুক্ষমতা প্ৰাপ্তিৰ অৰ্থে বা ভোটৰ প্ৰতিযোগিতাত যি কোনো উপায়ে জয়ী হোৱাৰ হকে জনসাধাৰণৰ অস্থিৰতাক লৈ ৰাজনৈতিক দলবোৰে আজি আৰু খেল খেলা উচিত নহব। ভাষাগত ধৰ্ম্মগত বা কৃষ্টিগত বিভিন্নতা আৰু স্বাৰ্থৰ নানা অজুহাতত বিৰোধ সৃষ্টি কৰাৰপৰা বিৰত থাকিব লাগিব আজিৰ বুদ্ধিজীৱিসকল। দেশত আজি পুৰণা সংস্কাৰ আদৰ্শ নীতি নিয়মৰ সামাজিক ৰক্ষাকবচ ভাঙি টুকুৰা টুকুৰা হ বলৈ আৰম্ভ কৰিছে। নতুনৰ সৃষ্টি আকাঙ্খাত দেশ আজি অস্থিৰ। এই অস্থিৰতাৰপৰা দেশক ৰক্ষা কৰাটোৱেই আজি বুদ্ধিজীৱিসকলৰ মহৎ কৰ্ত্তব্য। জনসাধাৰণৰ বিৰাট অস্থিৰতাত ইন্ধন যোগাই তাৎকালিক বা বা পোৱাৰ সুবিধা বুদ্ধিজীৱিসকলে নিশ্চয় আজি পাইছে। সেই অস্থিৰতাক সংযত কৰি দেশৰ ভৱিষ্যত গটি তোলাৰ সমাজতন্ত্ৰ আৰু গণতন্ত্ৰৰ মাজত প্ৰকৃত সমন্বয় সধাৰ সুযোগো তেওলোকৰ আজি অৱশ্যে আছে।

সন্ধিক্ষণত সকলো দেশৰে ইতিহাসৰ গতি বুদ্ধিজীৱিসকলেই নিৰ্দ্ধাৰণ কৰি দিয়ে বা দিব পাৰে। কিন্তু এনে ক্ষণত যদি বুদ্ধিজীৱিসকল আদৰ্শচ্যুত হয় তেওলোকৰ অন্তৰত যদি এটি মূল্যবোধৰ অভাৱ হয় দেশৰ সকলো সমস্যাকে সামগ্ৰিক দৃষ্টিভঙ্গীৰে বিবেচনা কৰি এটি সমন্বয় বাতাবৰণৰ সৃষ্টিত তেওলোক যদি অক্ষম হয় তেন্তে বুদ্ধিজীৱি সকলে দেশৰ ঐতিহাসিক গতিৰ দিক নিৰ্ণয় কোনোপধ্যে কৰিব নোবাৰে বৰং দেশত বিশৃঙ্খলা সৃষ্টিৰ কাৰণহে হয়। বুদ্ধিজীৱিসকলৰ এনে অক্ষমতাক কমিউনিষ্টৰ দৰ্শনত মধ্যবৰ্ত্তীসকলৰ দ্বাৰা বিপ্লৱৰ বিশ্বাসঘাটকতা (Betrayal of the Revolution) বুলি আখ্যা দিছে আৰু মধ্যৱৰ্ত্তী লোকসলৰ এনে বিশ্বাঘাতকতাৰপৰা সাৱধান হবলৈ বিপ্লৱকামী সকলক বাৰে বাৰে কোৱা হৈছে। বুদ্ধিজীৱিসকলৰ এনে অক্ষমতা বা বিশ্বাঘাতকতাৰ বাবেই ফৰাছী বিপ্লৱ বিফল হয় আৰু সেই বিপ্লৱৰ পৰিণতি হিচাপেই পাও নেপোলিয়নৰ শাসন যি শাসন তাৎকালিক মঙ্গলকাৰক হোৱা সত্ত্বেও আচলতে আছিল স্বেচ্ছাচাৰী।

ভাৰতবৰ্ষ আজি এক বিপ্লৱৰ মাজেদি গৈ আছে। সেই বিপ্লৱ সাৰ্থক কৰাৰ দাযিত্ব বুদ্ধিজীৱিসকলৰ। এই দায়িত্ব পালনৰ অৰ্থে বুদ্ধিজীৱিসকলে তেওলোকৰ অন্তৰত এটি স্পষ্ট মূল্যবোধ সমাজতন্ত্ৰ আৰু গণতন্ত্ৰৰ এটি নিবিড় সম্বন্ধ লক্ষ্য আৰু পদ্ধতিৰ এটি স্বত স্ফুৰ্ত মিলন সৃষ্টি কৰাৰ আৱশ্যক হৈছে। তেওলোকৰ অন্তৰত আজি এই মিলন সম্বন্ধ আৰু মূল্যবোধ নাই। এনে মূল্যবোধ নোহোৱাৰ

মূল কাৰণ দেশৰ কৃষ্টি বিপৰ্য্যয়।

বুদ্ধিজীৱিসকলে সদাই সমাজৰ আদৰ্শ বিশ্বাস সংস্কাৰ আৰু কৃষ্টিৰ মাজেদি নিজক বিকাশ কৰে যি দৰে নিজক বিকাশ কৰে সেইদৰে সেইবোৰ ৰক্ষাও কৰে অন্তৰত। ৰক্ষণশীল মনোবৃত্তিৰ এটি বিশেষ শ্ৰেণী থাকলেহে সমাজত এইবোৰৰ ৰক্ষণ সম্ভৱপৰ। এনে বিশেষ শ্ৰেণীৰ স্থান সমাজত উচ্চ হ্‌ব লাগে আৰু এই শ্ৰেণীৰ লোকসলৰ সকলোৰে সমাদৃত আৰু সন্মানিত হোৱা আৱশ্যক। তেতিয়হলেহে এওলোকৰ আচাৰ ব্যৱহাৰ চলন ফুৰণ জনসাধাৰণে অনুসৰণ কৰিবলৈ চেষ্টা কৰে আৰু সেই দৰেই নিজত্বৰ বিকাশ উন্নতন্তৰত সাধে। নিজত্বৰ এনে বিকাশৰ চেষ্টাৰ সামগ্ৰিক ৰূপেই হৈছে এখন দেশৰ বা এটা জাতিৰ কৃষ্টি। দ্ৰষ্টব্য এলিয়ট।

জাতীয় কৃষ্টিৰক্ষাৰ অৰ্থে সৰ্বসাদাৰণে অনুকৰণ কৰা বিশেষ শ্ৰেণী দেশত আজি নাই। ধনিক শ্ৰেণী আৰু ৰাজ ক্ষমতা সম্পন্ন লোক দেখাত অৱশ্যে সন্মানিত আচলতে তেওলোকেও অন্তৰৰ সন্মান নাপায। কৃষ্টি বাহক শ্ৰেণী এটিৰ অভাৱত ভাৰতীয কৃষ্টিৰ বিপৰ্য্যয হৈছে বুলি ভাবিবৰ সেযে আজি থল আছে। কৃষ্টি বিপৰ্য্যয অৱশ্যে পৃথিৱীত আগেযেও ঘটিছিল। কৃষ্টিৰ বিকাশৰ কাৰণেই কৃষ্টিবাহক হিচাপে বিশেষ শ্ৰেণীৰ আৱশ্যক। কিন্তু এনে বিশেষ শ্ৰেণীৰ কাৰণেই যেতিযা শ্ৰেণীবৈষম্যই সমাজত এনে ৰূপ লয যে ই অন্যৰ বিকাশত বাধাৰহে কাৰণ হৈ পৰে তেতিযাই সমাজত বিৰোধ ওপজে আৰু কৃষ্টি বিপৰ্য্যয ঘটে। পুৰণা কৃষ্টিৰ বিপৰ্য্যয আহিলে কৃষ্টিৰ নতুন ৰূপ বিকাশ আৰু আদৰ্শৰ নতুন প্ৰেৰণা অন্যৰ বিকাশত বাধা নিদিযা আৰু প্ৰগতিশীলতাৰ মাজত ৰক্ষণশীলতা ৰক্ষা কৰিব পৰা কৃষ্টিবাহকৰ এটা নতুন শ্ৰেণী আৰু সমন্বযৰ এক নতুন ধাৰা আকৌ সমাজত গঢি উঠে এযে ইতিহাস। সমন্বযৰ এনে ধাৰা কৃষ্টিৰ এনে ৰূপ আৰু কৃষ্টিবাহকৰ এনে বিশেষ শ্ৰেণী সৃষ্টিৰ দাযিত্বই আজি ভাৰতৰ বুদ্ধিজীৱিসকলৰ ওপৰৰত পৰিছে। এই দাযিত্ব তেওলোকে কেনেদৰে পালন কৰে তাৰে ওপৰতে নিৰ্ভৰ কৰিছে ভাৰতৰ ভৱিষ্যত।

ভাৰতৰ ৰাষ্ট্ৰীয় জীৱন আজি আলোড়িত হৈ উঠিছে সমাজতান্ত্ৰিক সংসদী গণতন্ত্ৰৰ মাধ্যমেদি। অভাৱ সজাগতা আৰু সমতাৰ সজাগতাক কেন্দ্ৰ কৰি ভাৰতৰ অগণন জনসাধাৰণৰ যি বিৰাট অস্থিৰতাৰ আলোড়ন উঠিছে তাক সংযত কৰি সমাজতন্ত্ৰ আৰু গণতন্ত্ৰৰ মাজত সমন্বয সাধিবলৈ বুদ্ধিজীৱিসকল সক্ষম হ্‌ব নে নহয় আৰু তাকে কৰিবলৈ যথেষ্ট সময় পাব নে নাপায ইয়াৰ ওপৰতে আজি ঘাইকৈ নিৰ্ভৰ কৰিছে ভাৰতৰ সমাজতান্ত্ৰিক সংসদী গণতন্ত্ৰৰ ভৱিষ্যত।

এই অস্থিৰতাক সংযত কৰাৰ গুৰুদাযিত্ব বুদ্ধিজীৱিসকলে লব লাগিব কাৰণ

সমাজতন্ত্র আৰু গণতন্ত্র এই দুয়োটাৰে প্ৰকৃতমূল্য মাত্ৰ বুদ্ধিজীৱিসকলে হে বুজে। অকল সমাজতন্ত্র হলেই ব্যক্তি স্বাধীনতা অসম্ভৱ তাৰ কাৰণে গণতন্ত্ৰও নিত্যান্তই আৱশ্যক। শতাব্দীৰ আৱৰ্জনা আতৰোৱাৰ অৰ্থে সমাজতন্ত্র নিশ্চয় আৱশ্যক কিন্তু ই ৰাষ্ট্ৰীয় জীৱনৰ আসন্ন (ımmedıate) লক্ষ্যহে স্থায়ী লক্ষ্য নহয়। স্থায়ী লক্ষ্য চিৰদিনেই হব লাগিব নিজত্বৰ বিকাশৰ এটি ধাৰা বা সমন্বয় সাধনৰ এটি ঐতিহ্য। সমন্বযৰ এই ঐতিহ্য গণতান্ত্রিক পদ্ধতিৰ মাধ্যমেদিহে গঢ়ি উঠিব পাৰে। আচলতে এই ঐতিহ্য সৃষ্টি কৰি ব্যক্তি সাধাৰণৰ সাৰ্ব্বভৌমত্ব ৰক্ষাই গণতন্ত্ৰৰ মূল উদ্দেশ্য। মৌলিক আৰু আদৰ্শৰূপত গণতন্ত্র মানেই সমন্বয়ৰ এই ঐতিহ্য। এনেৰূপত গণতন্ত্র মাত্ৰ এটি পদ্ধতি হৈ নেথাকে ই উদ্দেশ্যও হৈ পৰে। লক্ষ্য আৰু পদ্ধতিৰ নিবিড সমন্বয সমাজতান্ত্রিক গণতন্ত্ৰই এনেদৰেই সাধে।

বুদ্ধিজীৱিসকলে সমাজতন্ত্র আৰু গণতন্ত্র এই দুয়োটাৰে প্ৰকৃত মূল্য বুজে কাৰণেই ইহতৰ মাজত প্ৰকৃত সমন্বয সাধনৰ আৰু সেই অৰ্থে জনসাধাৰণৰ অস্থিৰতাক সংযত কৰাৰ গুৰুদাযিত্ব তেওলোকে আজি লব লাগিব। এই দাযিত্ব পালনৰ অৰ্থে বিশ্ববিদ্যালযৰ অধ্যাপক স্কুল কলেজৰ শিক্ষক লেখক আৰু বাতৰি কাকতৰ সম্পাদকসকলৰ আজি আবশ্যক দেশৰ বিভিন্ন সমস্যাৰ প্ৰতি সজাগতা আৰু সেই সকলোকে সামগ্রিক আৰু গঠনমুলক দৃষ্টিভঙ্গিত সমালোচনা কৰিব পৰা ক্ষমতা। সেইদৰে ৰাজনৈতিক নেতাসকলৰ দৰ্কাৰ নম্রতা ভোগ আৰু ক্ষমতা লিপ্সাক সংযত কৰাৰ মনোবৃত্তি আৰু দলীয ৰাজনীতিৰ প্ৰকৃত আবশ্যকতা উপলব্ধি। আনহাতে চৰকাৰী কৰ্ম্মচাৰীসকলৰ প্ৰযোজন সাধুতা কৰ্ম্মক্ষিপ্ৰতা আৰু কৰ্ত্তব্যনিষ্ঠা। এইবিলাকক লৈযেই আমাৰ শিক্ষিত সমাজ। আৰু এইবিলাকেই কৰিব লাগিব নিৰ্ম্মাণ ভাৰতৰ ভৱিষ্যত শক্তি কৃষ্টি আৰু শান্তি আৰু লগতে ভাৰতৰ জাতীযতা।

# প্ৰশাসনীয় সাধুতা আৰু নিপুণতা

ৰাষ্ট্ৰীয় জীৱনৰ সহজ আৰু ফলপ্ৰসু বিকাশৰ অৰ্থে প্ৰশাসনীয় সাধুতা আৰু নিপুণতা সদায়ে অপৰিহাৰ্য্য । ৰাষ্ট্ৰীয় জীৱনৰ লক্ষ্য আৰু আৱশ্যকতা মাত্ৰ শান্তি ৰক্ষা বুলি ধৰিলেও এইবোৰ ৰাষ্ট্ৰীয় জীৱনৰ মৌলিক অঙ্গ হ'বলৈ বাধ্য কিযনো এইবোৰৰ অবিহনে সেই আৱশ্যকতা আৰু লক্ষ্য সাধন চিৰদিনেই অসম্ভৱ।

কিন্তু ৰাষ্ট্ৰীয় তথা সামাজিক জীৱনৰ আৱশ্যকতা আৰু লক্ষ্য অকল শান্তি ৰক্ষাই নহয়। জীৱনৰ উপলব্ধি আৰু বিকাশৰ স্বাভাৱিক পৰিণতি আৰু পন্থা দৃষ্টিৰে চালেহে সমাজ আৰু ৰাষ্ট্ৰৰ প্ৰকৃত আৰু চৰম সাৰ্থকতা আমি পাব পাৰো । সামাজিক তথা ৰাষ্ট্ৰীয় আদৰ্শ আৰু জীৱন যাত্ৰাৰ বিকাশ সাধনতেই আছে ব্যক্তিগত জীৱনৰো উপলব্ধি আৰু বিকাশ।

জীৱনৰ উপলব্ধি আৰু বিকাশৰ অৰ্থেহি অপৰিহাৰ্য্য সমাজ আৰু ৰাষ্ট্ৰ। কিন্তু সামাজিক আদৰ্শৰ মাধ্যমত নিজকে বিকাশ কৰাৰ নিপুণতা ব্যক্তিৰ নাথাকিলে নাইবা ব্যক্তি সাধু, সহনশীল আৰু সমন্বয় মূখী নহলে সমাজ তথা ৰাষ্ট্ৰ হৈ পৰে অবাস্তব আৰু অনাবশ্যক। গতিকে ব্যক্তিগত জীবনৰ বিকাশৰ অৰ্থে যেনেকৈ আবশ্যক সমাজ আৰু ৰাষ্ট্ৰৰ সমাজ আৰু ৰাষ্ট্ৰৰ বিকাশৰ অৰ্থেও তেনেকৈ অপৰিহাৰ্য্য ব্যক্তিগত জীবনৰ সাধুতা আৰু নিপুণতা। ফলত সাধুতা আৰু নিপুণতাৰ বিকাশৰ মাজেদিযে আমি এপিনে পাও ব্যক্তিগত জীবনৰো আনন্দ আৰু লক্ষ্য। এই যুক্তিত সাধুতা আৰু নিপুণতা যিহেতুকে জীবনৰেই আদৰ্শ হবলৈ বাধ্য সেই হেতুকে সেই একে আদৰ্শই সমাজ আৰু ৰাষ্ট্ৰৰো আদৰ্শ হোবাটো একান্তই বাঞ্ছনীয়। সামাজিক তথা ৰাষ্ট্ৰীয় আদৰ্শৰ মাজত হে গঢ়ি উঠে ব্যক্তিগত আদৰ্শ আৰু ৰাষ্ট্ৰীয় জীবনৰো সাধুতা আৰু নৈপুণ্য। প্ৰশাসনীয কৃতকাৰ্য্যতা তথা দেশৰ শান্তি শৃঙ্খলা আৰু আৰ্থিক প্ৰগতিৰ অৰ্থেহে যে প্ৰশাসনীয সাধুতা আৰু নিপুণতাৰ আবশ্যক তেনে নহয জীৱনৰ মৌলিক লক্ষ্য আৰু অবিৰাম বিকাশ সাধনৰ অৰ্থেও নিশ্চয উভযৰে প্ৰযোজন। সেযে দেশত যেতিযা প্ৰশাসনীয সাধুতা আৰু নিপুণতাৰ অভাৱ ঘটে তেতিযা শঙ্কিত হোৱাৰ কাৰণ অৱশ্যাই আছে।

## প্ৰশাসনীয় দুৰ্নীতি আৰু ব্যৰ্থতাৰ কেইটামান সাধাৰণ উদাহৰণ

দেশত যে প্ৰশাসনীয় সাধুতা আৰু নিপুণতাৰ অভাৱ আছে সেই কথা অস্বীকাৰ কৰিলে সত্যৰ অপবাদ হব। অথচ বৰ্তমান সময়ত সৰ্বসাধাৰণৰ দৈনন্দিন জীৱনৰ লগত প্ৰশাসনৰ সম্পৰ্ক ইমানে বৃদ্ধি পাইছে যে এই অভাব যৎসামান্য থাকিলেও দেশত অশান্তি আৰু বিপৰ্য্যযৰ সম্ভাবনা হবলৈ বাধ্য।

দেশে আজি সমাজতান্ত্ৰিক সংসদী গণতন্ত্ৰ বা গণতান্ত্ৰিক সমাজবাদ গ্ৰহণ কৰিছে। এনে গ্ৰহণৰ ফলতে দেশৰ আৰ্থিক উন্নযন সমতা সাধন আৰু উৎপাদন ব্যৱস্থা নিযন্ত্ৰণৰ দাযিত্বও ৰাষ্ট্ৰই লবলগীযাত পৰিছে। এই দাযিত্ব পালনৰ অৰ্থে আৰ্থিক পৰিকল্পনা ইখনৰ পিচত সিখন চালু কৰাৰ আবশ্যকতাই দেখা দিছে। অভাব সজাগতা আৰু জনসংখ্যা বৃদ্ধিৰ লগে লগে উৎপাদন হাৰৰ বৃদ্ধি অপৰিহাৰ্য্য হৈ পৰিছে আৰু সেই অপৰিহাৰ্য্যতাৰ বাবেই দেশৰ সম্পদ বিতৰণৰ ক্ষেত্ৰত আমদানি আৰু ৰপ্তানিৰ নীতি সম্পৰ্কত আৰু সম্পদৰ উপযুক্ত ব্যবহাৰৰ ওপৰত ৰাষ্ট্ৰীয কৰ্তৃত্ব স্বাভাবিকতে আহি পৰিছে আৰু এনেদৰেই প্ৰতি মূহুৰ্তে সৰ্বসাধাৰণৰ জীৱন যাত্ৰাৰ লগত প্ৰশাসনৰ জটিল সম্পৰ্ক গঢ়ি উঠিছে।

প্ৰশাসনৰ ক্ষেত্ৰ আজি দ্ৰুত গতিত বাঢ়িযেই আছে। কিন্তু লগে লগে প্ৰশাসনীয দুৰ্নীতি আৰু ব্যৰ্থতাযো দেশত বাৰুকৈযে দেখা দিছে। দেশ আজি উন্নতিৰ পথত আগবাঢ়িছে দেখাত শিক্ষা বৃদ্ধি হৈছে আৰু শিক্ষাৰ্থীৰ সংখ্যাও যথেষ্ট হৈছে। সকলো স্তৰৰে শিক্ষাৰ্থীৰ কাৰণে ৰাষ্ট্ৰই বৃত্তিৰ সংখ্যাও যথেষ্ট কৰিছে কিন্তু প্ৰশাসনীয অবহেলাৰ বাবে বৃত্তিধাৰী হৈযো শিক্ষাৰ্থীযে এবছৰলৈ সেই বৃত্তি নোপোবাকৈযে আছে। তেনেদৰে পাবলিক ওৱাৰ্কচ বিভাগে বহুতো ৰাস্তা লৈছে কিন্তু সেই ৰাস্তাবোৰৰ বেচিভাগেই পোন্ধৰ ষোল বছৰৰ পাচতো যাতাযতৰ উপযুক্ত নোহোবাকৈ আজিও আছে। কোনোটোৰ ওপৰত বা দলং নাই কেইগজমান মাটিৰ মালিকী স্বত্ব ঠিক কৰিব নোৱাৰাত কোনোটো বা পোন্ধৰ ষোল বছৰেই অচল। বহু লিখালিখি আৰু ধৰাধৰিৰ পাচত সেই কেইগজ মাটিৰ স্বত্ব একুইজিচনৰ বাবে পাবলিক ওৱাৰ্কচ বিভাগে চেটেলমেন্ট বিভাগৰ ওচৰত অৱশেষত প্ৰস্তাৱ দিযে। কিন্তু তেতিযা আকৌ বছৰৰ পাচত বছৰ ফাইল হেৰাবলৈ আৰম্ভ কৰে। চীনৰ আক্ৰমণৰ লগে লগে সৈন্য সামন্তক ৰচদ যোগানৰ অৰ্থে নাৱৰ আৱশ্যক হোৱাত জৰুৰী হুকুমেৰে নাও বনোৱাৰ নিৰ্দেশ পাবলিক ওৱাৰ্কচ বিভাগলৈ আহে কিন্তু কণ্ট্ৰাক্টৰ আগবাঢ়ি নহাত বোমডিলা পতনৰ পাচতো সেই নাও বনোৱাৰ ঠিকা দিযাৰ জৰুলতা ইঞ্জিনিযাৰে

অনুভৱ নকৰে। অৱসৰৰ পাচত চাকৰিৰ কাল বঢ়োৱাৰ অৰ্থে শিক্ষকৰ আবেদন গ্ৰহণ কৰি ডাইৰেক্টৰ মহোদয়ে হয়তো চাকৰিৰ কাল বঢ়াই দিযে সেই অৰ্ডাৰ কিন্তু শিক্ষকৰ ওচৰলৈ কোনোদিনেই নহাত শিক্ষকে অৱসৰ লবলৈ তথাপিও বাধ্য হৈ পৰে। প্ৰশাসনৰ ক্ষেত্ৰ বৃদ্ধিৰ লগে লগে চাকৰিযালৰ নিযুক্তি প্ৰমোচন আৰু বদলিও আজি বেচি হৈছে। কিন্তু চাকৰি আৰু তাত প্ৰমোচনপ্ৰাপ্তি চাকৰিয়ালৰ কাৰণে আজি এটি বিডম্বনাও কাৰণ চাকৰি বা প্ৰমোচন পোৱাৰ ছমাহলৈ চাকৰিযালৰ দৰমহা নাহে আৰু আবেদন নিবেদন কৰিও পাচ ছয় বছৰলৈকো দৰমহাৰ বাৰ্ষিক বৃদ্ধিৰ যথাবিহিত আদেশ তেও কোনোমতে পাব নোৱাৰে। বদলি হ লেও সেই একে কথা। দৰমহাৰ অভাবত পাচ ছয় মাহৰ খোৰাকিৰ ব্যবস্থা চাকৰিযালে নিজে নিজে কৰিবলৈ বাধ্য। তেনেদৰে যোগান ব্যবস্থাৰ নানা ত্ৰুটীৰ বাবে ব্যবসাযীযে কৃত্ৰিম অভাৱ সৃষ্টি কৰি সামযিকভাবে অঞ্চল বিশেষত বস্তুৰ দাম বৃদ্ধি কৰে। সমবায আৰু যোগান বিভাগৰ মিলনৰ অভাৱতে খেতিযকে ধান বিক্ৰী কৰিবলৈ আহি ধান বিক্ৰী কৰিব নোবাৰে আৰু সমবায বিভাগৰে বা সমবায মাৰ্কেটিঙৰে কোনো দূৰ্নীতিপূৰ্ণ লোকৰ ওচৰতে সেই ধান সস্তাত বিক্ৰী কৰিব লগীযাত পৰে। উপযুক্ত সমযত পৰিবহন বিভাগৰ বা ৰেল বিভাগৰ লগত সম্পৰ্ক স্থাপন নকৰাৰ অজুহাতত বা বস্তুৰ চাহিদাৰ হুকুম নপঠোবাৰ বাবদ অঞ্চল বিশেষত বস্তুৰ কৃত্ৰিম অভাব সৃষ্টি হয আৰু ব্যবসাযীসকলে ক লাবজাৰৰ দ্বাৰ উদ্ঘাটন কৰাৰ সুবিধা উলিযায।

## কৰ্ম্মচাৰীৰ দাযিত্ব আৰু আনুগত্য

এনে ধৰণৰ অস্‌খ্য পটন্তৰে প্ৰশাসনীয দুৰ্নীতি আৰু ব্যৰ্থতাকে আজি প্ৰমাণ কৰে। অথচ এনে ধৰ াৰ দুৰ্নীতি আৰু ব্যৰ্থতা গুচোবা তেনেই সহজ যদিহে স শ্লিষ্ট মন্ত্ৰী মহোদযে বিভাগীয অধিকৰ্তাসকল আৰু বিভাগীয অধিকৰ্তাসকলে বিশেষ কৰ্মচাৰীক এনে ধৰণৰ দুৰ্নীতি আৰু ব্যৰ্থতাৰ বাবে দাযী কৰি শাস্তি বিহিবলৈ আৰম্ভ কৰে। অবশ্যে শাস্তিৰ বিধান কৰা মানে বিষযাক বদলি কৰা বুজিব নালাগে। বদলিৰ যোগেদি শাস্তিৰ নিযম হ লে প্ৰশাসনৰ কোনো বিশেষ স্থলত প্ৰকৃততে ত্ৰুটী আছে তাৰ অনুসন্ধান নহয যাৰ ফলত সেই ত্ৰুটীও কোনোদিনেই ধৰা নপৰে। তদুপৰি বদলিৰ কাৰণে বিষযাৰ কোনো আৰ্থিক বা মৰ্য্যাদা সম্পৰ্কীয বিশেষ ক্ষতিৰ সম্ভাৱনা নথকাত বহু সমযত অলপ কথাতে আনকি বিভাগীয অধিকৰ্তাৰ বা ওপৰৱালাৰ নিজ দোষ ঢাকিবৰ অৰ্থেও বিষযাসকলক সঘনে বদলি কৰাত কাৰো দ্বিধা ভাব নহয আৰু তেনেদৰে তেওলোকক বদলি কৰাও দেখা যায। ইযাৰ ফলত এনেদৰে বদলি

হোৱা অসন্তুষ্ট বিষযাসকলে প্ৰশাসনীয় দুৰ্নীতি আৰু ব্যৰ্থতা দেশৰ অন্য অঞ্চলতো **বিস্তাৰ কৰাৰ** চেলু বিচাৰি উলিযায আৰু এনে **ধৰণৰ** বদলিৰ **ফলত** দুৰ্নীতি আৰু ব্যৰ্থতা দেশত কমক ছাৰি বৃদ্ধি হে হয।

কৰ্মচাৰীৰ দাযিত্ব আৰু আনুগত্য স্পষ্টভাৱে নিৰূপণ নকৰাকৈ বিষযাক শাস্তি দিযাৰ প্ৰশ্ন আচলতে উঠিব নোবাৰে। কৰ্মচাৰীৰ দাযিত্বহীনতাৰ বিৰুদ্ধে জনসাধাৰণৰ ওজৰ আপত্তি ৰেকৰ্ড কৰিবলৈ প্ৰত্যেক অফিচতে উপযুক্ত ব্যবস্থা নাথাকিলে আৰু জনসাধাৰণৰ ওজৰ আপত্তি আৰু কৰ্মচাৰীৰ দাযিত্ব আনুগত্য তথা কৰ্তব্য পালনৰ প্ৰতি সংশ্লিষ্ট মন্ত্ৰী আৰু মুখ্যমন্ত্ৰীযে চোকা নজৰ নিদিলে দেশত দাযিত্বহীন আৰু আনুগত্যহীন কৰ্মচাৰীক শাস্তি বিধানৰ উপযুক্ত তথা সাৰ্থক ঐতিহ্য গঢ়ি উঠিব নোবাৰে। তদুপৰি শাস্তি বিধানৰ ব্যবস্থাৰ লগে লগে সাধু আৰু নিপুণ কৰ্মচাৰীক স্বীকৃতি দানৰ তথা পুৰস্কাৰ বিতৰণৰ ব্যৱস্থা দেশত নহলে স্বীকৃতি দানৰ অভাবত এনে ব্যবস্থাই মাত্ৰ প্ৰশাসনীয অসন্তুষ্টিৰ হে বৃদ্ধি কৰে। গতিকে শাস্তি দানৰ ব্যবস্থা দেখাত যিমান সহজ কাৰ্যক্ষেত্ৰত সিমান নহয বিশেষকৈ যেতিযা কৰ্মচাৰীৰ দাযিত্ব আনুগত্য আৰু কৰ্তব্য পালনৰ প্ৰতি লক্ষ্য কৰিবলৈ দেশৰ মন্ত্ৰীমণ্ডলীৰ সমযে নাথাকে আৰু দেশৰ ৰাজনৈতিক দলবোৰে কৰ্মচাৰীৰ আনুগত্যহীনতাৰ আলমত নিজৰ স্বাৰ্থসিদ্ধিৰ সুযোগহে বিচাৰিবলৈ ধৰে।

## মন্ত্ৰীমণ্ডলী আৰু ক্ষমতাত অধিষ্ঠিত ৰাজনৈতিক দলৰ মূল কৰ্তব্য

বৰ্তমান অবস্থাত কৰ্মচাৰীসকলৰ দাযিত্ব আনুগত্য আৰু কৰ্তব্য পালনৰ প্ৰতি সংশ্লিষ্ট মন্ত্ৰী আনকি মুখ্যমন্ত্ৰী মহোদযেও চকু দিযা যেন নালাগে। তেওলোকে যেন প্ৰশাসনীয দুৰ্নীতি আৰু ব্যৰ্থতাৰ প্ৰতি একান্তই উদাসীন। প্ৰশাসনীয সাধুতা আৰু নিপুণতা ৰক্ষাৰ অৰ্থে জনগণৰ সন্তুষ্টি অসন্তুষ্টি অথবা তেওলোকৰ ওজৰ আপত্তিৰ প্ৰতি সজাগ হোবাৰ ঐতিহ্য দেশত আজি নাই। তেনে ঐতিহ্য সৃষ্টিৰ চেষ্টা পৰ্য্যন্ত আমি আজি নেদেখো। মন্ত্ৰীমণ্ডলীযে তথা ক্ষমতাত অধিষ্ঠিত ৰাজনৈতিক দলে এনে সজাগতাক আবশ্যক বুলিযেই বোধ নকৰে আৰু হুজুগী আন্দোলন সৃষ্টি হ লেহে তেওলোকে জনমত গঢ়ি উঠা বুলি ভাবে আৰু তেতিযাহে তাৰ প্ৰতি মনোনিবেশ কৰে। অথচ এনে সজাগতা নোহোৱাকৈ কৰ্মচাৰীসকলৰ দাযিত্ব আনকি আনুগত্যও বাঢ়িব নোৱাৰে কাৰণ সেইবোৰ বৃদ্ধিৰ কোনো জৰুৰতা কৰ্মচাৰীসকলে নেদেখে।

দেশত আজি বহুতো মন্ত্ৰী আছে যিসকলে জনসাধাৰণৰ ওজৰ আপত্তিবোৰ

দূৰ কৰাৰ একো ব্যৱস্থা নোলোৱা সত্ত্বেও বিভাগীয় অধিকর্তাক অলপো দায়ী নকৰে। এনে ধৰণে দায়ী নকৰাৰ মূলত মন্ত্ৰী মহোদয়ৰ কিবা নিজা দুৰ্বলতা থকা সম্ভৱ। সেই দুৰ্বলতা বিভাগীয় অধিকর্তাৰ বিদ্যাৰ ডিগ্ৰীৰ ওপৰত অযথা মূল্য দি নিজক সৰু বুলি ভবাৰ নীচাত্মিকা মনোবৃত্তিৰ (inferiority complex ৰ) বাবেও হব পাৰে অথবা অসাধু চৰিত্ৰৰ বাবেও হব পাৰে। মন্ত্ৰীৰ নীচাত্মিকা মনোবৃত্তি থাকিলে বিভাগীয় অধিকর্তাৰ ওপৰত নিৰ্ভৰশীল হৈ পৰে আৰু অসাধুতা থাকিলে বিভাগীয় অধিকর্তাক ভয় নকৰি নোৱাৰে। প্ৰশাসনীয় সাধুতা আৰু নিপুণতা ৰক্ষাৰ অৰ্থে মন্ত্ৰী নিয়োগৰ সময়ত অধিক সতৰ্কতা অৱলম্বন কৰাৰ প্ৰয়োজন ক্ষমতাত অধিষ্ঠিত ৰাজনৈতিক দলৰ সেয়ে আজি আছে আৰু জনসাধাৰণৰ ওজৰ আপত্তিৰ প্ৰতি মন্ত্ৰীমণ্ডলীক চকু দিবলৈ বাধ্য কৰোৱাটো দলৰ প্ৰথম কৰ্তব্য বুলি আজি তেওলোকে বিবেচনাও কৰিব লাগে। সংশ্লিষ্ট মন্ত্ৰীয়ে বিভাগীয় অধিকর্তাক জনসাধাৰণৰ ওজৰ আপত্তিৰ বাবে যদি দায়ী কৰিবলৈ ধৰে তেন্তে তেও তেওৰ নিজ আচৰণ সংযত কৰিবলৈ বাধ্য হব কিযনো নিজৰ আচৰণ শুদ্ধ নহ লে আনৰ দোষ ধৰাৰ ক্ষমতাও তেওৰ আচলতে নজন্মিব।

## বিৰোধী ৰাজনৈতিক দলৰ কৰ্তব্য

বিভাগীয় অধিকর্তাক মন্ত্ৰী বিশেষৰ ওচৰত দাযী আৰু তেওৰ প্ৰতি আনুগত্যশীল কৰি তোলাত বিৰোধী ৰাজনৈতিক দলসমূহৰো কৰ্তব্য আছে। দেশে আজি সমাজতান্ত্ৰিক সংসদী গণতন্ত্ৰ গ্ৰহণ কৰিছে। কিন্তু তাক বাস্তৱ কৰাৰ কাৰণে যি ধৰণৰ ঐতিহ্য আবশ্যক সেই ঐতিহ্য দেশত আজি নাই। গতিকে সমাজতান্ত্ৰিক সংসদী গণতন্ত্ৰৰ কৃতকাৰ্য্যতাৰ বাবে দেশত প্ৰথম ৰাজনৈতিক চেষ্টা হব লাগে এনে ধৰণৰ ঐতিহ্যৰ সৃষ্টি হে। সেই চেষ্টা ক্ষমতাত অধিষ্ঠিত ৰাজনৈতিক দলে যেনেকৈ কৰিব লাগে ঠিক তেনেকৈ কৰিব লাগে বিৰোধী ৰাজনৈতিক দলসমূহেও। কিন্তু এনে ঐতিহ্য সৃষ্টিযেই যে সকলো ৰাজনৈতিক দলৰ এটি প্ৰধান কৰ্তব্য দেশত আনকি বুদ্ধিজীৱীসকলৰ মাজতো সেই কথা আজি উপলব্ধি হৈ উঠা নাই। ক্ষমতা হস্তগত কৰাটোকে প্ৰথম আনকি একমাত্ৰ কৰ্তব্য বুলি দেশৰ সকলো ৰাজনৈতিক দলে আজি ভাবিছে। ফলত সমাজতান্ত্ৰিক সংসদী গণতন্ত্ৰৰ কৃতকাৰ্য্যতাৰ বাবে যি ঐতিহ্য দেশত অপৰিহাৰ্য্য সি আজি হৈ উঠা নাই আৰু তাৰ বাবেই প্ৰধানত দেশৰ প্ৰশাসনীয় দুৰ্নীতি আৰু ব্যৰ্থতাও আছে।

মন্ত্ৰীৰ প্ৰতি বিভাগীয় অধিকর্তাৰ আৰু বিভাগীয় অধিকর্তাৰ প্ৰতি তলৰ

বিষযাৰ আনুগত্য বিৰোধী দলসমূহৰ আজি কাম্য হয়নে নহয় তাত সন্দেহ আছে। তেওলোকৰ মাজত থকা বিৰোধৰ সুবিধা লৈ কৰ্মচাৰীৰপৰা সংগ্ৰহ কৰা দুৰ্নীতি সম্পৰ্কীয় নানা গল্প গুজৰ বিৰোধী দলৰ বহুতে আনকি ক্ষমতাত অধিষ্ঠিত দলৰো ক্ষমতাৰ পৰা বঞ্চিত কিছুমান নেতাই প্ৰচাৰ কৰে আৰু সময়ত ব্যক্তিগত স্বাৰ্থও সেই কৰ্মচাৰীসকলৰ মাধ্যমত পূৰণ কৰা যেন লাগে।

মন্ত্ৰীমণ্ডলীৰ প্ৰতি প্ৰশাসনীয় কৰ্মচাৰীসকলৰ বিৰূপ হ লেই বিৰোধী দলসমূহে আজি তেওলোকৰ ক্ষমতা বৃদ্ধি হোৱা বুলি ভাবে আৰু সাধাৰণ নিৰ্বাচনত ক্ষমতা হস্তগত কৰাৰ সুবিধা পাব বুলি বোধকৰে আৰু সেই গতিকেই হয়তো মন্ত্ৰীমণ্ডলীৰ প্ৰতি প্ৰশাসনীয় আনুগত্যৰ গণতান্ত্ৰিক ঐতিহ্যৰ সৃষ্টি যে তেওলোকৰ এটি মূল কৰ্তব্য, তাক তেওলোকে উপলব্ধিকে নকৰে।

স৲সদী গণতন্ত্ৰত প্ৰশাসনীয় কৰ্মচাৰীসকলৰ ওজৰ আপত্তি দূৰ কৰাৰ প্ৰকৃত উপায় কেতিয়াও ৰাজনৈতিক পন্থা হব নোৱাৰে তাৰ স্থলো আইন সভা কেতিয়াও নহয। এই কথা ৰাজনৈতিক দলসমূহে নুবুজিলে দেশত প্ৰশাসনীয দুৰ্নীতি আৰু ব্যৰ্থতা বৃদ্ধি পাবলৈ বাধ্য কিযনো এই বুজৰ ওপৰতে কৰ্মচাৰীৰ দাযিত্ব আৰু আনুগত্য বহুতোখিনি নিৰ্ভৰ কৰে। সামৰিক বিষযাৰ নিযুক্তি প্ৰমোচন আদিৰ আলোচনা লোকসভাত হোৱাৰ ফলত দেশৰ সামৰিক বাহিনীতো যে অনুশাসনহীনতা প্ৰবেশ কৰাৰ উপক্ৰম আজি কৰিছে তাক জানো ভু-বাখোতাসকলে আচলতে নুই কৰিব পাৰে?

## কৰ্মচাৰীৰ বাধ্যতামূলক অৱসৰ গ্ৰহণ

কোনো কৰ্মচাৰীৰ ওপৰত জনসাধাৰণৰ সামান্য ওজৰ আপত্তি হ লেও আৰু সেই ওজৰ আপত্তিত সামান্য সত্যতা থাকিলেও তেওক সতৰ্ক কৰি দিযা উচিত আৰু তেনেদৰে দুই তিনিবাৰ সতৰ্ক কৰি দিযাৰ পাচতো যদি তেও নিজক শুধৰাই লব নোৱাৰে তেন্তে তেওক বাধ্যতামূলকভাৱে অৱসৰ দিয়া প্ৰয়োজন। বিভাগীয় অধিকৰ্তাসকলৰ ক্ষেত্ৰত এই নিযম বিশেষ ক্ষিপ্ৰতাৰে প্ৰয়োগৰ আৱশ্যকতাই আজি দেখা দিছে। এনে ধৰণে দাযিত্বহীন কৰ্মচাৰীক দূৰ নকৰিলে প্ৰশাসনীয় সাধুতা আৰু নিপুণতা বৃদ্ধি পোৱাৰ আশা কম। ইয়াৰ বাবে আৱশ্যক হ লে বিধান সভাত আইন সংশোধনো বাঞ্ছনীয়। তলৰ কৰ্মচাৰীক আশু শাস্তি বিধানৰ ক্ষমতা ওপৰৰ কৰ্মচাৰীক দিয়াৰ অৰ্থে আইন সংশোধনৰ আৱশ্যকতা থাকিলে তাকো শীঘ্ৰে কৰা উচিত।

কিছুমানে অৱশ্যে বৃটিচ গণতন্ত্ৰৰ দোহাই দি এনে ধৰণৰ আইন সংশোধনত

আপত্তি নকৰা নহয়। কিন্তু, বৃটেইন দীৰ্ঘকালীন গণতান্ত্রিক ঐতিহ্যৰ মাজেদি গঢ়ি উঠা এখন উচ্চ আৰ্থিক মানসম্পন্ন দেশ। তদুপৰি তাত সমাজতন্ত্র স্থাপনৰ জৰুৰিও দেশে অনুভৱ কৰা নাই আৰু সেই বাবেই সমাজতন্ত্র স্থাপনৰ দায়িত্বও প্ৰশাসনৰ ওপৰত নাই। ভাৰতে কিন্তু দেশৰ আৰ্থিক পিচপৰা অৱস্থা দূৰ কৰাৰ অৰ্থে আৰু সেই পিচপৰা অৱস্থাৰ ওপৰতে ভেজা দি গঢ়ি উঠা সামাজিক শোষণ আৰু অসমতা ধ্বংস কৰাৰ বাবে ৰুছীয় সমাজতন্ত্রৰ বহুতো কৰ্মসূচী আজি গ্ৰহণ কৰিছে। এই কৰ্মসূচী সফল কৰাৰ দায়িত্ব বহু পৰিমাণে আজি প্ৰশাসনৰ ওপৰত। সেই দাযিত্ব পালন প্ৰশাসনৰ বাবে সহজ হব নোৱাৰে আৰু তাৰ কাৰণে ৰুছীয প্ৰশাসনীয় ব্যৱস্থাৰ আৰু উপযুক্ত আইন সংশোধনৰ আৱশ্যকতাও অৱশ্যেই আছে।

সতৰ্ক কৰি দিয়া বা শাস্তি আৰোপিত হোৱা কোনো কৰ্মচাৰীকে কোনো মন্ত্রী বা কোনো ৰাজনৈতিক নেতাই প্ৰশ্ৰয় দিযা অনুচিত । কিন্তু তেনে প্ৰশ্ৰয় আজি দেশত নোহোৱা নহয় । বিৰোধী নেতাসকলেও এই ক্ষেত্ৰত সংযত হোৱাৰ স্থল আছে বৰ্তমান অৱস্থাত নিজ কৰ্তব্যৰ প্ৰতি অমনোযোগী বহুতো কৰ্মচাৰীযে ৰাজনৈতিক নেতাৰ বিশেষকৈ বিৰোধী দলৰ প্ৰশ্ৰয পাই নিজে কৰ্তব্যত অৱহেলা কৰে বুলি কলে আচলতে সত্যৰ বিশেষ অপবাদ নহয় । এনে অৱস্থাত নিজ কৰ্তব্যত বিমুখ কৰ্মচাৰীক প্ৰশ্ৰয দিয়া বিৰোধী দলে প্ৰশাসনীয দুৰ্নীতি আৰু ব্যৰ্থতাৰ বাবে ক্ষমতাত অধিষ্ঠিত দলক সমালোচনা কৰিলে সেই সমালোচনা কৃত্ৰিম আৰু সেযে মূল্যহীন হবলৈ বাধ্য।

## সংসদী গণন্ত্রতৰ মূলবস্তু আৰু ৰাজনৈতিক দলৰ মূল কৰ্তব্য

সংসদী গণতন্ত্রত সাংবিধানিকভাৱে প্ৰশাসনীয দুৰ্নীতি ব্যৰ্থতা আৰু স্বেচ্ছাচাৰিতাৰ ওপৰত জনসাধাৰণৰ কৰ্তৃত্ব থকা বাবেই সংসদী গণতন্ত্রক অন্য তন্ত্রতকৈ শ্ৰেষ্ঠ বুলি বিবেচনা কৰা হয । জনসাধাৰণৰ এই কৰ্তৃত্ব একাধিক ৰাজনৈতিক দলৰ স্থিতিযে সম্ভৱ কৰে আৰু প্ৰশাসনীয দুৰ্নীতি ব্যৰ্থতা আৰু স্বেচ্ছাচাৰিতা দূৰ কৰাৰ চেষ্টাৰ ওপৰত ৰাজনৈতিক দলসমূহৰ সাৰ্থকতাও আচলতে বৰ্তে ।

ৰাজনৈতিক দলৰ মূল কৰ্তব্য ক্ষমতাপ্ৰপ্তিৰ চেষ্টাকেতিযাও নহয। মূল কৰ্তব্য সাধনৰ অৰ্থে ক্ষমতাপ্ৰাপ্তিৰ প্ৰতিযোগিতাৰ স্থান নিশ্চয় সংসদী গণতন্ত্রত আছে ।

কিন্তু ৰাজনৈতিক দলসমূহে সদায়ে মনত ৰখা উচিত যে ক্ষমতাপ্ৰাপ্তিৰ এই প্ৰতিযোগিতা আচলতে গণতন্ত্ৰৰ মূল বস্তু নহয়। গণতন্ত্ৰৰ মূল বস্তু প্ৰশাসনৰ ওপৰত জনসাধাৰণৰ সাৰ্বভৌমত্ব বা কৰ্তৃত্ব হে । এই কৰ্তৃত্ব ৰক্ষাৰ অৰ্থে জনসাধাৰণৰ প্ৰতিনিধি তথা মন্ত্ৰীমণ্ডলীৰ প্ৰতি প্ৰশাসনীয় কৰ্মচাৰীৰ আনুগত্য সৃষ্টি সকলো ৰাজনৈতিক দলৰে নিশ্চয় প্ৰথম কৰ্তব্য । জনসাধাৰণৰ অজ্ঞতাৰ সুবিধা লৈ যাতে দেশৰ বিভিন্ন সমস্যা সামাধান কৰাৰ নামত প্ৰশাসনীয় স্বেচ্ছাচাৰিতাই বিস্তাৰ কৰিব নোৱাৰে সেই অৰ্থে জনসাধাৰণক উপযুক্ত ৰাজনৈতিক শিক্ষা দিয়াটো তেওলোকৰ দ্বিতীয় কৰ্তব্য । দেশৰ বিভিন্ন ৰাজনৈতিক দলৰ সাৰ্থকতা এই দুযোটা কৰ্তব্য সাধনতে নিহিত আছে। আমাৰ দেশৰ ৰাজনৈতিক দলসমূহ তেওলোকৰ এই দুই কৰ্তব্যৰ প্ৰতি যথেষ্ট সজাগ বুলি আজি কোৱা টান।

বিভিন্ন সমস্যাৰ বিভিন্ন ফাল জনসাধাৰণৰ আগত দাঙি ধৰি সমন্বযৰ মাজেদি জনসাধাৰণক সমস্যা সমাধানৰ ৰাজনৈতিক শিক্ষা দিযাৰ চেষ্টা দেশৰ ৰাজনৈতিক দলবোৰে আচলতে আজি নকৰে। আমাৰ জনসাধাৰণৰ বেচিভাগেই অশিক্ষিত। গতিকে আলোচনা বা ৰাজনৈতিক দলৰ প্ৰচাৰ পুস্তিকাৰ যোগেদি তেওলোকক তেনে শিক্ষা দিয়া অবশ্যে অসম্ভৱ। কিন্তু সভা সমিতিৰ যোগেদি জনসাধাৰণৰ ৰাজনৈতিক শিক্ষাৰ ব্যৱস্থা নিশ্চয় ৰাজনৈতিক দলবোৰে কৰিব পাৰে।

দেশত সভা সমিতিও যথেষ্ট নোহোৱা নহয। কিন্তু সেইবোৰত দেশৰ বিভিন্ন ফালৰ বিষযে গভীৰ আলোচনা কাচিৎ হে দেখা যায। ক্ষমতাত অধিস্থিত ৰাজনৈতিক দলৰ লোকসকলে দেশৰ সমস্যা সমাধানৰ অৰ্থে জনসাধাৰণক বহুতো কিবা কিবি কয। কিন্তু এইবোৰ আলোচনাত্মক বা বিশ্লেষণাত্মক প্ৰাযেই নহয়। এইবোৰ বেচি ক্ষেত্ৰতে উপদেশাত্মক আৰু ওপৰৰপৰা আমদানি কৰা। বৰ্তমান সমযত দেশৰ সমস্যাবোৰ ইমানে জটিল হৈ পৰিছে যে সেইবোৰ হৃদয়ঙ্গম কৰিবৰ কাৰণে যিখিনি ভৌগলিক ঐতিহাসিক আৰু অৰ্থনৈতিক জ্ঞান আৰু চিন্তাৰ প্ৰযোজন সেই জ্ঞান আৰু চিন্তা ওপৰৰ দুই এজন নেতাৰ হে আছে। তাতে দেশৰ বুদ্ধিজীবীসকলেও আলোচনীৰ যোগেদি কোনো আলোচনাত্মক বাতাবৰণ আজি সৃষ্টি কৰিব পৰা নাই। গতিকে এই সমস্যাসমূহৰ মূল তাৎপৰ্য্য নিজে ভালদৰে হৃদয়ঙ্গম বা চিন্তা কৰি ৰাজনৈতিক বক্তাসকলে জনসাধাৰণৰ সভা সমিতিত সেইবোৰ দাঙি ধৰিব নোৱাৰে। ফলত সেইবোৰ ভাটৌৰ মুখৰপৰা ওলোৱা কথা যেনহে লাগে আৰু সেইবাবেই সেইবোৰে কোনো প্ৰেৰণাও জনসাধাৰণক যোগাব নোৱাৰে। সেইবোৰে বৰং দেশত এটি পাতলুৱা মনোবৃত্তিহে সৃষ্টি কৰি জনসাধাৰণৰ ৰাষ্ট্ৰীয় জীৱন উপকৰুৱা কৰি

তোলে। আনহতে গাৱৰ অশিক্ষিত লোকৰ প্ৰতি ৰাজনৈতিক নেতাসকলৰ আনকি অৰ্ধশিক্ষিত কৰ্মীসকলৰো এটি অৱজ্ঞাৰ ভাৱ থকাত তেওলোক গাৱলৈ আহে বক্তৃতা দিবলৈ দেশৰ বাস্তৱ অৱস্থা জানিবলৈ নহয়। অন্যৰ কথা অনানুষ্ঠানিকভাৱেও শুনাৰ অভ্যাস আৰু ধৈৰ্য্য তেওলোকৰ আচলতে নাই। ফলত সমস্যা সমাধানৰ বাস্তৱ কাৰ্য্যকৰী জ্ঞানৰপৰা তেওলোক যেনেকৈ বঞ্চিত হয় তেনেকৈ তেওলোকৰ বক্তৃতা হয় প্ৰেৰণাহীন আৰু দেশত গঢ়ি নুঠে জনসাধাৰণ আৰু ৰাজনৈতিক নেতা তথা কৰ্মীসকলৰ মাজত কোনো আন্তৰিক মিলন।

বিৰোধী ৰাজনৈতিক দলৰ লোকসকলে আকৌ জনসাধাৰণৰ সভা সমিতিত বিভিন্ন সমস্যাৰ বিভিন্ন ফাল দাঙি ধৰাটোকেই উচিত বুলি নাভাবে। ক্ষমতাত অধিষ্ঠিত ৰাজনৈতিক দলৰ পুৰণি ঐতিহ্যৰ শক্তিশালিতাৰ বাবে তাক ক্ষমতাচ্যুত কৰিব নোৱাৰাৰ হতাশাৰ গতিকেই হওক অথবা বিৰোধী ৰাজনৈতিক দলৰ প্ৰকৃত কৰ্তব্য সংসদী গণতন্ত্ৰত কি তাক বুজাৰ অক্ষমতাৰ বাবেই হওক দেশৰ এই বিৰোধী দলবোৰে ক্ষমতাত অধিষ্ঠিত দলক জনসাধাৰণৰ সভা সমিতিত দুৰ্নীতি পৰায়ণ আৰু অক্ষম বোলাটোকে তেওলোকৰ প্ৰধান কৰ্তব্য বুলি যেন আজি ভাবিছে। তেওলোকৰ এনে ধৰণৰ বক্তৃতাই জনসাধাৰণক সমস্যা সমাধানৰ শিক্ষা দিয়া দূৰৰ কথা বৰং দেশত ই সৃষ্টি কৰিছে ব্যক্তিগত গালাগালিৰ আৰু ৰাজনৈতিক জীৱনৰ প্ৰতি এটা অশ্ৰদ্ধাৰ বাতাবৰণ। এনে বাতাবৰণে সংসদী গণতন্ত্ৰৰ অশেষ অনিষ্ট সাধিছে কাৰণ সংসদী গণতন্ত্ৰৰ বিকাশ শ্ৰদ্ধাযুক্ত আৰু সহনশীল বাতাবৰণৰ মাজত হে সম্ভৱপৰ হ'ব পাৰে।

ক্ষমতাত অধিষ্ঠিত ৰাজনৈতিক দলৰ স্বেচ্ছাচাৰিতা আৰু প্ৰশাসনীয় দুৰ্নীতি আৰু ব্যৰ্থতাৰ ওপৰত চকু দিয়াটো বিৰোধী ৰাজনৈতিক দল সমূহৰ এটি প্ৰধান কৰ্তব্য নিশ্চয় হয় সচা। কিন্তু সেই কৰ্তব্য কৰাৰ উপায় প্ৰশাসনীয় কৰ্মচাৰীক প্ৰশয় দান নহয় সভা সমিতিত পৰস্পৰ দোষাৰোপো নহয়। তাৰ বাবে প্ৰকৃষ্ট উপায় হৈছে পক্ষপাতিত্বৰ স্পষ্ট অভিযোগেৰে প্ৰশাসনীয় অধিকৰ্তা বিশেষ মন্ত্ৰী আনকি পাব্লিক চাৰ্ভিচ কমিচনৰো বিপক্ষে ন্যায়ালয়ত অথবা অন্য উপযুক্ত স্থলত বিচাৰ উত্থাপন। এনে বিচাৰ উত্থাপনৰ সহজ আৰু কম ব্যয়শীল ব্যৱস্থা সংবিধানত নাথকিলে তাৰ উপযুক্ত সংশোধনৰ চেষ্টাও তেওলোকৰেই কৰ্তব্য। জনসাধাৰণৰ সভা সমিতিত অস্পষ্ট অভিযোগ আৰু উপকৰা গালা গালিৰে ক্ষমতাত অধিষ্ঠিত ৰাজনৈতিক দলৰ স্বেচ্ছাচাৰিতাৰ ধ্বংস অথবা প্ৰশাসনীয় দুৰ্নীতি আৰু ব্যৰ্থতাৰ দূৰীকৰণ আচলতে অসম্ভৱ অথচ ইয়াৰ বাবেই গণতন্ত্ৰৰ বিকাশো বিপৰ্য্যযযুক্ত হৈ উঠে আৰু একাধিক

ৰাজনৈতিক দলৰ মাজত আৱশ্যকীয় মৌলিক সম্পৰ্কও নজন্মে।

সংসদী গণতন্ত্ৰৰ কৃতকাৰ্য্যতাৰ বাবে একাধিক ৰাজনৈতিক দলৰ আৱশ্যাক বুলি মুখেৰে কৈ কাৰ্য্যত যদি প্ৰত্যেকে প্ৰত্যেকক নিৰ্মূল কৰিবলৈ চেষ্টা কৰে তেন্তে ৰাজনৈতিক জীৱনত সততা কেনেকৈ ৰক্ষা হব? ব্যক্তিৰ পূৰ্ণ বিকাশৰ বাবে যেনেকৈ অন্য ব্যক্তিৰ আৱশ্যক তেনেকৈ যি কোনো ৰাজনৈতিক দলৰে পূৰ্ণ বিকাশৰ অৰ্থে অন্য ৰাজনৈতিক দলৰ অৱশ্যাই আৱশ্যক। প্ৰত্যেক ৰাজনৈতিক দলেই আচলতে অন্য ৰাজনৈতকি দলৰ পৰিপূৰক কিযনো ভিন্ন ৰাজনৈতিক দলৰ ভিন্ন বিশ্লেষণৰ আঘাততহে সমস্যা সমাধানৰ নিজা পন্থাত পৰিবৰ্তন আনিবলৈ ৰাজনৈতিক দলৰ প্ৰেৰণা আহে আৰু তেনেদৰে নিজ কৰ্মসূচী আৰু ভাবধাৰাত বিকাশ সাধে। ব্যক্তিৰ জীৱনত বিকাশ যেনেকৈ এটি মৌলিক লক্ষ্য অনুষ্ঠান তথা ৰাজনৈতিক দলৰ জীৱনতো তেনেকৈ বিকাশ একান্তই অপৰিহাৰ্য্য। বিকাশৰ বাবে ব্যক্তিৰ ক্ষেত্ৰত যেনেকৈ অন্য ব্যক্তিৰ সম্পৰ্ক কাম্য দলৰ ক্ষেত্ৰতো অন্য দলৰ প্ৰভাৱ তেনেকৈ একান্তই বাঞ্ছনীয়। অৱশ্যে যি ৰাজনৈতিক দলৰ সমস্যা সমাধানৰ ক্ষেত্ৰত কোনো সুকীয়া দৃষ্টিভঙ্গী নাই আন কথাত কবলৈ গ লে যি ৰাজনৈতিক দলৰ স্পষ্ট মতামত তথা স্পষ্ট ব্যক্তিত্বৰ অভাৱ সেই ৰাজনৈতিক দল দেশৰ কাৰণে বিপদজনক কাৰণ সুকীযা দৃষ্টিভঙ্গীৰ অভাৱত নিজা সত্তা প্ৰমাণৰ অৰ্থে এইদলে গালাগালিৰ আশ্ৰয লৈ ৰাজনৈতিক বাতাবৰণ দূষিত কৰে। ব্যক্তিৰ ক্ষেত্ৰতো সেই একেটা কথাই আমি দেখো।

## দূষিত ৰাজনৈতিক বাতাবৰণ

দেশৰ ৰাজনৈতিক বাতাবৰণ আজি নিৰ্মল বুলি কোবা কঠিন। পৰস্পৰ দোষাৰোপ কৰাটোবেই ৰাজনৈতিক সভা সমিতিবোৰৰ আজি মুখ্য উদ্দেশ্য হৈ পৰিছে। ফলত দেশৰ ৰাজনৈতিক জীৱনো হৈছে নিম্ন স্তৰৰ আৰু উত্তেজনাপূৰ্ণ। দেশৰ ৰাজনৈতিক বাতাবৰণে সৰ্বসাধাৰণৰ মাজত এনে এটা ধাৰণাৰ সৃষ্টি কৰিছে যাৰ ফলত এনে ভাব হয যেন দেশত আজি ভাল মানুহ নাই প্ৰশাসনীয কৰ্মচাৰী ৰাজনৈতিক নেতা আৰু জনসাধাৰণ যেন আজি সকলোৱেই স্বাৰ্থান্বেষী দুৰ্নীতি পৰাযণ আৰু দেশৰ বিভিন্ন সমস্যাৰ ওপৰতে চিন্তা আৰু জ্ঞানহীন। দেশত যেতিয়া এনে ধাৰণাৰ বিস্তাৰ হবলৈ ধৰে তেতিয়া দেশত স্বাভাৱিকতে ভয অশ্ৰদ্ধা পৰদেশ নিৰ্ভৰশীলতা নীচাত্মক মনোবৃত্তি আৰু হতাশাৰ সৃষ্টি হয়। এনে উৎসাহহীন ৰাজনৈতিক তথা সামাজিক বাতাবৰণে দেশত সৃষ্টি কৰে ব্যস্ততা আৰু অৱসাদ

সি সৃষ্টি নকৰে সমন্বয়ৰ কোনো ঐতিহ্য অথবা কৰ্মপ্ৰেৰণা। দেশৰ ৰাজনৈতিক জীৱন আজি অস্বাভাবিক আৰু দূষিত কাৰণ দেশৰ ৰাজনৈতিক দলবোৰে ক্ষমতাপ্ৰাপ্তিৰ প্ৰতিযোগিতাকে ৰাজনৈতিক জীৱনৰ মূল বস্তু বুলি ধৰি লৈছে। ৰাজনৈতিক জীৱন দূষিত হ'লে প্ৰশাসনীয় দুৰ্নীতি আৰু ব্যৰ্থতাও অৱশ্যেই বাঢ়ে।

## শিক্ষানুষ্ঠানৰ দূষিত বাতাবৰণ

ৰাজনৈতিক জীৱনে আজি যি ক্ষমতাপ্ৰাপ্তিৰ প্ৰতিযোগিতা আৰু অশ্ৰদ্ধাৰ বাতাবৰণ সৃষ্টি কৰিছে সি আজি শিক্ষানুষ্ঠানবোৰকো স্পৰ্শ কৰিছে। ফলত শিক্ষানুষ্ঠানবোৰতো দেশৰ বিভিন্ন সমস্যা সমাধানৰ অৰ্থে গভীৰ চিন্তা দেখা নাযায়। শিক্ষক আৰু ছাত্ৰ সকলোৰে মাজত ক্ষমতাপ্ৰাপ্তিৰ হুতাহে বৃদ্ধি পাইছে আৰু সেই হুতাহ বহু সময়ত তাতো দুৰ্নীতি সৃষ্টি কৰিছে। ছাত্ৰ সভাৰ বিষয়ববীয়াসকল দুৰ্নীতিমুক্ত বুলি নাইবা শিক্ষকসকলৰ মাজত দলাদলি নাই বুলি আজি কোৱা টান। ক্ষমতাত অধিষ্ঠিত দলৰ দুৰ্নীতিত সমালোচনামুখৰ অধ্যক্ষ আৰু ছাত্ৰ সভাৰ দায়িত্বত থকা অধ্যাপকৰ যি ৰাজনৈতিক দল সেই দলৰ অনুৰাগীৰ ভাও ধৰি ছাত্ৰ সভাৰ সম্পাদকে সেই অধ্যক্ষ আৰু অধ্যাপকৰপৰা নিজে দুৰ্নীতিৰ প্ৰশ্ৰয় লোৱা উদাহৰণো কোনো কোনো শিক্ষানুষ্ঠানত নোহোৱা নহয়। দুৰ্নীতি আৰু ক্ষমতালিপ্সা শিক্ষক আৰু ছাত্ৰ সমাজৰ মাজলৈ শিপোৱা নাই বুলি আজি আমি দুৰ্ভাগ্যবশত কব নোৱাৰো। ক্ষমতালিপ্সাৰ মনোবৃত্তিৰ বাবে শিক্ষক আৰু ছাত্ৰ দুয়োৰে মনত ডিগ্ৰীক কেন্দ্ৰ কৰি এটি উচ্চাত্মক মনোবৃত্তি নিশ্চিতৰূপে গঢ়ি উঠিছে যাৰ ফলতে ৰাজনৈতিক নেতাসকলক অজ্ঞ বুলি তেওলোকে ভাবিবলৈ আৰম্ভ কৰিছে আৰু ইয়াৰ বাবেই ৰাজনৈতিক নেতাসকলৰ লগত ভাব বিনিময়ৰ অভাৱ ঘটিছে। ৰাজনৈতিক নেতাসকলৰ প্ৰতি শিক্ষক আৰু ছাত্ৰৰ আজি পৰম অশ্ৰদ্ধা। অথচ সেই ৰাজনৈতিক নেতা সকলকে তেওলোকে তেওলোকৰ সভাত হয়তো কিবা স্বাৰ্থৰ গৰজতে কৰে বিশিষ্ট অতিথি বা সভাপতিৰূপে বৰণ। দুৰ্নীতিৰ কঠোৰ সমালোচনা কৰিও কলেজ আৰু স্কুলৰ ভেটি স্থাপনৰ অৰ্থে দুৰ্নীতিত অভিযুক্ত ব্যৱসায়ীৰপৰা তেওলোকেই কৰে অৰ্থ সংগ্ৰহ আৰু সাক্ষী দিয়ে ব্যৱসায়ী দুৰ্নীতিমুক্ত বুলি। কথা আৰু কাৰ্য্যৰ মাজত অসামঞ্জস্য থকা আৰু অশ্ৰদ্ধাপূৰ্ণ শিক্ষানুষ্ঠানৰ এনে বাতাবৰণৰ মাজত শিক্ষাপ্ৰাপ্ত ছাত্ৰসকলেই যেতিয়া ভবিষ্যতে প্ৰশাসনীয় কৰ্মচাৰী হৈ উঠিব তেতিয়া তেওলোক কেনেকৈ ৰাজনৈতিক নেতা আৰু জনসাধাৰণৰ প্ৰতিনিধি তথা মন্ত্ৰীৰ প্ৰতি আনুগত্যশীল হব?

অশ্ৰদ্ধাৰ বাতাবৰণৰ মাজত বাস কৰা ছাত্ৰসকল যে ৰাজনৈতিক নেতাসকলৰ

প্ৰতিয়েই শ্ৰদ্ধাহীন তেনে নহয়। তেওলোক তেওলোকৰ শিক্ষকৰ প্ৰতিও স্বাভাৱিকতে শ্ৰদ্ধাহীন হৈ পৰে যাৰ বাবেই আকৌ তেওলোক প্ৰকৃত শিক্ষা লাভতো অক্ষম হ'বলৈ বাধ্য। এই অক্ষমতা এই আনুগত্যহীনতা আৰু এই শ্ৰদ্ধাহীনতাৰ বাবেই তেওলোকে তেওলোকৰ চাকৰি জীৱনত বিস্তাৰ কৰিব নোৱাৰে সাধু আৰু নিপুণ প্ৰশাসন। আৰু শিক্ষানুষ্ঠানতো উৰিবলৈ ধৰে অনুশাসনহীনতাৰ বিজয়নিচান।

## সাধু আৰু নিপুণ প্ৰশাসন বিস্তাৰৰ অৰ্থে চাৰিটা মৌলিক কথা

দেশৰ প্ৰশাসনীয় দুৰ্নীতি আৰু ব্যৰ্থতাৰ মূলত যে কৰ্মচাৰীৰ অনানুগত্য তথা দায়িত্বহীনতা আৰু কৰ্মচাৰীৰ অনানুগত্য তথা দায়িত্বহীনতাৰ মূলত যে আকৌ দেশৰ ৰাজনৈতিক আৰু শিক্ষানুষ্ঠানৰ দূষিত বাতাবৰণ এই কথা সকলো ৰাজনৈতিক দল আৰু সকলো বুদ্ধিজীৱীয়ে বুজি নুঠালৈ ৰাষ্ট্ৰীয় জীৱনৰ সুস্থ বিকাশ দেশত অসম্ভৱ। ৰাষ্ট্ৰীয় জীৱনৰ তথা প্ৰশাসনীয় সাধুতা আৰু নিপুণতাৰ সুস্থ বিকাশৰ অৰ্থে আমি চাৰিটা মৌলিক আৰু প্ৰাথমিক কথাৰ প্ৰতি মনোনিবেশ কৰাৰ আজি প্ৰয়োজন।

প্ৰথম জনসাধাৰণৰ সামান্যতম ওজৰ আপত্তি আনকি বাতৰি কাকতৰ মাজেদি প্ৰকাশিত ওজৰ আপত্তিৰো প্ৰতি মন্ত্ৰীমণ্ডলীৰ চকু দিয়া অভ্যাস আৰু প্ৰশাসনীয় দুৰ্নীতি আৰু ব্যৰ্থতাৰ কাৰণে বিশেষ বিষয়াক দায়ী কৰাৰ নিয়ম শীঘ্ৰে দেশত প্ৰবৰ্তন কৰা আৱশ্যক।

অৱশ্যে এই নিয়মৰ প্ৰৱৰ্তনৰ অৰ্থ প্ৰশাসনীয় অধিকৰ্তা কামৰ ওপৰত মন্ত্ৰীৰ হস্তক্ষেপ অথবা তলৰ বিষয়াৰ কামৰ ওপৰত ওপৰৰ বিষয়াৰ হস্তক্ষেপ আনকি আওপকীয়া হস্তক্ষেপো হ'ব নালাগে। কাৰণ এনে হস্তক্ষেপৰ বাবে অধিকৰ্তাই বা তলৰ বিষয়াই নিজ দায়িত্ব এৰাৰ হে সুবিধা দেখে দুৰ্নীতি পৰায়ণ লোকে ওপৰৰ বিষয়া বা মন্ত্ৰীৰ আশ্ৰয় পাই তলৰ বিষয়াক ভ্ৰূক্ষেপকেই নকৰাত পৰে আৰু এনেদৰেই হস্তক্ষেপ আৰু দায়িত্বহীনতাৰ তথা দুৰ্নীতিৰ পাপচক্ৰ চিৰন্তন ঘূৰিবলৈ আৰম্ভ কৰে।

বিভাগীয় অধিকৰ্তা আৰু মন্ত্ৰী ওপৰৰ বিষয়া আৰু তলৰ কৰ্মচাৰীৰ মাজৰ যি সম্পৰ্ক সি আচলতে ইটোৱে সিটোক পৰিপূৰক কৰাৰ সম্পৰ্ক। বিশেষ পৰিচালনাৰ ক্ষেত্ৰত এজনৰ অভিজ্ঞতা আনজনাতকৈ বেছি বাবে অধিকৰ্তাৰ কৰ্মৰ ওপৰত মন্ত্ৰীৰ হস্তক্ষেপ এই ক্ষেত্ৰত চলিব নোৱাৰে কাৰণ অধিকৰ্তাৰ বিশেষ অভিজ্ঞতা মন্ত্ৰীৰ অভাৱ। কিন্তু তথাপিও মন্ত্ৰীৰ ওচৰত অধিকৰ্তা দায়ী কাৰণ মন্ত্ৰীৰ

যোগেদিয়ে জনসাধাৰণে প্ৰশাসনৰ ওপৰত কৰ্তৃত্ব ৰক্ষা কৰে আৰু জনসাধাৰণৰ ইচ্ছা অনিচ্ছা যোগ্যতা অযোগ্যতা মন্ত্ৰীহে আচলতে বুজে। নীতিৰ ক্ষেত্ৰত মন্ত্ৰী অধিকৰ্তাৰ ওপৰত কাৰণ জনসাধাৰণক নীতিৰ তলতীয়া কৰিবলৈ মন্ত্ৰীৰ হে সামৰ্থ্য আছে। মন্ত্ৰী আৰু অধিকৰ্তা দুযো দুয়োৰো পৃৰক। মন্ত্ৰীৰ যোগেদি অধিকৰ্তাই লাভ কৰে জনসাধাৰণৰ সমৰ্থন আনহাতে কৰে তেওৰ নীতি কাৰ্য্যকৰী। গতিকে অধিকৰ্তাৰ কামৰ ওপৰত হস্তক্ষেপ নকৰাকৈও আৰু উচ্চাত্মক মনোবৃত্তি নেদেখুৱাই পাৰস্পৰিক শ্ৰদ্ধাশীল হৈও মন্ত্ৰীৰ স্থান সদায়ে অধিকৰ্তাৰ ওপৰত।

প্ৰশাসনীয় অধিকৰ্তাসকলক পোনপটীয়াভাৱে দায়ী কৰাৰ সুবিধাৰ অৰ্থে টিন চিমেন্ট আদি বিলোৱা কমিটী লাইচেন্স কমিটী আৰু উপদেশ সম্পৰ্কীয় (Advisory) বোৰ্ডবোৰ তুলি দিব লাগে কাৰণ এনে কমিটী আৰু বোৰ্ডৰ মাজেদিয়ে কিছুমান বেকাৰ আৰু অলস লোকে অনুগ্ৰহ পাবলৈ ধৰে আৰু সেই অনুগ্ৰহৰ সুবিধাতে দুৰ্নীতিৰ আশ্ৰয়ত বেকাৰ হৈও নিজৰ আৰ্থিক উন্নযন সাধে। এনে কমিটী আৰু বোৰ্ডনাথাকিলে অনুগ্ৰহ প্ৰদৰ্শনৰ ৰাজনীতি ক্ষমতাত অধিষ্ঠিত দলৰ মাজৰপৰা আতৰিব আৰু দেশৰ ৰাজনৈতিক জীৱনতো স্বাভাৱিকতা বাঢ়িব। ইয়াৰ বাবেই প্ৰশাসনীয় কৰ্মচাৰীসকলেও জনসাধাৰণৰ লগত পোনপটীয়া সম্পৰ্ক স্থাপন কৰিব পাৰিব আৰু প্ৰশাসনৰ ক্ষেত্ৰ অফিচৰ সলনি জনসাধাৰণৰ মাজত বুলি ভাবিবলৈ শিকিব যাৰ বাবেই আকৌ প্ৰশাসন নিপুণ হৈ উঠিব। প্ৰশাসন নিপুণ হ লে দুৰ্নীতিও আতৰিব কাৰণ দুৰ্নীতিৰ প্ৰবেশ দ্বাৰ সদায়ে অনিপুণ প্ৰশাসন হে।

দ্বিতীয় মন্ত্ৰীমণ্ডলীৰ ওচৰলৈ জনসাধাৰণৰ ওজৰ আপত্তি সহজে যোৱাৰ ব্যৱস্থা আৰু প্ৰশাসনৰ লগত জনসাধাৰণৰ উপযুক্ত সংযোগ স্থাপন এটি প্ৰধান কৰ্তব্য বুলি ৰাজনৈতিক দলবোৰে বিশেষকৈ ক্ষমতাত অধিষ্ঠিত দলে বিবেচনা কৰা উচিত।

ভাৰতৰ জনসাধাৰণ আজি অশিক্ষিত। কিন্তু প্ৰশাসনীয় কৰ্মচাৰীসকল শিক্ষিত ডিগ্ৰীধাৰী আৰু অশিক্ষিত জনসাধাৰণৰ প্ৰতি নিজ ডিগ্ৰীৰ অহঙ্কাৰতে অৱজ্ঞাপূৰ্ণ। গতিকে প্ৰশাসনীয় কৰ্মচাৰীসকলৰ লগত দেশৰ জনসাধাৰণ আজি সহজে মিল নাযায়। ইয়াৰ বাবেই প্ৰশাসনৰ লগত জনসাধাৰণৰ আজি যি সম্পৰ্ক সি অত্যন্তই কৃত্ৰিম । অথচ দেশে আজি সমাজতন্ত্ৰ আৰু আৰ্থিক পৰিকল্পনা গ্ৰহণ কৰিছে আৰু সেইবোৰ কৃতকাৰ্য্যতাৰ বাবে প্ৰশাসন আৰু জনসাধাৰণৰ মাজত স্বাভাৱিব আৰু নিবিড় সম্পৰ্কৰ প্ৰয়োজনো একান্তই আৱশ্যক হৈছে । এই প্ৰয়োজন সিদ্ধি ৰাজনৈতিক দলবোৰৰ এটি প্ৰধান কৰ্তব্য হোৱা উচিত আৰু এই ক্ষেত্ৰত সকলো

ৰাজনৈতিক দলে এটা মাত্ৰ ৰাজনৈতিক দলৰ দৰে কাম কৰা বাঞ্ছনীয় কাৰণ সমাজতন্ত্ৰ আৰু পিচপৰা দেশৰ উন্নয়নৰ ক্ষেত্ৰত এটা মাত্ৰ ৰাজনৈতিক দলসম্পান্ন ৰাচিয়াৰ ৰাজনৈতিক জীৱন হে বেচি কাৰ্য্যকৰী, পিচ পৰা দেশৰ কাৰণে ইংল্যাণ্ডৰ দলীয় প্ৰতিযোগিতা বহুক্ষেত্ৰত আচলতে অনিষ্টকাৰী । জনসাধাৰণৰ লগত প্ৰশাসনৰ স্বাভাৱিক আৰু নিবিড় সম্পৰ্ক স্থাপনৰ কৰ্তব্য কৃতকাৰ্য্যতাৰে কৰাৰ অৰ্থে দেশৰ সকলো ৰাজনৈতিক দলৰ সকলো লোকেই আৰু অন্যান্য বুদ্ধিজীৱীসকলেও ডিগ্ৰী আৰু পদমৰ্য্যাদাৰ অভিমান ত্যাগ কৰা আৱশ্যক আৰু তেনেদৰেই জনসাধাৰণৰ প্ৰতি অন্তৰৰ পৰা শ্ৰদ্ধাশীল নিজ গৰজতে নিজে উপকৃত হোৱাৰ আশাত তেওলোকৰ লগত আলোচনা কৰিবলৈ পৰম আগ্ৰহী আৰু একান্তই নিৰহঙ্কাৰী হোৱা উচিত।

তৃতীয নিজ কৰ্তব্যৰ মাজত নিজক বিকাশ কৰাৰ যি আনন্দ সেই আনন্দৰ প্ৰতি প্ৰশাসনীয কৰ্মচাৰীৰ আসক্তি জন্মোৱাৰ ব্যৱস্থা আজি দেশত আৱশ্যক। সেই অৰ্থে আকৌ প্ৰযোজন শিক্ষা ব্যৱস্থাৰ উপযুক্ত পৰিবৰ্তন কৰ্মচাৰীৰ যোগ্যতাৰ উপযুক্ত স্বীকৃতি প্ৰদান প্ৰশাসনীয ব্যৱস্থাত মানৱীয সম্পৰ্ক স্থাপন আৰু কৰ্ম নিযুক্তি প্ৰমোচন আৰু দৰমহাৰ ক্ষেত্ৰত উপযুক্ত নীতি নিৰ্ধাৰণ।

নিজ কৰ্তব্যৰ মাজত নিজক বিকাশ কৰাৰ উপযুক্ত ব্যৱস্থা দেশত বৰ্তমান বুলি আজি কোৱা টান। আমাৰ দেশৰ শিক্ষা ব্যবস্থা আজি ক্ৰুটিপূৰ্ণ আৰু ইযাৰ মাধ্যমত ব্যক্তিয়ে নিজক বিকাশ কৰাৰ শিক্ষা আচলতে নাপায। নিজক বিকাশ কৰাটোতেই যে জীৱন আৰু জীৱনৰ শ্ৰেষ্ঠতম আনন্দও যে সেই বিকাশেই সেই কথা বৰ্তমান শিক্ষা ব্যৱস্থাৰ মাজেদি ব্যক্তিয়ে উপলব্ধি কৰিব নোৱাৰে। ফলত নিজক বিকাশ কৰাৰ মাজত আনন্দ বিচাৰে ডিগ্ৰী পদমৰ্য্যাদা আৰু সম্পত্তিৰ মাজত। ডিগ্ৰী পদমৰ্যাদা আৰু সম্পত্তিযেই যেতিয়া জীৱনৰ প্ৰধান লক্ষ্য হৈ পৰে তেতিয়া সেইবোৰ পোৱাৰ সহজ সাধ্য উপাযো ব্যক্তিযে উলিয়াবলৈ ধৰে। কিন্তু নিজক বিকাশ কৰাৰ আনন্দহে জীৱনৰ শ্ৰেষ্ঠতম বুলি উপলব্ধি কৰা লোকে বিচাৰে নিজক বিকাশ কৰাৰ সুযোগ তথা কৰ্ম। তেওলোকে সহজলভ্য ডিগ্ৰী পদমৰ্য্যাদা আৰু সম্পত্তিৰ মাজত আনন্দ নাপায় আনন্দ পায কৰ্ম কৰি নিজৰ ওপৰত থিয় দি অৰ্জন কৰি কষ্টৰ মাজেদি ডিগ্ৰী ও পদমৰ্য্যাদা আৰু সম্পত্তি এনেদৰে আনন্দ বিচৰা লোক আমাৰ দেশত বিৰল কিন্তু পশ্চিমত বিশেষকৈ ইংল্যাণ্ডত নহয়। তাত তেনে লোক সৰহ বাবেই প্ৰশাসনীয় দুৰ্নীতি আৰু ব্যৰ্থতাও তাত কম আৰু দেশৰ আৰ্থিক আৰু ৰাজনৈতিক সমস্যাসমুহ জটিল হৈও বিপৰ্য্যয়মুক্ত।

নিজ কৰ্তব্যৰ মাজত বিকাশ কৰাৰ আনন্দই জীৱনৰ প্ৰধান সম্পদ। শিক্ষাৰ মূল কথা বিকাশ ডিগ্ৰীৰ অভিমান তথা সেই অভিমানক কেন্দ্ৰ কৰি উচ্চাত্মক মনোবৃত্তি আৰু শিক্ষিত অশিক্ষিতৰ সামাজিক বিভাগ নহ। এনে ভাবত প্ৰাশসনীয় কৰ্মচাৰী তথা জনসাধাৰণৰক উদ্বুদ্ধ কৰোৱাৰ বাবে শিক্ষাৰ উপযুক্ত সংস্কাৰ দেশত আজি যেনে বাঞ্ছনীয় কৰ্মৰত কৰ্মচাৰীক উপযুক্ত স্বীকৃতি দিয়াৰ ব্যৱস্থাও সমাজত তেনে আৱশ্যকীয়।এনেদৰে স্বীকৃতি দিযাৰ উপযুক্ত ব্যৱস্থা আমাৰ দেশত বৰ্তমানে থকা বুলিব নোৱাৰি। দেশত এতিযাও বহু সংখ্যক কৰ্মনিষ্ঠ আৰু দুৰ্নীতিমুক্ত সাধু কৰ্মচাৰী আছে। কিন্তু তেওলোকক স্বীকৃতি দিয়াৰ সামান্যতম সুবিধাও দেশত আজি নাই। সকলো কৰ্মচাৰীকে আমি দুৰ্নীতিপৰায়ণ আৰু কৰ্মঅলস বুলি বক্তৃতা দি দি সাধু আৰু নিপুণ কৰ্মচাৰীসকলৰো প্ৰতি এটি অশ্ৰদ্ধাৰ ভাব আমি দেশত আজি সৃষ্টি কৰিছো। সাধু আৰু নিপুণ কৰ্মচাৰীৰ সংবাদ আমি কাচিৎহে ৰাখো। তেওলোকৰ ছবি পৰ্য্যন্ত আমি সংবাদ পত্ৰত নছপাও। ওপৰৰ বিষযা আৰু মন্ত্ৰীমণ্ডলীয়ে তেওঁলোকৰ বিষযে জনা কোনো সুযোগেই আজি আমাৰ প্ৰশাসনীয় ব্যৱস্থাত নাই। ওপৰৰ বিষযাৰ লগত তলৰ কৰ্মচাৰীৰ পোনপটীযা সম্বন্ধ স্থাপনৰ দিহা কৰিলে এপিনে যেনেকৈ কৰ্মচাৰীসকলে ওপৰৱালাৰ পৰা পোনপটীযা মানৱীয আৰু ব্যক্তিগত স্বীকৃতি আৰু উৎসাহ পোৱাৰ সম্ভাবনা বাঢে তেনেকৈ ইযাৰ ফলতে ৰঙা ফিটাৰ প্ৰশাসনীয মেৰপাকো কমে নতুন কৰ্মচাৰীযে পূৰণা কৰ্মচাৰীৰপৰা পোনপটীযা শিক্ষাও পায আৰু সকলো কৰ্মচাৰীৰ মাজতে এক পৰিবাৰৰ মাজত থকা মিল আৰু সংহতিও গঢ়ি উঠে।

প্ৰশাসনীয় কৰ্মৰ মাজেদিয়ে কৰ্মচাৰীৰসকলৰ মাজত পোনপটীযা কোনো মানৱীয সম্পৰ্ক গঢ়ি উঠাৰ সুবিধা বৰ্তমান প্ৰশাসনীয ব্যৱস্থাত নাই। ফলত প্ৰশাসনীয কৰ্মৰ মাধ্যমতে মানৱীয গুণসমূহ বিকশিত নোহোবাত তেওলোকৰ কৰ্ম হৈ পৰে যান্ত্ৰিক আৰু সেয়ে তাৰ মাজত তেওলোকে কেৱল পায অবসাদ আৰু ক্লান্তি। তেওলোকৰ জীৱনৰপৰা এই অবসাদ আৰু ক্লান্তি দূৰ কৰিব নোৱাৰিলে প্ৰশাসন কেতিযাও সৎ আৰু নিপুণ হব নোৱাৰে। তেওলোকৰ জীৱনৰপৰা কৰ্মৰ এই অৱসাদ আৰু ক্লান্তি গুচোৱাৰ অৰ্থে ওপৰৰ বিষয়া আৰু তলৰ কৰ্মচাৰীসকলৰ মাজত পোনপটীযা সম্পৰ্ক স্থাপনৰ আৰু কৰ্মচাৰীৰ সাধুতা আৰু নিপুনতাৰ স্বীকৃতিৰ দিহা দেশত আজি অত্যন্তই আৱশ্যক।

বৰ্তমান প্ৰশাসনীয ব্যৱস্থাত নতুন কৰ্মচাৰীযে প্ৰশাসনৰ বিষযে পোনপটীয়া শিক্ষা পোৱাৰ সুবিধা একেবাৰে নাই বুলিব পাৰি। এনে শিক্ষাৰ অভাৱতো প্ৰশাসনীয়

নিপুণতা নিশ্চয় বহুতো কমিছে। বৃটিছ শাসনৰ সময়ত তলৰ কৰ্মচাৰীক হাতে কলমে ওপৰৰ বিষয়াই বিশেষকৈ বৃটিছ বিষয়াই শিক্ষা দিছিল। ওপৰৰ বিষয়াৰ লগত তলৰ কৰ্মচাৰীৰ পোনপটীয়া সম্পৰ্ক নথকাত নতুন কৰ্মচাৰীয়ে আজি এনে ধৰণৰ শিক্ষা নাপায়। ফলত নতুন কৰ্মচাৰীয়ে ডাক খোলা ডাক খোলাৰ লগে লগে ঠাই বিশেষে আশু সিদ্ধান্ত গ্ৰহণ কৰা আদি প্ৰশাসনীয় সৰুসুৰা অথচ অতি আৱশ্যকীয় কথাও শিকি নুঠে। প্ৰশাসনো এবিধ বিজ্ঞানেই আৰু তাক আয়ত্ব কৰাৰ অৰ্থে পৰিকল্পিত শিক্ষাৰ নিতান্তই প্ৰয়োজন আছে। ইয়াৰ বাবে প্ৰশাসনীয় শিক্ষাকেন্দ্ৰৰ বিশেষ কোৰ্ছৰ শিক্ষাই যথেষ্ট নহয়। বিভাগীয় আলোচনা চক্ৰ, বিভাগীয় জাৰ্ণেল সেই জাৰ্ণেলত কৃতী চাকৰিয়ালৰ ছবি আৰু কৃতিত্বৰ প্ৰকাশ আদি যেনেকৈ এই ক্ষেত্ৰত প্ৰয়োজনীয় তেনেদৰে আৱশ্যকীয় ওপৰৱালাৰ তলত পোনপটীয়া হাতে কলমে শিক্ষাও। এইবিলাকৰ যোগেদি হে প্ৰশাসন যান্ত্ৰিক হবলৈ এৰি মানৱীয় হৈ পৰে আৰু প্ৰশাসনৰ মাজেদিয়ে চাকৰিয়ালে কৰ্মৰ প্ৰেৰণা পাব পাৰে।

প্ৰশাসনীয় কৰ্মৰ মাজতে জীৱনৰ উৎসাহ আৰু প্ৰেৰণা পোৱাৰ ব্যৱস্থা থাকিলেহে প্ৰশাসন জীৱন্ত আৰু বিকাশশীল পবিত্ৰ আৰু নিপুণ হোৱা সম্ভৱ। এনে উৎসাহ আৰু প্ৰেৰণাৰ বাবে কৰ্মনিযুক্তি আৰু প্ৰমোচন নিখুত হোৱা আৱশ্যক আৰু এই দুযোটা কথাৰে দায়িত্বত থকা প্ৰয়োজন পাবলিক চাৰ্ভিচ কমিচন। নিখুত প্ৰমোচনৰ বাবে নিযুক্তিৰ পাচতো চাৰ্কৰিয়ালৰ চাকৰি জীৱনৰ ওপৰত কমিচনে চোকা নজৰ ৰখা বাঞ্ছনীয়। আনহাতে কমিচনে যাতে তেওলোকৰ এই দুই কৰ্তব্য নিখুতভাৱে কৰে সেই অৰ্থে কমিচনৰ কাৰ্য্যকলাপ আৰু গঠনৰ প্ৰতিও দেশৰ ৰাজনৈতিক দল আৰু বুদ্ধিজীৱীসকল সদায় সজাগ থকা উচিত। বৰ্তমানে দেশত এই সজাগতা নাই। কমিচনৰ কাৰ্য্যকলাপ আৰু গঠনৰ ওপৰত দেশত কোনো আলোচনাই আজি নাই বুলি নিশ্চয় কব পাৰি। নিযুক্তিৰ সময়ত প্ৰাৰ্থীৰ কেনে কৰ্মৰ প্ৰতি স্বাভাৱিক প্ৰবৃত্তি আছে সেই কথাও কৰ্ম নিযুক্তিৰ সময়ত ভালদৰে বিবেচিত হোৱা প্ৰয়োজন। বৰ্তমানে এনে বিবেচনা সমূলি কৰা নহয় শিক্ষাৰ এটি মানৰ প্ৰতিহে তেতিয়া লক্ষ্য ৰখা হয়। ইয়াৰ ফলত বহুতো লোকে আজি এনে কিছুমান কৰ্মত জীৱন যাপন কৰিব লগীয়াত পৰিছে যিবিলাকৰ লগত অন্তৰৰ কোনো সম্পৰ্কই হয়তো তেওলোকৰ নাই। এনে অৱস্থাত তেওলোকৰ মনত কৰ্ম প্ৰেৰণাশূন্য আৰু মৃত নোহোৱাকৈ কেনেকৈ থাকিব?

প্ৰমোচনৰ সময়ত চাকৰিয়ালৰ কৃতিত্ব বিবেচিত হোৱা আৱশ্যক। বৰ্তমান অৱস্থাত চাকৰিৰ কাল অনুসৰি (seniority অনুসৰি) প্ৰমোচন দিয়া হয় আৰু

প্ৰমোচন এবাৰ হ লে কৃতিত্ব দেখুৱাব নোৱাৰিলেও চাকৰিয়ালজনে তাতেই নিগাজী হয় অথচ তলৰ চাকৰিয়ালজন কৃতিত্বসম্পন্ন হৈও প্ৰমোচনৰ সুবিধা নাপায়। প্ৰশাসনীয় সাধুতা আৰু নিপুণতাৰ বাবে এই নীতিৰ পৰিবৰ্তনৰ প্ৰয়োজন আছে। কৃতিত্ব দেখুৱাব নোৱাৰিলে আনকি কৃতিত্বৰ হ্ৰাস হবলৈ আৰম্ভ কৰিলেও চাকৰিয়ালক প্ৰমোচনৰ বহু বছৰৰ পাচতো পূৰ্বৰ চাকৰিলৈ আনকি ভিন্ন বিভাগলৈও ঘূৰাই পঠাব লাগে বুলি প্ৰশাসনীয় জীৱনৰ গভীৰ অভিজ্ঞতা থকা অধ্যাপক স্বাৰ্গীয় ডাৰৱিনৰ নিচিনা লোকেও ইংল্যাণ্ডৰ ক্ষেত্ৰতে মত প্ৰকাশ কৰিছে। তেখেতৰ মতে চাকৰিযালৰ নিৰাপত্তা চাকৰি জীৱনত হে হোৱা উচিত কোনো বিশেষ চাকৰিত নহয়। কৃতিত্ব থকা চাকৰিযালক নিজ বিভাগত প্ৰমোচন দিয়াৰ সুবিধা নাথাকিলে অন্য বিভাগতো প্ৰমোচন দিযা উচিত বুলি তেখেতেই কৈছে। মুঠতে তেখেতৰ মতে কৃতিত্বসম্পন্ন চাকৰিয়ালে স্বীকৃতিৰ প্ৰেৰণা আৰু প্ৰমোচনৰ আশা চাকৰি জীৱনৰ গোটেই কালৰ ভিতৰতে পোৱা আৱশ্যক। দৰমহাৰ ক্ষেত্ৰতো ভিন্ ভিন্ বিভাগত কাম কৰিও একে কৃতিত্বসম্পন্ন চাকৰিযালে একে দৰমহা পোৱা উচিত। চাকৰিযালৰ নিযুক্তি প্ৰমোচন দৰমহা আৰু স্বীকৃতিৰ সম্পৰ্কত ৰাচিযাৰ অভিজ্ঞতাও আমি নিশ্চয় কামত খটুৱাব পাৰো।

চতুৰ্থ দেশৰ ৰাজনৈতিক আৰু সামজিক বাতাবৰণ সুস্থ প্ৰেৰণাযুক্ত আৰু আশাবাদী কৰাটো দেশৰ ৰাজনৈতিক নেতা আৰু বুদ্ধিজীবীসকলৰ অন্যতম কৰ্তব্য।

দেশত আজি যি প্ৰেৰণাশূন্য আৰু হতাশাযুক্ত বাতাবৰণ তাৰ মাজত কৰ্মৰ প্ৰতি জনসাধাৰণৰ তথা প্ৰশাসনীয কৰ্মচাৰীৰ আসক্তি নাবাঢে বৰ, কমে। এনে প্ৰেৰণাশূন্য আৰু হতাশাযুক্ত বাতাবৰণৰ বাবে দেশৰ ৰাজনৈতিক তথা বুদ্ধিজীৱীসকলৰ চিন্তাধাৰা বহু পৰিমাণে দাযী। দেশৰ তথাকথিত ৰাজনৈতিক নেতা আৰু তথাকথিত বুদ্ধিজীৱীসকলে দেশৰ সমস্যা সমূহৰ বিষযে গভীৰ চিন্তা নকৰে আৰু সেয়ে তেওলোকৰ মনত অসহিষ্ণুতাই বৃদ্ধি পাবলৈ ধৰে। অসহিষ্ণুতাই দেশৰ সমস্যা সমাধান কঠিন কৰি তোলে আৰু পাৰস্পৰিক দোষাৰোপৰ বাতাবৰণ এটি গঢে।

দেশত আজি নানা সমস্যা বিশেষকৈ দৰিদ্ৰতাৰ সমস্যা আছে। অভাৱ সজাগতা আৰু জনসংখ্যা বৃদ্ধিৰ বাবে দৰিদ্ৰতাৰ এই সমস্যা দেশত দিনে দিনে তীব্ৰ হৈছে। দেশৰ পুৰণা তথা অচল সামাজিক ব্যৱস্থাৰ মৌলিক পৰিবৰ্তন নহ লে অথবা অভাৱ সজাগতা কৰ্মমুখী কৰিব নোৱাৰিলে দৰিদ্ৰতাৰ এই সমস্যা আচলতে সমাধান হব নোৱাৰে। অভাৱ সজাগতাৰ কৰ্মমুখী কৰাৰ চেষ্টা ধৰ্ম প্ৰচাৰক তথা বিনোবা ভাবেৰ নিচিনা আদৰ্শ প্ৰচাৰকসকলে আজি কৰি আছে। ৰাজনৈতিক

নেতাসকলে স্বাভাবিকতে চেষ্টা কৰিছে দেশৰ অচল সামাজিক আৰু উৎপাদন ব্যৱস্থাৰ পৰিবৰ্তনত। এই পৰিবৰ্তন সাধন সময় সাপেক্ষ গতিকে দেশৰ দৰিদ্ৰতাৰ সমস্যাও বহুদিন থাকিবলৈ বাধ্য। এই পৰিবৰ্তন সাধনৰ গতি ক্ষিপ্ৰ কৰাৰ চেষ্টা ৰাজনৈতিক তথা বুদ্ধিজীৱীসকলৰ কৰ্তব্য আৰু তাৰ বাবে এই সমস্যাৰ প্ৰকৃত স্বৰূপ আৰু বিভিন্ন দিশ জনসাধাৰণৰ আগত দাঙি ধৰাটো তেওলোকৰ পক্ষে নিশ্চয় বাঞ্ছনীয়। কিন্তু ক্ষমতালিপ্সাৰ মাদকতাত পৰি অথচ ক্ষমতাপ্ৰাপ্তিৰপৰা বঞ্চিত হৈ হতাশ ৰাজনৈতিক নেতা আৰু বুদ্ধিজীৱীয়ে তেওলোকৰ এই কৰ্তব্য কৰিবলৈ আগবাঢি অহা নাই বৰং পৰস্পৰক দোষ দি জনসাধাৰণক বিভ্ৰান্ত হে কৰিছে আৰু তাৰ ফলতেই দেশৰ ৰাজনৈতিক তথা সামাজিক বাতাবৰণ দূষিত আৰু প্ৰেৰণাশূন্য দলাদলি আৰু চক্ৰান্তযুক্ত উদ্দেশ্যহীন আৰু উত্তেজনাপূৰ্ণ অধিক হৈছে।

দেশৰ বিভিন্ন সমস্যাৰ বিশেষকৈ দৰিদ্ৰতা সমস্যাৰ অৰ্থনৈতিক ভৌগোলিক ঐতিহাসিক সামাজিক আদি বিভিন্ন ফালৰ ওপৰত গভীৰ ধ্যান দিয়াৰ অভ্যাস আৰু নিজ বিশ্বাস জনসাধাৰণৰ আগত দাঙি ধৰাৰ সততা আমাৰ ৰাজনৈতিক নেতা আৰু বুদ্ধিজীৱীসকলৰ নোহোৱাৰ্লৈকে দেশত সামাজিক বিশৃঙ্খলতা নুগুচে গতিকে প্ৰশাসনীয় ব্যৰ্থতা আৰু দুৰ্নীতি ও থাকিবলৈ বাধ্য।

আমাৰ দেশৰ ৰাজনৈতিক নেতা তথা বুদ্ধিজীৱীসকলে দেশৰ বিভিন্ন সমস্যাৰ ওপৰত গভীৰ মনোযোগ দিযে বুলি কোৱা টান। ফলত তেওলোকৰ জীৱনত অন্যালোক বা দেশৰপৰা ধাৰ কৰা শ্লগানৰ প্ৰভাৱ আমি দেখো। জীৱনত যেতিয়া চিন্তাৰ সলনি শ্লগানৰ প্ৰভাৱ পৰে তেতিয়া আনৰ মতামত বিবেচনা কৰাৰ ক্ষমতা ব্যক্তিযে হেৰুবায। ফলত ব্যক্তি হৈ পৰে অসহিষ্ণু আৰু আনে অন্যমত পোষণ কৰিলে সেই ভিন্নমত নিজ স্বাৰ্থত তথা কোনো মন্ত্ৰী বা বিশেষ লোকৰ অনুগ্ৰহ পোৱাৰ আশাত অথবা অনুগ্ৰহ আৰু ক্ষমতা নোপোৱাৰ হতাশাত গ্ৰহণ কৰা বুলি তেওক দোষাৰোপ কৰিবলৈ ধৰে। এনে অৱস্থাত দেশত বিভিন্ন মতৰ মাজত সমন্বয়ৰ ঐতিহ্য গঢি উঠিব নোৱাৰে আৰু গঠনমূলক সমালোচনাৰ অভাৱে দেশত দেখা দিয়ে। বিভিন্ন ৰাজনৈতিক দলৰ উদ্দেশ্য হৈ পৰে তেতিয়া পৰস্পৰক হেয় প্ৰতিপন্ন কৰা। অথচ তেওলোকৰ মূল উদ্দেশ্য হব লাগে বিভিন্ন সমস্যাৰ বিভিন্ন ফাল বিভিন্ন ধৰণে জনসাধাৰণৰ আগত দাঙি ধৰি সমস্যাৰ প্ৰকৃত সমাধান গঠনত জনমত সৃষ্টি কৰা আৰু এনেদৰে সৃষ্টি হোৱা জনমত অনুসৰি দেশৰ সমস্যা সমাধানৰ প্ৰকৃত পন্থা বাছি উলিওৱা। দেশৰ বহুতো সমস্যাই আজি হযতো সমাধানৰপৰা বহু দূৰত কাৰণ ৰাজনৈতিক দলবোৰ এই সমস্যা সমাধানত প্ৰকৃততে ইচ্ছুক হয় নে নহয় ই সন্দেহ

জনক। সমস্যা সমাধানৰ জনমত আৰু প্ৰকৃত পন্থা বিকশিত কৰাৰ চেষ্টা আচলতে তেওলোকৰ নাই। তেওলোকৰ দৃষ্টি ক্ষমতাপ্ৰাপ্তিৰ ওপৰত। ক্ষমতাপ্ৰাপ্তিৰ বাবেই জনমতৰ দোহাই দি তেওলোকেই দেশত উত্তেজনাৰ বৃদ্ধি কৰে।

দেশত আজি পৰিবৰ্তনৰ অৱস্থা এটি চলি আছে। পৰিবৰ্তনৰ মধ্যকালীন অৱস্থাত (Transitional period ত) দেশ সম্পূৰ্ণভাৱে দুৰ্নীতি আৰু সমস্যামুক্ত হব নোৱাৰে বিশেষকৈ যি অৱস্থাত দেশত এটি ৰঘুমলা সদৃশ (Parasitic)শ্ৰেণী থাকে। আমাৰ দেশত ৰঘুমলা সদৃশ এটা শ্ৰেণী অৱশ্যাই আছে আৰু এই শ্ৰেণীটো যথেষ্টই ডাঙৰ। তেওলোকে কৰ্ম নকৰাকৈও অন্যৰ ওপৰত বৰ্তিব খোজে। এনে ধৰণৰ লোকসকলেই আজি দালাল। ৰাজনৈতিক নেতা অথবা প্ৰশাসনীয় কৰ্মচাৰীৰ লগত তেওলোকে কৰে জনবিশেষৰ সংযোগ স্থাপন আৰু এনে সংযোগৰ যোগেদি ৰাজনৈতিক নেতাৰ আৰু প্ৰশাসনীয় কৰ্মচাৰীৰ পৰা তেওলোকে এপিনে পায অনুগ্ৰহ আৰু আনপিনে নিজৰ কাৰণে আৰু হ্যতো কেতিযাবা কৰ্মচাৰী আনকি ৰাজনৈতিক নেতাৰ কাৰণেও তেওলোকে গাওবাসীৰপৰা কৰে উৎকোচ (Bribe) সংগ্ৰহ। এনে ধৰণৰ ৰঘুমলা সদৃশ সংযোগকাৰীসকল অকল যে গাৱতে আছে তেনে নহয। তেওলোক নগৰতো থাকিব পাৰে। নামত উকিল হৈও আনকি ৰাজনীতি কৰিও বহু সময়ত তেওলোক আচলতে ব্যৱসাযী আৰু প্ৰশাসনীয় বিষযাৰ মাজৰ সংযোগকাৰী লোক হে। আৱশ্যকতাতকৈও বেচি সংখ্যক লোক যদি কোনো জীৱিকাৰ প্ৰতি ধাবমান হয তেন্তে সেই জীৱিকা প্ৰৱৰ্তন কাৰীসকলৰ মাজতে ৰঘুমলা সদৃশ এনে লোকৰ জন্ম হয়। পুৰণা ভাৰতবৰ্ষত আৱশ্যকতাতকৈ বেচি ধৰ্ম আৰু শিক্ষাগুৰুৰ সংখ্যা হয়তো বেচি আছিল আৰু সেয়ে তেওলোকৰ মাজতে ৰঘুমলা সদৃশ কিছুমান লোকে ধৰ্ম আৰু শিক্ষাৰ নামত কলঙ্ক সৃষ্টি কৰিব পাৰিছিল। মাটিৰ তুলনাত মাটিৰ মোহত আক্ৰান্ত লোকৰ সংখ্যা বৃদ্ধিৰ সুযোগতে বৃটিছ শাসনৰ আদি কালত আন এক প্ৰকাৰ ৰঘুমলা সদৃশ শ্ৰেণীৰো সৃষ্টি দেশত হৈছিল। সেইদৰে দেশত যিমান লোক আজি ৰাজনীতিত কিনা বেচা কাৰবাৰত আৰু আইন ব্যৱসায়ত আৱশ্যক তাতোকৈ বহুতো লোক সেইবোৰত আছে কাৰণ সেইবোৰৰ মাজেদি সংযোগকাৰী হৈ পৰৰ ওপৰত জীৱিকা প্ৰৱৰ্তনৰ সুবিধা বেচি। সমাজৰ কৰ্ম আৰু উৎপাদন ব্যৱস্থা আজি ক্ৰটীপূৰ্ণ। সেই ক্ৰটী নুগুচালৈকে ৰঘুমলা সদৃশ লোকসকল থাকিবই আৰু তেওলোকৰ মাজেদি দেশৰ প্ৰশাসনত দুৰ্নীতি আৰু ব্যৰ্থতা প্ৰৱেশ কৰিবই। প্ৰশাসনীয় দুৰ্নীতি আৰু ব্যৰ্থতা দূৰীকৰণৰ অৰ্থে সমাজৰপৰা ৰঘুমলা সদৃশ লোকসকলক নিৰ্মূল কৰা নিতান্ত প্ৰয়োজন অন্যথা দেশৰ ৰাষ্ট্ৰীয তথা সামাজিক

বাতাবৰণ পবিত্ৰ হোৱা অসম্ভৱ। এই নিৰ্মূলতাৰ পন্থা দুটা। প্ৰথম এই শ্ৰেণী লোকৰ বিৰুদ্ধে এক প্ৰচণ্ড সংগ্ৰাম। দ্বিতীয় দেশৰ কৰ্ম আৰু উৎপাদন ব্যৱস্থাৰ এনে পৰিবৰ্তন সাধন য ত নেকি সকলোৱেই নিজৰ ওপৰত নিৰ্ভৰ কৰি জীৱিকা বৰ্তাব পাৰে। আমাৰ দেশে দ্বিতীয় পন্থা বাছি লৈছে কাৰণ প্ৰথম পন্থা গ্ৰহণ কৰিলেও দ্বতীয় পন্থা অৱশেষত গ্ৰহণ নকৰাকৈ বিষবৃক্ষৰ জইন (Root cause) কেতিয়াও মাৰিব নোবাৰে। কিন্তু দেশৰ কৰ্মব্যৱস্থা আৰু উৎপাদন ব্যৱস্থাৰ পৰিবৰ্তন একেদিনে অসম্ভব। কাৰণ তাৰ লগত শতাব্দীৰ আবৰ্জনা দূৰ কৰাৰ উপযুক্ত মনোবৃত্তি বিকাশ কৰাব আৰু মূলধনৰ প্ৰশ্ন জড়িত আছে। এনে অৱস্থাত দেশৰ প্ৰশাসনীয় দুৰ্নীতি আৰু ব্যৰ্থতা সম্পূৰ্ণ ভাৱে আৰু শীঘ্ৰে দূৰীভুত কৰিব নোৱাৰাৰ কথা বঢ়াই কোৱাৰ পৰা একো লাভ হব নোৱাৰে বৰং বিফলতাৰ হতাশাৰে দেশত বিশৃঙ্খলাহে বাঢ়িব পাৰে। ইয়াৰ অৰ্থ অৱশ্যে এইটো নহয় যে দেশৰ ৰাজনৈতিক নেতা আৰু বুদ্ধিজীৱীসকলে দুৰ্নীতি আৰু ব্যৰ্থতাৰ বিষযে একো মাতিব নালাগে। কিন্তু তেওলোকৰ মাত স্পষ্ট দুৰ্নীতি আৰু ব্যৰ্থতাৰ বিৰুদ্ধে হব লাগে। সি হব নালাগে অস্পষ্ট আৰু কাকো স্পৰ্শ নকৰা বিধৰ। সি হব লাগে বিশেষ ব্যক্তিৰ বিৰুদ্ধে আৰু স্পষ্ট ৰূপত।

তেওলোকৰ এই মাত মতাৰ স্থলো জনসাধাৰণৰ বিশেষকৈ ছাত্ৰ ছাত্ৰীৰ সভা সমিতি হব নালাগে। কাৰণ তেতিযা হ লে এই ছাত্ৰসকলে কৰ্ম প্ৰেৰণা নাপায় আৰু ভৱিষ্যত জীৱনত ওপৰৱালাৰ প্ৰতি আনুগত্যশীল নহয়। পিতাক মাকে ল ৰা ছোৱালীৰ মঙ্গলৰ অৰ্থেই নিজৰ বেযা কথা আৰু পাৰস্পৰিক কাজিয়া লুকাই ৰাখিব লাগে। মনোবিজ্ঞানৰ এই সৰ্বসম্মত কথা ৰাজনৈতিক জীৱনতো সত্য আৰু সেই গতিকেই তেওলোকৰ এই মাত মতাৰ উপযুক্ত স্থল ছাত্ৰ সভা হব নোৱাৰে সেই স্থল বিধান সভা ন্যাযালয অথবা সাংবিধানিক আন কোনো অনুষ্ঠান হে।

স্পষ্ট দুৰ্নীতিৰ বিৰুদ্ধে সাংবিধানিক স্পষ্ট ব্যৱস্থা লোৱাৰ পৰামৰ্শ সাহস আৰু সংহতি জনসাধাৰণক দিযাটো তেওলোকৰ নিশ্চয কৰ্তব্য। বহু ক্ষেত্ৰত আজি দুৰ্নীতি চলি আছে কাৰণ সেই দুৰ্নীতিৰ বিৰুদ্ধে স্পষ্ট ব্যৱস্থা লোৱাৰ সাহস জ্ঞান সংহতি আৰু ধৈৰ্য্য আমাৰ জনসাধাৰণৰ নাই। দুৰ্নীতিৰ বিষয়ে আমি নিশ্চয় সমালোচনা কৰো কিন্তু তাক আমি সৰ্বদাই সহ্যও কৰি থাকো। দুৰ্নীতি দূৰ কৰাৰ প্ৰকৃষ্ট উপায দুৰ্নীতিৰ বিৰুদ্ধে উপৰুৱা সমালোচনা নহয় তাৰ বিৰুদ্ধে স্পষ্ট সংগ্ৰামহে। ৰাজনৈতিক নেতা আৰু বুদ্ধিজীৱীসকলে অস্পষ্ট সমালোচনাৰে দেশৰ বাতাবৰণ হতাশাযুক্ত নকৰি বিশেষ দুৰ্নীতিৰ বিৰুদ্ধে বিশেষ কৰ্মচাৰীৰ বিপক্ষে আৰু

বিশেষ স্থলত জনসাধাৰণক উৎসাহ পৰামৰ্শ আৰু সাহায্য দিয়াত হে ঐকান্তিক মনোনিবেশ কৰা উচিত। তেনেদৰে তেওলোকে মনোনিবেশ কৰা উচিত আইনৰ কেনে সুৰুঙাৰ যোগেদি অডিটৰ বেজিৰ জোলোঙা মনা কুঠাৰৰ জোলোঙা নমনা কেনে মনোবৃত্তিৰ ভিতৰেদি আৰু অডিটৰ আপত্তি গুচাবলৈ দুৰ্নীতিৰ ইচ্ছা নকৰাতো দুৰ্নীতিপূৰ্ণ মিছা হিচাবৰ কেনে বাধ্যবাধকতাৰ মাজেদি দুৰ্নীতি প্ৰবেশ কৰে তেনে ধৰণৰ নীতি সম্পৰ্কীয় কথাবোৰত।

সংসদী গণতন্ত্ৰত ৰাজনৈতিক দলৰ প্ৰকৃত আৱশ্যকতা কি তাক সকলো ৰাজনৈতিক দলে আজি জনা উচিত। প্ৰশাসনীয় দুৰ্নীতি আৰু অন্যাযৰ বিৰুদ্ধে সাংবিধানিক সংগ্ৰামৰ শিক্ষা তথা দিহা জনসাধাৰণক দি আৰু বিভিন্ন সমস্যাৰ বিভিন্ন ফালৰ লগত জনসাধাৰণক পৰিচিত কৰোবাই সমস্যা সমাধানৰ এটি জনমত সৃষ্টিত ৰাজনৈতিক দলবোৰে সহায কৰিব আৰু সেই দৰেই প্ৰশাসনৰ ওপৰত জনসাধাৰণৰ কৰ্তৃত্ব তথা সাৰ্বভৌমত্ব বচাই ৰাখিব লাগে। প্ৰশাসনৰ ওপৰত জনসাধাৰণৰ সাৰ্বভৌমত্ব ৰক্ষাৰ অৰ্থে জনসাধাৰণৰ প্ৰতিনিধি তথা মন্ত্ৰীমণ্ডলীৰ প্ৰতি প্ৰশাসনীয় কৰ্মচাৰীৰ অনুগত্যশীলতা বৃদ্ধিৰ চেষ্টাও তেওলোকেই কৰিবল লাগে। সেইদৰে প্ৰশাসনৰ লগত জনসাধাৰণৰ সংযোগ স্থাপন কৰি দেশৰ গঠনমূলক উন্নযন কাৰ্য্যৰ সহজ বিকাশ সাধনো ৰাজনৈতিক দলবোৰৰ বিশেষকৈ ক্ষমতাত অধিষ্ঠিত দলৰ অবশ্যাই কৰ্তব্য। অৱশ্যে এই কৰ্তব্য কৰোতে স যোগকাৰীৰ ভূমিকা লৈ ৰঘুমলা সদৃশ একশ্ৰেণীৰ লোকে দুৰ্নীতিৰ বিস্তাৰো সাধে। এই বিস্তাৰ যাতে সম্ভবপৰ নহয় সেই অৰ্থে ৰাজনৈতিক দলবোৰে দলৰ সকলো বিষযববীযাকে বেতন দিব লাগে বিষযববীযাৰ নিৰ্দিষ্ট কৰ্মসূচী ঠিক কৰি দিব লাগে আৰু সেই কৰ্মসূচী মতে কাম হৈছে নে নাই আৰু বিষযববীযাসকল জনসাধাৰণৰ আস্থাভাজন হৈ আছে নে নাই তাৰ বাবে উপযুক্ত পৰিদৰ্শনৰ ব্যৱস্থাও থাকিব লাগে। নিৰ্দিষ্ট কৰ্মসূচী আৰু উপযুক্ত পৰিদৰ্শনৰ অভাৱত দেশৰ ৰাজনৈতিক দলৰ কৰ্মীসকলে দেশৰ উন্নযনমূলক কাৰ্য্যত একো অৰিহণা যোগোৱা নাই। তেওলোকৰ কাৰ্য্যকলাপ মাত্ৰ ভাওনাৰ বক্তৃতাস্বৰূপ হৈছে। অথচ আধিযাৰ আইন পথাৰ পৰিচালনা কমিটীবোৰ আৰু অন্যান্য আৰ্থিক উন্নয়নৰ ক্ষেত্ৰত তেওলোকৰ কৰিবলগীয়া বহুতো আছে। দেশৰ উন্নয়নমূলক কাৰ্য্যৰ ক্ষেত্ৰত ৰাজনৈতিক দলে কেনেদৰে কৰ্মসূচী লব লাগে তাৰ অভিজ্ঞতাৰ অৰ্থে আমি ৰাছিযাৰ পিনে নিশ্চয় চাব পাৰো।

ৰাজনৈতিক দলবোৰৰ সাৰ্থকতা নিজ কৰ্তব্য পালনত ভাওনা দেখুৱাত নহয। ৰাজনৈতিক দলৰ কৰ্তব্য জনসাধাৰণক সমস্যা সমাধানত যোগ্যতাসম্পন্ন কৰা

আৰু সেই দৰেই প্ৰশাসনীয় তথা দলীয় স্বেচ্ছাচাৰিতা অসম্ভৱ কৰি তোলা। এই কৰ্তব্য ক্ষমতা প্ৰাপ্তিৰ প্ৰতিযোগিতাৰ প্ৰচণ্ড প্ৰদৰ্শন কেতিয়াও নহয়। কিন্তু দুৰ্ভাগ্যবশত ৰাষ্ট্ৰীয় জীৱনৰ সকলো স্তৰতে প্ৰতিযোগিতাৰ এই প্ৰচণ্ড প্ৰদৰ্শনেই আজি প্ৰধান হৈ পৰিছে। ক্ষমতা প্ৰাপ্তিৰ অৰ্থেই সকলো ৰাজনৈতিক দলে আজি গাৱঁৰ আৰু নগৰৰ দালাল শ্ৰেণীক প্ৰশ্ৰয় দিছে আৰু এই শ্ৰেণীৰ গৰজতে দেশৰ গঠনমূলক কৰ্মৰ ক্ষেত্ৰতো তথা পঞ্চাযত স্তৰতো দলাদলি সৃষ্টি কৰিছে। সমাজবাদৰ দোহাই দি উগ্ৰ ৰাজনৈতিক দলৰ উগ্ৰ নেতাই এসময়ত দিয়ে ধনিক বণিক আৰু ধৰ্ম ব্যৱসাযীসকলৰ বিৰুদ্ধে গৰম বক্তৃতা, অথচ তেৱেঁই অন্য সময়ত লাগি পৰে কোনো মন্দিৰৰ বা মজিদৰ বা কোনো গীৰ্জাৰ বা কোনো ঠিকাদাৰৰ অন্যায় আব্দাৰ ৰক্ষাত। কথা আৰু কাৰ্য্যৰ এনে অসামঞ্জস্যৰ কাৰণে জনসাধাৰণে কোনটো ৰাজনৈতিক দলকে আজি অন্তৰৰে বিশ্বাস নকৰাত পৰিছে আৰু যেযে লঙ্কালৈ যায সেযে ৰাৱণ হয বুলি গাবলৈ ধৰিছে যাৰ বাবেই আকৌ প্ৰশাসনীয় দুৰ্নীতি আৰু ব্যৰ্থতাৰ বিৰুদ্ধে স,ঘবদ্ধ চেষ্টাও অসম্ভৱ হৈ পৰিছে।

দেশৰ বাতাবৰণ আজি অবিশ্বাস আৰু হতাশাৰে পৰিপূৰ্ণ। আজি কৰ্মচাৰীযে দূষিছে ওপৰৰ বিষযাক ওপৰৰ বিষযাই দূষিছে তলৰ কৰ্মচাৰী আৰু মন্ত্ৰীক মন্ত্ৰীযে দূষিছে বিষযা আৰু জনসাধাৰণক জনসাধাৰণে দূষিছে মন্ত্ৰী আৰু কৰ্মচাৰীক। সকলোৱে যেতিয়া সকলোকে দূষিবলৈ আৰম্ভ কৰে তেতিয়াই সম্ভৱপৰ হয বেযা কামকো ভাল বুলি যুক্তি দিয়া অভ্যাসৰ তথা আত্ম প্ৰবঞ্চনাৰ। অপাৰ ধনৰ অধিকাৰী হৈও যদি ব্যক্তি বিশেষে দুৰ্নীতিৰ অভ্যাস কৰে দুবেলা দুমুঠিৰ বাবে হাহাকাৰ কৰাজনৰ নো দুৰ্নীতি পৰাযণ হোৱাত কি বাধা থাকিব পাৰে? দুৰ্নীতিৰ কাৰণে প্ৰলোভন দেখুৱাত যদি জননেতাৰ দোষ নাই দুৰ্নীতিত লিপ্ত হোবা বিষযা বা কৰ্মচাৰীৰে বা দোষ ক ত? এনে ধৰণৰ আত্মপ্ৰবঞ্চনা যেতিয়া সমাজত ব্যাপক হৈ উঠে দুৰ্নীতিৰ দুৰ্বাৰ শাসন ৰোধ কৰা তেতিয়া অত্যন্তই কঠিন হৈ পৰে।

দেশত আজি প্ৰশাসনীয় সাধুতা আৰু নিপুণতাৰ বিস্তাৰ সহজ নহয় কিযনো দেশ আজি হেৰাই গৈছে আত্ম প্ৰবঞ্চনাৰ মাজত। আত্ম প্ৰবঞ্চনাৰ এই দূষিত বাতাবৰণৰ মাজৰপৰা মুক্তি পোৱাৰ অৰ্থে সেই বাতাবৰণক আজি বিশ্বাস আৰু প্ৰেৰণাৰে সিক্ত কৰাৰ অপৰিহাৰ্য্যতাৰ প্ৰযোজন হৈছে। দেশৰ ৰাজনৈতিক দল আৰু বুদ্ধিজীৱীসকলে পাৰস্পৰিক দোষাৰোপৰ অভ্যাস আৰু ক্ষমতাপ্ৰাপ্তিৰ প্ৰতিযোগিতা ত্যাগ কৰি তেওলোকে মনোনিবেশ কৰিব লাগে সেই কৰ্তব্য যি কৰ্তব্য তেওলোকৰ কাৰণে অৱশ্যই প্ৰকৃত। নিজ নিজ কৰ্তব্যত যদি ৰাষ্ট্ৰৰ সকলো ব্যক্তি আৰু দল

ৰত হয়  তেতিয়া অনিপুণ প্ৰশাসন আৰু তেনে প্ৰশাসনৰ মাজতে লুকাই থকা দুৰ্নীতিও  আঁতৰে।

প্ৰশাসনীয় দুৰ্নীতি আৰু ব্যৰ্থতা গুচাবলৈ যে ক্ষমতাত অধিষ্ঠিত দল বদ্ধপৰিকৰ  সেই ধাৰণা জনসাধাৰণৰ মাজত সৃষ্টি কৰাটো দলৰ আজি কৰ্তব্য। সেইদৰে দেশৰ সমস্যাসমূহ সমাধানৰ কাৰণে বিৰোধী দলবিলাক যে সচাঁকৈয়ে ইচ্ছুক আৰু সেইবোৰৰ ওপৰত গভীৰ মনোযোগ দিযাৰ ক্ষমতা তেওলোকৰো যে আচলতে আছে  এই বিশ্বাস জনসাধাৰণৰ মাজত তেওলোকে আজি জনোৱাৰ প্ৰযোজন হৈছে। ৰাজনৈতিক দলে তথা বুদ্ধিজীৱীযে তেওলোকৰ ওপৰত জনসাধাৰণৰ আস্থা ঘূৰাই আনিব নোৱাৰিলে দেশৰ বাতাবৰণ স্বাভাৱিক কেতিযাও নহ্ব আৰু দেশো পৰম বিপৰ্য্যযৰ মাজত লুকাই পৰিব।

দেশৰ ৰাষ্ট্ৰীয বাতাবৰণ আজি নিশ্চয দূষিত। প্ৰশাসনীয সাধুতা আৰু নিপুণতাৰ অভাৱ আজি নিশ্চয আছে। তথাপিও হতাশাক প্ৰশ্ৰয দিযা আমাৰ উচিত নহ্ব  কাৰণ দেশৰ জনসাধাৰণ এতিযাও দেশ গৌৰৱত উদ্বুদ্ধ আৰু দেশতো আছে বিকাশৰ এটি আলোড়নও। বুদ্ধিজীৱীসকলে তেওলোকৰ প্ৰকৃত প্ৰেৰণা আৰু কৰ্তব্য অৱশ্যে বিচাৰি পোৱা নাই। চিন্তাৰ মাধ্যমত তেওবিলাকে নিশ্চয সেই প্ৰেৰণ' আৰু কৰ্তব্য বিচাৰি উলিয়াব পাৰে আৰু তেনেদৰেই আমাৰ ৰাষ্ট্ৰীয জীৱনৰ বিকাশো কৰিব পাৰে ফলপ্ৰস আৰু পবিত্ৰ।

# জাতীযতাৰ সমস্যা- বিকাশ আৰু ভাগবাটোৱাৰাৰ প্ৰশ্ন

আবশ্যকতাবশত নিবিচাৰি বা গ্ৰহণ নকৰি অনুকৰণবশত বা উচ্ছ্বাসবশত যদি আমি কিবা বিচাৰো বা গ্ৰহণ কৰো তেন্তে সেই বিচাৰ বা গ্ৰহণৰ ফলত জীৱনত কৃত্ৰিমতা জটিলতা আৰু সমস্যা আহিবলৈ বাধ্য। এই কথা ব্যক্তিগত জীৱনত আৰু বৈষযিক ক্ষেত্ৰত যেনেদৰে সত্য তেনেদৰে ই সত্য সামাজিক আৰু অবৈষযিক ক্ষেত্ৰতো।

জুইৰ আবশ্যকতা নুবুজা অবোধ শিশুৱে জুই লৈ খেলা কৰিব পাৰে কিন্তু তাৰ সহাযত দৈনন্দিন জীবন উন্নত কৰিব নোবাৰে বৰং অবাঞ্ছনীয ঘটনাৰ হে সূত্ৰপাত কৰিব পাৰে। ধনৰ আবশ্যকতা নুবুজা কৃপণৰ ধন সংগ্ৰহ যেনেদৰে অৰ্থহীন আৰু হাস্যাস্পদ ধন খটুবাবলৈ অনিচ্ছুক ধনীৰ ধনো তেনেদৰে বিলাস আৰু শোষণৰ কাৰণ। নাৰিকলৰ মোল নুবুজা বান্দৰে যেনেকৈ নাৰিকলক কেন্দ্ৰ কৰি হ্যস্যাস্পদ আৰু বিপদজনক অবস্থাৰ সৃষ্টি কৰে তেনেকৈ ঈশ্বৰ স্বাধীনতা সমাজতন্ত্ৰ পৰিকল্পনা সমবায ভাষা আৰু সাহিত্য জাতীযতা আদিৰ প্ৰকৃত আবশ্যকতা নুবুজা ব্যক্তি আৰু সমাজেও এইবোৰ বিচাৰি আৰু এইবোৰক কেন্দ্ৰ কৰি হাস্যাস্পদ আৰু বিপদজনক হৈ চৈ হে কৰিব পাৰে।

স্বাৰ্থকেন্দ্ৰিক ভাবক সংযত কৰি উদাৰ আৰু বিশ্বজনীন প্ৰেমভাবৰ বিকাশৰ অৰ্থেই আৰু সেইদৰেই দুখহীন শুদ্ধ আনন্দময অবস্থাত থকাৰ বাবেই ঈশ্বৰ তথা পৰমাত্মাৰ আবশ্যকতা আছে। কিন্তু এনে আবশ্যকতা উপলব্ধি নোহোৱা অবস্থাত ঈশ্বৰক যদি আমি বিচাৰো তেন্তে ইয়'ৰ ফলত যাগ যজ্ঞ বলি বিধান আদিৰ বিস্তাৰ ঘটি হৃদযৰ উদাৰতাৰ বিনাশ ঘটে। বৰং ইযাৰ ফলত ধৰ্ম হৈ পৰে শোষণ বিৰোধ ক্ষমতালিপ্সা আৰু ৰক্তপাতৰ কাৰণ। এই কথা বুজিযেই হযতো বুদ্ধদেৱে জোৰ দিছিল সজ বাক্য সজ সঙ্কল্প সজ কৰ্ম সজ আচৰণ আদি আহৰণৰ ওপৰত আৰু প্ৰচাৰ কৰিছিল ঈশ্বৰ অপ্ৰধান ধৰ্ম। সেই একে কাৰণতে গীতাতো জোৰ দিয়া হৈছিল কৰ্মৰ নিষ্কামতাৰ ওপৰত যি নিষ্কামতা বিকাশৰ বাবেহে আৱশ্যক ঈশ্বৰৰ ঈশ্বৰ ভক্তিৰ আৰু তেওৰ কৃপাৰ।

বুদ্ধদেৱ চক্ৰেটিচ লুথাৰ আদি মহাপুৰুষসকলৰ কাৰণে বাকস্বাধীনতা অৱশ্যাই আৱশ্যক আছিল। কিযনো তেওলোকৰ নিজা বক্তব্য সচাকৈযে আছিল

আৰু বক্তব্য প্ৰকাশত সমাজৰ চলিত নীতি নিয়মে সচাকৈয়ে বাধা দিছিল। সেইদৰে নেপোলিয়নৰ শাসনৰপৰা মুক্তি পাবলৈ জাৰ্মানী ইটালী আদি দেশত একগোট হোৱাৰ আৱশ্যকতা হৈছিল আৰু এই আৱশ্যকতাক কেন্দ্ৰ কৰি জাতীযতাবোধৰ বিকাশ ঘটিছিল। আনহাতে মালিকৰ শোষণ বন্ধ কৰিবৰ অৰ্থে পৃথিৱীৰ সকলো দেশৰ মজদুৰ একগোট হোৱাৰ আৱশ্যকতা হোৱাত জাতীযতাবোধক আকৌ মালিক শ্ৰেণীৰ শোষণৰ যন্ত্ৰ বুলিহে ঘোষণা কৰিছিল কাৰ্লমাৰ্ক্সে।

কাৰ্লমাৰ্ক্সৰ ঘোষণা সম্পূৰ্ণ সত্য নহব পাৰে। কিন্তু এই কথা সত্য যে আৱশ্যকতাবশত হোৱা জাতীযতাৰ বিকাশ সহজ সুফলদাযক আৰু সমস্যাবৰ্জিত। কিন্তু আৱশ্যকতাৰ লগত সম্পৰ্ক নাৰাখি জাতীযতাৰ কাৰণেই জাতীযতাৰ বিকাশৰ চেষ্টা কষ্টকৰ সমস্যাপূৰ্ণ আৰু বহু সময়ত অনিষ্টকাৰী।

সহজ সুফলদাযক আৰু সমস্যাবৰ্জিত জাতীয়তাৰ বিকাশ আৰু কষ্টকৰ সমস্যাপূৰ্ণ আৰু অনিষ্টকাৰী জাতীযতাৰ বিকাশৰ চেষ্টা এই দুযোটাৰে নিদৰ্শন আমাৰ দেশৰ অতীত আৰু সাম্প্ৰতিক ইতিহাসতো আছে।

ৰামাযণ আৰু মহাভাৰতৰ কালতে আমাৰ দেশত জাতীযতাবোধৰ সৃষ্টি হৈছিল। ভৌগোলিকভাবে অন্য দেশৰপৰা স্বতন্ত্ৰ ভাৰতৰ বিৰাট ভূখণ্ডত যেতিযা আৰ্য্য ফৈদসমূহ সিঁচৰিত হৈছিল তেতিযা তেওলোকৰ মাজত যোগাযোগ ৰক্ষা কৰিবলৈ আৱশ্যকতা আছিল। এই আৱশ্যকতাৰ বাবেই তেওলোকৰ মাজত পাৰস্পৰিক দীৰ্ঘকালীন যুদ্ধ কাশ্চিৎহে হৈছিল। বৰ্ধিত জনসংখ্যাৰ বিস্তাৰৰ অৰ্থে বিশাল উৰ্বৰা ভূমি সম্মুখত পৰি থকাত পৰৰাজ্য অধিকাৰৰ আবশ্যকতাও তেতিযা নাছিল যাৰ ফলতে সুদূৰ অতীতত সহাৱস্থানৰ এটি মধুৰ ঐতিহ্য দেশত গঢ়ি উঠিছিল। এই ঐতিহ্য প্ৰথমতে আৰ্য্য ফৈদসমূহৰ মাজত আৰু ৰাষ্ট্ৰীয ক্ষেত্ৰত সীমিত আছিল। কিন্তু পাচত ই অনাৰ্য্য ফৈদ সমূহৰ ক্ষেত্ৰতো প্ৰযোগ হৈছিল আৰু ধৰ্মীয ক্ষেত্ৰকো সামৰি লৈছিল। ধৰ্মীয ক্ষেত্ৰত সহাবস্থানৰ এই ঐতিহ্যৰ বাবেই সাপপূজা বাহপূজা লিঙ্গপূজা যোনিপূজা পূৰ্বপুৰুষৰ পূজা আদিও হিন্দু ধৰ্মৰ অংশবিশেষ হৈ পৰে আৰু এই সকলোৰে মাজত সমন্বয ৰক্ষাৰ আৱশ্যকতা আহে। এই আৱশ্যকতা মিটাইছিল আৰ্য্য সভ্যতাৰ বিশিষ্টদান বেদান্ত দৰ্শনে।

বিভিন্ন ধৰ্মাচাৰৰ মাজত সমন্বয সাধনৰ উপৰিও বেদান্ত দৰ্শনৰ আন এটি বৰঙনি আছিল আধ্যাত্মিকতামুখী জাতীয় চৰিত্ৰ। বেদান্ত দৰ্শনৰ প্ৰভাৱত বৈষযিক সুখ অস্থাযী আৰু মাযাজনিত বুলি সৰ্বসাধাৰণেও মানিছিল যাৰ বাবেই আকৌ জনসাধাৰণৰ জীৱনত যেনেদৰে আৰ্থিক সমস্যাই অশান্তি কৰিব নোৱাৰিছিল

তেনেদৰে পৰৰাজ্যলোভী ক্ষমতালিপ্সু আৰু শোষণকাৰী ৰজাৰ আবিৰ্ভাবো দেশত সহজ নাছিল। এনেদৰেও সহাৱস্থানৰ ঐতিহ্য ভাৰতীয় জীৱনধাৰা তথা কৃষ্টি আৰু সভ্যতাৰ মূল বৈশিষ্ট্য হব পাৰিছিল।

সহাবস্থান আৰু সমন্বযৰ ঐতিহ্যৰ বাবদ দ্ৰাবিড অষ্ট্ৰিক মঙ্গ'লিযান নিগ্ৰোইটো আদি বিভিন্ন গোষ্ঠী আৰ্য্যগোষ্ঠীৰ ওচৰা ওচৰি আনকি বহু ক্ষেত্ৰত একেলগে বাস কৰিব পাৰিছিল আৰু ইযাৰ ফল স্বৰূপে দেশৰ বিভিন্ন অংশত বিভিন্ন বৈশিষ্ট্যৰে কৃষ্টিৰ বিকাশ সম্ভৱপৰ হৈছিল।

সহাৱস্থানৰ এনে ঐতিহ্যৰ বাবদ নিজ স্বাতন্ত্ৰ্য ৰক্ষা সম্ভৱপৰ হোৱাত দেশৰ বিভিন্ন গোষ্ঠীৰ মনত নিৰাপত্তাৰ বোধ আৰু সংস্পৰ্শৰ ভয় নাছিল। সংস্পৰ্শই বিৰোধ সৃষ্টি নকৰিছিল বৰং বৈষযিক আৰু অবৈষয়িক বিশেষকৈ ধৰ্মীয উন্নতিত পৰস্পৰে পৰস্পৰৰ সহায লোৱাত প্ৰেৰণা দিছিল। পাৰস্পৰিক আৱশ্যকতাবশত এই সংস্পৰ্শ হোৱাত ইযাৰ ফলত উচ্চাত্মিকা নীচ্চাত্মিকা মনোভাৱ জনিত কোনো সমস্যা সৃষ্টি নহৈছিল মিলনৰ পূৰ্ণ আনন্দ সম্ভবপৰ হৈছিল আৰু এই মিলন আৰু এই আনন্দৰ মাধ্যমতে জাতীযতাৰ বুনিযাদ গঢ়ি উঠিছিল।

অৱশ্যে এই কথা ঠিক যে সহাবস্থানৰ ঐতিহ্য যিদৰে প্ৰৱল হৈ উঠিছিল সেইদৰে সমন্বয আৰু সহযোগৰ ঐতিহ্য সকলো ক্ষেত্ৰতে প্ৰবল হোৱা নাছিল। ভৌগোলিক প্ৰকৃতিৰ বাবে দেশৰ কোনো অংশত অষ্ট্ৰিক নিগ্ৰোইটো মঙ্গোলিযান আদি অত্যন্ত সৰু গোষ্ঠী কিছুমানে আন গোষ্ঠীৰ লগত সম্পৰ্ক নৰখাকৈ চলিব পাৰিছিল যাৰ ফলতে তেওলোকৰ আৰ্থিক আৰু সাংস্কৃতিক গতিও অত্যন্তই মন্থৰ আছিল। এই মন্থৰতাৰ বাবেই আকৌ পাচৰ যুগত এই সম্পৰ্ক অকল অনাৱশ্যকেই হৈ উঠা নাছিল ই বিপদজনকো হৈ পৰিছিল। আকৌ তম ৰজ সত গুণক কেন্দ্ৰ কৰি আধ্যাত্মিক বিকাশৰ নামত ভক্ষ্য অভক্ষ্য আদিৰ যি বাছ বিচাৰ এসমযত হৈছিল সেই বাছ বিচাৰেই পাচৰ যুগত পূৰ্ণ সমন্বয পূৰ্ণ সংস্পৰ্শ গুনজ এই বাছ বিচাৰৰ প্ৰকৃত উদ্দেশ্য বুজিব নোৱাৰাৰ ফলত উচ্চ নীচ স্পৃশ্য অস্পৃশ্য আদি ভেদৰ সৃষ্টি কৰিছিল । এই ভেদৰ বাবেই পাচত জাতীযতা বিৰোধী কিছুমান শক্তি প্ৰবল হবৰ সুবিধা পাইছিল আৰু ইয়াৰ ফলতে দেশৰ জাতীয়তাৰ বিকাশৰ সহজ গতিও বন্ধ হৈ আহিছিল।

এই কথাও ঠিক যে আকবৰ আদি দুই চাৰিজন শাসকৰ বাহিৰে বাকী মুছলমান শাসকৰ সময়ত সহাৱস্থানৰ আৰু সমন্বযৰ বিকাশৰ উদ্দেশ্যতে ইছলাম ধৰ্মৰ বিস্তাৰ তেওলোকৰ কৰ্তব্য বুলি ভাবিছিল আৰু এই অৰ্থে পৰৰাজ্য জয

কৰিবলৈও কুণ্ঠাবোধ নকৰিছিল। আনহাতে নানা কাৰণত মুছলমানী শাসন পদ্ধতিয়ে আঞ্চলিক স্বাতন্ত্র্য তেনেদৰে স্বীকাৰ নকৰিছিল যেনেদৰে ই স্বীকৃত হৈছিল হিন্দু যুগত। আকৌ মুছলমান শাসকসকলৰ মাজত থকা ভ্ৰাতৃ আনকি কোনো কোনো ক্ষেত্ৰত পিতা পুত্ৰৰ কন্দলৰ বাবেও আৰু নিজ সমৰ্থকক পুৰস্কৃত আৰু অসমৰ্থকক শাস্তি দিয়াৰ আৱশ্যকতাৰ গৰজতো পৰৰাজ্য আক্ৰমণৰ ঘটনা মুছলমানী ৰাজত্বৰ সময়ত সঘনে ঘটিছিল। ফলত মুছলমানী শাসনৰ কালত সহাৱস্থানৰ ঐতিহ্য দুৰ্বল হৈ আহিছিল আৰু সেয়ে আত্মৰক্ষাৰ ছদ্মবেশত বহু কুসংস্কাৰ অসহিষ্ণু আচাৰ ব্যৱহাৰ দেশৰ জীৱনধাৰাৰ অঙ্গবিশেষ হবলৈ সেই সময়ত সুবিধা পাইছিল।

এইবোৰৰ কু প্ৰভাৱৰপৰা আমি আজিও মুক্ত হব পৰা নাই। অৱশ্যে মুছলমানৰ ক্ষেত্ৰতো সহাৱস্থান আৰু সমন্বয়ৰ ঐতিহ্য কিছু পৰিমাণে হ লেও দেশৰ বিভিন্ন অঞ্চলত গঢ়ি উঠিছিল। তাৰ প্ৰমাণত শুকনাম্নি পদ গোৱা মুছলমান ওজা আৰু মছজিদত হিন্দুৱে মম জ্বলোৱা উদাহৰণ মাত্ৰ তিনি দশকমান আগতো অসমতে আছিল।

ওপৰৰ চমু আলোচনাৰপৰা এই কথা অৱশ্যাই প্ৰমাণিত হয যে অতীত ভাৰতত আৱশ্যকতাবশত সহাৱস্থানৰ ঐতিহ্য গঢ়ি উঠাত আৰু সেই ঐতিহ্য সবল হৈ থকা অৱস্থাত জাতীযতাৰ বিকাশ সহজ ফলপ্ৰসু আৰু সমস্যাবিহীন আছিল আৰু ই ৰাষ্ট্ৰীয ধৰ্মীয আৰু সাংস্কৃতিক ক্ষেত্ৰলৈ বিযপি পৰিছিল।

সাম্প্ৰতিক কালত কিন্তু জাতীযতাৰ বিকাশ কষ্টকৰ আৰু সমস্যাবহুল হৈ পৰিছে। অথচ প্ৰতিৰক্ষাৰ আৰু আৰ্থিক সহযোগৰ গৰজতে এই বিকাশ আগৰ যুগৰ তুলনাত অধিক সহজ আৰু সমস্যাবিহীন হব লাগিছিল। এনে হৈ নুঠাৰ কাৰণত আমি পাও বৃটিছৰ দিনতে তীব্ৰ ৰূপ লোৱা দৰিদ্ৰৰ সমস্যা সমাধানত দেশৰ অক্ষমতা আৰু অৱহেলা। এই অক্ষমতা আৰু অৱহেলাৰ বাবেই আমাৰ দেশৰ জাতীযতাৰ ঐতিহাসিক মূলভূমি আজি অত্যন্তই অনুৰ্বৰা আৰু বন্ধ্যা।

আমাৰ দেশৰ জাতীযতাৰ ঐতিহাসিক মূলভূমি যে আধ্যাত্মিকতাৰ ঐতিহ্য সহাৱস্থানৰ ঐতিহ্য সমন্বয়ৰ ঐতিহ্য আৰু বৈচিত্ৰ্যৰ মাজত ঐক্যৰ ঐতিহ্য সেই কথা আগৰ চমু আলোচনাতে ওলাই আছে। দুৰ্ভাগ্যবশত বৰ্তমান সময়ত এই সকলো ঐতিহ্যই আৰ্থিক কাৰণত দুৰ্বল হৈ পৰিছে। আধ্যাত্মিকতাৰ এই ঐতিহ্যই বৈষয়িক ভোগৰ প্ৰতি অনাসক্তি ভাবৰ বিকাশ সাধিলেও বছৰৰ পাচত বছৰ ধৰি চলি থকা বুভুক্ষাৰ পৰিবেশত ই দুৰ্বল হবলৈ বাধ্য। আনকি এনে অৱস্থাত ইয়াৰ মাধ্যমত কুসংস্কাৰ শোষণ আৰু দায়িত্বহীনতাযো বিস্তাৰ লাভ কৰে। ইয়াৰ প্ৰমাণ

কৌটিল্যৰ দিনতে পোৱা গৈছিল আৰু এনে শোষণ আৰু দযিত্বহীনতা ৰোধ কৰাৰ অৰ্থে নিজৰ পৰিয়ালৰ বাবে সুবন্দোৱস্ত নকৰি সন্ন্যাসী হোৱা লোকক অগ্নিৰ দ্বাৰা শাস্তি দিযাৰ ব্যৱস্থা কৰিব লগীযা হৈছিল। ধৰ্ম, অৰ্থ কাম মোক্ষ এই চাৰিবৰ্গৰ কথা ভাৰতীয ধৰ্ম শাস্ত্ৰতে আছে। গতিকে এই কথা ঠিক যে আধ্যাত্মিকতাৰ বিকাশৰ বাবেও এটি স্বচ্ছল আৰ্থিক মানৰ আৱশ্যক। চাউল কথাৰ পাচতহে হৰি কথা আৰু বুদ্ধদেৱৰ মধ্য পন্থা এই প্ৰসঙ্গতে উল্লেখযোগ্য।

আকৌ পশ্চিমৰ স্ংস্পৰ্শত দেশত ভোগসন্তুষ্টিৰ ধৰণ তথা কন্‌জাম্‌চন্ পেটাৰ্ণ' ৰ পৰিবৰ্তন হোৱাত আৰু প্ৰতিযোগিতাপ্ৰধান আৰ্থিক ব্যৱস্থা আহি পৰাত জনসাধাৰণ ইমান অভাৱ সজাগ হবলগীয়া হয় যে এনে সময়ত বিশেষকৈ বস্তুবাদী বিজ্ঞানৰ বিস্তাৰ কালত আধ্যাত্মিকতাৰ ঐতিহ্য অত্যন্তই ক্ষীণ হৈ পৰে। ফলত আৰ্থিক সমস্যা বাঢে বৰ্ধিত জনস খ্যাই সেই সমস্যা তীব্ৰ কৰে চাকৰি আৰু ভাগ বাটোৱাৰাৰ প্ৰশ্নই দেশত তিক্ততা ভয আৰু অবিশ্বাসৰ সৃষ্টি কৰে শাষণ সহজ হৈ উঠে আৰু এনেদৰেই সহাবস্থানৰ ঐতিহ্যত আস্থাহীনতাই দেখা দিয়ে।

তিক্ততা আৰু অবিশ্বাসপূৰ্ণ পৰিবেশত জাতীযতাবোধৰ চেষ্টা অবশ্যাই বিপৰীত ফলদাযক হবলৈ বাধ্য। কিযনো এনে পৰিবেশত বিভিন্ন গোষ্ঠীযে একেলগে বাস কৰাৰ আবশ্যকতা নেদেখে বৰ ক্ষুদ্ৰ গোষ্ঠীযে বৃহৎ গোষ্ঠীক শোষণকাৰী বুলিহে গণ্য কৰিবলৈ ধৰে। এনে অবস্থাত আবশ্যকতাৰ লগত জাতীযতাৰ সম্পৰ্ক ৰক্ষা অসম্ভব আৰু সেযে ৰাষ্ট্ৰভাষা ৰাজ্যভাষা আদি প্ৰবৰ্তনৰ দ্বাবা জাতীযতাৰ দ্ৰুত বিকাশৰ চেষ্টাও কষ্টকৰ সমস্যাপূৰ্ণ আনকি অনিষ্টকাৰীও হবলৈ বাধ্য। এই প্ৰসঙ্গত মনত ৰাখিব লাগিব যে জীবনৰ বিকাশৰ ক্ষেত্ৰত যেনেদৰে স্বভাবক অৱহেলা কৰা অসম্ভব ভাবৰ ক্ষেত্ৰতো স্বভাৱক আমি স্বীকাৰ কৰিবই লাগিব। এই কথা ঠিক যে অস্বাভাবিক হেচা দি তথা অতিৰিক্ত সাৰ প্ৰযোগ কৰি উদ্ভিদৰ সাৰ ফুটা অৱস্থাৰ হে সৃষ্টি কৰিব পাৰি কিন্তু তাৰ পুষ্টিকৰ শক্তি বৃদ্ধি কৰিব নোৱাৰ।

## স্বাধীনতাৰ আন্দোলন, ভাগবাটোৱাৰাৰ প্ৰশ্ন আৰু জাতীযতা

আৰ্থিক আৰু ভাগবাটোৱাৰাৰ সমস্যা সমাধান নকৰাকৈ জাতীযতাৰ পূৰ্ণ বিস্তাৰৰ আশা যে অবাস্তৱ সেই কথা আমাৰ দেশৰ স্বাধীনতাৰ আন্দোলন বিশ্লেষণ কৰিলেই পোৱা যায।

এই কথা সত্য যে জাতীয কংগ্ৰেছ স্থাপনৰ (১৮৮৫ খৃ ) কালত চিভিল

চাৰ্ভিচত ভাৰতীয লোকৰ নিয়োগ এটি প্ৰধান আলোচনাৰ বিষয হৈ পৰিছিল আৰু এই সম্পৰ্কে অন্যায আঙুলিয়াই দিয়া ভাৰতীয় সংবাদপত্ৰৰ স্বাধীনতা খৰ্ব কৰা মাতৃভাষা সংবাদ পত্ৰ আইন ৰ প্ৰত্যাহাৰৰ দাবী সেই সময়ৰ আন্দোলনৰ এটি প্ৰধান দাবী আছিল। সেই সময়ৰ জাতীয কংগ্ৰেছৰ প্ৰধান নেতাসকলৰ ভিতৰত আছিল সুৰেন্দ্ৰনাথ বন্দোপাধ্যায। তেওঁ চিভিল চাৰ্ভিচ পৰীক্ষাত পাছ কৰা সত্বেও চাকৰিৰপৰা বিনা কাৰণে বৰখাস্ত হৈছিল আৰু তেৱেঁই বেঙ্গলী নামৰ বাতৰি কাকত উলিয়াই দৃঢ় কণ্ঠে চাকৰি অস্ত্ৰ আইন আদিৰ ক্ষেত্ৰত বৃটিছ চৰকাৰে প্ৰদৰ্শন কৰা অন্যায় পক্ষপাতিত্ব তেওঁৰ কাকতত প্ৰকাশ কৰিছিল। প্ৰথম অৱস্থাত স্বাধীনতাৰ আন্দোলন মুখ্যত আবদ্ধ আছিল উচ্চ শিক্ষিত কিছুমান লোকৰ মাজত। পাচত অৱশ্যে ভাৰতীয় বস্ত্ৰ শিল্পৰ বিপৰীতে বৃটিছ শিল্পৰ প্ৰতি পক্ষপাতিত্ব আৰু সঘনে ঘটি থকা দুৰ্ভিক্ষ আদিৰ কথাও আহি পৰিছিল।

স্বাধীনতা আন্দোলনৰ ফলত দেশত দুটি পৰস্পৰ বিৰোধী ভাবধাৰাৰ বিস্তাৰ ঘটিছিল। আন্দোলনৰ ফলত বৃটিছ তথা ইউৰোপীয লোকতকৈ ভাৰতীয লোক কি চাৰিত্ৰিক কি মানসিক ক্ষেত্ৰত যে নিম্নস্তৰৰ নহয় বৰং উচ্চ স্তৰৰ হে এনে এটি গৌৰববোধৰ বিস্তাৰ ঘটিছিল। এই গৌৰৱবোধ প্ৰথমতে চাৰ্কৰি আদিৰ ক্ষেত্ৰত দেখা গৈছিল। তাৰ পাচত ই দৰ্শন সাহিত্য শিল্প আনকি বিজ্ঞানকো কেন্দ্ৰ কৰি গঢ়ি উঠিছিল। দৰ্শন সাহিত্য আদিক কেন্দ্ৰ কৰি গঢ়ি উঠা গৌৰববোধৰ বিস্তাৰত ৰামমোহন ৰায দয়ানন্দ সৰস্বতী বিবেকানন্দ তিলক গোখলে জগদীশ চন্দ্ৰ ৰায প্ৰফুল্ল ৰায ৰবি ঠাকুৰ ৰমণ আনকি ম্যাক্সমুলাৰ ৰোমাৰোলা আদি বিদেশী লোকসকলেও নিজ লিখনি অথবা নিজ খ্যাতিৰ মাধ্যমত বিশেষ বৰঙনি যোগাইছিল। এই গৌৰৱবোধক ভিত্তি কৰি জাতীযতাবোধ বিকশিত হৈ উঠিছিল আৰু মহাত্মা গান্ধীযে শিক্ষিত শ্ৰেণীৰ আবেদন নিবেদন প্ৰতিবেদন আদিৰ মাধ্যমত আৰম্ভ হোৱা আন্দোলনক স্বাধীনতাৰ আন্দোলনলৈ ৰূপান্তৰিত কৰিব পৰিছিল আৰু সেইদৰেই সমগ্ৰ দেশত এক অভূতপূৰ্ব অসহযোগ আন্দোলনৰ সৃষ্টি কৰিছিল।

কিন্তু এই আন্দোলনৰ আৰম্ভণি চাকৰি আদি সংক্ৰান্ত পক্ষপাতিত্বৰ কথাক কেন্দ্ৰ কৰি হোৱাত চাকৰি আদিৰ ভাগবাটোৱাৰাৰ প্ৰশ্ন এই আন্দোলনৰ গুৰিতেই আলোচনাৰ এটি প্ৰধান বস্তু হৈ উঠিছিল আৰু মৰ্লিমিন্টো সংস্কাৰ (১৯০৯খৃ )ৰ মাধ্যমত পৃথকনিৰ্বাচনৰ পদ্ধতি দেশত প্ৰবেশ কৰিবলৈ সুবিধা পাইছিল। সংস্কাৰৰ পৰবৰ্তী কালত এই পদ্ধতিক কেন্দ্ৰ কৰি হোৱা বাক্ বিতণ্ডাৰ ওপৰত ভেজা দি মুছলিম লীগ সবল হৈ উঠে আৰু এটি সাম্প্ৰদায়িক ভাবধাৰা সমগ্ৰ দেশতে বিযপে।

ফলত জাতীয়তাবোধৰ পূৰ্ণ বিকাশ দূৰৰ কথা শেষত দেশ পৰ্য্যন্ত বিভাজন হ্বলগীয়াত পৰে।

স্বাধীনতা আন্দোলনৰ এই অবাঞ্ছনীয ফলত আশ্চৰ্য্য হোৱাৰ কাৰণ আচলতে নাই। কিযনো স্বাধীনতাৰ আন্দোলনৰ সময়ত বাস্তব্ পৰিস্থিতিৰ ওপৰত ভিত্তি কৰি আৰু ভাৰতীয জাতীযতাৰ ঐতিহাসিক মূল সহাৱস্থানৰ নীতিক কেন্দ্ৰ কৰি আৰ একে লগে থকাৰ আৱশ্যকতাৰ প্ৰতি লক্ষ্য ৰাখি ভাগবটোৱাৰাৰ প্ৰশ্ন সমাধান কৰা লগাতে জাতীয ঐক্য আৰু সাম্প্ৰদাযিক অনৈক্য এই দুই পৰস্পৰ বিৰোধী ভাবধাৰাৰ মাজত সমন্বয সাধাৰ আৰু আন্তৰিক চেষ্টা হোবা নাছিল। বৰং পৃথক নিৰ্বাচন আদিৰ সমস্যাক বৃটিছৰ চতুৰালি তথা ডিভাইড এণ্ড ৰুল বুলি বহুতে উৰুৱাই দিছিল আৰু এনে নিৰ্বাচন বিচৰা দলসমূহক হীন চকুৰেও চাইছিল। ফলত লক্ষ্মৌ চুক্তি (১৯১৭ খৃ )ত কংগ্ৰেছে পৃথক নিৰ্বাচন মানি লোৱা সত্বেও কংগ্ৰেছক মুছলিম লীগে কোনো দিনেই বিশ্বাস নকৰিছিল । কংগ্ৰেছেও মুছলিম লীগক উত্তৰ প্ৰদেশৰ মিলিত মন্ত্ৰীসভাত লবলৈ প্ৰাদেশিক স্বাযত্ব শাসনৰ প্ৰবৰ্তনৰ কালত অস্বীকাৰ কৰিছিল।

অবিশ্বাসৰ এনে পৰিবেশত স্বাধীনতাৰ গণ আন্দোলনেও জাতীযতাৰ পূ বিকাশ সম্ভবপৰ কৰিব নোৱাৰিছিল। বৰং গণআন্দোলনৰ উত্তেজনাৰ মাজত সামান্য কাৰণতে সাম্প্ৰদাযিক ৰক্তপাত সহজ হৈ উঠিছিল। গোহত্যা ধৰ্মান্তৰকৰণ অপহৰণ মছজিদৰ আগত বাদ্যবাদন আদিযে বিবাদ সৃষ্টি কৰিছিল। দেশৰ অতীত দৰ্শন আৰু সাহিত্যক কেন্দ্ৰ কৰি গঢি উঠা জাতীযতাবোধক হিন্দু জাতীযতা বুলি পৃথক নিৰ্বাচন বিচৰা লোকসকলে চিঞৰি ফুৰিছিল আৰু মহাত্মা গান্ধীৰ নেতৃত্বত গঢি উঠা অভতপূৰ্ব আলোডনত এই লোকসকলে এবাৰত বাহিৰে দুবাৰ সহাৰি নিদিছিল। যি এবাৰ সহাৰি দিছিল সেইবাৰো দিছিল তুৰস্কৰ খালিফাৰ প্ৰতি কৰা বৃটিচৰ অন্যাযৰ প্ৰতিবাদ হিচাপে হে। অবশ্যে এই লোকসকলেও জিন্নাৰ নেতৃত্বত পৃথক আন্দোলনৰ সূত্ৰপাত কৰিছিল। কিন্তু আলীৰ নেতৃত্বত গঢ়ি উঠা আন্দোলনৰ লক্ষ্য আছিল বৃটিছ শাসনৰপৰা মুক্তি জিন্নাৰ নেতৃত্বত গঢি উঠা আন্দোলনৰ লক্ষ্য আছিল সংখ্যা গৰিষ্ঠ হিন্দু শাসনৰ সম্ভাৱনাৰ পৰা মুক্তি আনকি শেষত দেশৰ বিভাজনো।

এই দুই আন্দোলনৰ ফলত দুযো প্ৰকাৰ স্বাধীনতাকে আমি নিশ্চয় পালো। কিন্তু ভাগবাটোৱাৰাৰ প্ৰশ্ন সুস্থিৰ আৰু সৰ্বসন্মতভাৱে সমাধান কৰিব নোৱাৰাত, আমাৰ জাতীয়তাৰ ঐতিহাসিক মুলভমি পৰ্য্যন্ত আমি হেৰুৱালো।

# জাতীযতাৰ সমস্যা- ভাগবাটোৱাৰাৰ প্ৰশ্ন আৰু অভিযোগৰ বাতাবৰণ

স্বাধীনতাৰ অগ্ৰবৰ্তী কালত ভাগবাটোৱাৰাৰ প্ৰশ্ন সমাধান কৰিবলৈ আমি অক্ষম হোৱাত স্বাধীনতাৰ আন্দোলন সত্বেও জাতীযতাৰ বিকাশ আমাৰ দেশত নহ'ল। বৰং জাতীয়তাৰ যি ঐতিহাসিক মূলভূমি আছিল সেই মূলভূমি পৰ্য্যন্ত ধ্বংস হ'ল। সেই সময়ত ভাগ বাটোৱাৰাৰ প্ৰশ্নক নিজ শাসন বজাই ৰখাৰ অৰ্থে বৃটিছৰ চতুৰালি বুলি আমাৰ বহু নেতাই উৰুৱাই দিছিল আৰু সেযে এই প্ৰশ্ন সমাধানৰ ক্ষেত্ৰত এই নেতাসকলৰ সকলো চেষ্টাৰ মাজতে কৃত্ৰিমতা আৰু আন্তৰিকতাহীনতা আছিল্ল। এই কৃত্ৰিমতা আৰু আন্তৰিকতাহীনতাৰ বাবেই দেশৰ সেই ৰাজনৈতিক বাতাবৰণ অবিশ্বাস পূৰ্ণ আৰু শোষণৰ অভিযোগেৰে পূৰ্ণ হৈছিল আৰু শেষত দেশ পৰ্য্যন্ত খণ্ডিত হবলগীযাত পৰিল ।

স্বাধীনতাৰ পৰবৰ্তী কালতো ভাগ বাটোবাৰাৰ প্ৰশ্ন সমাধানত আৱশ্যকীয চিন্তা আৰু বুজা বুজিৰ মনোবৃত্তি আমাৰ গঢ়ি উঠা নাই। এতিযাও মুখ ফুটাই কব পৰা লোকসকলৰ বেচি সংখ্যকে এই সমস্যাক হয খৃষ্টান মিছনাৰীসকলৰ দ্বাৰা সৃষ্ট সমস্যা বুলি অথবা কেন্দ্ৰৰ দুৰ্বলতা বুলি আনকি বৃটিছসকলে প্ৰুযোগ কৰা ধৰণৰ একে চতুৰালি বুলি অথবা শাসনত প্ৰতিষ্ঠিত দলৰ ভোটৰ আশাত কৰা নীচ স্বাৰ্থপৰতা বুলি ভাবে। স্বাধীনতাৰ অগ্ৰবৰ্তী কালত বৃটিছক দোষ দি সমস্যা সমাধানৰ দাযিত্ব এবাৰ যেনে অনিষ্টকাৰী অভ্যাস দেশত গঢ়ি উঠিছিল স্বাধীনতাৰ পৰবৰ্তী কালত কেন্দ্ৰক আৰু শাসনত অধিষ্ঠিত দলক দোষ দি দাযিত্ব এৰোবাৰ অনমনীয মনোভাব বৃদ্ধি কৰাৰ আৰু এনেদৰেই সমস্যাৰ সমাধান জটিল কৰাৰ একে অভ্যাস গঢ়ি উঠিছে।

## বুজাবুজিৰ মনোভাব

সমস্যা সমাধান সদাযে সম্ভৱ বুজা বুজিৰ মনোভাৱ বৃদ্ধিৰ মাজেদিহে। বুজাবুজিৰ মনোভাৱ সৃষ্টিত সৰ্বসাধাৰণৰ আলোচনী আৰু সংবাদ পত্ৰৰ আৰু সাহিত্য সভা আদিৰ নিচিনা সাংস্কৃতিক অনুষ্ঠানৰ দায়িত্ব অৱশ্যই অশেষ। কিন্তু দুৰ্ভাগ্য বশত স্বাধীনতাৰ আন্দোলনৰ পাচৰেপৰা সকলো সমস্যাৰ সেই সমস্যা অৰ্থনৈতিকেই হওক ৰাজনৈতিকেই হওক আনকি জাতীয ৰঙ্গমঞ্চ আদি স্থাপনৰ নিচিনা সাংস্কৃতিকেই কথাই হওক সামধানৰ অৰ্থে আমি চৰকাৰমুখী হৈ আমাৰ নিজা

দায়িত্ব এৰি দিছো অথচ গণতান্ত্রিক স্বাধীনতাৰ দোহাই দি ৰাছিয়াৰ সবল ৰাজনৈতিক পদ্ধতি লবলৈও আমি অনিচ্ছুক হৈ আছো। ৰাছিয়াত বিভিন্ন ৰাজনৈতিক দল সহ্য কৰা নহয়। গতিকে তাত চৰকাৰে বা দলে যিটো সমাধানকে শুদ্ধ বুলি ভাবে তাকে জোৰেৰে কাৰ্য্যকৰী কৰে। চৰকাৰমুখী মনোবৃত্তি থকা অৱস্থাত সমস্যাৰ তাতৈয়া সমাধানৰ অৰ্থে বিশেষকৈ অনুন্নত আৰু বৈচিত্ৰপূৰ্ণ দেশৰ ক্ষেত্ৰত ৰাছিয়াৰ ৰাজনৈতিক পদ্ধতিহে হয়তো বেচি উপযুক্ত। কিন্তু গণতান্ত্রিক স্বাধীনতা প্ৰাপ্তিৰ বাবদ যদি সেই ধৰণৰ ৰাজনৈতিক পদ্ধতি লবলৈ আমি ইচ্ছা নকৰো তেন্তে আমি চৰকাৰমুখী মনোবৃত্তি অতিশীঘ্ৰে ত্যাগ কৰিব লাগিব আৰু দেশৰ বিভিন্ন সমস্যা সমাধানৰ বাবে আনৰ দৃষ্টি ভঙ্গীৰ প্ৰতি লক্ষ্য ৰাখি আৰু আৱশ্যকতাৰ ভিত্তিত যুক্তি দাঙি ধৰি বস্তুনিষ্ঠ নিৰপেক্ষ আৰু সমন্বয়মুখী আলোচনাৰ বাতাবৰণ গঢ়াৰ দায়িত্ব লবলৈ বুদ্ধিজীৱীসকল আগবাঢ়ি আহিব লাগিব। কিয়নো প্ৰকৃত গণতান্ত্রিক দেশত সমস্যাৰ সমাধান উলিওৱাৰ আৰু সমাধান সকলোৰে গ্ৰহণ যোগ্য কৰাৰ দায়িত্ব মূখ্যত বুদ্ধিজীবীৰ । চৰকাৰৰ দায়িত্ব আচলতে সেই সমাধান কাৰ্য্যকৰী কৰাৰ ক্ষেত্ৰতহে।

গণতান্ত্রিক দেশত সমস্যাৰ ততাতৈয়া আনকি শুদ্ধ সমাধানতকৈও সেই সমাধানৰ সাৰ্বজনীন গ্ৰহণযোগ্যতাৰ মূল্যহে বেচি আৰু এই কাৰণেই আনৰ দৃষ্টিভঙ্গীৰ প্ৰতি লক্ষ্য ৰখা আৰু আবশ্যকতাৰ ওপৰত ভিত্তি কৰা বস্তুনিষ্ঠ আৰু সমন্বয়মুখী আলোচনাৰ বাতাবৰণ গণতান্ত্রিক দেশৰ স্থায়িত্বৰ বাবে অৱশ্যেই আৱশ্যকীয় আৰু সৰ্বপ্ৰথম কথা। আমাৰ দেশত কিন্তু এই সত্য এতিয়াও উপলব্ধি হোৱা নাই। ভোটৰ যুদ্ধত জয় পৰাজয়েই গণতন্ত্ৰৰ মূল কথা বুলি আমি আজিও ভাবি আছো আৰু সেয়ে প্ৰত্যেক দলে বা গোষ্ঠীয়ে আনকি ব্যক্তিয়েও নিজা নিজা দাবী জোৰেৰে আৰু উত্তপ্ত আন্দোলনৰ মাজেৰে প্ৰকাশ কৰি সমৰ্থকৰ দল বৃদ্ধিৰ চেষ্টাত অথবা সমৰ্থকৰ গৰিষ্ঠতা প্ৰদৰ্শন কৰি নিজা নিজা দাবী চৰকাৰক গ্ৰহণ কৰিবলৈ বাধ্য কৰোৱাৰ যত্নত আছে। ফলত আমাৰ দেশত প্ৰকৃত গণতান্ত্রিক ঐতিহ্য এতিয়াও গঢ়ি উঠা নাই সৰ্বসন্মত কাৰ্য্যসূচীৰ অভাৱত দেশ নিৰ্মাণৰ উন্মাদনা এতিয়াও সৃষ্টি হোৱা নাই আৰু বিভিন্ন সমস্যাৰ সমাধানত দেশ এতিয়াও আগবাঢ়িব পৰা নাই। বৰং সমস্যা সমাধানৰ নামত দেশত আজি সৃষ্টি হৈছে অবাঞ্ছনীয় তিক্ততা আৰু পৰস্পৰে পৰস্পৰক দোষাৰোপ আৰু অবিশ্বাস কৰাৰ এটি উত্তপ্ত আৰু হতাশাৰ বাতাবৰণ। এনে অস্বাভাৱিক তিক্ত উত্তপ্ত আৰু হতাশাৰ বাতাবৰণৰ মাজত যে জাতীয়তাৰ বিকাশ আকাশ কুসুম সি দেখ দেখ কথা।

## অন্যায়,অৱহেলা আৰু শোষণৰ অভিযোগ আৰু ভাগবাটোৱাৰাৰ প্ৰশ্ন

স্বাধীনতাৰ পৰবৰ্তী কালৰেপৰা বিশেষকৈ সাম্প্ৰতিক কালত পৰস্পৰে পৰস্পৰক দোষাৰোপ কৰি দলগত আৰু ব্যক্তিগত জনপ্ৰিযতা বৃদ্ধিৰ চেষ্টা কৰা অথচ তাৰে ফলত জাতীযতাৰ বিনাশ ঘটা কথা সমূহৰ ভিতৰত আমি পাও (১) বিভিন্ন ৰাজ্যৰ প্ৰতি কেন্দ্ৰীয চৰকাৰে কৰা অন্যায় আৰু অৱহেলাৰ অভিযোগ। (২) পাকিস্তানী অনুপ্ৰবেশ আৰু সেই সম্পৰ্কত মুছলমান ভোটৰ আশাত ক্ষমতাত অধিষ্ঠিত দলৰ আৰু ব্যক্তিবিশেষৰ দুৰ্বলতাৰ অভিযোগ। (৩) পাকিস্তানৰপৰা অহা আশ্ৰযপ্ৰাৰ্থীৰ ভোট আৰু ধনৰ আশাত দল আৰু ব্যক্তি বিশেষৰ দুৰ্বলতাৰ অভিযোগ। (৪) আৰু জনজাতীয় অঞ্চলৰ উন্নযনত আৰু শোষণৰোধ কৰাত ৰাজ্য চৰকাৰৰ অৱহেলাৰ অভিযোগ।

এই সকলো অভিযোগৰ মূলত মুখ্যত  আৰ্থিক কাৰণ আৰু ভাগবাটোৱাৰাৰ প্ৰশ্ন আছে। পৰস্পৰে পৰস্পৰক দোষাৰোপ কৰাৰ সলনি আৰ্থিক কাৰণবোৰ সুস্থিৰভাবে আলোচনা কৰাহেতেন  এইবোৰক কেন্দ্ৰ কৰি উত্তপ্ত পৰিবেশৰ সৃষ্টি নহ লহেতেন। ফলত  বুজা বুজিৰ ঐতিহ্যও গঢি উঠিলহেতেন আৰু জাতীযতাৰ বিকাশো সহজ হ লহেতেন। কিন্তু  সুস্থিৰ আলোচনাৰ বাবে যি শ্ৰম  যি অধ্যযন যি মননশীলতা যি সামগ্ৰিক দৃষ্টিভঙ্গী আৰু হৃদযৰ যি উদাৰতাৰ আৱশ্যাক  সেইবোৰ ভোটৰ মোহত অন্ধ বেচিভাগ ৰাজনৈতিক লোকৰ আনকি নেতাৰো নাই বুলি কলে অসত্য নহব। কিন্তু  আচৰিত কথা  এনে ৰাজনৈতিক লোকসকলৰ যুক্তিৰ ভিত্তিতে আমাৰ বুদ্ধিজীবী সকলেও আলোচনা সীমাবদ্ধ ৰাখে আৰু অভিযোগৰ একে সুৰতে আলোচনাৰো পাতনি মেলে।

আমাৰ দেশৰ প্ৰত্যেক অঞ্চলেই কি শিক্ষা  কি যাতাযাত আৰু চিকিৎসাৰ ব্যৱস্থা  কি শিল্প  আদি সকলো বিষযতে অত্যন্তই পিচপৰা। অথচ  এই পিচপৰা অৱস্থা দ্ৰুত গতিত দূৰ কৰিবলৈ দেশৰ বৰ্তমান আৰ্থিক উন্নযনৰ অৱস্থাত সম্পদ নিচেই তাকৰ। ফলত  স্বাধীনতাৰ পাচৰেপৰা আনকি তাৰো আগৰে পৰা ৰাজ্য চৰকাৰবোৰে ঘাটি বাজেট দাঙি আহিছে আৰু ঘাটি পূৰোৱাৰ দায়িত্ব কেন্দ্ৰীয় চৰকাৰৰ ওপৰত জাপি দিছে আৰু লগতে বিভিন্ন কৰৰ ভাগবাটোৱাৰাৰ ক্ষেত্ৰত নিজ দলৰ লোকেৰেই গঠিত কেন্দ্ৰীয় চৰকাৰৰ বিৰুদ্ধে অন্যায়ৰ অভিযোগ তুলিছে  যি অভিযোগৰ মাধ্যমতে হযতো আকৌ ৰাজ্য চৰকাৰে নিজৰ সাহসিকতা আৰু সৰলতা জনসমূহৰ আগত প্ৰমাণ কৰি জনপ্ৰিযতা ৰক্ষা কৰিবলৈও বিচাৰিছে।

# ভাগবাটোৱাৰাৰ প্ৰশ্ন আৰু আলোচনাৰ ভিত্তি

ভাগ বাটোৱাৰাৰ প্ৰশ্ন যে পাৰস্পৰিক দোষাৰোপ কৰি উত্তপ্ত পৰিবেশৰ মাজত সমাধা কৰিব নোৱাৰি তাৰ জলন্ত প্ৰমাণ দেশৰ বিভাজন। এই প্ৰশ্নৰ সমাধান বুজা বুজিৰ মনোবৃত্তিৰে আৰু কিছুমান মৌলিক নীতিৰ আলোচনাৰ মাধ্যমেৰে কৰিব লাগিব। এই ক্ষেত্ৰত দেশৰ বুদ্ধিজীবীসকলৰ আৰু সংবাদপত্ৰ আৰু আলোচনীবোৰৰ বিশেষ দাযিত্ব আছে। কিযনো এনে আলোচনাৰ বাতাবৰণ এই সকলেহে সৃষ্টি কৰিব পাৰে। উন্নযন আৰু ভাগ বাটোবাৰাৰ ক্ষেত্ৰত আলোচনা কৰিবলগীযা বহু কথাৰ ভিতৰত তলৰ কথা কেইটিলৈ এই প্ৰসঙ্গত আঙুলিযাব পাৰি। এই কথাবোৰৰ ওপৰত আলোচনা কৰি সৰ্বসম্মত কিছুমান মৌলিক নীতি উলিওৱা অসম্ভৱ নহয় যদিহে এইবোৰৰ আলোচনা আৰ্থিক আবশ্যতাৰ প্ৰতি লক্ষ্য ৰাখি কৰা হয। এনে ধৰণৰ সৰ্বসম্মত মৌলিক নীতি উলিযাব পাৰিলে ভাগবাটোৱাৰাৰ প্ৰশ্নৰ সমাধান সহজ হব ন্যায অন্যাযৰ অভিযোগ বিচাৰ কৰিবলৈ মানদণ্ড পোৱা যাব আৰু এই সকলোৰে ফলত উন্নযনৰ আৰু প্ৰতিৰক্ষাৰ গৰজতে সহযোগৰ সম্ভৱনা বাঢিব। সহযোগ বৃদ্ধিৰ লগে লগে অবিশ্বাস দূৰ হ ব ভাবৰ আদান প্ৰদান বাঢিব আনকি আচাৰ ব্যবহাৰ ধৰ্ম ভাষা সংস্কৃতি আদিৰ ক্ষেত্ৰত থকা মিলবোৰ বেছিকৈ চকুত পৰিব অমিলবোৰ অপ্ৰধান হৈ উঠিব আৰু এই সকলোৰে ফলত বৈচিত্ৰ্যৰ মাজত ঐক্যৰ সহাবস্থানৰ আৰু সমন্বযৰ জাতীয ঐতিহ্য আকৌ জীৱন্ত হৈ উঠিব।

আলোচনা কৰিবলগীযা কথাবোৰে যাতে চিন্তা সহজে উদ্ৰেক ৰিব পাৰে সেই অৰ্থে সেইবোৰ প্ৰশ্নৰ আকাৰত আমি এনেদৰে দিব পাৰো

(১) সমগ্ৰ দেশৰ উনযনৰ গতি বৃদ্ধি কৰাত অগ্ৰাধিকাৰ দিযা উচিত হব নে আঞ্চলিক উন্নযনৰ ক্ষেত্ৰত থকা অসমতা দূৰীকৰণত অগ্ৰাধিকাৰ দিযা উচিত?

(২) আঞ্চলিক উন্নযনৰ অসমতা কি প্ৰশ্নৰ ভিত্তিত জোখা যাব জনমূৰি আয নে জনমূৰি বিজুলী শক্তি কযলা লো আদিৰ ব্যৱহাৰ ? জনমূৰি মূলধন প্ৰয়োগ নে মাটিকালি অনুসৰি মূলধন প্ৰয়োগ ? অনুন্নযনৰ ক্ষেত্ৰত কোন ৰাজ্য আৰু কোন অঞ্চলৰ ক্ৰমিক স্থান কি ? বিভিন্ন ৰাজ্যত তুলনামূলকভাৱে জীৱন ধাৰণৰ খৰচৰ জোখ কিমান ?

(৩) কৃষি শিল্প, বৃহৎ শিল্প, ক্ষুদ্ৰ শিল্প মৌলিক শিল্প ভোগ সামগ্ৰী উৎপাদন শিল্প প্ৰতিৰক্ষা প্ৰধান শিল্প আদিৰ উন্নয়নৰ ক্ষেত্ৰত কেনে ধৰণৰ অগ্ৰাধিকাৰ আৱশ্যক ? এইবোৰৰ উন্নয়নৰ কোন কোন অঞ্চলৰ স্বাভাৱিক সুবিধা তুলনা মূলকভাৱে বেচি ?

(৪) বিভিন্ন শিল্প স্থাপনৰ অৰ্থে অঞ্চল বাছনিৰ নীতি কি ভিত্তিত হোৱা উচিত? প্ৰতিৰক্ষা নে আঞ্চলিক অঞ্চলৰ অসমতা দূৰীকৰণ ? নে কেছা মালৰ উৎপত্তি স্থল আৰু তাৰ বৰ্তমান আৰু ভৱিষ্যত পৰিমাণ ? নে বজাৰ ? নে আৱশ্যকীয় যন্ত্ৰ পাতিৰ দ্ৰুত যোগানৰ আৰু দ্ৰুত মেৰামতিৰ সুবিধাৰ স্থল ? নে লাভৰ পৰিমাণ? লাভৰ পৰিমাণ জোখাৰ আকৌ ভিত্তি কেনে হোৱা প্ৰয়োজন ?

(৫) বিভিন্ন ক্ষেত্ৰৰ উন্নয়নৰ দাবী কি নীতিত মীসাংসা কৰা আৱশ্যক? উদাহৰণ স্বৰূপে কোন অঞ্চলত কিমান কিলোমিটাৰ পকা ৰাস্তা বা ৰেল লাইন বা কিমান দলং আছে এই নীতিৰে? নে পকা ৰাস্তা বা ৰেল লাইনৰ বা দলঙৰ ওপৰত কোন অঞ্চলত ভিৰ বেচি এই নীতিৰে? নে কোন অঞ্চলত প্ৰতিৰক্ষাৰ গৰজ অধিক এই নীতিৰে ?

(৬) পাতল বসতিপূৰ্ণ যেনে জনজাতীয় অঞ্চলবোৰত আনকি কোনো কোনো ৰাজ্যৰ ক্ষেত্ৰতো যদি উন্নয়নৰ লগত বাহিৰৰপৰা অহা লোকৰ সংখ্যা বৃদ্ধিৰ প্ৰশ্ন আহি পৰে তেন্তে তেনে অৱস্থাত সেইবোৰ ক্ষেত্ৰত উন্নয়নৰ প্ৰশ্নই অগ্ৰাধিকাৰ পাব লাগে নে বাহিৰৰ পৰা অহা লোকৰ সোত বন্ধ কৰা প্ৰশ্নই অগ্ৰাধিকাৰ পাব লাগে? এইবোৰ ক্ষেত্ৰত শিল্পাদি স্থাপনৰ দাযিত্ব কোনে লোবা উচিত ?

(৭) বিভিন্ন অঞ্চলৰ পৰা আৰু পাকিস্তানৰপৰাও বিভিন অঞ্চল আৰু ৰাজ্যলৈ লোক অহাৰ প্ৰকৃত কাৰণ আৰ্থিক নে ৰাজনৈতিক ষডযন্ত্ৰ নে অতীত সম্পৰ্ক আৰু বুৰঞ্জী ? নে ভৌগলিক ? নে ঐতিহাসিক ?

(৮) বিভিন্ন কৰৰ ভাগ বিভিন্ন ৰাজ্যই আৰু অঞ্চলবোৰে জনসংখ্যাৰ ভিত্তিত নে মাটিকালিৰ পৰিমাণৰ ভিত্তিত নে উন্নয়নৰ বৈষম্যৰ পৰিমাণৰ ভিত্তিত পোবা উচিত?

(৯) খনিজ বস্তুৰ ৰয়েলটি নিৰ্ধাৰণ কৰোতে ৰাজ্য চৰকাৰৰ আযৰ প্ৰতি লক্ষ্য ৰাখি কৰা উচিত হব নে সেই ৰয়েলটিৰ ফলত খনিজ দ্ৰব্যৰ যাতে মূল্য অযথা বৃদ্ধি নাপায আৰু মূল্য বৃদ্ধিযে সেই খনিজ দ্ৰব্যৰ ওফৰত নিৰ্ভৰশীল অন্য দ্ৰব্যৰো যাতে মূল্য বৃদ্ধি নকৰে এইবোৰ কথাৰ প্ৰতিও লক্ষ্য ৰখা আৱশ্যক ?

(১০) বিশ্ববিদ্যালযৰ ডিগ্ৰী আৰু পৰীক্ষাৰ নম্বৰৰ লগত বিভিন্ন দাযিত্বপূৰ্ণ চাকৰিত কৃতকাৰ্য্যতাৰ সম্পৰ্ক কিমান ? এনে কৃতকাৰ্য্যতাৰ বাবে চাৰিত্ৰিক গুণ কিছুমানৰ মূল্য বেছি নে বিশ্ববিদ্যালযৰ পৰীক্ষাৰ ফলাফল ? পাব্লিক্ চাৰ্ভিচ কমিছনে চাৰিত্ৰিক গুণৰ পৰীক্ষা কিমান কৃতকাৰ্য্যতাৰে কৰে? এনে প্ৰশ্নবোৰৰ উত্তৰৰ মানদণ্ডত জনজাতি আদিৰ নিযোগৰ ক্ষেত্ৰত আছুতীযা ব্যৱস্থা কিমানদূৰ

গ্ৰহণযোগ্য? এনে আছুতীয়া ব্যৱস্থাৰে নিযোজিত লোকসকলৰ চাকৰিৰ ৰেকৰ্ডে কৃতকাৰ্য্যতা সম্পৰ্কত কি প্ৰমাণ কৰিছে? নিযোগৰ ক্ষেত্ৰত গোষ্ঠীগত ন্যায় বিতৰণ ব্যক্তিগত অন্যায়ৰ কিমানদূৰ কাৰণ হৈছে ? উচ্চ সম্প্ৰদায়ভুক্ত হৈও আৰ্থিক মানদণ্ডেৰে অত্যন্তই অনুন্নত অথচ পৰীক্ষা আদিৰ মানদণ্ডেৰে উপযুক্ত ব্যক্তি এজনৰ নিযোগৰ ক্ষেত্ৰত কি নীতি অৱলম্বন কৰা উচিত ?

## অভিযোগ আৰু বিসঙ্গতি

এনেবোৰ প্ৰশ্নৰ ওপৰত দেশত ব্যাপক আৰু সুস্থিৰ আলোচনা হোৱা বুলি আচলতে আমি আজি কব নোৱাৰো। আনকি, অসমৰ শোধানাগাৰ স্থাপন সম্পৰ্কীয় সাম্প্ৰতিক উত্তপ্ত প্ৰশ্নৰ ক্ষেত্ৰতো আমি সকলো কথা জানিছো বুলি কব নোৱাৰো। কেন্দ্ৰীয় চৰকাৰৰ লগত ৰাজ্য চৰকাৰৰ এই সম্পৰ্কত কি বক্তব্য আৰু জনসাধাৰণৰ প্ৰতি কি নিৰ্দেশ বিশেষজ্ঞ সকলৰ ৰিপোৰ্টবোৰত কি লিখা আছে ইত্যাদ সম্পৰ্কে আমি সম্পূৰ্ণ খবৰ নাপাও। মন্ত্ৰীসকলে বা এই সম্পৰ্কীয় ৰিপোৰ্ট আদি সম্পূৰ্ণভাবে দেখা লোকসকলে আৰু সংবাদ পত্ৰবোৰেও টুকুৰা খবৰ নিদি সম্পূৰ্ণ তত্ত্ব সৰ্বধাৰণৰ আগত দাঙি ধৰিব লাগে। কিয়নো খোলোচা আৰু সাহসী আৰু পূৰ্ণ আলোচনাৰ মাধ্যমত হে কোনো মীমাংসাত আহিব পাৰি। ফুচফুচীয়া আৰু টুকুৰা আলোচনাই তিক্ততা আৰু সন্দেহৰ বাতাবৰণহে সৃষ্টি কৰে।

মৌলিক নীতি সম্পৰ্কীয় প্ৰশ্নবোৰৰ ওপৰত খোলোচা আৰু তাত্ত্বিক আলোচনা যথেষ্টৰূপত দেশত নোহোৱাত আৰু ন্যায় আৰু অন্যায় বিচাৰৰ কোনো মানদণ্ড নথকাত ফুচফুচীয়া আলোচনাই অন্যায় আৰু শোষণৰ ধাৰণা সৰ্বসাধাৰণৰ মাজত বদ্ধমূল কৰিবলৈ সুবিধা পাইছে। আনকি ইয়াৰ ফলত ভিন ভিন সময়ত ভিন ভিন নীতি সমৰ্থন কৰি ভাবত বিশৃঙ্খলা আৰু কথাত বিসঙ্গতিও আমি সৃষ্টি কৰিছো।

ৰাজ্যৰ ক্ষেত্ৰত আমি হয়তো দাবী কৰিছো উন্নয়নৰ অসমতা অনুসৰি কৰৰ ভাগবাটোৱাৰা হোৱা উচিত। কিন্তু উন্নয়নৰ ক্ষেত্ৰত ৰাজ্য চৰকাৰৰ অৱহেলাৰ অভিযোগ যেতিয়া জনজাতিৰ মাজৰপৰা আহে তেতিয়া ৰাজহৰ কিমান অংশ জনজাতিৰ উন্নয়নত খৰচ হৈছে তাৰ তথ্যপাতি দাঙি ধৰাতহে ব্যস্ত হৈ পৰো। আমি হয়তো বেচৰকাৰী শিল্পাদিৰ ক্ষেত্ৰত দাবী কৰো থলুৱা লোকে চাকৰি পাব লাগে। কিন্তু চৰকাৰী চাকৰিৰ ক্ষেত্ৰত জনজাতীয়লোকৰ বাবে থকা আছুতীয়া ব্যৱস্থা যেন কিবা বিসঙ্গতিপূৰ্ণ বা কিবা অনুগ্ৰহহে এইদৰেও আমাৰ বহুতে ভাবো। আমাৰ

মাজৰ একে লোকেই ৰাজ্যলৈ বাহিৰৰ লোকৰ আগমনক শোষণৰ আগজাননী বুলি ভাবিও জনজাতীয় বেল্টক বিভেদকাৰী বুলি অভিহিত কৰো। প্ৰচলিত ব্যৱস্থাৰ শিক্ষাক অৰ্থহীন বুলি চিঞৰাৰ পাচতো পৰীক্ষাৰ নম্বৰ অনুসৰি চাকৰি নিদি আছুতীযা ব্যৱস্থাৰে বা অন্য নীতিৰে চাকৰি দিয়াৰ প্ৰশ্ন উঠিলে প্ৰশাসনীয ব্যৱস্থাত ব্যৰ্থতাই দেখা দিব বুলি আমিয়েই জানো তৰ্ক নোতোলো?

মৌলিক প্ৰশ্নৰ আলোচনাৰ অভাবত আমাৰ চিন্তাত এনেবোৰ বিসঙ্গতি অৱশ্যই আছে। এনে বিসঙ্গতিৰ বাবেই সন্দেহ আৰু অবিশ্বাসৰ ভাব বৃদ্ধি হৈছে হতাশাৰ বাতাবৰণে দেশ ঢাকি পেলাইছে অন্যায অৱহেলা আৰু শোষণৰ অভিযোগ উঠিছে মিলতকৈ অমিলৰ প্ৰশ্নই প্ৰাধান্য পাইছে আৰু এনেদৰেই জাতীযতাৰ বিনাশৰ উপক্ৰম হৈছে।

# জাতীযতা, উগ্ৰজাতীযতা আৰু আৰ্থিক প্ৰযোজনভিত্তিক জাতীযতা

## ভাষা আৰু জাতীয়তা

প্ৰযোজনৰ দৃষ্টি ভঙ্গীৰে বিশ্লেষণ কৰিলে যেনেকৈ জাতীয় সংহতি নাশৰ কাৰণ ধৰ্ম্ম নহয বৰং জাতীয জীৱনৰ বিকাশৰে কাৰণ তেনেকৈ ভাষাও হব নালাগে জাতীয সংহতি নাশৰ কাৰণ হব লাগে ইযাৰ সহাযকহে। অথচ ভাৰতৰ আৰু অসমৰ জাতীয জীবন আজি বিপদাপন্ন কৰি তুলিছে ভাষাৰ প্ৰশ্নই। সৃষ্টি হৈছে উগ্ৰজাতীযতা।

## ভাষাৰ প্ৰযোজন আৰু বিভিন্ন ভাষা শিক্ষাৰ আৱশ্যকতা

ভাষাৰ প্ৰযোজন ভাবৰ আদান প্ৰাদন আৰু চিন্তন সহজ আৰু স্বাভাৱিক কৰাৰ অৰ্থে। ভাষাৰ কাৰণেই ভাষাৰ প্ৰযোজন নাই। ভাবৰ আদান প্ৰাদ‌ৰ পৰিধি বাঢি যোবাৰ লগে লগে ভাষাৰ পৰিধিও বাঢি যোৱাৰ প্ৰযোজন। কিন্তু ভাবৰ আদান প্ৰদানৰ পৰিধি বৃদ্ধি কৰাৰ প্ৰযোজন হয কৰ্মক্ষেত্ৰৰ বৃদ্ধিৰ লগে লগে হে। যি লোক গোষ্ঠীৰ কৰ্মক্ষেত্ৰ আৰু লোকসংখ্যা সীমিত সেযে নিজৰ দৈনন্দিন বহু প্ৰযোজনীয বস্তুৰ যোগান কোনো বৃহৎ অঞ্চলৰ ওপৰত নিৰ্ভৰশীল সেই লোক গোষ্ঠীৰ স্বাভাৱিক ভাবেই সেই বৃহৎ অঞ্চলৰ লোকৰ ভাষা শিকি বেপাৰ বাণিজ্য চলায আৰু আঞ্চলিক ভাষাই বিভিন্ন লোক গোষ্ঠীৰ মাজতো উমৈহতীযা বেপাৰ বানিজ্যৰ ভাষা হয যেনেদৰে হৈছিল অৰুণাচল অঞ্চলত আৰু নগাপাহাৰত অসমীযা ভাষা।

বৰ্ত্তমান কালত আৰ্থিক বিষযত কোনো অঞ্চলেই স্বযং সম্পূৰ্ণ নহয আৰু এনে ক্ষেত্ৰত বহুকথাত আমি বৃহৎ অঞ্চলৰ লোকৰ লগত লেনদেন কৰিবলৈ বাধ্য হও আৰু তেওলোকৰ আঞ্চলিক ভাষাকে যোগাযোগৰ ভাষা হিচাবে ব্যৱহাৰ কৰো। ইপিনে কেন্দ্ৰৰ প্ৰশাসনীয ক্ষেত্ৰ বাঢি যোৱাৰ লগে লগে আৰু বেঙ্ক জীৱন বীমা আদি আদিৰ ক্ষেত্ৰই গ্ৰাম্য অঞ্চল পৰ্য্যন্ত বিস্তাৰৰ লগে লগে ভিতৰুৱা অঞ্চলতো সৰ্বভাৰতীয লোকৰ আহ যাহ বৃদ্ধি পাইছে। আগৰে পৰা কিছুমান কামৰ ক্ষেত্ৰততো নেপাল বিহাৰ আদিৰ লোক আছেই আৰু এতিযাও সেই কামবোৰত থলুৱা মানুহ ভালদৰে সোমোৱা নাই। সৈন্যবাহিনীতো থলুৱা লোক কম। এইবোৰ কাৰণত আৰু

মুখ্যত কেন্দ্রৰ লগত যোগাযোগ ৰক্ষাৰ অৰ্থে লগতে ৰাষ্ট্ৰীয় মুল ভাবধাৰাৰ লগতো যোগসূত্ৰ ৰক্ষাৰ অৰ্থে ৰাষ্ট্ৰীয় সংহতি বৃদ্ধিৰ অৰ্থে আমি ৰাষ্ট্ৰীয় ভাষাও শিকিব লাগিব। আনহাতে বৰ্ত্তমান কালৰ উৎপাদন ব্যৱস্থা ইমান প্ৰতিযোগিতামূলক হৈছে যে উৎপাদনৰ আধুনিকতম কাৰি কৌশলৰ লগত আমি অনবৰত পৰিচিত হৈ নাথাকিলে নচলিব। বিজ্ঞান আৰু কৌশলৰ বিস্তাৰ ইমান দ্ৰুতগতিত আৰু ইমান আন্তৰ্জাতিক ৰূপত হৈছে যে সেই বোৰৰ জ্ঞান সম্ভৱ মাত্ৰ কোনো আৰ্ন্তজাতিক ভাষাৰ তথা ইংৰাজীৰ মাধ্যমতহে।

মুঠতে প্ৰয়োজনৰ গৰজতে মাতৃভাষা তথা গোষ্ঠীয় ভাষাৰ উপৰিও যোগাযোগৰ ভাষা হিচাপে আঞ্চলিক ভাষা সংহতিৰ ভাষা হিচাপে ৰাষ্ট্ৰীয ভাষা আৰু উচ্চস্তৰত শিক্ষাৰ অধ্যযনৰ ভাষা হিচাপে ইংৰাজী ভাষা আজি আমি শিকিবলৈ বাধ্য।

প্ৰযোজনৰ গৰজতে গোষ্ঠীৰ ভাষাৰ উপৰিও অ'মি অপ্ৰযাসে আৰু স্বাভাবিক ভাবেই বিকৃত ৰূপত হলেও আঞ্চলিক ভাষা কবলৈ শিকো অবশ্যে পঢিবলৈ আৰু লিখিবলৈ নহয। আহ যাহ বৃদ্ধিৰ ফলত ৰাষ্ট্ৰীয ভাষাও ভিতৰুবা গাবৰ মানুহেও ভঙা ভঙা হিন্দীত হলেও কবলৈ চেষ্টা নকৰা নহয। ভাষা শিকাৰ ইচ্ছা স্বাভাবিক ভাবেই আৰু প্ৰযোজনৰ গৰজতে আমাৰ আছে। এনে স্থলত ভাষা শিকাৰ প্ৰশ্নত বিৰোধ হোৱাটো অস্বাভাৱিক। বিৰোধ ঘটে তেতিযাই যেতিযাই সম্প্ৰাসনৰ মনোভাবেৰে কোনো ভাষাক অন্যৰ ওপৰত জাপি দিবলৈ চেষ্টা কৰা হয আৰু প্ৰতিযোগিতামুলক পৰীক্ষাত সেই ভাষাত বিশেষ নৈপূণ্য প্ৰদৰ্শন কৰাৰ পাচতহে চাকৰিত নিযুক্তি দিযাৰ নিযম হয। অযথা ভীতিও বহু সমযত বিৰোধৰ কাৰণ হয। প্ৰতিযোগিতামুলক পৰীক্ষাত ভাষাৰ বিশেষ জ্ঞানৰ গুৰুত্ব বৰ্ত্তমানে নোহোৱা হৈছে। গতিকে এই ক্ষেত্ৰত বিৰোধৰ কোনো কাৰণ এতিযা নাই। জাপি দিযাৰ জবৰদস্তী চেষ্টা এৰিব পাৰিলেই ভাষাক লৈ বিৰোধৰ স্থল সম্পূৰ্ণৰূপে নোহোৱা হব প্ৰযোজনৰ গৰজতে বিভিন্ন ভাষা শিকিবলৈ সকলোৱে আপোনা আপুনি নিজেই আগবাঢ়ি আহিব। সৃষ্টি হব আৰ্থিক প্ৰযোজন ভিত্তিক জাতীযতা ।

## ভাষাক কেন্দ্ৰকৰি হোৱা তিক্ততাৰ বিষয

ভাষাক লৈ আমাৰ দেশত এতিযালৈকে দুটা কথাত তিক্ততা সৃষ্টি হৈছে (১) ৰাজ্যভাষাৰ কথাত আৰু (২) শিক্ষাৰ মাধ্যমৰ ভাষাৰ কথাত। ৰাজ্যভাষাৰ ক্ষেত্ৰত এতিযা মোটামুটি ধৰণে হলেও সমাধান এটি হৈছে। এই সমাধানৰ সূত্ৰ

তিক্ততাৰ মাজেদি হে লোৱা হৈছিল। অথচ একে সূত্ৰকে তিক্ততাৰ সৃষ্টিৰ আগতেও লোৱাৰ সম্ভাৱনা আছিল। শিক্ষাৰ মাধ্যমৰ ভাষাৰ সম্পৰ্কত স্থায়ী সমাধান হৈছে বুলি এতিয়াও কব পৰা হোৱা নাই।

## শিক্ষাৰ মাধ্যমৰ ভাষা

ভাবৰ স্বাভাবিক বিকাশৰ প্ৰয়োজনত শিক্ষাৰ সকলো স্তৰতে শিক্ষাৰ মাধ্যমৰ ভাষা মাতৃভাষা তথা গোষ্ঠীয় ভাষাই হোৱা উচিত। উচ্চ স্তৰতো শিক্ষাদানৰ তথা পাঠদানত ব্যবহাৰ কৰা কথোপকথনৰ ভাষা আৰু পৰীক্ষাত লিখিত ভাষা মাতৃ ভাষা হোবাই বাঞ্ছনীয়। কিন্তু বৰ্তমান অৱস্থাত গোষ্ঠীয় ভাষাসমূহৰ এই যোগ্যতা এতিযাও নাই। গতিকে এই ক্ষেত্ৰত বহুদিনলৈকে আঞ্চলিক বা ই ৰাজী ভাষাই শিক্ষাদানৰ ভাষা নহৈ উপায় নাই। আধ্যযনৰ ভাষাতো ইংৰাজী ভাষা হবই লাগিব। কিযো ইংৰাজী ভাষাত হে যথেষ্ট সংখ্যক মান বিশিষ্ট পুস্তক এতিযা আছে। মঠতে উচ্চস্তৰত শিক্ষাৰ মাধ্যমৰ ভাষা হব দুটা (১) ইংৰাজী ভাষা আৰু (২) আঞ্চলিক ভাষা। এই দুটাৰ যি কোনো এটা শিক্ষাৰ্থীযে নিজ ইচ্ছা অনুসৰি পৰীক্ষাত লিখিত ভাষাৰূপে লব পাৰিব। বৰ্তমান ব্যবস্থাতো এই ব্যবস্থাই চলি আছে। তাকে সকলোৱে অন্তৰ খুলি ললেই এই ক্ষেত্ৰত সুস্থিৰতা আহিব আৰু ভাষাৰ প্ৰশ্নত জাতীযতাৰ বিকাশত বাধা নপৰিব।

## শিক্ষনীয ভাষাৰ সংখ্যা আৰু শিকোৱা ব্যৱস্থা

শিক্ষাৰ মাধ্যম ভাষা স্থিৰীকৰণৰ প্ৰশ্নৰ লগতে শিক্ষনীয ভাষাৰ সংখ্যা আৰু সেইবোৰ শিকোবাৰ ব্যৱস্থাৰ কথা স্থিৰ কৰাটো প্ৰযোজন। এই ক্ষেত্ৰত এনে ধৰণৰ ব্যবস্থা হব লাগিব যেন লাগে।

(১) শিক্ষাব্যৱস্থাৰ প্ৰাথমিক স্তৰত শিক্ষনীয ভাষা হব মাত্ৰ এটাই মাতভাষা বা গোষ্ঠীয় ভাষা।

(২) মাধ্যমিক স্তৰত শিক্ষনীয ভাষা হব চাৰিটা (ক) গোষ্ঠীয ভাষা (খ) আঞ্চলিক ভাষা (গ) ৰাষ্ট্ৰীয ভাষা আৰু (ঘ) আন্তৰাষ্ট্ৰীয ভাষা অৰ্থাৎ ইংৰাজী। গোষ্ঠীয় ভাষা ভাষী লোকৰ অঞ্চলত থকা মাধ্যমিক স্তৰত আঞ্চলিক আৰু ৰাষ্ট্ৰীয ভাষাভাষী ছাত্ৰ ছাত্ৰীযেও লব লাগিব গোষ্ঠীয ভাষা।

চাৰিটা ভাষা শিকাৰ ব্যৱস্থাত বহুতে চকখাই উঠিব হয়তো । কিন্তু আমাৰ বৰ্তমান ব্যৱস্থাতো বহু ঠাইত প্ৰায সেই ব্যৱস্থাই চলি আছে আৰু ই বিশেষ কষ্টকৰ বুলিও বিবেচিত হোৱা নাই। আকৌ পৃথিৱীৰ প্ৰায সকলো দেশতে বহুলোকে

স্বাভাবিক ভাবেই তিনিটা ভাষা তেওলোকৰ স্কুলীয়া জীৱনতে শিকে। অৱশ্যে আমাৰ দেশত গোষ্ঠীয় ভাষাভাষী সকলৰ এটি বুজন অংশই আঞ্চলিক ভাষা সম্পূৰ্ণ বাদ দিয়াৰ দাবী কৰি আছে। তেওলোকে ৰাষ্ট্ৰীয় ভাষাকে একমাত্ৰ যোগাযোগৰ ভাষা কৰিব বিচাৰে। কিন্তু ৰাষ্ট্ৰীয় ভাষাই যোগাযোগৰ প্ৰয়োজন সাধন কৰিব নোৱাৰে। কিয়নো, তেওলোক ভৌগলিক ভাবে নিচেই লগালগি ৰূপত আছে আঞ্চলিক ভাষাভাষী লোকসকলৰ লগতহে। তেওলোকৰ ল ৰা ছোৱালীযেও স্বাভাবিক ভাবেই আঞ্চলিক ভাষা ভঙা ৰূপত হলেও কব পাৰে কব নোৱাৰিলেও কিছু বুজে। এনে অৱস্থাত আঞ্চলিক ভাষা শিকিব নোখোজা কথাত অযথা ভীতিৰ ভাবে ক্ৰিয়া কৰা যেন লাগে।

চাৰিটা ভাষা শিকোৱাৰ কথা কোৱা হৈছে যদিও চাৰিওটা ভাষাকে সমান ব্যাপকভাবে অধ্যযণ কৰাৰ প্ৰযোজন নাই। বৰ্তমান অৱস্থাত গোষ্ঠীয ভাষাৰ ব্যৱহাৰো যিহেতুকে বাস্তৱজীৱনত ব্যাপক নহয সেইহেতুকে ইযাৰ শিক্ষাও মাত্ৰ গোষ্ঠীয যোগাযোগ ৰক্ষাৰ জোখৰে হলেই হব আৰু ইযাৰ পাঠ্যক্ৰমো দুবছৰীযা কৰিলেই হব। ই্ংৰাজী ভাষা অধ্যযণৰ উদ্দেশ্য হব মাত্ৰ ই্ংৰাজী ভাষাত লিখা গ্ৰন্থ বুজাৰ বাবেহে কথা কবৰ বাবে বা লিখিবৰ বাবে নহয। উচ্চ শিক্ষাৰ স্তৰত এই ভাষা সদায়ে হৈ থাকিব জ্ঞানৰ পৰিধি বৃদ্ধিৰ ভাষা তথা অধ্যযনৰ ভাষা। উচ্চ শিক্ষাৰ স্তৰৰ শিক্ষাদান পদ্ধতিত সন্দৰ্ভ পুস্তক হিচাপে ই্ংৰাজী ভাষাত লিখিত পুস্তকৰ ব্যৱহাৰ ব্যাপক হলে সেই স্তৰতহে ই্ংৰাজী ভাষা শিকাৰ প্ৰকৃত উদ্দেশ্য সাধিত হব। গতিকে মাধ্যমিক স্তৰত ই্ংৰাজী ভাষাৰ অধ্যযন প্ৰাথমিক পৰ্য্যাযৰ হলেই হব যদিহে ইযাক উচ্চ শিক্ষাৰ স্তৰত শিক্ষাদানৰ ব্যৱহাৰ কৰা কথোপকথনৰ ভাষা ৰূপে আৰু পৰীক্ষাত ব্যৱহাৰ কৰা লিখিত ভাষা ৰূপে ব্যৱহাৰ কৰাৰ উদ্দেশ্য নাথাকে। আঞ্চলিক ভাষা আৰু ই্ংৰাজী ভাষাৰ কোনটোব শিক্ষাদানত ব্যৱহাৰ কৰা কথোপকথনৰ ভাষা ৰূপে আৰু পৰীক্ষাত ব্যৱহাৰ কৰা লিখিত ভাষাৰূপে ব্যৱহাৰ কৰা হব সেই সিদ্ধান্ত গোষ্ঠীৰ ভাষা ভাষী সকলে নিজেই স্থিৰ কৰা উচিত। অন্যথা ইযাক জোৰেৰে জাপি দিযা নিদিয়া কথাক লৈ অযথা তিক্ততা সৃষ্টি হব। বৰ্ত্তমানৰ উত্তেজনা পূৰ্ণ বাতাবৰণৰ পৰা মুক্ত হৈ বিচাৰ কৰিলে গোষ্ঠীয় ভাষা ভাষী লোক সকলে নিজেই আৱিষ্কাৰ কৰিব যে আঞ্চলিক ভাষা শিকা তেওলোকৰ পক্ষে সহজ আৰু স্বাভাৱিক আৰু আঞ্চলিক ভাষাভাষী সকলৰ লগতে হয় তেওলোকৰ লেনদেনো অধিক । লেনদেনৰ প্ৰয়োজনৰ পৰিপ্ৰেক্ষিতত গোষ্ঠীয় ভাষাৰ লিপিও হোৱা উচিত আঞ্চলিক ভাষাৰ লিপিত।

ওপৰৰ বিশ্লেষণৰ পৰা দেখা যায যে চাৰিটা ভাষা মাধ্যমিক স্তৰত শিকাটো একো কঠিন নহয় যদিহে সেই ভাষাবোৰ শিকাৰ প্ৰকৃত প্ৰয়োজন মনত ৰখা হয। মাতৃভাষা আৰু উচ্চ শিক্ষাৰ স্তৰত লিখাৰ প্ৰযোজনত ব্যৱহাৰ কৰা ভাষাৰ শিক্ষাহে আচলতে কিছু ব্যাপক হব। কিযনো এই দুযোক্ষেত্ৰতে শুদ্ধভাবে লিখিব পৰাৰ শিক্ষাও দিব লাগিব।

(৩) উচ্চ স্তৰত কোনো ভাষাই বাধ্যতামুলক শিক্ষনীয ভাষা হব নালাগে। কিন্তু যি যি বিষয হিচাপে লব সেই সেই বিষয়ত আঞ্চলিক ভাষাত ৰাষ্ট্ৰীয ভাষাত ই‌ংৰাজী ভাষাত আৰু সম্ভৱস্থলত গোষ্ঠীয ভাষাত লিখিত সন্দৰ্ভ পুস্তক হিচাপে কিছুসংখ্যক কিতাপ পঢ়িব লাগিব আৰু সেই কিতাপ সমুহৰ পৰা বাধ্যতামুলক প্ৰশ্নও থাকিব। উত্তৰ কিন্তু ই‌ংৰাজীত বা ৰাষ্ট্ৰীয ভাষাত দিযাটো বাধ্যতামুলক তেতিযাও নহব।

উচ্চ স্তৰত কোনো ভাষাই বাধ্যতামুলক শিক্ষনীয বিষয নহ'লেও সাহিত্যৰ অধ্যযন কিন্তু বাধ্যতামুলক হব। এই ক্ষেত্ৰতো ভাল ভাল কবিতা নাটক গল্প প্ৰবন্ধ গোষ্ঠীয ভাষাৰ আঞ্চলিক ভাষাৰ ৰাষ্ট্ৰীয ভাষাৰ আৰু ই‌ংৰাজী ভাষাৰ পুস্তকৰ পৰা লৈ ইযাৰ পাঠ্যক্ৰম প্ৰস্তুত কৰিব লাগিব। উচ্চ স্তৰত সাহিত্যৰ অধ্যযনৰ উদ্দেশ্যও ভাষা লিখাটো নহয উদ্দেশ্য মানৱীয আদৰ্শ আৰু অনুভুতিৰ প্ৰেৰণা প্ৰাপ্তি। ঐচ্ছিক বিষযঅধ্যযনৰ উদ্দেশ্যশাও বিশেষ বিশেষ বিষয় জ্ঞান প্ৰাপ্তিই । কিন্তু মানৱীয আদৰ্শ আৰু অনুভুতিৰ প্ৰেৰণা নাপালে উচ্চ স্তৰৰ শিক্ষা যি কোনো স্তৰৰ শিক্ষাই জীৱনৰ পৰা মূলচ্যুত হৈ ৰব আৰু সেযে অপূৰ্ণ থাকিব। সাহিত্য শিক্ষাদানৰ ভাষাও মাতৃভাষাই সম্ভৱস্থলত গোষ্ঠীয ভাষাই হব পৰীক্ষাৰ লিখিত ভাষাও এই বোৰেই হোৱা উচিত হব সাহিত্যৰ পুস্তক সমূহও অনুবাদিত সাহিত্য হোৱাতো আপত্তিৰ কাৰণ নাথাকিব। কিযনো সাহিত্য অধ্যযনৰ লক্ষ্য ভাষা নহয অনুভূতিৰ সূক্ষ্মতাৰ মাজত অৱগাহন আৰু মানৱীয আদৰ্শৰ প্ৰেৰণা প্ৰাপ্তি হে।

ঐচ্ছিক বিষয়ৰ আৰু সাহিত্যৰ অধ্যযনত গোষ্ঠীয আঞ্চলিক আৰু ৰাষ্ট্ৰীয ভাষাৰো মানবিশিষ্ট পুস্তকে পাঠ্যক্ৰমত স্থান পোৱাৰ ফলত এক পিনে যেনেকৈ এই বোৰ ভাষাত মানবিশিষ্ট পুস্তকৰ স‌ংখ্যা বৃদ্ধি পাব আৰু এই ভাষা সমুহৰ মৰ্য্যাদা আৰু প্ৰগতি বৃদ্ধি হব আনপিনে তেনেকৈ বিভিন্ন ভাষা ভাষী লোকৰ মাজত সম্পৰ্ক বৃদ্ধি পাব পৰস্পৰৰ ভাষা আৰু সাহিত্যৰ অধ্যযন ব্যাপক হব সেইবোৰৰ মাজত স্বাভাৱিক সম্পৰ্ক গঢ়ি উঠিব আৰু এইদৰেই বিভিন্ন ভাষা আৰু সাহিত্যক কেন্দ্ৰ কৰি দেশৰ বৃহৎ জাতীয়তাৰ বিকাশ সুগম হব।

# বৃহৎ জাতীযতা বৃদ্ধিত চৰকাৰৰ আৰু সাহিত্য সভাৰ কৰ্ত্তব্য

শিক্ষাৰ মাধ্যম যিযেই নহওক আৰু শিক্ষা ব্যৱস্থাত বিভিন্ন ভাষা শিকোৱাৰ ব্যৱস্থা যিযেই কৰা নহওক এটা কথা ঠিক যে আমাৰ দেশৰ সকলো ভাষাৰ বৰ্ত্তমান অৱস্থা ইংৰাজী ভাষাৰ তুলনাত শোকলগা ভাবে হীন। সেযে গোষ্ঠীয় ভাষা আৰু আঞ্চলিক ভাষাৰ আৱস্থা টনকিযাল কৰাটো ৰাজ্যচৰকাৰৰ এটি এৰাব নোৱাৰ দাযিত্ব। গোষ্ঠীয ভাষাত আৰু আঞ্চলিক ভাষাত অনুবাদ সাহিত্যৰ ব্যাপক সৃষ্টি আৰু প্ৰকাশৰ যোগেদি চৰকাৰে এই মূহুৰ্ত্তে এই দাযিত্ব পালনৰ পাতনি মেলিব লাগে আৰু প্ৰকাশন পৰিষদৰ নীতি নিযম সলনি কৰি হলেও পুস্তক প্ৰকাশৰ গতি আৰু পৰিমাণ বৰ্ত্তমানতকৈ বহু গুণে বৃদ্ধি কৰিব লাগে। প্ৰকাশকৰ অভাৱত গোষ্ঠীয আৰু আঞ্চলিক ভাষাত বহু লিখকে কিতাপ প্ৰকাশ কৰিব নোৱাৰে আৰু সেয়ে লিখাৰ উৎসাহ একেবাৰে হেৰাই পেলায। এই কাৰণত এইবোৰ ভাষাত লিখকৰ সংখ্যা মুষ্টিমেয। এই ক্ষেত্ৰতো চৰকাৰৰ কৰ্ত্তব্য যেনেদৰে আছে তেনেদৰে আছে সাহিত্য সভাবোৰৰো। সাহিত্য সভাবোৰে বাৰ্ষিক অধিবেশনৰ হৈ চৈত টকাৰ শ্ৰাদ্ধ নকৰি সাহিত্য প্ৰকাশত হে মুখ্যত খৰচ কৰিব লাগে। অসম সাহিত্য সভাৰ অথবা চৰকাৰৰ এটা ডাঙৰ কৰ্ত্তব্য এনে এখন অসমীযা ভাষাত অভিধান উলিওৱা য ত প্ৰতিটো অসমীযা শব্দৰ অৰ্থ অসমৰ অৰুণাচলৰ আৰু নগালেণ্ডৰ প্ৰত্যেক গোষ্ঠীয় ভাষাৰ প্ৰতি শব্দত দিয়া হয। এনে অভিধানৰ অভাৱত গোষ্ঠীয ভাষা ভাষী সকলে অসমীয়া কিতাপ বুজাত টান পায বুলি অসম সাহিত্য সভাৰ নলবাৰীত বহা বাৰ্ষিক অধিবেশনতে অৰুণাচলৰ গোষ্ঠীয ভাষা ভাষী এজন প্ৰতিনিধিযে সাহিত্য সভাৰ মঞ্চৰ পৰাই আপত্তি কৰিছিল।

সাহিত্য কৰ্মৰ বিস্তাৰে দেশত বুদ্ধিপ্ৰধান তথা কৃষ্টি প্ৰধান বাতাবৰণ জীৱন্ত কৰি তুলিব যাৰ ফলতে জাতীয় জীৱনতো আহিব উল্লাস আৰু বিকাশ সৃষ্টি হব ভাবৰ আদানৰ বাবে দেশত আগ্ৰহ আৰু বৃদ্ধি পাব নিজ সাহিত্যৰ উপৰিও অন্য সাহিতাৰ চৰ্চ্চা অন্য সাহিত্যত কোনো এটা বিষয়ৰ আলোচনা সম্পৰ্কীয় অথবা কোনো এটা অনুভূতিৰ প্ৰকাশৰ ৰূপ সম্পৰ্কীয প্ৰকাশৰ ৰূপ সম্পৰ্কীয় প্ৰকাশিত বিভিন্ন গ্ৰন্থ পঢ়াৰ এটি ধাউতি । এই সকলোৰে ফলত প্ৰত্যেক সাহিত্যই পৰস্পৰক প্ৰেৰণা দিব আৰু বৃহৎ জাতীয় জীৱনৰ অংশ স্বৰূপ হব। এই কাৰ্য্য দ্ৰুততৰ কৰাৰ অৰ্থে ভাল ভাল কিতাপ সমূহৰ ৰাষ্ট্ৰীয় ভাষাত অনুবাদ আৰু উপযুক্ত পুৰস্কাৰৰ

যোগেদি সেইবোৰৰ স্বীকৃতি দান ৰাষ্ট্ৰীয় উদ্যমতে হ'ব লাগে । এনে ব্যৱস্থাত ভিন ভিন ভাষা ভাষী লিখক সকলে ৰাষ্ট্ৰীয় স্বীকৃতি পোবাৰ আনন্দ পাব আৰু তাৰে ফলত ৰাষ্ট্ৰীয় জীৱনৰ প্ৰতি তেওলোকৰ আনুগত্য বাঢ়িব আৰু এনে দৰেই দেশত বৃহৎ জাতীযতাৰ ভেটি টনকিযাল হব। গোষ্ঠীয় ভাষা আৰু আঞ্চলিক ভাষাৰ ক্ষেত্ৰত একেধৰণৰ কাৰ্য্য ৰাজ্যচৰকাৰে আৰু সাহিত্য সভাই কৰিব লাগে যাতে ৰাজ্য সমূহতো সকলো গোষ্ঠীয় ভাষা ভাষীক লৈ আঞ্চলিক জাতীযতা ঠন ধৰি উঠে যি জাতীযতাই আকৌ বৃহৎ জাতীযতাৰ এটি অঙ্গাঙ্গী ৰূপ হৈ পৰিব।

## সামৰণি

উগ্ৰজাতীযতা আমাৰ বৰ্জনীয় । কিন্তু আৰ্থিক প্ৰয়োজন ভিত্তিক তথা সাংস্কৃতিক প্ৰযোজন ভিত্তিক জাতীয়তা অৰ্থাৎ আন্তৰ্জাতিকবোধমুখী জাতীযতা অত্যন্তই কাম্য । বিভিন্ন ভাষাৰ শিক্ষাও সেযে কাম্য ।

# জাতীযতাৰ সমস্যা-মুছলমানৰ সমস্যা আৰু আমাৰ কৰ্তব্য

বৰ্তমান অৱস্থাত আমাৰ দেশত জাতীয়তাৰ মূল সমস্যা হৈছে কেনেকৈনো সন্দেহ আৰু অবিশ্বাসৰ অৱহেলা আৰু শোষণৰ ভাব দূৰ কৰি জাতীযতাৰ মুলভূমি সহাৱস্থানৰ নীতিক আকৌ উৰ্বৰা কৰি তুলিব পাৰি আৰু সেই উৰ্বৰা মূলভূমিত আৰ্থিক সহযোগৰ অপৰিহাৰ্য্যতাবোধ আৰু সাংস্কৃতিক আদান প্ৰদান তথা সমন্বয়ৰ ঐতিহ্যৰ বিকাশ সাধিব পাৰি। এনে বিকাশৰ ফলতে নিজ গোষ্ঠীৰ আৰ্থিক আৰু সাংস্কৃতিক আৱশ্যকতাৰ গৰজতে অন্য গোষ্ঠীৰ সম্পৰ্ক কাম্য হৈ উঠিব যাৰ বাবেই আকৌ বিভিন্ন গোষ্ঠীৰ মাজত আপোন ভাবৰ সৃষ্টি হব আৰু এনেদৰেই আৱশ্যকতাৰ ভিত্তিত জাতীযতা ঠন ধৰি উঠিব।

যি কোনো বিদেশী শত্ৰুৰ আক্ৰমণৰ বিপৰীতে দেশৰ সকলো লোক স্বত স্ফুৰ্তভাৱে একেলগে থিয় দিয়াৰ অৰ্থে আৰু আৰ্থিক উন্নযনৰ ক্ষেত্ৰত উমৈহতীযা ব্যৱস্থা লোৱাৰ বাবেই জাতীযতাৰ আৱশ্যক। বিদেশী আক্ৰমণ নোহোৱা অৱস্থাত যদি দেশৰ বিভিন্ন অঞ্চলৰ বিভিন্ন গোষ্ঠীৰ মনত শোষণৰ পাৰস্পৰিক অভিযোগ নাথাকে আৰু প্ৰত্যেকে বাধাহীনভাৱে সাংস্কৃতিক আৰু আৰ্থিক বিকাশৰ প্ৰেৰণা আৰু আনন্দ পাই থাকে বিদেশী শাসনত এনে সুবিধা নোপোৱাৰ আশঙ্কাতে বিদেশী আক্ৰমণৰ বিপৰীতে সকলো গোষ্ঠীৰ সকলো লোক একেলগে তেতিয়া থিয দিযে আৰু তাৰ মাজতে জাতীযতাৰ বৃদ্ধি ঘটে। পৰস্পৰৰ প্ৰতি সন্দেহৰ বোধ আৰু শোষণৰ অভিযোগ থকা অৱস্থাত ধৰ্ম আৰু ভাষাৰ ঐক্যও দেশৰ স্বাধীনতা ৰক্ষা কৰিব নোৱাৰে। পৃথ্বীৰাজ আৰু জয়চন্দ্ৰৰ চিৰাজউদ্দৌল্লা আৰু মীৰ্জাফৰৰ ধৰ্ম আৰু ভাষা জানো একেই নাছিল?

সন্দেহ অবিশ্বাস অৱহেলা আৰু শোষণৰ ভাব দূৰ কৰাৰ অৰ্থে ভাগবাটোৱাৰাৰ মৌলিক নীতিৰ ওপৰত যথেষ্ট বৌদ্ধিক আলোচনাৰ প্ৰয়োজন। এনে আলোচনাই অৱহেলা আৰু শোষণৰ বহুতো অভিযোগ দূৰ কৰিব আনকি বহু সময়ত এই অভিযোগবোৰ কল্পনাপ্ৰসূত বুলি আৰু প্ৰকৃত তথ্যৰ ওপৰত অপ্ৰতিষ্ঠিত বুলি প্ৰমাণিত হব। এঠাইত অভিযোগ দূৰ হ লে অন্য ঠাইতো ইযাৰ প্ৰভাৱ কমিব। কেন্দ্ৰ আৰু ৰাজ্যৰ মধুৰ সম্পৰ্কই ৰাজ্য আৰু অঞ্চলৰ সম্পৰ্কও মধুৰ কৰাত সহায় কৰিব।

ভাগবাটোৱাৰাৰ মৌলিক নীতিৰ ওপৰত আলোচনা কৰাৰ লগতে চৰকাৰমুখী মনোবৃত্তি ধ্বংস কৰাৰ অৰ্থেও আলোচনাৰ আজি আৱশ্যক হৈছে। কিয়নো এনে মনোবৃত্তিয়ে আমাৰ নতুন পুৰুষক হতাশাৰে বহু সময়ত কাব্যিক হতাশাৰে ব্যাধিগ্ৰস্ত কৰিছে। এই পুৰুষৰ চকুৰ আগতে উদ্যমী বহিৰগতসকলে শৰণাৰ্থীসকলে আনকি আমাৰ মাজৰে কিছুমানেও কোনো মূলধন আৰু চৰকাৰী সাহায্য নোহোৱাকৈ নিজক আত্মপ্ৰতিষ্ঠিত কৰি আছে। ইয়াৰ উদাহৰণ প্ৰত্যেক চহৰতে আনকি গাৱঁতো পোৱা যায়। এই প্ৰসঙ্গত এইটোও মন কৰিবলগীয়া যে আৰ্থিক ভাটা চলি থকা সময়তো আজিৰ তুলনাত আৰ্থিক সা সুবিধাৰ পথ কম থকা অৱস্থাতো চতুৰ্থ দশকৰ পুৰুষ আজিৰ নতুন পুৰুষৰ দৰে হতাশাত ভাগি পৰা নাছিল। কিয়নো চৰকাৰমুখী বাতাবৰণে তেতিয়া গা কৰিব পৰা নাছিল। আনকি কাব্যিক হতাশা প্ৰকাশৰ অৰ্থে দেশত হুজুগী আলোচনীও নাছিল ।

চৰকাৰমুখী মনোবৃত্তিয়ে ব্যক্তিগত আৰু গোষ্ঠীগত অভিযোগ বৃদ্ধি কৰে। কিন্তু ই সমস্যাৰ সমাধান কৰিব নোৱাৰে। মৌলিক নীতিৰ ওপৰত আৰু চৰকাৰমুখী মনোবৃত্তিৰ অপকাৰিতাৰ ওপৰত বৌদ্ধিক আলোচনা দেশত হ'লে প্ৰকৃত তথ্য জনসাধাৰণে জানি উঠিব আৰু নিজক প্ৰতিষ্ঠিত কৰাৰ দায়িত্ব নতুন পুৰুষৰ ওপৰত পৰিব। ফলত অভিযোগৰ যি উত্তপ্ত বাতাবৰণ আৰু পৰস্পৰক দোষাৰোপ কৰিয়ে কৰ্তব্য সমাপনৰ যি ৰাজনৈতিক ঐতিহ্য দেশত সৃষ্টি হৈছে সেইবোৰৰ প্ৰভাৱ কমি আহিব সমস্যাৰ প্ৰকৃত সমাধানৰ ওপৰত সেয়ে চিন্তা আৰু চেষ্টা বাঢ়িব সমস্যা সমাধানৰ অৰ্থে পৰস্পৰে পৰস্পৰৰ ওপৰত নিৰ্ভৰ কৰাৰ এনে আৱশ্যকতাই দেখা দিব আৰু এনে আৱশ্যকতাৰ মাজতে জাতীয়তাৰ বিকাশ আকৌ আৰম্ভ হ'ব।

## সন্দেহ আৰু অবিশ্বাসৰ ভাব

অৱশ্যে এনে ধৰণৰ সাধাৰণ আলোচনাৰ উপৰিও কেইটামান বিশেষ ক্ষেত্ৰত বিশেষকৈ মুছলমান আৰু জনজাতিৰ ক্ষেত্ৰত সন্দেহ অবিশ্বাস শোষণ অৱহেলাৰ ভাব দূৰ কৰাৰ অৰ্থে বিশেষ আলোচনা আৰু বিশেষ চেষ্টাৰ প্ৰয়োজন আছে। এই দুয়ো ক্ষেত্ৰতে দেশত যথেষ্ট অনৈক্য আজি সৃষ্টি হৈছে। আকৌ যি সময়ত সহাৱস্থানৰ নীতি আৰু সমন্বয়ৰ ঐতিহ্যক ভিত্তি কৰি জাতীয়তাৰ ঐতিহাসিক মূলভূমি গঠিত হৈছিল সেই সময়তো এই দুই ক্ষেত্ৰত এই নীতি আৰু ঐতিহ্য যথেষ্ট শক্তিৱন্ত হৈ উঠা নাছিল। কিয়নো যাতায়াতৰ ব্যৱস্থা আজিৰ দৰে নোহোৱাত, কোনো কোনো জনজাতিৰ লগত আৰ্য্য বৈদৰ সম্পৰ্ক তেতিয়া অত্যন্তই কম আছিল।

আনহাতে দিল্লীৰ মুছলমানী শাসকসকলে নিজ শাসন বিস্তাৰৰ চেষ্টা অবিৰাম চলাই থকাত মুছলমানী কালত সহাৱস্থানৰ ঐতিহ্যও দুৰ্বল হৈ পৰিছিল যাৰ ফলতে আকৌ সামাজিক ভেদাভেদ অৱশ্যই বৃদ্ধি পাইছিল। তাতে ধৰ্মৰ ক্ষেত্ৰত সমন্বয়ৰ ঐতিহ্য শক্তিবন্ত হৈ উঠাৰ বাবে যিমান দীৰ্ঘকালৰ প্ৰয়োজন সিমান দীৰ্ঘকালৰ একে মুছলমানী শাসন চলা নাছিল। সেই সময়ৰ ভিতৰতে আকৌ পাঠান মোগল আদিৰ শাসনৰ পৰিবৰ্তন ঘটিছিল। সেই কাল যথেষ্ট শান্তিপূৰ্ণও নাছিল। এনে অৱস্থাত আচাৰ বিচাৰ আৰু ধৰ্মৰ সমন্বয় সহজ নাছিল আৰু সেয়ে সমন্বয়ৰ ভিত্তিত কৃষ্টিৰ জাতীয় বিকাশো কঠিন হৈছিল। যদিও আৱশ্যকতাৰ প্ৰয়োজনত তেতিয়াও ভাষাৰ ক্ষেত্ৰত সমন্বয়ৰ ধাৰা চলিয়ে আছিল আৰু উৰ্দু ভাষাৰ বিকাশও সম্ভৱপৰ হৈছিল।

ধৰ্ম কৃষ্টি আৰু আচাৰ বিচাৰৰ ক্ষেত্ৰত সমন্বয় সদায়ে দীৰ্ঘকাল সময় সাপেক্ষ শান্তিপূৰ্ণ অৱস্থা সাপেক্ষ আৰু পাৰস্পৰিক মিলা প্ৰীতিৰ ভাব সাপেক্ষ। এনে সমন্বয় পৰম্পৰা বিকাশ সন্দেহ আৰু অবিশ্বাস থকা অবস্থাত সম্ভৱ নহয়। এনে অৱস্থাত আনকি আৰ্থিক সহযোগৰ আৱশ্যকতাবোধো গঢ়ি নুঠে। বৰং সহযোগৰ তেনে চেষ্টাক শোষণৰ ষডযন্ত্ৰ বুলিহে অভিহিত কৰা হয়। গতিকে যিবিলাক ক্ষেত্ৰত যেনে মুছলমান আৰু জনজাতিৰ ক্ষেত্ৰত সন্দেহ আৰু অবিশ্বাসৰ ভাব প্ৰকাশ পাইছে আৰু অবহেলাৰ আৰু শোষণৰ অভিযোগ প্ৰবল হৈছে সেই বিলাক ক্ষেত্ৰত সৰ্বপ্ৰথম আৱশ্যকীয় কথা এনে ভাব আৰু অভিযোগ দূৰ কৰাৰ যত্ন। তাৰ পাচতে হে আৰ্থিক সহযোগৰ ক্ষেত্ৰ বিস্তাৰৰ কথা অহা উচিত। আৰ্থিক সহযোগ বৃদ্ধিৰ লগে লগে ভাবৰ আদান প্ৰদানৰ আৱশ্যক হব উমৈহতীয়া ভাষাৰ প্ৰয়োজনে ভাষাৰ সমস্যা আপোনা আপুনি সমাধান কৰিব আৰু ধৰ্মীয় সহনশীলতাৰ মাজত ধৰ্মীয় সমন্বয় ঐতিহ্য স্বাভাবিক ভাৱেই গঢ়ি উঠিব। সি বিলাক ক্ষেত্ৰত জাতীয়তাবোধ দুৰ্বল সেই বিলাক ক্ষেত্ৰত জাতীয়তাৰ বিকাশৰ অৰ্থে এই ক্ৰমৰ ব্যতিক্ৰম কৰিলেই ওলোটা ফল নিশ্চয়কৈ ফলিব।

এই কথা ঠিক যে মুছলমানৰ আৰু জনজাতিৰ ক্ষেত্ৰত চলি থকা সন্দেহ আৰু অবিশ্বাসৰ শোষণ আৰু অবহেলাৰ ভাব দূৰ কৰাৰ অৰ্থে আমি যথেষ্ট চেষ্টা কৰা নাই। বৰং মুছলমানৰ ক্ষেত্ৰত পাকিস্তানী ষডযন্ত্ৰৰ আৰু জনজাতিৰ ক্ষেত্ৰত মিছনাৰীৰ ষডযন্ত্ৰৰ যুক্তিৰে এই ভাব বৃদ্ধি কৰাতহে আমি বহুতে সহায় কৰিছো।

মুছলমানৰ ক্ষেত্ৰত পাৰস্পৰিক সন্দেহৰ ভাব দূৰ কৰাৰ অৰ্থে প্ৰথম আৱশ্যকীয় কথা পাকিস্তানী অনুপ্ৰবেশকাৰীৰ সমস্যাক বাস্তৱ দৃষ্টিভঙ্গীত চাবলৈ শিকা আৰু মুছলমানৰ আনুগত্যক বিশ্বাস কৰা।

পাকিস্তানৰপৰা অনু প্ৰবেশ চলি থকা কথাটো সচা। কিন্তু এই অনুপ্ৰবেশৰ পিচত গভীৰ আচলতে ষডযন্ত্ৰ নাই যদিও অনুপ্ৰবেশকাৰীসকলৰ মাজত কিছু সংখ্যক চোৰা,চোৱা থকা একো আচৰিত নহয়। অনুপ্ৰবেশকাৰীসকল মুখ্যত আহি আছে এই কাৰণতে যে দেশবিভাজনৰ আগৰেপৰা অসমত বা কাশ্মীৰ আদি অন্য ৰাজ্যতো মাটিবাৰী সম্পৰ্কীয এটি লেনদেন আনকি স্বাৰ্থও তেওলোকৰ মিটিৰ কুটুম শহুৰ জোৱায়েক খুৰাক ভতিজাক আদিৰ মাধ্যমত গঢ়ি উঠিছিল। দেশ বিভাজনৰ অস্বাভাৱিকতাই এই স্বাভাৱিক সম্পৰ্ক একেদিনে ছেদ কৰিব নোৱাৰে। এই প্ৰসঙ্গত নলবাৰী অঞ্চলৰপৰা পূব পাকিস্তানলৈ বৰ্তমানে বা,লাদেশলৈ ব্ৰাহ্মণসকলৰ যি বেআইনী অহা যোৱা আজিও চলি আছে তাৰ উদাহৰণো দিব পাৰি যদিও বা,লাদেশীৰ অনুপ্ৰবেশৰ তুলনাত এনে অহা যোৱা নিতান্তই নগণ্য।

## পাকিস্তানী অনুপ্ৰবেশ আৰু পমুৱা মুছলমান

পাকিস্তানী অনুপ্ৰবেশকাৰীৰ বৰ্তমানে বা,লাদেশীৰ অনুপ্ৰবেশৰূপে অসমত খ্যাত সমস্যা মূলত স্বাধীনতাৰ আগৰ সময়ৰ পমুৱা মুছলমান সমস্যাৰে অন্য নাম। আচলতে এই সমস্যা আৰ্থিক হ লেও উপযুক্ত সময়ত উপযুক্ত ব্যৱস্থাৰে ইয়াক সমাধান কৰিব নোৱাৰাত ই আজি ৰাজনৈতিক আৰু আইন শৃঙ্খলাৰ জটিল প্ৰশ্ন হৈ পৰিছে। এই কথা সচা যে পমুৱা মুছলমানসকলে হয়তো অজ্ঞানতাবশত হয়তো মণ্ডলকাননগু আদি ৰেভিনিউ বিভাগৰ ইচ্ছাকৃত শৈথিল্যবশত বহু সময়ত বে আইনীভাৱে মাটি দখল কৰিছে আনকি কিনিছেও। ৰেভিনিউ 'বিভাগৰ মৌন সন্মতিত এনেদ'ৰে কিনা আৰু দখল কৰা মাটিক তেওলোকে এৰি দিবলৈ আৰু বে আইনী বুলি স্বীকাৰ কৰিবলৈ স্বাভাৱিকতে টান পায আৰু সেযে এনে দখল ৰক্ষাৰ ক্ষেত্ৰত তেওলোকে সঙ্ঘবদ্ধভাৱে আনকি জবৰদস্তিৰ ভাৱে'ৰেও থিয দিযে। বেদখল উচ্ছেদ কৰাত চৰকাৰে যেন কিবা অন্যায হে কৰিছে এনেদৰেও তেওলোকে ভাবে। এনে ধৰণৰ বেদখলক কেন্দ্ৰ কৰি যেতিয়া অসুস্থ ৰাজনীতিৰ প্ৰভাৱত দেশত হৈ চৈ হবলৈ ধৰে আৰু এই হৈ চৈ বৃদ্ধিত বুদ্ধিজীৱীযেও অ,শ গ্ৰহণ কৰে তেতিয়া এই হৈ চৈৰ মাজেদিযে সাম্প্ৰদায়িকতাই দেশ ছানি ধৰে সন্দেহ আৰু অবিশ্বাসৰ ভাব প্ৰৱল গতিত বাঢ়ে আৰু এনে দৰেই দেশৰ প্ৰতি পমুৱা মুছলমানৰ আনকি থলুৱা মুছলমানৰো আনুগত্য নোহোৱা হৈ পৰে।

মুছলমানৰ ক্ষেত্ৰত জাতীয়াতাৰ বোধ বিকাশৰ যি সমস্যা আজি হৈছে সেই সমস্যা দূৰ কৰিবলৈ হ লে পাকিস্তানী অনুপ্ৰবেশকাৰীৰ বাস্তৱ ফলটো স্বীকাৰ কৰিব

লাগিব আৰু যি বিলাক পাকিস্তানী লোকৰ মাটি বাৰী সম্পৰ্কীয় স্বাৰ্থ আইনসঙ্গতভাৱেই হওক অথবা বে আইনীভাৱেই হওক আমাৰ দেশত ইতিমধ্যে গঢ়ি উঠিছে সেই স্বাৰ্থ ৰক্ষাৰ উপযুক্ত ব্যৱস্থাৰ মাজেদি হে এই সমস্যা সমাধানৰ চেষ্টা বাঞ্ছনীয় হ্ব। এই সমস্যাৰ সম্পৰ্কত দেশত গঢ়ি উঠা হৈ চৈ বন্ধ হোৱাটোও কাম্য।

এই কথা ঠিক যে দেশ বিভাজনৰ তিক্ত বুৰঞ্জীৰ বাবে আৰু স্বাধীনতাৰ পাচতো পাকিস্তানৰ লগত আমাৰ দেশৰ সম্পৰ্ক তিক্ত হৈ থকাৰ হেতুকে পাকিস্তানী লোকৰ ক্ষেত্ৰত আনকি থলুৱা মুছলমানৰ ক্ষেত্ৰতো আমাৰ সন্দেহ স্বাভাৱিক বুলি বহুতে কব খোজে। কিন্তু এই সন্দেহ বেচি ভাগ ক্ষেত্ৰতে আচলতে অমূলক। পাকিস্তানৰ পৰা অহা সকলো লোকেই চোৰাংচোৱা নহয আৰু থলুবা মুছলমানসকলকো অনুপ্ৰবেশকাৰীৰ আশ্ৰযদাতা বুলি ভবাৰ আচলতে কাৰণ নাই। কিযনো বহু অনুপ্ৰবেশকাৰীক মুছলমান লোকৰ সহাযতে আনকি প্ৰাৰম্ভিক চেষ্টাতে যে ধৰিব পৰা গৈছে সেই কথাৰ প্ৰমাণ পুলিচৰ ৰেকৰ্ডতে পোৱা যাব। আনহাতে পাকিস্তানৰ আক্ৰমণৰ বিশেষত অসম আক্ৰমণৰ অযথা ভযো অনুচিত। তিনিও কাষে ভাৰতৰ দ্বাৰা বেষ্টিত পূব পাকিস্তানে অসম আক্ৰমণ কৰি নিজৰ বিপদ নিজেহে চপাই অনা হ্ ব। অযথা ভয আৰু অযথা সন্দেহ আমাৰ অন্তৰৰ পৰা আতৰ কৰিব পাৰিলেই পাকিস্তানী অনুপ্ৰবেশকাৰীৰ কথাক কেন্দ্ৰ কৰি চলি থকা দেশৰ হৈ চৈ বন্ধ হ্ব আৰু তাৰে ফলতে দেশৰ প্ৰতি মুছলমানৰ আনুগত্যও সহজ হ্ ব। বিশ্বাসেহে বিশ্বাস সৃষ্টি কৰে আৰু বিশ্বাস ৰক্ষাৰ দাযিত্বও আহি পৰে।

## বিশ্বাস বৃদ্ধিৰ সময আৰু অশুভ ইঙ্গিত

বিশ্বাস আৰু দাযিত্ব বৃদ্ধিৰ এযে উপযুক্ত সময। কিযনো দেশ বিভাজনৰ ফলত আৰু আজি পৰ্য্যন্ত পাকিস্তানৰ লগত আমাৰ দেশৰ সম্পৰ্ক স্বাভাৱিক নোহোৱাত আমাৰ দেশৰ মুছলমানসকল অৱশ্যাই অসুবিধাত পৰিছে। এই অসুবিধা মূলত পাকিস্তানৰ সৃষ্টি আৰু পাকিস্তানৰ অবিৰাম ভাৰত বিৰোধী ধ্বনি বুলি বহু বহু পমুৱা মুছলমানৰে আজি বিশ্বাস হৈছে আৰু পাকিস্তানৰ প্ৰতি এটি বিৰক্তিৰ ভাবো বহু ক্ষেত্ৰত তেওলোকৰ জন্মিছে। আনহাতে দেশৰ অমুছলমান নতুন পুৰুষৰ দেশ বিভাজনৰ তিক্ত অভিজ্ঞতা নথকাত স্বাভাৱিকতে এই পুৰুষৰ বিশেষত হৈ চৈৰ প্ৰভাৱত নপৰা হিন্দু সকলৰ মনোভাব মুছলমান বিদ্বেষী নহয। এনে অৱস্থাত পমুৱা মুছলমানৰ মাজত এটি বিশ্বাস আৰু ন্যায় প্ৰাপ্তিৰ ভাব জগাই তোলা কাৰ্য্য বিশেষ কষ্টসাধ্য নহয়। এনে ভাব জগাই তুলিব পাৰিলে দেশৰ প্ৰতি মুছলমানৰ আনুগত্য

অৱশ্যেই বৃদ্ধি পাব ফলত ভাৰতীয় মুছলমানক লৈ আনকি কাশ্মীৰৰো মুছলমানক লৈ হৈ চৈ কৰাৰ সুবিধা পাকিস্তানে নাপাব আৰু শেষত ইয়াৰে ফলত ভাৰত আৰু পাকিস্তানৰ মাজৰ সম্পৰ্কও স্বাভাৱিক আৰু মধুৰ হৈ উঠিব।

ভৌগোলিক আৰু আৰ্থিক আনকি প্ৰতিৰক্ষাৰ গৰজতে ভাৰত আৰু পাকিস্তানৰ সম্পৰ্ক এদিন মধুৰ হবলৈ বাধ্য। কাশ্মীৰৰ সমস্যা এদিন সমাধা নোহোৱাকৈ নাথাকে। বাস্তৱ দৃষ্টিভঙ্গীৰে চেষ্টা কৰিলে এই সমস্যা সমাধানৰ অতীত নহয়। ভাৰত আৰু পাকিস্তানৰ মাজত যি মধুৰ সম্পৰ্ক এদিন গঢ়ি উঠিবলৈ বাধ্য ভাৰতীয় মুছলমানৰ মাজত বিশ্বাস আৰু ন্যায় প্ৰাপ্তিৰ ভাব বৃদ্ধিৰ চেষ্টাৰে তাৰ বুনিযাদ আজিতে আৰু ভাৰততে আমি স্থাপন কৰিব পাৰো। বিশ্বাস আৰু ন্যায় প্ৰাপ্তিৰ ভাব বৃদ্ধিৰ সুবিধা আজিও আছে। কিন্তু এই সুবিধা এতিয়াতে গ্ৰহণ নকৰিলে পাচত অবশ্যাই পলম হ ব। কিযনো ইতিমধ্যে বহু ভাৰতীয মুছলমানৰ মনৰ গতি অবাঞ্ছনীয ভাবে পৰিৱৰ্তন হোৱাৰ ইঙ্গিত পোৱা গৈছে আৰু স্বাধীনতাৰ অগ্ৰবৰ্তী কালত খেলাৰ দৰে ভাৰসাম্য ৰক্ষাৰ ৰাজনীতি খেলাবলৈ আকৌ তেওলোকৰ বহুতেই আগবাঢ়ি আহিছে। আনকি এনে ৰাজনীতিৰে কেৰালাত সুকীযা মুছলমানী জিলা পৰ্যান্ত গঠনৰ আযোজন চলিছে।

এই প্ৰসঙ্গত এই কথা কোবাও উচিত হব যে মুছলমানৰ সমস্যাৰ বা সংখ্যালঘু সম্প্ৰদাযৰ সমস্যা অৱস্থিতিৰ বাবে কোনো তোষণকাৰী নীতি দাযী নহয। সমযত উপযুক্ত ব্যবস্থা নলৈ অভিযোগ আৰু আন্দোলন বৃদ্ধিৰ পাচত হে ব্যৱস্থা লোৱাৰ বা বুজাবুজিৰ চেষ্টা কৰাৰ যি অভ্যাস দেশত গঢ়ি উঠিছে সেই অভ্যাসহে ইযাৰ বাবে দাযী। কিযনো এনে অভিযোগ আৰু আন্দোলনৰ বৃদ্ধিৰ পাচত বুজাবুজিৰ কোনো সিদ্ধান্তকে সামগ্ৰিকভাৱে আৰু আন্তৰিকতাৰে বহুতে গ্ৰহণ নকৰে সিদ্ধান্তৰ বিৰূপ সমালোচনা চলি থাকে তোষণ নীতি গ্ৰহণ কৰাৰ অভিযো উঠিবলৈ ধৰে আৰু এনে অৱস্থাত জাতীয়তাৰ বিকাশো অবশ্যাই কষ্টকৰ হৈ পৰে মহাত্মা গান্ধীৰ দৰে মহামানৱ থকা কালৰ দৰেই।

# জাতীযতাৰ সমস্যা-জনজাতিৰ সমস্যা আৰু বুদ্ধিজীৱীৰ দাযিত্ব

ক্ষুদ্ৰ দেশতকৈ বিৰাট দেশত ৈবচিত্ৰ্যহীন দেশতকৈ বৈচিত্ৰ্যপূৰ্ণ দেশত উন্নত দেশতকৈ অনুন্নত দেশত জাতীযতাৰ সমস্যা অৱশ্যাই জটিল। ক্ষুদ্ৰ দেশত বিভিন অঞ্চলৰ বিভিন্ন গোষ্ঠীৰ মনত ৎগাষ্ঠীগত ভাষা আৰু গোষ্ঠীগত ধৰ্মৰ প্ৰতি কটকটীযা অনুৰাগ সৃষ্টি হোবাৰ আগতে অঞ্চল আৰু গোষ্ঠীৰ মাজৰ সম্পৰ্ক নিবিড আৰু সম্পূৰ্ণ হৈ উঠে। সেযে ভাষা আৰু ধৰ্মৰ সমস্যা তাত প্ৰাযেই নাথাকে। কিযনো কটকটীযা অনুৰাগ সৃষ্টি নোহোৱা অৱস্থাত ভাষা আৰু ধৰ্মৰ বিকাশ চলি থাকিব পাৰে আৰু ইযাৰু ফলত সমগ্ৰ দেশত এক ভাষা আৰু ধৰ্ম সম্ভৱপৰ হৈ উঠে। উন্নত দেশত আৰ্থিক সমস্যা যেনেদৰে লঘু সহযোগৰ আবশ্যকতাবোধো তেনেদৰে ব্যপক। ফলতে তাত অৱহেলা আৰু শোষণৰ অভিযোগ কম আৰু সেযে জাতীযতাৰ বিকাশো সহজ আৰু আবশ্যকতাভিত্তিক।

ভাৰতবৰ্ষ অকল বিৰাট দেশেই নহয ই অনুন্নত আৰু বৈচিত্ৰাপূৰ্ণও। গতিকে জাতীযতাৰ সমস্যা ইযাত জটিল হোবাই স্বাভাবিক। কিন্তু এই জটিল সমস্যাৰ সমাধান ক্ষুদ্ৰ দেশৰ জাতীযতাৰ সূত্ৰ অনুসৰি অসম্ভব। এক ভাষা এক ধৰ্ম এক সংস্কৃতি এক শাসনৰ ভিত্তিত ক্ষুদ্ৰ দেশৰ জাতীযতা প্ৰতিষ্ঠিত। ভাৰতৰ জাতীযতা কিন্তু দেশৰ বিশালত্ব আৰু বৈচিত্ৰ্যৰ বাবেই সহাবস্থানৰ নীতিৰ ওপৰত প্ৰতিষ্ঠিত হবলৈ বাধ্য। ক্ষুদ্ৰ দেশত কোনো বিছমাৰ্কৰ বলভিত্তিক নীতিযে জাতীযতাৰ বিকাশৰ গতি দ্ৰুত কৰি তুলিবও পাৰে। বিৰাট দেশত বিশেষত গণতান্ত্ৰিক ভাবত প্ৰভাৱান্বিত হোবা অবস্থাত আৰু নৱলব্ধ স্বাধীনতাৰ প্ৰেৰণাত ক্ষুদ্ৰ ক্ষদ্ৰ গোষ্ঠীৰো নিজ ভাষা আৰু সা স্কৃতিৰ প্ৰতি কটকটীযা অনুৰাগ বৃদ্ধি হৈ থকা কালত বল প্ৰযোগেৰে জাতীযতা বৃদ্ধিৰ চেষ্টা অৱাস্তৱ আৰু অসম্ভৱ। আনকি ক্ষুদ্ৰ গোষ্ঠীৰ ক্ষেত্ৰতো এনে অনুৰাগ থাকিলে এনে চেষ্টাই সমস্যা আৰু ব্যৰ্থতাহে সৃষ্টি কৰে। ইহুদী জাতিৰ ইতিহাস ইযাৰ সাক্ষী।

ভাৰতবৰ্ষৰ জাতীয়তা অৱশ্যাই সহাৱস্থানৰ নীতিৰ ওপৰত প্ৰতিষ্ঠিত হব লাগিব। এই নীতিক আকৌ প্ৰাণৱন্ত কৰি তুলিব লাগিব। যিবিলাক ক্ষেত্ৰত সন্দেহ আৰু অবিশ্বাসৰ ভাবে আৰু অৱহেলা আৰু শোষণৰ অভিযোগে জাতীয়তাৰ বিকাশ

ব্যাধিগ্ৰস্ত কৰিছে সেইবিলাক ক্ষেত্ৰত বিশেষ চেষ্টা বিশেষ আলোচনা হব লাগিব। জনজাতিৰ ক্ষেত্ৰত এনে বিশেষ চেষ্টাৰ এনে বিশেষ আলোচনাৰ প্ৰযোজন অত্যন্তই আজি হৈছে। কিয়নো জনজাতীয় গোষ্ঠীৰ সমূহৰপৰা অৱহেলা আৰু শোষণৰ অভিযোগ আজি দ্ৰুত গতিত বৃদ্ধি পাবলৈ ধৰিছে।

## অৱহেলা আৰু শোষণৰ অভিযোগ

জনজাতিৰ ক্ষেত্ৰত অৱহেলা আৰু শোষণৰ যি অভিযোগ উঠিছে সেই অভিযোগ মূখ্যত জনজাতি অঞ্চল উন্নযন কৰাৰ প্ৰশ্নক আৰু ভূমি দখলৰ প্ৰশ্নক কেন্দ্ৰ কৰি উঠিছে। সম্পদৰ অভাৱত উন্নযনৰ গতি অঞ্চলবিশেষে মন্থৰ হোৱাটো স্বাভাবিক। জনসাধাৰণৰ দাবী প্ৰকাশৰ তীব্ৰতা অনুসৰি সেই দাবী প্ৰকাশৰ ব্যৱস্থাৰ সুবিধা অনুসৰি উন্নয়নৰ ক্ষেত্ৰত কোনো কোনো অঞ্চলৰ প্ৰতি অন্যায় হোৱাও সম্ভৱ বিশেষত গধম চালৰ গধুৰ কাণৰ কাম পেলাই থোৱা স্বভাৱৰ চৰকাৰ আৰু প্ৰশাসন চলি থকা অৱস্থাত। তাতে জনজাতি অঞ্চলত সুদক্ষ কৰ্মচাৰীৰ নিযুক্তি নোহোৱাত বৰং চেকাপৰা কৰ্মচাৰীবহে তাত শাস্তি হিচাবেই হওক অথবা কৰ্মচাৰীৰ অনিচ্ছাৰ বাবেই হওক নিযুক্তি দিযাত তাকৰীযা সম্পদৰেও যিখিনি কৰিব পৰা গলহেতেন সেইখিনিও কৰা হোৱা নাই। আনহতে পাহাৰী অঞ্চলৰ উন্নযনৰ দাযিত্ব মূলত জিলা পৰিষদৰ। পাহাৰী জনজাতিসকলৰ সন্মতিক্ৰমেই বিশেষ কিছুমান ক্ষেত্ৰত শাসনৰ দাযিত্ব দিবলৈ ষষ্ঠ অনুসূচী গ্ৰহণ কৰা হৈছিল। কিন্তু পঞ্চাযতবোৰ যি কাৰণত ব্যৰ্থ হৈছে পাহাৰৰ জিলা পৰিষদবোৰো সেই একে কাৰণতে দায়িত্ব লবলৈ গাও আৰু জনজাতীয অঞ্চলত উপযুক্ত লোকৰ অভাৱ দলাদলি দুৰ্নীতি স্বজনপ্ৰীতি অনিপুণ আৰু দুৰ্নীতিগ্ৰস্ত প্ৰশাসনীয ব্যৱস্থা তাকৰীযা সম্পদ আদি সেই ব্যৰ্থ হৈছে।

কিন্তু এই ব্যৰ্থতাৰ বাবে জনজাতীয লোকসকলে ৰাজ্য চৰকাৰৰ তথা অজনজাতীয লোকসকলৰ আন্তৰিকতাহীনতা বুলি ভাবিবৰ সুবিধা পাইছে। জনজাতীয অঞ্চলত অজনজাতীয লোকৰ বসতি বিস্তাৰৰ বাবেও ৰাজ্য চৰকাৰক দায়ী কৰাৰ কাৰণ দেখিছে। ৰাজ্য ভাষাৰ আন্দোলন ভূমি বিতৰণ কিছুমান কেন্দ্ৰীয় অফিচ স্থানান্তৰৰ দাবী জনজাতীয মন্ত্ৰী বিশেষক ৰাজ্যিক মন্ত্ৰী সভাৰপৰা অপসৰণ আদিৰ কথাই তেওলোকৰ এই ভাবনা আৰু অভিযোগ প্ৰবল কৰি তুলিছে।

এনে অৱস্থাত জনজাতিসকলৰ মনৰপৰা অৱহেলা আৰু শোষণৰ ভাব দূৰ কৰাৰ অৰ্থে এটাই মাত্ৰ পন্থা গ্ৰহণ কৰাৰ অৱস্থাত আমি আহি আজি উপনীত হৈছো

আৰু সেয়ে হৈছে সকলো ক্ষেত্ৰতে আনকি আইন আৰু শৃঙ্খলাৰ ক্ষেত্ৰতো প্ৰশাসনীয় দায়িত্ব তেওলোকৰ হাতত সম্পূৰ্ণভাৱে দিয়া। ইয়াৰ ফলত দেশৰ স‌ংহতি নষ্ট হব বুলি ভবাৰ যুক্তি আচলতে দুৰ্বল। কিয়নো সংহতিৰ মূল উৎপত্তি স্থল অন্তৰহে কোনো বিশেষ শাসন ব্যৱস্থা নহয়। এনে দায়িত্ব দিয়াৰ ফলত বিভেদৰ দাবী সমগ্ৰ দেশতে অবিৰাম বাটি যাব বুলি ভবাৰ যুক্তি আচলতে সচা নহয়। অসমৰ জনজাতীয অঞ্চলৰ বাহিৰে এনে দাবী দাৰ্জিলি‌, জাৰখণ্ড অঞ্চল আদি মাত্ৰ কেইটামান অঞ্চলতে সীমিত থাকিব বুলি ভবাৰ যথেষ্ট ঐতিহাসিক আৰু ভৌগলিক ভিত্তি আছে। এই কথাও সচা নহয় যে নগাৰাজ্য গঠনৰ বাবেই সুকীয়া সুকীযা ৰাজ্যৰ দাবীও উঠিছে। ষষ্ঠ অনুসূচী গ্ৰহণৰ ইতিহাসৰ মাজতে এই কথাৰ প্ৰমাণ আছে।

পাৰস্পৰিক দোষাৰোপনৰ বাতাবৰণৰ মাজত বিভেদৰ দাবী যেনেদৰে বৃদ্ধি পায আন ক তো ই তেনেদৰে বৃদ্ধি নাপায। এটি সময হযতো আছিল যেতিযা সুস্থিৰ বিবেচনাৰে বিভেদৰ দাবী দূৰ কৰিব পৰা গ লহেতেন। কিন্তু সেই সময়ত তেনে চেষ্টা নহ ল। বৰ মিছনাৰী উচটনিৰ যুক্তি দাঙি ধৰি আৰু ভৈযামৰ কিমান অ‌শ ৰাজহ পাহাৰত খৰচ হয তাৰ উপৰুবা তথ্য প্ৰদৰ্শন কৰি উত্তপ্ত বাতাবৰণ সৃষ্টিত হে ইন্ধন যোগোবা হ ল। শোষণ সচেতন লোকৰ মাজতহে আৰু তেনে দৰে সচেতন হোৱাৰ কাৰণ থকা অবস্থাত হে উচটনিযে ক্ৰিযা কৰিব পাৰে। ৰাজহৰ যুক্তিও উপৰুবা। কিযনো উন্নযনৰ তাৰতম্যই হে ৰাজহৰো তাৰতম্য কৰে। আজি পাহাৰী অঞ্চলৰ ৰাজহ কম হব পাৰে কিন্তু তাৰ বাবে উন্নযনৰ গতি পাহাৰী অঞ্চলত দ্ৰুত নকৰি চৰকাৰ হে জগৰীযা বুলি ভাবিবৰ স্থল আছে। ভগোলৰ শিক্ষাৰ্থী মাত্ৰেই জানে যে খনিজ পদাৰ্থত বনজ সম্পদত জলবিদ্যুতৰ সম্ভাৱনাত পাহাৰী অঞ্চলহে অধিক চহকী। আকৌ পাহাৰী অঞ্চলৰ বনজ ৰাজহ বহু ক্ষেত্ৰত ভৈযামৰ অফিচত হে জমা হয।

উপৰুবা যুক্তিযে অৱহেলা আৰু শোষণৰ অভিযোগ দূৰ কৰিবলৈ অবশ্যই অক্ষম। বৰ‌ ইযাৰ ফলত স্পষ্ট চিন্তাৰ অভাৱ ঘটে আৰু সেযে বিভেদৰ দাবী দূৰ কৰিবলৈ সক্ষম বাৱস্থা সময়ত লোৱা হৈ নুঠে। সময়ত সময়ৰ ব্যৱস্থা নললে পাচত তাক লোবাৰ অৱস্থা নাথাকে এই কথা ব্যক্তিগত জীৱনত যেনেদৰে সত্য তেনেদৰেই সত্য ৰাষ্ট্ৰীয় জীৱনতো।

স্বীকাৰ কৰিবই লাগিব যে আমাৰ জাতীয জীৱনৰ বহু ক্ষেত্ৰত সম্পূৰ্ণ সমন্বয অতীততো হোৱা নাছিল এতিযাও হোৱা নাই। সেয়ে আৰ্থিক আৰু ৰাজনৈতিক স‌স্পৰ্শ আৰু বৃদ্ধিৰ লাগে লগে জাতীয জীৱনৰ বিভিন্ন স্তৰত বিভিন্ন সময়ত সমন্বযৰ

সমস্যা প্ৰকাশ পাবলৈ বাধ্য। পাৰস্পৰিক দোষাৰোপনৰ বাতাবৰণ সৃষ্টি হবলৈ নিদিলে আৰু সময়ৰ ব্যৱস্থা সময়ত ললে সমন্বয়ৰ এনে সমস্যাবোৰ স্বাভাবিকভাৱেই সমাধান হৈও গৈ থাকে। অন্যথা কিন্তু এই সমস্যাবোৰে জাতীয় জীৱনৰ সকলো স্তৰকে একে লগে আগুৰি ধৰি জাতীয় জীৱন ভযাবহ কৰে। এই সত্য কি জনজাতি কি অজনজাতি সকলোৱে উপলব্ধি কৰা উচিত। জনজাতি সকলোৱেও বুজা উচিত যে দোষাৰোপনৰ বাতাবৰণ বৃদ্ধি হবলৈ দিলে এই বাতাবৰণ এদিন জনজাতীয় অঞ্চললৈকো বিয়পিব। কিযনো জনজাতীয় অঞ্চলতো বিভিন্ন গোষ্ঠীৰ জনজাতীয় লোক আছে আৰু ভৈয়ামৰ জনজাতীয় বেল্টতে অজনজাতীয লোকৰ সংখ্যা আচলতে তুলনামূলকভাৱে অধিক।

অৱশ্যে ইতিমধ্যে অনাৱশ্যক তিক্ততা সৃষ্টিৰ পাচত পাহাৰী অঞ্চলক প্ৰশাসনীয় দাযিত্ব দিয়াৰ সাংবিধানিক ব্যৱস্থা গ্ৰহণ কৰা হৈছে। কিন্তু এই ব্যৱস্থা কতকাৰ্য্য হব নে নহয সেইটো নিৰ্ভৰ কৰিব আমি কিমান আন্তৰিকতাৰে সেই ব্যৱস্থা সমৰ্থন কৰো আৰু কিমান শীঘ্ৰে পাৰস্পৰিক দোষাৰোপনৰ বাতাবৰণ ধ্বংস কৰো তাৰ ওপৰত।

## ভৈযামৰ জনজাতি আৰু ভাষা সমস্যা

ভৈযামৰ জনজাতি অঞ্চলৰ ক্ষেত্ৰত এতিযাও কোনো ব্যৱস্থা লোৱা হোৱা নাই। এতিযাতে সৰ্বসম্মত এটি ব্যৱস্থা নললে পাচত অবস্থা আৰু জটিল হৈ পৰিব। ভূমিৰ ক্ষেত্ৰত এটি সুস্থিৰ আৰু সৰ্বসম্মত নীতি এতিযাতে গ্ৰহণ কৰিব ল'গিব যাতে ইযাৰ ফলত জনজাতীয় অঞ্চলত বিযপি পৰা অজনজতীয লোকসকলৰ লগত থলুৱা জনজাতীয় লোকৰ বিবাদৰ স্থল নাথাকে আৰু যাতে কোনো মাটিও অব্যৱহৃত হিচাপে আৰু পট্টাহীন হিচাপে পৰি নাথাকে। আকৌ মাটিৰ সম্পত্তিবোধৰ বাবে আৱশ্যকীয কিনা বেচৰ সুবিধাও থাকিব লাগিব। টানে মস্কিলে বজাৰ দামত মাটি বেচাৰ সুবিধা নাথাকিলে মাটি আকৌ কেনে ধৰণৰ সম্পত্তি? এই সুবিধাৰ ব্যৱস্থা নকৰা যি কোনো ভূমি সম্পৰ্কীয় নীতিয়েই ব্যৰ্থ হব। আচলতে দেখা গৈছে যে জনজাতীয় লোকেই অজনজাতীয় লোকক বেচি মূল্যত মাটি বিক্ৰি কৰি আহিছে। অথচ এই ফালটোৰ ওপৰত দৃষ্টি ৰাখি সমস্যা সমাধানৰ চেষ্টা এতিয়াও হোৱা নাই।

মাটি সম্পৰ্কীয ব্যৱস্থা কাৰ্য্যকৰী কৰাৰ দাযিত্ব সম্পূৰ্ণভাৱে জনজাতীয় অঞ্চলৰ লোকৰ ওপৰত দিযা উচিত হব। আনকি ইয়াৰ বাবে ক্ষমতাসম্পন্ন এখন পৰিষদো গঠিত হব পাৰে যি পৰিষদৰ তলত নিজা ৰাজহ কৰ্মচাৰী থাকিব। সেইদৰে নিয়োগ আৰু উন্নয়নৰ ক্ষেত্ৰতো জনজাতীয লোকৰ পৰামৰ্শ আনকি অভিযোগ গ্ৰহণৰো

ব্যৱস্থা সকলো স্তৰতে থকাটো আৱশ্যকীয়।

তেনেদৰে ভাষাৰ ক্ষত্ৰতো আৱশ্যকতাৰ ভিত্তিত এনে এটা সৰ্বসম্মত ব্যৱস্থা লব লাগিব যাতে ইয়াৰ ফলত নিজ কৃষ্টিক কেন্দ্ৰ কৰি গঢ়ি উঠা জনজাতীয় জাগৰণ সাৰ্থক হৈ উঠে আৰু তেওলোকৰ ল ৰা ছোৱালীয়েও জ্ঞান অৰ্জনত ভাষাৰ অসুবিধা নোপোৱাঁকৈ থাকে। যিবোৰ আলোচনী আৰু যিবোৰ দৈনিক সংবাদ পত্ৰ তেওলোকৰ হাতৰ ওচৰত, সেইবোৰ বুজাত আৰু সেইবোৰৰ মাধ্যমত আৰ্থিক ৰাজনৈতিক বৈজ্ঞানিক নানা জ্ঞান অৰ্জনৰ বাবে আৰু নানা আলোচনাত অংশ গ্ৰহণৰ বাবে যাতে ভাষাৰ কোনো ন্যূনতা বা অসুবিধা তেওলোকৰ নাথকে তাৰ প্ৰতিও চকু দিব লাগিব।

এই প্ৰসঙ্গত জনজাতীয় ভাষা লিখাৰ বৰ্ণমালাৰ প্ৰশ্নও বিশেষ সাৱধানেৰে বিবেচনাৰ প্ৰয়োজন আছে। যি বিলাক ক্ষেত্ৰত বৰ্ণমালা সম্পৰ্কীয় সিদ্ধান্তৰ এতিয়াও স্থল আছে সেইবোৰ ক্ষেত্ৰত এতিয়াতে জনজাতীয় লোকসকলে নিজ বিবেচনাৰে এটা সিদ্ধান্ত সোনকালে লোৱা উচিত। মিছিং ভাষা আদিৰ বৰ্ণমালা সম্পৰ্কে নেফাত যি অনিশ্চয়তা সৃষ্টি হৈ আছে সেই অনিশ্চযতা এই ভাষাবোৰৰ উন্নয়নৰ বাবে ক্ষতিকৰ।

উচ্চাৰণৰ ফালৰপৰা বিবেচনা কৰিলে অসমীয়া বৰ্ণমালা ইংৰাজী বৰ্ণমালাতকৈ অৱশ্যেই অধিক সুবিধাজনক। আনহতে এই বৰ্ণমালা শিকি হিন্দী বৰ্ণমালা তথা সমগ্ৰ উত্তৰ ভাৰতৰ বৰ্ণমালা শিকা অতি সহজ। হিন্দী বৰ্ণমালাতকৈ আকৌ অসমীয়া বৰ্ণমালাৰ সপক্ষে যুক্তি অধিক। কিয়নো এই বৰ্ণমালাৰ মাধ্যমত সেই সকল লোকৰ ভাষা শিকা অৱশ্যেই সহজ হব যি সকল লোকৰ লগত অসমৰ ভৈয়ামৰ জনজাতীয় লোকসকল উঠাবহা বা সকলো প্ৰকাৰৰ লেনদেন সদায়ে কৰি থাকিব লাগিব আৰু এতিয়াও কৰি আছে যি সকল লোকৰ ভাষা শব্দৰ সাদৃশ্যৰ বাবেই তেওলোকৰ ল ৰা ছোৱালী তিৰোতাযো সহজে আযত্ব কৰিব পাৰিব আৰু এতিয়াও কাম চলাৰ জোখাৰে স্বাভাৱিকভাৱেই আযত্ব কৰি আছে আৰু যি সকলৰ দৈনিক সংবাদ পত্ৰ আলোচনী আদিৰ মাধ্যমতে বৌদ্ধিক বিকাশৰ সুবিধা তেওলোকে পাব লাগিব আৰু এতিয়াও পাই আছে। বৰ্ণমালা একে হোৱা কাৰণত কোনো ভাষাৰে কেতিয়াও বিপদ হোৱা নাই। বঙালী ভাষা আৰু অসমীয়া ভাষাৰ বৰ্ণমালা একে হোৱা সত্বেও অসমীয়া ভাষা আৰু সাহিত্যৰ উন্নতিত বঙালী ভাষা হেঙাৰ হৈ উঠা নাই বৰং সহায়ক হৈছে। ভাষা আৰু সাহিত্যৰ বিস্তাৰত বৰ্ণমালাৰ বৰঙণি নগণ্য। চৰকাৰী লালন পালনৰো আনকি ৰাজ্য ভাষা আদি আইনৰো মূল্য কম।

ভাযা আৰু সাহিত্যৰ বিস্তাৰ আৰু বিকাশ নিৰ্ভৰ কৰে সেই ভাষা আৰু সাহিত্যত কিতাপ আলোচনী আদিৰ সংখ্যা আৰু সময়ৰ আৱশ্যকতা মিটাব পৰা গুণৰ ওপৰত। এই কথা কি জনজাতীয কি অজনজাতীয লোক, সকলোৱে বুজা উচিত। ভাষা আৰু সাহিত্যৰ বিস্তাৰ সমযৰ আৱশ্যকতা মিটোৱা গুণ বৃদ্ধিৰ চেষ্টা আৰু আন্দোলনৰে যিমান সম্ভৱ ৰাজ্য ভাষাৰ আন্দোলনৰে সিমান নহ্য। বঙালীৰ প্ৰতি অত্যন্তই বিৰূপ ভাব থকা অৱস্থাতো বঙালী ভাষা আৰু সাহিত্যৰ সেই গুণ অধিক থকা বাবদ বঙালী ভাষা আৰু সাহিত্য আমি আগ্ৰহেৰে পঢ়িছিলো আৰু এতিযাও পঢ়ি আছো। অসমীয়া ভাষাত দৈনিক স‚বাদ পত্ৰ আজি আছে। কিন্তু বিশ্বকোষ নাই। সেইদৰে আৰ্থিক ৰাজনৈতিক আৰু বৈজ্ঞানিক জ্ঞান অৰ্জনৰ বাবে গধুৰ পুস্তকৰ বিশেষকৈ আলোচনীৰ এতিয়াও অভাৱ। এইবোৰ প্ৰকাশৰ সময এতিয়া হৈছে আৰু গুৱাহাটীৰ কোনো অনুষ্ঠানে এনে আলোচনী প্ৰকাশৰ ব্যৱস্থা কৰি অসম মাতৃৰ প্ৰকৃত সেৱা আৰু অসমীযা ভাষা আৰু সাহিত্যৰ উজ্জ্বল ভৱিষ্যতৰ ভেটি এতিযাতে বান্ধিব পাৰে। কিযনো এনে আলোচনীৰ চাহিদা গোটেই অসম'ৰ সকলো অঞ্চলতে কিছুদিনৰ ভিতৰতে সৃষ্টি হ ব। এনে আলোচনী পুস্তকৰ চাহিদা মিটোৱাৰ ক্ষমতা জন্মিলে অসমীযা বাষা আৰু সাহিত্যৰ আৱশ্যকতা বাঢ়িব আৰু এনে বৃদ্ধিযে অসমীযা ভাষাৰ পৰিধি জনজাতীয অঞ্চললৈকো বিস্তাৰ কৰিব। গল্প উপন্যাস নাটক কবিতাৰ স‚খ্যা আৰু মান ৰ লগতে জ্ঞানাত্মক আৰু মৌলিক প্ৰবন্ধ সাহিত্যৰ সংখ্যা আৰু মানৰ ওপৰতো বৰ্তমান সম যত কোনো ভাষা আৰু সাহিত্যৰ প্ৰভাৱ বিস্তাৰ আৰু আৱশ্যকতা মিটোৱাৰ শক্তি নিৰ্ভৰ কৰে। এই সত্য শিকিবৰ আমাৰ আজি সময হ ল।

এই প্ৰসঙ্গত এই কথা কোৱাও উচিত হ্ব যে অসমৰ যি কোনো অঞ্চলৰে আৰ্থিক আৰু সা‚স্কৃতিক উন্নতিৰ অৰ্থে গুৱাহাটীৰ লগত সম্পৰ্ক অৱশ্যই অপৰিহাৰ্য্য অন্তত আগত বহু বছৰলৈকে । লগতে এই কথাও মনত ৰখা উচিত হ্ব যে অদূৰ ভবিষ্যতে ই‚ৰাজী ভাষাৰ মৰ্য্যাদা আৰু ব্যবহাৰ সমগ্ৰ দেশতে দ্ৰুত গতিত হ্ৰাস পাবলৈ বাধ্য। এই দুয়োটা কথাৰে প্ৰতি লক্ষ্য ৰাখি আৰু ভৱিষ্যতৰ কথা ভাবি জনজাতীয় লোকসকলে অন্তত ভৈয়ামৰ জনজাতীয় লোকসকলে তেওলোকৰ ভাষা আৰু বৰ্ণমালাৰ প্ৰশ্ন বিবেচনা কৰা উচিত হ ব।

এই ধৰণৰ সকলো কথাৰ বিবেচনাৰে জনজাতীয় ভাষাৰ ক্ষেত্ৰত এটি সৰ্বসন্মত ব্যৱস্থা গ্ৰহণ আচলতে কঠিন নহয়। এনে সৰ্বসন্মত ব্যৱস্থা এতিয়াতে গ্ৰহণ কৰা উচিত। নহ লে পাচত সমস্যা অধিক জটিল হ ব। আকৌ ব্যৱস্থা গ্ৰহণ

কৰিলেই নচলিব। সেই ব্যৱস্থা সাৰ্থক কৰাৰ অৰ্থে সকলো প্ৰকাৰ চৰকাৰী সাহায্য আৰু অজনজাতীয় লোকৰ বেচৰকাৰী সহযোগো আগবাঢ়ি আহিব লাগিব। এনে সাহায্য আৰু সহযোগৰ ফলত জনজাতীয় লোকৰ মনৰপৰা বহুতো বিৰূপ ভাব আঁতৰি যাব আৰু তেনেদৰেই তেওলোকৰ মাজতো বৃহৎ জাতীয়তাই ঠন ধৰি উঠিব।

## সাংস্কৃতিক সাদৃশ্য আৰু বুদ্ধিজীৱীৰ দায়িত্ব

উন্নয়নৰ সমস্যা ভাষাৰ সমস্যা ভূমি দখলৰ সমস্যা নিযোগৰ সমস্যা আদি প্ৰত্যেক ক্ষেত্ৰতে জনজাতীয় লোকৰ লগত অংশ গ্ৰহণৰ ঐতিহ্যৰ বিকাশ অৱশ্যই আৱশ্যক। এই উদ্দেশ্যে আৱশ্যকতাৰ ভিত্তিত চেষ্টা কৰিলে সৰ্বসন্মত ব্যৱস্থা গ্ৰহণো অসম্ভৱ নহয়। অৱশ্যে এনেবোৰ ব্যৱস্থা গ্ৰহণৰ উপৰিও জনজাতীয় আৰু অজনজাতীয় লোকৰ আচাৰ ব্যৱহাৰ ধৰ্ম উৎসৱ খাদ্য আদিৰ ওপৰতো বৌদ্ধিক আলোচনাৰ প্ৰয়োজন আছে। কিযনো এনে আলোচনাৰ অভাবত এইবোৰ সম্পৰ্কে বহুতো ভুল ধাৰণা উপজিছে আৰু জনজাতীয় লোকক অজনজাতীয় লোকৰপৰা বিচ্ছিন্ন কৰি ভেদ ভাবৰ সৃষ্টি হৈছে। আলউইনৰ নেফা নীতিক দোষ দিলেই এই ভেদ ভাবৰ ওৰ নপৰে। হাটন মিল আদিৰ লিখনিতেই জনজাতীয় আচাৰ ব্যবহাৰ আদিৰ আলোচনাৰ অন্ত পৰিব নালাগে। ভেদ ভাব ওৰ পেলাবৰ বাবে এইবোৰৰ ওপৰত তুলনাত্মক আলোচনা অবিৰাম চলি থকা আবশ্যক।

এনে আলোচনাৰ ধাৰা সৃষ্টিৰ অৰ্থে স্কুল কলেজৰ পাঠ্য বিষযক পৰিবৰ্তন'ৰো স্থল আছে। জনজাতীয় আৰু অজনজাতীয আচাৰ ধৰ্ম আদিৰ অধ্যযন স্কুল কলেজৰ কোনো স্তৰত মাতৃ ভাষাৰ কোৰ্চৰ অন্তৰ্গত কৰিব পাৰি। ভাষা বিজ্ঞানৰ জটিল সূত্ৰৰ সলনি অন্য গোষ্ঠীৰ ভাষা কাম চলোৱাৰ জোখাৰে শিকোবা কঠিন নহয। বিশ্বভাষা এছপেৰেন্তো ইংৰাজীৰ বাবে যদি আঠ শ পঞ্চাশ টা শব্দই যথেষ্ট তেন্তে আমাৰ নিজৰ দেশৰ ভাষাত কাম চলোৱা জ্ঞান অৰ্জনৰ বাবে হযতো দুশ মান শব্দ আযত্ব কৰিলেই হ ব। আকৌ ভাষাৰ ক্ষেত্ৰত কটকটীযা ব্যাকৰণ আৰু শব্দৰ ব্যবহাৰ ত্যাগ কৰি ভাষাৰ বিকাশও সহজ কৰি তুলিব পাৰি। ভাবৰ আদান প্ৰদানৰ আৱশ্যকতা মিটাবৰ বাবেহে ভাষাৰ প্ৰযোজন। ভাষা আৰু সংস্কৃতিৰ বহু উৰ্ধত জীৱনৰ আৰু দেশৰ বিকাশ আৰু সেযে বিকাশশীল অৱস্থাতে থকা উচিত ভাষা আৰু সংস্কৃতিও।

স্কুল কলেজৰে পৰা বিভিন্ন গোষ্ঠীৰ আচাৰ ধৰ্ম আদিৰ অধ্যয়ন কৰাৰ আৰু দেশৰ আলোচনীবোৰত এইবোৰৰ ওপৰত ব্যাপক আলোচনাৰ ঐতিহ্য সৃষ্টি হ লে বুজাবুজিৰ ভাব অৱশ্যাই বৃদ্ধি পাব। এই কথা বুজা সহজ হব যে খাদ্য বস্তু আদিক

কেন্দ্ৰ কৰি অকল যে জনজাতি আৰু অজনজাতিৰ মাজতে ভেদ ভাব গঢ়ি উঠিছে এনে নহয়। এনে ভেদ ভাব অজনজাতিৰ নিজ সমাজতে আছে। আনকি জনজাতি সমাজতো আছে। আকৌ এনে ভাব থকা অৱস্থাতো বৰ্তমান সময়তো ধৰ্মীয ব্যৱস্থাৰ মাজেদিযে জনজাতি আৰু অজনজাতিৰ মাজত সমন্বয় আনকি জাতি পৰিবৰ্তনো সম্ভৱ হৈয়েই আছে। আকৌ আমিষ নিৰামিষ খাদ্যৰ ভেদ সত্ত্বেও পশ্চিমীযা ভাৰতীয উচ্চ হিন্দু পূৰ্ব ভাৰতীয় উচ্চ হিন্দুৰপৰা বিচ্ছিন্ন নোহোৱাকৈ থাকিব পাৰিছে।

এনে অবস্থাত জনজাতিসকলৰ মাজত খোৱা লোৱা স্পৃশ্য অস্পৃশ্য কথাক কেন্দ্ৰ কৰি অভিযোগৰ যি প্লাৱন উঠিছে সি মূলত অপ্ৰাথমিক। আনকি সি হুজুগীও। হুজুগী নোহোৱা হেতেন স্পৃশ্য অস্পৃশ্যৰ ভেদ ভাব কমি অহাৰ বৰ্তমান অৱস্থাত এনে অভিযোগ আচলতে কমিবহে লাগিছিল আৰু অজনজাতিৰ আচাৰ ব্যৱহাৰ ধৰ্ম আদিৰ লগত জনজাতিৰ আচাৰ ব্যৱহাৰ ধৰ্ম আদিৰ যি বিৰাট সাদৃশ্য আছে সেই কথাহে স্পষ্ট হৈ উঠিব লাগিছিল।

কামাখ্যা দেবী আৰু তুলসী অকল হিন্দুৰে পূজ্য নহয। কামাইকাকো পূজী গো ৰাম তুলসী জো পূজী গো সঙ্গীত আৰু নৃত্যৰে বড়ো সকলেও খেৰাই উৎসব পালন কৰে। মনসা পূজা আৰু সাপ পূজাৰ মাজত শ্ৰাদ্ধ আৰু পূৰ্ব পুৰুষৰ পূজাৰ ক্ষেত্ৰত আচলতে মৌলিক পাৰ্থক্য নাই। অধিকাৰ ভেদে বিভিন্ন পূজা আৰু পাৰ্বত বিভিন্ন দ্ৰব্যৰ আনকি মাদক দ্ৰব্যৰো ব্যবহাৰ ভাৰতীয কৃষ্টিযে স্বীকাৰ কৰি আহিছে আৰু স্বধৰ্মত নিধনেই শ্ৰেয়স বুলি কৈছে। নিজ প্ৰবৃত্তিৰ শোধন অৰ্থাৎ স্বধৰ্মৰ মাধ্যমত নিজৰ ধৰ্মৰ বিকাশ স্বাভাবিক আৰু বাঞ্ছনীয। আধুনিক মনোবিজ্ঞানৰ যুক্তিতো ভাৰতীয ভাবধাৰাৰ বৈচিত্ৰ তথা স্বাভাবিক ভেদ সমৰ্থনীয আনকি আৱশ্যকীযও। কিন্তু সেই ভেদে যদি উচ্চাত্মক নীচাত্মক মনোভাব আৰু বিভিন্ন পূজা পদ্ধতিৰ মাজত তাৰতম্য ভাবৰ সৃষ্টি কৰে তেন্তে এই উচ্চ নীচ্চাত্মক ভেদ অবশ্যাই অশুভকাৰী হবলৈ বাধ্য। সেইদৰে লোভ থকা অৱস্থাত কোনো বিশেষ খাদ্য দ্ৰব্যৰ ত্যাগে মিছা আভিজাত্যবোধ সৃষ্টি কৰি ধৰ্মীয ভণ্ডামি আৰু ধৰ্মীয শোষণ অৱশ্যাই আৰ্দাৰি আনে।

আমাৰ দেশত সেইটোৱে হৈছে। উচ্চাত্মক ভাবেৰে খাদ্যৰ বাছ বিচাৰ কৰিছো আৰু বাছ বিচাৰৰ মাজেদি আভিজাত্য বোধ আৰু ধৰ্মীয় শোষণ সম্ভৱপৰ কৰিছো। মন তম গুণ সম্পন্ন কিন্তু সাত্বিক মুক্তি বিচাৰিছোঁ। আৰু অন্য দেৱ দেৱীৰ প্ৰতি তাচ্ছিল্য কৰিছো। অৱশ্যে এই কথাও সত্য যে অবাঞ্ছনীয় আচাৰ বিচাৰ

কোনো বিশেষ সম্প্ৰদায়ৰ মাজতে সীমিত নহয়। কম বেচি পৰিমাণে ই সকেলা সম্প্ৰদায়তে আছে।

জনজাতীয় আচাৰ বিচাৰ বিশ্বাস আদিৰ লগত সম্পৰ্ক ৰক্ষা কৰি ভাৰতীয় মূল ভাবধাৰাৰ ব্যাপক আলোচনা আজি আৱশ্যক। কিয়নো এনে আলোচনাৰ মাধ্যমতহে ভাৰতীয় সা্ংস্কৃতৰ প্ৰকৃত বৈশিষ্ট্য ওলাই পৰিব জনজাতীয় সংস্কৃতিৰ লগত ইয়াৰ সাদৃশ্য লক্ষণীয় হৈ উঠিব আৰু তাৰে ফলত উচ্চনীচাত্মক ভেদ বোধৰ মাজেৰে সৃষ্টি হোৱা বহু তিক্ততা আৰু বহু বিৰোধ দৰ কৰা সম্ভৱ হ ব। আনহাতে এনে আলোচনাই নিজৰ ভাষা উৎসৱ পূজা আদিৰ প্ৰতি জনজাতীয় লোকৰ শ্ৰদ্ধাও সৃষ্টি কৰিব। বৰ্তমান অৱস্থাত জনজাতীয় লোকসকলৰ এটা লেখত লব লগীয়া অ্ংশ নিজ আচাৰ বিচাৰ পূজা পাৰ্বন আদিৰ প্ৰতি বিশেষ শ্ৰদ্ধাবান বুলি কব নোৱাৰি। কিয়নো তেতিয়া হ লে তেওলোকৰ মাজত খৃষ্টান ধৰ্মৰ বিস্তাৰ ইমান ব্যাপক নহ লহেতেন।

জনজাতীয় লোকসকলৰ মাজত নিজ কৃষ্টিৰ প্ৰতি অন্তৰৰ শ্ৰদ্ধা সৃষ্টি কৰিব পাৰিলে আৰু তেওলোকৰ নবোন্যাস অজনজাতীয় লোকৰ প্ৰতি বিদ্বেষ ভাবৰ মাধ্যমত নহৈ ইত্যাত্মক ভাবে নিজ কৃষ্টি প্ৰীতিৰ মাধ্যমত হ লে দেশত সা্ংস্কৃতিক সমন্বয় সহজ হ ব। কিযনো তেওলোকৰ কৃষ্টিও দেশৰ মাটিতে সৃষ্ট। দেশত জাতীযতাৰ বিকাশো সহজে ঘটিব। কিযনো ভাৰতীয় জাতীযতাৰ মূল ভমিযেই হৈছে সমন্বয় সহাবস্থান আৰু বৈচিত্ৰ্য।

# আৰ্থিক প্ৰযোজন ভিত্তিক জাতীযতাৰ অন্তৰায শোষিতবোধ আৰু অৱহেলিতবোধ

আৰ্থিক প্ৰযোজন ভিত্তিক জাতীযতা যি কোনো দেশৰ সংহতি ৰক্ষাৰ অৰ্থে আৰু উন্নযনৰ অৰ্থে অপৰিহাৰ্য্য। এই কথা ভালদৰে জানে বেপাৰ বাণিজ্য উদ্যোগ আদিত ব্যস্ত থকা লোকে আৰু তেওলোকে অন্যায় শোষণ আৰু অৱহেলাৰ অভিযোগ সাধাৰণতে নকৰে কৰিলেও সি সংহতি নাশক ৰূপত কেতিযাও নহয। তদুপৰি তেওলোকৰ অভিযোগবোৰ বাস্তৱ অভিজ্ঞতাৰ পৰা উদ্ভৱ বাবে সেইবোৰৰ যথাৰ্থতাও আছে। সেইবোৰ প্ৰতিকাৰ হলে দেশৰ উপকাৰো হয। সেইবোৰৰ বহুতো প্ৰতিকাৰ সক্ষমো। তেওলোকে নিজা ব্যবসাযী স ঘ বা চেম্বাৰৰ যোগেদি এইবোৰ বিত্তীয আযোগত অথবা কেন্দ্ৰীয বিত্তমন্ত্ৰীৰ আগত উত্থাপন কৰাত সেইবোৰৰ প্ৰতিকাৰো বহু ক্ষেত্ৰত হয।

কিন্তু দেশৰ দুৰ্ভাগ্য যে যি সকল লোক আৰ্থিক কৰ্মত আচলতে ব্যস্ত নহয অথচ ৰাজনৈতিক ক্ষমতা লাভৰ বাবে উন্মাদপ্ৰায সেই সকল লোকৰ উপযুক্ত স্থলত আৰ্থিক অভাব অভিযোগ উত্থাপন নকৰে বাটে ঘাটে ঘৰে বজাৰে সময়ে অসময়ে সেইবোৰ উত্থাপন কৰে। তাতোকৈ দুৰ্ভাগ্যজনক কথা বুদ্ধিজীৱী সকলৰো বহুতে তেওলোকৰ অভিযোগ সমূহৰ আনুভূতিক বিস্তাৰত সহায কৰে।

সমগ্ৰ ভাৰতবৰ্ষই দুখীযা দেশ। সেযে ৰাজ্যবোৰ যেনেকৈ আৰ্থিক সমস্যাৰ পৰা মুক্ত নহয তেনেকৈ সেই সমস্যাৰ পৰা মুক্ত নহয কেন্দ্ৰও। এনে অবস্থাৰ মাজতে বিত্তীয আযোগবোৰে সিদ্ধান্ত লয আৰু বিভিন্ন অভাব অভিযোগৰ প্ৰতি লক্ষ্য ৰাখি প্ৰতি পাচ বছৰৰ মূৰে মূৰে কেন্দ্ৰ আৰু ৰাজ্যৰ মাজত কৰ বিভাজন কৰা নীতি নিৰ্ণয কৰে আৰু বিভিন্ন ৰাজ্যক কি পৰিমাণত কেন্দ্ৰীয সাহাৰ্য্য দিযাৰ আবশ্যক সেই পৰিমান স্থিৰ কৰি দিযে। এতিযালৈকে এই ব্যৱস্থাতে দেশ চলি আছে আৰু এতিযালৈকে এই ব্যবস্থা সন্তোষ জনক বুলিয়ে প্ৰমাণিত হৈছে। অৰ্থৰ অভাৱত কেন্দ্ৰৰ আৰু ৰাজ্যৰ প্ৰশাসনত বেমেজালি ঘটা নাই উন্নযনৰ কাৰ্য্যও ব্যাহত নাই। যি খিনি বেমেজালি ঘটিছে সেইখিনি মুখ্যত কাৰ্য্যকৰী স্তৰৰ ত্ৰুটিৰ কাৰণেহে। উন্নযনৰ গতিও হযতো অধিক দ্ৰুত হোৱা নাই। কিন্তু এই ক্ষেত্ৰতো প্ৰচলিত কাৰ্য্যকৰী স্তৰৰ প্ৰচলিত প্ৰশাসনীয স্তৰৰ সীমাৰ কথাও আছে। এই সীমাৰ বাহিৰত আৰ্থিক সম্বল হলেও উন্নযনৰ গতি বৃদ্ধি কৰিব পৰা নাযাব। বৰ্তমান

অৱস্থাতো বহুক্ষেত্ৰত ধাৰ্য্যকৰা অৰ্থ সময়ত খৰচ কৰিব নোৱাৰাৰ উদাহৰণ আছে। সি যি কি নহওক উন্নয়নৰ গতিৰ লক্ষ্য স্থিৰ কৰি দিয়ে পৰিকল্পনা আযোগে বিত্তীয় আয়োগে নিদিযে। পৰিকল্পনা আযোগৰ নিৰ্দ্ধাৰিত লক্ষ্য যাতে বিত্তৰ অভাৱত ব্যাহত নহয় সেই কথাৰ প্ৰতিহে বিত্তীয় আযোগে লক্ষ্য ৰাখে। এই ক্ষেত্ৰত বেমেজালিৰ কথা কাশ্চিত হে হৈছে। তদুপৰি দেশৰ বিৰাট দৰিদ্ৰতাৰ বাবেই একেদিনে উন্নযনৰ গতি সকলো অঞ্চলতে আশানুৰূপ বৃদ্ধি কৰিব নোবাৰি এনে অবস্থাত মুখ্য কথা নীতিৰ মাজেদি অগ্ৰধিকাৰত্বৰ বাছনি। এই ক্ষেত্ৰত বিত্তীয আযোগৰ পৰামৰ্শবলী আৰু পৰিকল্পনা আযোগৰ লক্ষ্য নিৰ্দ্ধাৰণ এতিযালৈকে মোটামোটিভাবে হলেও সকলোৰে মনত সন্তেষজনক আৰু স্বীকৃত। বিত্তীয আযোগসমূহৰ আৰ্থিক বিশ্লেষণ আৰু পৰামৰ্শৰ ফলত যে ৰাজ্যসমূহত আৰ্থিক প্ৰশাসনত এটি নিযমানুবৰ্তিতাৰ ঐতিহ্যৰ পাতনি স্থাপিত হৈছে এই কথাও নুই কৰিব নোবাৰি। এই ঐতিহ্যও এটি ডাঙৰ কথা এই কথা অৰ্থ বিজ্ঞানবিদসকলেই স্বীকাৰ কৰিছে।

## -সপ্তম বিত্তীয আযোগৰ পৰামৰ্শৱলী-

বিত্তীয আযোগসমূহৰ পৰামৰ্শৰ প্ৰথম মূল উদ্দেশ্য কেন্দ্ৰৰ নিজ আৰ্থিক প্ৰযোজন মিটোবাৰ ক্ষেত্ৰত কেন্দ্ৰক দুৰ্ব্বল নকৰাকৈ ৰাজ্যবোৰৰ আৰ্থিক অবস্থা এনে ৰূপে স্বচ্ছল কৰা যাতে ৰাজ্যবোৰে আগৰ পাচ বছৰলৈ প্ৰশাসনীয মানৰ উপযুক্ততা আৰু উন্নযনৰ গতি অব্যাহত ৰাখিব পাৰে। দ্বিতীয মূল উদ্দেশ্য ৰাজ্যবোৰৰ মাজৰ আৰ্থিক বৈষম্য দূৰীকৰণ। এই উদ্দেশ্যে দুটা সাধনৰ অৰ্থে কেন্দ্ৰৰ পৰা তিনিপ্ৰকাৰে ৰাজ্যবোৰলৈ অৰ্থ হস্তান্তৰ কৰিবলগীযা হয (১) কৰ বিভাজন (২) সহাযক অনুদান আৰু (৩) ঋণ।

কৰ বিভাজনৰ ক্ষেত্ৰত মূখ্যত দুবিধ কৰৰ ক্ষেত্ৰতহে প্ৰকৃততে কেন্দ্ৰ আৰু ৰাজ্যবোৰৰ মাজত বিভাজন কৰিবলগীযা হয আয কৰ আৰু আবকাৰী কৰ। আয কৰ বিভাজনৰ ক্ষেত্ৰত অকল প্ৰথম উদ্দেশ্যৰ প্ৰতি লক্ষ্য ৰাখি বিত্তীয আয়োগবোৰে পৰামৰ্শ দিযে। আয কৰৰ মুঠ পৰিমান আৰু ৰাজ্যবোৰৰ অংশ ইমানেই কম যে ইযাৰ বিভাজনৰ দ্বাৰা দ্বিতীয উদ্দেশ্য পূৰণৰ চেষ্টা সাৰ্থক হব নোৱাৰে। সেযে আৱকাৰী কৰৰ বিভাজনৰ ক্ষেত্ৰতহে দ্বিতীয় উদ্দেশ্যৰ প্ৰতি বিত্তীয আযোগসমূহে লক্ষ্য ৰাখিছে।

অকল আৱকাৰী কৰৰ বিভাজনৰ যোগেদিও ৰাজ্যবোৰৰ আৰ্থিক বৈষম্য দূৰ কৰা সম্ভৱ নহয। কিযনো ৰাজ্যবোৰৰ ৰাজস্ব বৃদ্ধি কৰাৰ সুযোগ কেন্দ্ৰৰ তুলনাত

কম আৰু ৰাজস্বৰ উৎসবোৰো অধিক কটকটীয়া। সংবিধানৰ ব্যৱস্থা অনুসৰিযে এনে হৈছে। সমগ্ৰদেশৰ সমূহীয়া স্বাৰ্থৰ ৰক্ষাৰ অৰ্থে আৰু সমতা ৰক্ষাৰ বাবে কেন্দ্ৰক আৰ্থিক ব্যাপাৰত সংবিধানত অধিক শক্তিশালী কৰি ৰখা হৈছে। বিদেশৰ পৰা ঋণ সংগ্ৰহ আৰু ঘাটি বাজেটৰ যোগেদি সম্বল বৃদ্ধিৰ ক্ষমতা আৰু সুবিধা স্বাভাৱিকতে কেন্দ্ৰৰ অধিক। আনহাতে উন্নত ৰাজ্যবোৰে যিবোৰৰ উন্নতিৰ মূল হযতো ভৌগলিক আৰু ঐতিহাসিক আৰু কিছু পৰিমানে চাৰিত্ৰিকো আগৰে পৰা আগবাঢ়ি থকা বাবেই বহুক্ষেত্ৰত অনুন্নত ৰাজ্যবোৰৰ উন্নযন কাৰ্য্যত প্ৰতিযোগিতাৰ মাজেদি বাধাৰ সৃষ্টি কৰিব পাৰে। গতিকে এনে ক্ষেত্ৰত অনুন্নত ৰাজ্যবোৰক সুবিধাজনক অবস্থাত ৰখাৰ প্ৰযোজন হয আৰু সেয়ে বহু ক্ষেত্ৰত কেন্দ্ৰীয নিযন্ত্ৰনৰো দৰ্কাৰ হয। এনে নিযন্ত্ৰনৰ ফলত উন্নত ৰাজ্যবোৰৰ পৰা কিছু আৰ্থিক সম্বল অনাৰবাবে সেইবোৰ ৰাজ্যত কিছুদিনৰ কাৰণে উন্নতিৰ গতি কিছু মন্থৰ হোৱাৰ সম্ভৱনা থাকিলেও শেষত কিছু অনুন্নত ৰাজ্যবোৰৰ উন্নতিয়ে সেইবোৰ ৰাজ্যতো প্ৰভাৱ পেলাব আৰু তেতিয়া সেইবোৰ ৰাজ্যতো উন্নযনৰ গতি অধিক দ্ৰুত হব আৰু আগৰ মন্থৰতাৰ ক্ষতিপূৰণ কৰিব। এনে নিযন্ত্ৰনৰ প্ৰযোজনীযতাৰ উপৰিও প্ৰতিৰক্ষাৰ প্ৰযোজনৰ গতিকেও কেন্দ্ৰৰ ক্ষমতা অধিক শক্তিশালী হোৱা উচিত । এক হিচাপে এই ক্ষেত্ৰত এনে ক্ষমতা অপৰিহাৰ্য্যই। আকৌ দেশৰ যি কোনো অঞ্চললৈ গৈ অন্য অঞ্চলৰ লোকে বেপাৰ বানিজ্য কৰাৰ যি সুবিধা আমাৰ স বিধানত আছে ই অন্য দৃষ্টি ভঙ্গিত আচলতে বিভিন্ন অঞ্চলত মূলধনৰ বিনিযোগৰ সুবিধা যাতে ইয়াৰ ফলত এক অঞ্চলৰ ৰাহি মূলদন অন্য অঞ্চলৰ প্ৰযোজনত খটুৱাই দেশৰ সামগ্ৰিক উনযন কৰিব পাৰি। অৰ্থবিজ্ঞানত ইযাক বিনিযোগৰ প্ৰান্তিক উৎপাদনশীলতাৰ নিৰ্ণাযক মানদণ্ড বুলিও কোবা হয। মূলধনৰ অনিযন্ত্ৰিত বিনিযোগ চলনতকৈ মূলধনৰ নিযন্ত্ৰিত বিনিযোগ চলন ভাল। কিযনো অনিযন্ত্ৰিত চলনৰ পৰা বহু প্ৰকাৰ বেযা ফলো হয শোষণো তাৰে ভিতৰত এটা বেযা ফল। নিযন্ত্ৰিত চলনে এনে বেযা ফলবোৰ তথা শোষণ দূৰ কৰি ভাল ফলবোৰৰ বিকাশ সুচল কৰে। এনে আৰ্থিক নিযন্ত্ৰণ কেন্দ্ৰৰ দ্বাৰা হে সম্ভৱ।

## সহাযক অনুদান

এনেবোৰ কাৰণতে কেন্দ্ৰৰ আৰ্থিক অৱস্থা ৰাজ্যবোৰতকৈ সাংবিধানিক ব্যৱস্থা অনুসৰি'য অধিক টনকিযাল আৰু ক্ষমতা বেছি। ইপিনে বৰ্ত্তমান অৱস্থাত অকল নিজা ৰাজস্বৰে ৰাজ্যবোৰে আয ব্যযৰ ফাক মৰাটো অসম্ভৱ। তদুপৰি

ৰাজ্যবোৰৰ ৰাজস্ব বৃদ্ধিৰ সুবিধাও পৃথক পৃথক । কিছুমান ৰাজ্যৰ ক্ষেত্ৰত আয ব্যযৰ ফাক ইমানেই বেচি যে আয় কৰ আৰু আৱকাৰী কৰৰ প্ৰাপ্য অংশ পোৱাৰ পাছতো সেই ফাক কোনোপধ্যে নমৰে আৰু মৰাৰ সম্ভাৱনাও নাই। এই কথা বিবেচনা কৰিয়ে ৰাজ্যবোৰক কেন্দ্ৰৰ নিজা অৰ্থ সম্বলৰ পৰা তথা একত্ৰিত নিধিৰ পৰা সহাযক অনুদান দিযাৰ ব্যৱস্থা সংবিধানৰ ২৭৫ ন. অনুচ্ছেদত কৰা হৈছে। এই অনুদান বানপানী খৰা. বতৰ আকাল ধুমুহা আদি প্ৰাকৃতিক দুৰ্য্যোগৰ কাৰণে পোৱা অনুদানৰ পৰা সম্পুৰ্ণ বেলেগ। এনে অনুদান সংবিধানৰ ১৮২ ন. অনুচ্ছেদ অনুসৰিহে দিযা হয।

অয ব্যযৰ ফাক মাৰিবলৈ দিযা অনুদানৰ ক্ষেত্ৰত সপ্তম বিত্তীয আযোগে তিনিটা কথাৰ ওপৰত নিৰ্ভৰ কৰি প্ৰতি ৰাজ্যৰ অনুদানৰ পৰিমাণ নিৰ্ণয কৰিছিল (১) ৰাজ্যবোৰৰ বৰ্ত্তমান কৰ চেষ্টা (২) ভবিষ্যত ৰাজস্ব বৃদ্ধিৰ সম্ভবনা আৰু (৩) ভৱিষ্যত ব্যয বৃদ্ধিৰ সম্ভাৱনা। পঞ্চবাৰ্ষিকী পৰিকল্পনাৰ আচনিসমূহ কৃতকাৰ্য্য কৰাৰ কাৰণে যি ধনৰ ৰাজ্যবোৰৰ প্ৰযোজন সেই ধনৰ বিবেচনা আযোগে কৰা নাই। বিত্তীয আযোগৰ বিবেচনাক্ৰমে ৰাজ্যবোৰৰ সাম্ভাব্য পৰিমাণ কি হব সেই পৰিমাণৰ ওপৰত নিৰ্ভৰ কৰি পৰিকল্পনাৰ আৰ্চানসমূহ কৃতকাৰ্য্যতাৰ অৰ্থে ৰাজ্যসমূহক কি পৰিমাণৰ অৰ্থ সাহায্য লাগিব সেই ধনৰ পৰিমাণ পৰিকল্পনা আযোগেহে বিবেচনা কৰে আৰু সেই বিবেচনাক্ৰমে কেন্দ্ৰই সুকীযা অৰ্থ সাহায্য ৰাজ্যবোৰক দিযে।

সংবিধানৰ ২৭৫ নং অনুচ্ছেদ অনুসৰি ৰাজ্যবোৰক সহাযক অনুদান দিযাৰ ক্ষেত্ৰত তলৰ তিনিটা নীতিৰ ওপৰতো সপ্তম বিত্তীয আযোগে গুৰুত্ব দিছিল (১) ৰাজ্যসমূহৰ বিভিন্ন সেবাৰ মান উন্নীত কৰাৰ নীতি। বৰ্ত্তমানে এই মান সন্তোষজনক নহয। এই মানৰ সন্তোষজনক অবস্থা কি তাক আযোগে নিৰ্ণয কৰিছে আৰু সেবাসমূহৰ চাকৰিযালসকলৰ দৰমহা বৃদ্ধি আৰু অতিৰিক্ত প্ৰযোজনীয চাকৰিযালৰ সংখ্যা আদিৰ কথাও এই ক্ষেত্ৰত বিবেচনা কৰিছে। মান উন্নীত কৰোতে ৰাজ্যসমূহৰ আয ব্যযৰ যি ফাক অপৰিহাৰ্য্য সেই ফাক মাৰিব পৰাকৈ সহাযক অনুদানৰ ভিন ভিন পৰিমাণ ভিন ভিন ৰাজ্যৰ বাবে নিৰ্নীত হৈছে।

(২) উন্নত আৰু অনুন্নত ৰাজ্যবোৰৰ সেৱাসমূহৰ মানৰ মাজত বৰ্ত্তমানে যি পাৰ্থক্য আছে সেই ফাক হ্ৰাস কৰাৰ অৰ্থে অনুন্নত ৰাজ্যবোৰক অতিৰিক্ত সহাযক অনুদান দিযাৰ নীতি। এই ক্ষেত্ৰতে আযোগে বৰ্ত্তমানে থকা পাৰ্থক্য নিৰ্ণয কৰিছে আৰু অতিৰিক্ত অনুদানৰ পৰিমাণ ভিন তিন ৰাজ্যৰ বাবে নিৰ্ণয কৰিছে।

(৩) বিশেষ পৰিস্থিতিৰ বাবে অথবা ৰাষ্ট্ৰৰ বিশেষ ঘটনাৰ বাবে ৰাজ্য বিশেষে যি অতিৰিক্ত বোজা বহন কৰিবলগীযাত পৰিছে তাৰ বাবে বিশেষ সহাযক অনুদান দিযাৰ নীতি। দেশ বিভাজন এনে এটা বিশেষ ৰাষ্ট্ৰীয় ঘটনা আছিল। তাৰ ফলত কেবাখনো ৰাজ্যই জন প্ৰব্ৰজনৰ আৰু পুনৰ স্‌স্থাপনৰ বোজা বহন কৰিবলগীযা হৈছিল বা হৈ আছে। এই বোজাৰ ভিত্তিত বিশেষ আৰ্থিক সাহাৰ্য্যৰ পৰিমাণ ভিন ভিন ৰাজ্যৰ কাৰণে আযোগে নিৰ্ণয কৰিছিল।

## কৰ চেষ্টা আৰু সহায়ক অনুদান

সহাযক অনুদানৰ ক্ষেত্ৰত ৰাজ্যবোৰৰ কৰ লগোৱাৰ ক্ষেত্ৰত নিজা চেষ্টা তথা কৰ চেষ্টা সম্ভাৱনীয ব্যয মিতব্যযিতা তথা প্ৰশাসনৰ সু পৰিচালনা সম্ভাৱনা জনিত আয বৃদ্ধিৰ সম্ভাৱনীয পৰিমাণ আদিৰ কথাও আযোগে বিবেচনা কৰিছে।

কৰ চেষ্টাৰ ক্ষেত্ৰত আযোগৰ মতে ৰাজ্যসমূহৰ চেষ্টা সামগ্ৰিকভাবে ঠিকেই হৈছে যদিও ৰাজ্যসমূহৰ মাজত পাৰ্থক্য আছে। জনমূৰি কৰ চেষ্টাৰ হিচাপত আগ শাৰীৰ ৰাজ্যবোৰৰ ভিতৰত আছে পাঞ্জাৱ কৰ চেষ্টাৰ পৰিমাণ ১২৯ ২৩) মাহাৰাষ্ট্ৰ (১২৫ ৮৬) আৰু হাৰিযানা (১১২ ২৩) পাছ শাৰীৰ ৰাজ্যবোৰৰ ভিতৰত আছে মেঘালয (২০ ২৬) উৰিষ্যা (২৯ ৩২) বিহাৰ (৩০ ৭০) আৰু তাৰ পাছতে অসম (৩৫ ৮২)। অসমৰ স্থান তিনিখন ৰাজ্যৰ ওপৰত আৰু চৈধ্যখন ৰাজ্যৰ তলত। মধ্য প্ৰদেশ (৫৩ ৮৪) হিমাচল প্ৰদেশ (৪৪ ৪৩) উত্তৰ প্ৰদেশ (৪৪ ২৭) আৰু পশ্চিমবঙ্গ (৬১ ৫৮) আনকি জম্মু আৰু কাশ্মীৰ (৫০ ৬৫)ৰ স্থানো অসমৰ ওপৰত। অৱশ্যে এই তালিকাত মণিপুৰ নগালেণ্ড চিকিম আৰু ত্ৰিপুৰা নাই। কৰ চেষ্টাত অসমৰ ওপৰত স্থান পোৱা দুখন ৰাজ্যৰ তথা উত্তৰ প্ৰদেশ আৰু মধ্য প্ৰদেশৰ জনমূৰি ঘৰুৱা উৎপন্ন যি জনমূৰি আয়ৰ সমতুল্য অসমতকৈ কম। পঞ্জাৱৰ জনমূৰি আযৰ সমতুল্য, অসমতকৈ কম। পঞ্জাৱ জনমূৰি ঘৰুৱা উৎপন্ন ভাৰতৰ ভিতৰতে উচ্চ আৰু ই অসমৰ প্ৰায দুগুণৰ অলপহে কম। কিন্তু কৰ চেষ্টা অসমৰ প্ৰায চাৰে তিনি গুণ বেছি । জম্মু আৰু কাশ্মীৰৰ জনমূৰি ঘৰুৱা উৎপন্নৰ পৰিমাণ অসমতকৈ যৎসামান্যহে বেছি প্ৰায সমানেই কিন্তু কৰ চেষ্টা বহুতো বেছি। বিহাৰৰ কৰ চেষ্টা যেনেকৈ অসমতকৈ কম তেনেকৈ জনমূৰি ঘৰুৱা উৎপন্নৰ পৰিমাণো অসমতকৈ বহু কম। উৰিষ্যাৰ জনমুৰি ঘৰুৱা উৎপন্নৰ পৰিমাণ প্ৰায অসমৰ সমান মেঘালয়ৰ অসমতকৈ বহুতো বেছি। কিন্তু দুয়োখন ৰাজ্যৰে কৰ চেষ্টা অসমতকৈ বহুতো কম। অৱশ্যে দুযোখন ৰাজ্যতে জনজাতি লোকৰ

সংখ্যা শতকৰা হিচাপত অসমৰ তুলনাত বহুতো বেছি আৰু সেয়ে জনজাতি সকলৰ সা সুবিধাৰ সাংবিধানিক কিছুমান ব্যৱস্থাৰ বাবেও সেই ৰাজ্য দুখনত কৰ চেষ্টা কম হবলৈ বাধ্য। ১৯৬০ ৬১ চনটো ভিত্তি বছৰ হিচাপে ললে দেখা যায় যে ১৯৬০ ৭৬ কালছোৱাত কৰ বৃদ্ধিৰ পৰিমাণ অসমতে নিম্নতম।

সি যি কি নহওক সপ্তম বিত্তীয় আযোগে বিভিন্ন সেৱাৰ মান উন্নয়নৰ অৰ্থে ৰাজ্যবোৰক মুঠ প্ৰায় চাৰিশ ছয়ত্ৰিশ কোটি টকা সহায়ক অনুদান দিয়াৰ পৰামৰ্শ দিছিল। তাৰে প্ৰায় বাইশ কোটি টকা অসমৰ পাপ্য । অসমৰ ক্ষেত্ৰত এই অনুদান জনমূৰি হিচাপত প্ৰায়বোৰ ৰাজ্যৰ তুলনাত বেছি। মাত্ৰ মেঘালয় জম্মু আৰু কাশ্মীৰ নগালেণ্ড উৰিষ্যা মণিপুৰ ত্ৰিপুৰা আৰু হিমাচলৰ তুলনাত হে ই কম।

ৰাজ্যসমূহৰ আয় আৰু ব্যয়ৰ ফাক মাৰিবলৈ বিত্তীয় আযোগৰ আৰু পৰিকল্পনা আযোগৰ পৰামৰ্শ অনুসৰি সহায়ক অনুদান দিয়াৰ উপৰি কেন্দ্ৰই ৰাজ্যসমূহক ঋণও দিয়ে। পৰিকল্পনাৰ আচনিৰ ক্ষেত্ৰত প্ৰযোজনীয় ঋণ সম্পৰ্কীয় পৰামৰ্শ পৰিকল্পনা আযোগে দিয়ে আৰু পৰিকল্পনাৰ বাহিৰৰ আয় ব্যয়ৰ ফাক মৰাৰ অৰ্থে প্ৰযোজনীয় ঋণ সম্পৰ্কীয় পৰামৰ্শ বিত্তীয় আযোগে িযে। সপ্তম বিত্তীয় আযোগৰ পৰামৰ্শ অনুসৰি কেন্দ্ৰৰ ঋণ পৰিশোধনৰ ক্ষেত্ৰত ৰাজ্যবোৰক মুঠ দুহাজাৰ কোটিৰ অধিক ঋণ ৰেহাই দিয়া হৈছে। অসমেও সেই মতে প্ৰায় এশ বাৰ কোটি টকা ঋণ ৰেহাই পায়।

ওপৰৰ স ক্ষিপ্ত সহায়ক অনুদান সম্পৰ্কীয় বিশ্লেষণৰ পৰা এই কথা ওলাই পৰে যে ৰাজ্যবোৰৰ উন্নত অনুন্নত অৱস্থা অভাব অভিযোগ প্ৰযোজন ইত্যাদি বহুকথা পুঙ্খনুৰূপে বিবেচনা কৰিহে ৰাজ্যবোৰক সহায়ক অনুদান দিয়া হয়। আৰু এই ক্ষেত্ৰত কোনো ৰাজ্যকে অন্যায় কৰাৰ প্ৰশ্ন নাই। শোষণ আৰু অবহেলাৰ কথাও সেয়ে আচলতে অৰ্থহীন।

# জাতীযতাৰ সমস্যা -অসুস্থ ৰাজনীতি আৰু অসম

সুদূৰ অতীততে আৰ্য্যফৈদ সমূহৰ পাৰস্পৰিক সম্পৰ্ক ৰক্ষা আৰু প্ৰতিৰক্ষাৰ আৱশ্যাক হোৱাত আমাৰ দেশত সহাৱস্থানৰ নীতি আৰু সমন্বযৰ ঐতিহ্য গঢ়ি উঠিছিল আৰু সেইদৰেই জাতীযতাৰ বিকাশ ঘটিছিল। কিন্তু স্বাধীনতাৰ আন্দোলনৰ লগে লগে ভাগবাটোৱাৰাৰ প্ৰশ্ন তীব্ৰ হৈ উঠাত অথচ সেই প্ৰশ্ন সমাধানৰ অৰ্থে বস্তুনিষ্ঠ আলোচনাৰ ওপৰত নিৰ্ভৰ নকৰি অনুভুতি প্ৰধান তৰ্কবিতৰ্ক আৰু পাৰস্পৰিক দোষ আৰোপনৰ পন্থাৰ আশ্ৰয় লোৱাত জাতীযতাৰ ঐতিহাসিক বিকাশ কষ্টসাধ্য কৃত্ৰিমতাপূৰ্ণ আৰু সমস্যা বহুল হৈ পৰে। কিন্তু দুৰ্ভাগ্যবশত জাতীয়তাৰ এই ওলোটা বিকাশ বোধ কৰাৰ অৰ্থে অনুভুতি বৰ্জিত যেনে আলোচনা আৰু দূৰদৃষ্টি সম্পন্ন যেনে নিস্বাৰ্থ ৰাজনীতিৰ প্ৰযোজন আছিল তেনে আলোচনাৰ আৰু ৰাজনীতিৰ সূত্ৰপাত কৰিবলৈ বুদ্ধিজীৱীসকল আৰু ৰাজনীতিৰ নেতাসকল ব্যৰ্থ হ ল। বৰ তেওলোকে আলোচনাৰ ঠাইত আন্দোলন বাছি ললে আৰু সামযিক জনপ্ৰিযতাৰ মোহত যাক ভোটৰ বা বা লাভ কৰাৰ মোহ বুলিও কব পাৰি দেশৰ ৰাজনীতি অসুস্থ কৰিলে।

বৰ্তমান সমযত আমাৰ দেশৰ প্ৰত্যেক ৰাজ্য আৰু অঞ্চলৰে মৌলিক সমস্যা আৰ্থিক সি নি সন্দেহ। আৰ্থিক সমস্যা সমাধানৰ উপায় বিজ্ঞানভিত্তিক আলোচনা আৰু প্ৰতিযোগিতাত তিষ্ঠিব পৰা চাৰিত্ৰিক গুণ কিছুমানৰ যেনে কৰ্ম প্ৰৱণতা আত্মনিৰ্ভৰশীলতা চ'ব ৰি আদিৰ বাবে ঘৰ এৰি দূৰৈত থকাৰ ক্ষমতা সাধন আদি গুণৰ সাধন আৰু পৰিচালনা। সমস্যা সমাধানৰ এনে উপাযৰ ওপৰত ধ্যান নিদি অন্যায আৰু শোষণৰ অভিযোগেৰে যদি সমস্যাবোৰ এৰাই যোৱাৰ ঐতিহ্য দেশৰ যিকোনো অঞ্চলতে আৰু যি কোনো ক্ষেত্ৰতে গঢ়ি উঠে তেন্তে সেই ঐতিহ্য দেশৰ সকলো অঞ্চললৈকে আৰু ক্ষেত্ৰলৈকে বিয়পে। ফলত সমস্যা সমাধান দূৰৰ কথা বৰং সমস্যাই জটিল ৰূপ গ্ৰহণ কৰে বিদ্বেষাত্মক ঠেক জাতীয় চেতনাৰ বিকাশ সহজ হৈ পৰে আৰু ৰাষ্ট্ৰীয জীৱনো অত্যন্তই অসুস্থ হৈ উঠে।

অনুন্নত দেশ এখনত অন্যায় আৰু শোষণৰ অভিযোগৰ ঐতিহ্য গঢ়ি উঠা অত্যন্তই সহজ। কিযনো অনুন্নত অৱস্থাৰ ব্যাপকতাৰ গতিকে শোষণো হৈ পৰে

ব্যাপক। শোষণৰ অভিযোগে একপিনে যেনেকৈ কৰ্ম প্ৰৱণতা আদি চাৰিত্ৰিক গুণ অৰ্জনৰে শোষণ ৰোধৰ প্ৰকৃত পন্থা গ্ৰহণৰ পৰা শোষিতক দূৰৈত ৰাখে আনপিনে তেনেকৈ শোষণকাৰীক ই উচ্চাত্মিকা মনোভাব সম্পন্ন কৰি তোলে। শোষণকাৰীয়ে নিজৰ শোষণ দেখাৰ পৰিবৰ্তে শোষিতৰ চাৰিত্ৰিক গুণৰ ন্যূনতাহে দেখে আৰু ইয়াৰ ফল স্বৰূপে উচ্চাত্মিকা মনোবৃত্তি গঢ়ি উঠে যাৰ বাবে আকৌ শোষিতৰ ভাষা আৰু কৃষ্টিৰ প্ৰতিও কটাক্ষ কৰিবলৈ শোষণকাৰীয়ে দ্বিধা নকৰে। এনে পৰিবেশৰ মাজতে ঠেক জাতীয়তাৰ বিস্তাৰ ঘটে আৰু ই সংক্ৰামকো হৈ পৰে। বৰ্ণহিন্দুৰ প্ৰতি হৰিজন আৰু খৃষ্টানৰ বিদ্বেষ সৃষ্টি কৰিয়ে ই ক্ষান্ত নাথাকে। ইয়াৰ মাধ্যমত গঢ়ি উঠা শোষণ সচেতনতাই কেন্দ্ৰ বিৰোধী তথা উত্তৰ ভাৰতবিৰোধী তথা হিন্দিবিৰোধী হিংসাত্মক আন্দোলনৰো সৃষ্টি কৰিছে । অসমত অসমীয়া বঙালীৰ অনৈক্যতে ইয়াৰ শেষ হোৱা নাই। ইয়াৰ শিপাই জনজাতি ৰাজবংশী আনকি আহোমকো স্পৰ্শ কৰিছে।

## অসমীয়া জাতীয চেতনাৰ আধুনিক বুৰঞ্জী

শঙ্কৰীযুগত অসমীয়া সাহিত্য আৰু কৃষ্টিৰ যি বিপুল পয়োভৰ হৈছিল সেই পযোভৰৰ ক্ষেত্ৰত ধৰ্মীয় ভাবৰ অনুপ্ৰেৰণা আৰু ধৰ্ম প্ৰচাৰৰ আৱশ্যকতা আছিল। পাচত অৱশ্যে বুৰঞ্জী লিখাৰ আৱশ্যকতাই এই প্ৰেৰণা যোগাইছিল। সেই সময়ৰ কৃষ্টি আৰু সাহিত্যৰ মাজেদি গঢ়ি উঠা জাতীয চেতনাৰ মাজত যি মাদকতা আছিল সি আছিল এক মহান আদৰ্শ একেলগে সাৰ্থক কৰাৰ মাদকতা। সেই সময়ৰ সাহিত্য আৰু কৃষ্টিৰ বিকাশৰ বাবে শোষণ সচেনতাভিত্তিক কোনো অনুভূতিৰ আৱশ্যকতা নাছিল আৰু তেনে বিস্তাৰৰ স্থলো নাছিল।

কিন্তু বৃটিছ অহাৰ লগে লগে এনে অনুভুতিৰ উন্মেষৰ সুবিধা ওলাল। বৃটিছৰ লগত বঙালী কৰ্মচাৰী আৰু কেৰাণীও আহিল আৰু নানা কাৰণত স্কুল আৰু কছাৰীত বঙালী ভাষা চলিল। স্কুল আৰু কোৰ্টত বঙালী ভাষাৰ ঠাইত অসমীযা ভাষা চলোৱাৰ দাবীক কেন্দ্ৰ কৰি যি আন্দোলন তেতিয়া সৃষ্টি হ ল তাৰ মাধ্যমতে অসমীযা জাতীয চেতনাৰ আধুনিক বুৰঞ্জী ঠন ধৰি উঠিল।

অসমীযা জাতীয় চেতনাৰ আধুনিক বুৰঞ্জী বঙালী বিৰোধী নেত্যাত্মক অনুভুতি এটিক কেন্দ্ৰ কৰি গঢ়ি উঠাত পৰবৰ্তী কালৰ সাহিত্য আৰু কৃষ্টিৰ বিকাশো মুখ্যত নেত্যাত্মক ভাৱে গঢ়ি উঠিল। অকল সেযেই নহয় নেত্যাত্মক অনুভুতি ৰাজনীতিতো প্ৰবল হৈ পৰিল। ইয়াৰ ফলত অকল যে অসমীয়া ভাষাৰ প্ৰাচীনতাৰ ওপৰতে আলোচনা চলিল তেনে নহয়। ইযাৰ আওপকীযা ফল স্বৰূপে চৈতন্য শঙ্কৰদেৱ

সম্পৰ্কীয় আনকি মহাপুৰুষীয়া দামোদৰীয়া সম্প্ৰদায় সম্পৰ্কীয় বাকবিতণ্ডাও আহিল। চাকৰি ব্যৱসায়, ভূমিদখল সমস্যা সমাধানৰ উপকৰা আলোচনাৰ মাজেদি শোষণ আৰু ষড়যন্ত্ৰৰ অভিযোগৰ ৰাজনীতি সোমাই পৰিল। কিয়নো এনে অভিযোগেৰে ৰাজনীতি কৰা সহজ যিহেতুকে ইয়াৰ বাবে অধ্যয়ন পৰিশ্ৰম আনকি চিন্তাও অনাৱশ্যক।

## অসমৰ ৰাজনীতি আৰু পমুৱা মুছলমান

এনে অৱস্থাতে প্ৰাদেশিক স্বায়ত্ব শাসন দেশলৈ আহে আৰু মন্ত্ৰীসভা গঠনৰ হৈ চৈ পৰে। কংগ্ৰেছে মন্ত্ৰীত্ব গ্ৰহণ নকৰাৰ সিদ্ধান্ত কৰাত ছাদুল্লাক মন্ত্ৰীসভা গঠন কৰিবলৈ আহ্বান কৰা হয়। তেখেত তেতিয়াও মুছলীম লীগত নাছিল। কিন্তু মন্ত্ৰীসভা গঠনৰ অৰ্থে লীগত যোগদান কৰিবলৈ তেখেত বাধ্য হ'ল। কিয়নো কংগ্ৰেছে অকল মন্ত্ৰীত্ব নোলোৱাৰ সিদ্ধান্ত কৰিয়েই ক্ষান্ত নাথাকিল। অন্যৰ মন্ত্ৰীসভাৰ পতন ঘটোৱাও, ইয়াৰ কাৰ্য্যসূচী হৈ পৰিল। ফলত মন্ত্ৰীসভাৰ বিৰুদ্ধে অসমক মুছলমান প্ৰধান ৰাজ্য কৰাৰ অভিযোগ উঠিল আৰু এনেদৰেই পমুৱা মুছলমানৰ আগমনৰ প্ৰশ্নক কেন্দ্ৰ কৰি অসমৰ ৰাজনীতিত সাম্প্ৰদায়িকতা আহিল।

এনে ৰাজনীতিয়ে সন্দেহ আৰু অবিশ্বাস ভাবৰ বৃদ্ধি অকল যে মুছলমানৰ ক্ষেত্ৰতে কৰিছিল এনে নহয়। ছাদুল্লা মন্ত্ৰীসভাক সমৰ্থন দি থকা বাবদ এনে ভাব পাচত গৈ পাহাৰী জনজাতি ভৈয়ামৰ জনজাতি আনকি তপশীলভুক্ত সম্প্ৰদাযৰ ক্ষেত্ৰলৈও বিযপিছিল আৰু এনেদৰেই গোটেই ৰাজ্যতে ভাঙনমুখী শক্তিসমূহৰ উত্থান সহজ হৈ উঠিছিল।

যি পমুৱা মুছলমানৰ আগমনৰ প্ৰশ্নক কেন্দ্ৰ কৰি এই অসুস্থ ৰাজনীতি ৰাজ্যত গঢ়ি উঠিল সেই প্ৰশ্ন কিন্তু অসমাধান হৈয়েই থাকিল। আনকি ইয়াক সমাধান কৰিবলৈ আৰ্থিক আৰু বাস্তব দৃষ্টি ভঙ্গীৰে কৰা কোনো গধুৰ আলোচনা পুৰ্বত নহ'ল। দ ঠাইলৈ পানী যোৱাটো বা নিম্নচাপৰ খালি ঠাইলৈ উচ্চ চাপৰ ঠাইৰ বতাহ বলা যেনে স্বাভাৱিক পাতল বসতিপুৰ্ণ স্থানলৈ মানুহৰ সোত বোৱাটোও তেনে স্বাভাৱিক। ইয়াৰ উদাহৰণ অকল অসমৰ আধুনিক বুৰঞ্জীয়েই নহয়। পোলেণ্ড জেকোশ্লাভেকিয়া দক্ষিণ আফ্ৰিকা মালয় এচিয়া ব্ৰহ্মদেশ শ্ৰীলঙ্কা ফিজি আদিৰ আধুনিক বুৰঞ্জীও। অকল মথাউৰীৰে বানপানীৰ সোত ৰোধ কৰা যেনে কষ্টকৰ আৰু বিপদজনক অকল চৰকাৰী চেষ্টা আৰু পুলিচৰ সহায়েৰে মানুহৰ সোঁত বন্ধ কৰাটোও তেনে কষ্টকৰ আৰু বিপদজনক। বানপানী ৰোধৰ বাবে বৃক্ষৰোপন আদি

কাৰ্য্য সৰ্বসাধাৰণৰ যেনে মৌলিক কৰ্তব্য মানুহৰ সোত ৰোধ কৰাৰ বাবেও অব্যৱহৃত আৰু পাট্টাহীন মাটিৰ ব্যৱহাৰ আৰু দখলৰ অৰ্থে থলুৱা লোক দ্ৰুত গতিত আগবাঢ়ি অহাটো নিতান্তই আৱশ্যকীয়।

কিন্তু দুৰ্ভাগ্যবশত পাৰম্পৰিক দোষ আৰোপনৰ মাধ্যমত ৰাজনীতি কৰাৰ সহজ ব্যৱস্থা থকাত এই দৃষ্টি ভঙ্গীৰে পমুৱা মুছলমানৰ সমস্যা সমাধানৰ চেষ্টা তেতিয়া নহ'ল। আনকি এতিয়াও হোৱা বুলি কব নোৱাৰি। কিযনো তেতিয়া হ'লে শোষণৰ অভিযোগতকৈ অধিক গুৰুত্ব পালেহেঁতেন অব্যৱহৃত মাটিৰ দ্ৰুত ব্যৱহৃত কৰাৰ সমস্যাই সুকীয়া খণ্ডৰাজ্য স্থাপনৰ দাবীতকৈ আৰ্থিক উন্নযনৰ ব্যৱস্থাই।

স্বাধীনতাৰ অগ্ৰবৰ্তী কালৰ ৰাজনীতিৰ অসুস্থ অৱস্থাৰ বাবে সেই সময়ৰ ৰাজনৈতিক নেতা সকলক দোষ নিদি উপায নাই। কিন্তু লগতে ইও সত্য সমস্যা সমাধানৰ আলোচনাক উপযুক্ত স্তৰলৈ উন্নীত কৰিব নোৱাৰাটো যি কোনো স্থানৰে যি কোনো কালৰে বুদ্ধিজীৱীৰ পৰম ব্যৰ্থতাৰো নিদৰ্শন।

## অসমৰ সাম্প্ৰতিক ৰাজনীতি-জনজাতীয বিৰোধ আৰু পাকিস্তানী অনুপ্ৰবেশ

স্বাধীনতাৰ পৰবৰ্তী কালত স্বৰ্গীয গোপীনাথ বৰদলৈৰ নেতৃত্বত পমুৱা মুচলমানৰ আগমনৰ প্ৰশ্ন কিছু দিনলৈ তল পৰিল আৰু উন্নযনৰ প্ৰশ্ন ওপৰলৈ উঠিল। কিন্তু বৰদলৈ অকালতে স্বৰ্গী হ'ল। আনহাতে শিক্ষানুষ্ঠান স্থাপনৰ বাহিৰে উন্নযনৰ ক্ষেত্ৰতো প্ৰকৃত চেষ্টা আৰু নীতিৰ অভাব দেখা গ'ল। বৰং উন্নযনৰ হতাশজনক অৱস্থাৰ বাবে কেন্দ্ৰীয চৰকাৰক দাযী কৰাৰ সহজ পন্থা হে লোৱা হ'ল। ফলত কেন্দ্ৰীয় চৰকাৰৰ অন্যাযৰ বিৰুদ্ধে জোৰাল বক্তৃতাৰে সাহসী নেতৃত্বৰ চিনাকী দি জনপ্ৰিযতা অৰ্জনৰ নতুন ৰাজনৈতিক অস্ত্ৰ বৰদলৈৰ পৰবৰ্তী কালত গঢ়ি উঠিল।

কিন্তু এনে অস্ত্ৰ ৰাজনীতিত সহাযক হ'লেও আৰ্থিক সমস্যাৰ সমাধানত কোনো কামত নাহে। বৰং ইযাৰ ফলত সমস্যা সমাধানৰ বাবে আইন আৰু পুলিচৰ ব্যৱস্থাই যথোচিত বুলি বিবেচিত হয়। কিন্তু আইন আৰু পুলিচেসমস্যা সমাধান নকৰে বৰং বহু ক্ষেত্ৰত তাক জটিল হে কৰে। কিয়নো তেতিয়া পুলিচী জোৰ জুলুমৰ অভিযোগ সঘনে উঠে। আনহাতে আইন প্ৰয়োগত আন্তৰিকহীনতাৰ সমালোচনাও বাঢ়ে।

কাৰ্য্যক্ষেত্ৰতো সেযেই দেখা গ ল। সমস্যাৰ সমাধান নহ ল। স্বাধীনতাৰ আগৰে পৰা চলি অহা পমুৱা মুছলমানৰ সমস্যা সমস্যা হৈয়েই ৰ ল। পাহাৰ ভৈযাম দুযো ঠাইত জনজাতীয অঞ্চলত অজনজাতীয লোকৰ বিস্তাৰো ঘটিযে থাকিল। আনহাতে কিন্তু মুছলমানৰ মাজৰ পৰা পুলিচী জোৰ জুলুমৰ অভিযোগ উঠিল আৰু জনজাতীয় লোকৰো মন্ত্ৰীসভাৰ আন্তৰিকতাৰ ওপৰত সন্দেহ বাঢ়িল।

জনজতীয লোকৰ প্ৰধান অভিযোগ হ ল জনজাতীয অঞ্চলত অজনজাতীয লোকৰ অবাধ বিস্তাৰ আৰু জনজাতীয স্কুল আদিত অজনজাতীয লোকৰ নিযোগ। পাচত এনে অভিযোগ ভাষা আৰু কৃষ্টিৰ ক্ষেত্ৰলৈও বিযপি পৰে। এনে অৱস্থাতে সবল মন্ত্ৰীসভাই ততাতৈযাকৈ চাকৰি কৰা ভৈযামৰ লোকসকলৰ মাজত তেতিযাৰ ৰাজধানী চিলঙত ভুমি বিতৰণ কৰাত জনজাতীয অসন্তোষ অধিক স্পষ্ট আৰু সমৰ্থনযোগ্য হৈ পৰে।

মুছলমান আৰু জনজাতি লোকৰ অভিযোগ অকল যে ভৈযামৰ অমুছলমান আৰু অজনজাতীয মুখ্যমন্ত্ৰীৰ বিৰুদ্ধেই আছিল এনে নহয। মন্ত্ৰীসভাত থকা মুছলমান আৰু জনজাতীয মন্ত্ৰীসলৰ বিৰুদ্ধেও তেওলোকৰ অভিযোগ গঢ়ি উঠিছিল আৰু এই মন্ত্ৰীসভাত থকা মুছলমান আৰু জনজাতীয মন্ত্ৰীসকলক মন্ত্ৰীত্বৰ আশাত মুছলমান আৰু জনজাতিৰ স্বাৰ্থ বলি দিযা লোক বুলি ভবা হৈছিল। এনে পৰিবেশত স্বাভাবিকতে মন্ত্ৰীসভাৰ নিজ দলৰ ভিতৰতে উপদল প্ৰবল হৈ উঠিছিল যি উপদলৰ মাজৰে পৰাই আকৌ ভূমি বিতৰণত ঠিকা বিতৰণত আনকি পাব্লিক্ চাৰ্ভিচ্ কমিছনৰ ওপৰত অশুভ প্ৰভাৱ পেলাই নিয়োগৰ ক্ষেত্ৰতো মন্ত্ৰী সভাৰ স্বজন প্ৰীতিৰ অভিযোগ আহিল। মন্ত্ৰীসভাৰ নিজ দলৰ লোকেই স্থবিৰ নীতিৰ সলনি গতিশীল নীতি গ্ৰহণ কৰাৰ আৰু জনজাতি আৰু মছলমানৰ আস্থা হেৰোৱা পুৰণা মন্ত্ৰীসভাৰ সলনি তেওলোকৰ আস্থা থকা আন ডেকা মন্ত্ৰী সভা গঠনৰ আৱশ্যকতাৰ কথা প্ৰকাশ্যে কৈ ফুৰিবলৈ ধৰিলে। এনেদৰেই অভিযোগ প্ৰধান ৰাজনীতিৰ গণ্ডী কেন্দ্ৰ আৰু ৰাজ্যৰ ক্ষেত্ৰৰ পৰা ৰাজ্য আৰু অঞ্চলৰ ক্ষেত্ৰলৈ পমুৱা মুছলমানৰ ক্ষেত্ৰৰপৰা জনজাতিৰ ক্ষেত্ৰলৈ বিৰোধী দলৰ ক্ষেত্ৰৰপৰা নিজ দলৰে উপদলৰ ক্ষেত্ৰলৈ বিযপি পৰিল আৰু এনেদৰেই পুৰণা মন্ত্ৰী সভাৰো পতন ঘটিল।

কিন্তু সমস্যাৰ গভীৰতা বুজিব নোৱাৰাৰ ফলত আৰু সমস্যাৰ আৰ্থিক ফালৰ ওপৰত যথেষ্ট ধ্যান নিদিযাৰ বাবদ পুৰণা মন্ত্ৰীসভাই যেনেকৈ সমস্যা সমাধান কৰিবলৈ নোৱাৰিলে তেনেকৈ সেই একেই কাৰণতে নতুন মন্ত্ৰীসভাও ব্যৰ্থ হ ল।

এই ব্যৰ্থতাৰ সুবিধা লবলৈ বিৰোধী দলসমূহে আৰু মন্ত্ৰীসভাৰ নিজ দলৰে সদ্য ক্ষমতাচ্যুত লোকসকলে বিলম্ব নকৰিলে আৰু পমুৱা মুছলমানৰ পুৰণা প্ৰশ্নক পাকিস্তানী অনুপ্ৰবেশৰ ষড়যন্ত্ৰ বুলি অভিহিত কৰি নতুন মন্ত্ৰীসভাৰ ওপৰত গুৰুত্বৰ অভিযোগ তুলিলে।

এই অভিযোগ খণ্ডনৰ বাবে মন্ত্ৰীসভাই ঐক্যভাৱে আৰু সাহসৰে থিয় দিব নোৱাৰিলে। বৰং ইয়াকে কেন্দ্ৰ কৰি মন্ত্ৰীসভাৰ মাজত ভাঙোনৰহে সৃষ্টি হ'ল। জনজাতীয় অঞ্চলৰ সমস্যাৰ সমাধানত ব্যৰ্থ হোৱাত জনজাতীয় লোক সকলেও মন্ত্ৰীসভাৰ প্ৰতি আকৌ বিৰূপ ভাব ললে। আনহাতে এই বিৰূপ ভাব বৃদ্ধিৰ মূলত জনজাতীয় মন্ত্ৰী বিশেষৰ উচটনি বুলি আৰু এই ক্ষেত্ৰত মুখ্যমন্ত্ৰীৰ দুৰ্বলতা বুলি দলৰ লোকেই অনুপ্ৰবেশ সম্পৰ্কীয় কথাত আকৌ মন্ত্ৰীসকলে বিভিন্ন সুৰত কবলৈ আৰম্ভ কৰিলে। মন্ত্ৰীসকলৰ কিছুমানে অৱশ্যে বাহিৰৰ পৰা অহা শিল্পপতিসকলে অসমীয়া লোকক নিয়োগ নিদিয়াৰ বক্তৃতাৰে নিজ মন্ত্ৰীসভাৰ উদ্যোগনীতিকে আৰু লাইচেন্স্ দিয়া পদ্ধতিকে আওপকীয়া ভাৱে সমালোনাও কৰিলে।

দল আৰু মন্ত্ৰীসভাৰ এনে অনৈক্যৰ সময়তে ৰাজ্য ভাষা প্ৰবৰ্তনৰ প্ৰশ্ন আহি পৰিল। কিন্তু অনৈক্যৰ বাবদ এই ক্ষেত্ৰতো উপযুক্ত নেতৃত্ব দিবলৈ মন্ত্ৰীসভা আৰু শাসনত প্ৰতিষ্ঠিত দল ব্যৰ্থ হ'ল। দল আৰু মন্ত্ৰীসভাৰ পৰম নিষ্ক্ৰিক্ৰয়তাৰ মাজত বিৰোধী দল সমূহৰ সুবিধা লোৱাৰ অদূৰদৰ্শী মনোভাৱৰ ফলত অসম সাহিত্য সভাৰ ৰাজ্যভাষা দিৱস পালনৰ আন্দোলনাত্মক নিৰ্দেশৰ মাধ্যমত আৰু আন্দোলনৰ নেতৃত্ব দিবলৈ সভাৰ অক্ষমতাৰ বাবদ সমগ্ৰ ৰাজ্যতে যি আন্দোলনৰ সৃষ্টি হবলৈ পালে তাৰ বৰ্ণনা আজি নিষ্প্ৰয়োজন।

কিন্তু এই কথা সত্য যে এই আন্দোলনে আৰু অভিযোগ ভিত্তিক অসুস্থ ৰাজনীতিযে ভৈয়াম আৰু পাহাৰ অসমীযা আৰু অনা অসমীযা জনজাতি আৰু অজনজাতিৰ মাজৰ পাৰ্থক্য বৃদ্ধি কৰিলে আৰু এনেদৰেই জাতীযতাৰ মূলভূমি পৰ্য্যন্ত বিনাশ সাধিলে।

# অভাৱ-সজাগতা আৰু সমাজ ব্যৱস্থা

ভাৰতবৰ্ষ আজি এক বিৰাট পৰিবৰ্ত্তনৰ মাজেদি যাবলৈ ধৰিছে। ভাৰতৰ সৰ্ব্বসাধাৰণৰ মনত আজি এক চঞ্চলতাই স্থান লৈছে। ভাৰতীয়লোক আজি বিষয়মুখী হৈ পৰিছে। আজি আমাৰ সকলোকে সোণ লাগে, ধন লাগে মাটি লাগে ভাল ঘৰ লাগে ভাল খাদ্য লাগে ভাল পোছাক লাগে আজি আমাক কেৱল লাগে আৰু লাগে। অভাৱ সজাগতাই ভাৰতীয় মন চঞ্চল কৰি তুলিছে। অথচ সেই চঞ্চলতাক শাসনত ৰাখিবৰ অৰ্থে আমাৰ পুৰণা সমাজ গাথনি ধৰ্ম্মৰ বান্ধোন আৰু সাহিত্যৰ প্ৰেৰণা অসমৰ্থ যেন দেখা গৈছে। ফলত দেশ এক বিৰাট বিশৃঙ্খলতাৰ ভয়াবহ পৰিণামৰ সম্মুখীন হৈছে। এই ভয়াবহ পৰিণামৰ পৰা ৰক্ষা পাবলৈ হলে আমাৰ সমাজ গাথনি ৰাষ্ট্ৰীয় শাসন নৈতিকতা সাহিত্য আদিত নো কেনে পৰিবৰ্তনৰ আৱশ্যাক সেইবোৰ কথা গভীৰ ভাবে বিচাৰ কৰাৰ আৱশ্যকতা আজি আহি পৰিছে।

## সমাজ গাঁথনি

আভাৱ যেতিয়া প্ৰাথমিক অৱস্থাৰ হয় সেই অভাৱ পূৰোৱা ব্যৱস্থাতো তেতিয়া জটিলতা খুব কম থাকে। তেনে অৱস্থাত বস্তু বা শ্ৰমৰ মূল্য বান্ধি দি প্ৰাথমিক শ্ৰম বিভাগৰ নীতি অনুসাৰে স্বাৱলম্বন গ্ৰাম ব্যৱস্থা শ্ৰেণী বিভাগ যৌথ পৰিবাৰ আদি সৃষ্টি কৰি কটকটীয়া সমাজ গাথনিৰ মাজেদি অতি সহজে দেশত শান্তি ৰক্ষা কৰিব পাৰি। কিন্তু অভাৱ বৃদ্ধিৰ লাগে লগে উৎপাদন ব্যৱস্থা যেতিয়া জটিল আৰু বৃহৎ হয় তেতিয়া পুৰণা সমাজ গাঠনি শান্তি ৰক্ষাৰ উপায় নহৈ অশান্তিৰহে কাৰণ হৈ পৰে। উৎপাদন ব্যৱস্থা বৃহৎ নকৰিলে কম মূল্যত বস্তু বিক্ৰি কৰা বহু ক্ষেত্ৰতেই অসম্ভৱ। কিন্তু এই উৎপাদন ব্যৱস্থা বৃহৎ কৰিবলৈ হলে শ্ৰমৰ যোগান সহজ আৰু যথেষ্ট হব লাগিব। ভাৰতৰ পুৰণা সমাজ গাথনিৰ অঙ্গ যৌথ পৰিবাৰ আদিৰ যদি সেই অৰ্থে উপযুক্ত পৰিবৰ্ত্তন নহয় তেতিয়া হলে আমি সহজে দেশত উৎপাদন ব্যৱস্থা বৃহৎ কৰিব নোৱাৰিম। তাৰে ফলত আমাৰ বহুতো অভাৱ অতৃপ্ত হৈ ৰব অভাৱৰ চাপ বাঢ়িব আৰু আমি হম অশান্তি আৰু বিশৃঙ্খলতামুখী।

উৎপাদন ব্যৱস্থাত ভৌগলিক শ্রম বিভাগ বা বিশেষীকৰণৰ নীতি আৰু নিজৰ কাৰণে নহয় বেপাৰৰ কাৰণেহে খেতি (Commercial crop cultivation) কৰাৰ প্ৰথা প্ৰচলন হোৱাৰ লগে লগে আমাৰ পুৰণা স্বাৱলম্বন মুলক গ্ৰাম ব্যৱস্থা বহু পৰিমানে অকাৰ্য্যকৰী হৈ পৰিছে। যি ব্যৱস্থামতে কিছুমানে খেতি কৰি কিছুমানে দা কটাৰী তৈয়াৰ কৰি কিছুমানে চুলি কটা আদি কাম কৰি গাৱৰ সকলো বস্তুৰ চাহিদা মিটায় সেই ব্যৱস্থাৰ আজি আৰু আৱশ্যক নোহোৱা হৈ আহিছে আজি হযতো গোটেই গাওখনৰ মানুহে এটা সামূহিক পৰিকল্পনাৰ যোগেদি মাত্ৰ কেইটামান বিশেষ বস্তুৰ উৎপাদন কৰাৰ হে দৰ্কাৰ হৈছে। গতিকে আমাৰ পুৰণা গ্ৰাম ব্যৱস্থাত তেনে ধৰণৰ পৰিবৰ্ত্তন যাতে শৃঙ্খলাদ্ধ ভাবে আহে তাৰ কাৰণে আমি সচেষ্টাবান হোৱাৰ সময় হৈ পৰিছে। যি সকলে কৰ্ম্ম পৰিবৰ্ত্তন কৰিবই লাগিব সেই সকলক তাৰ বাবে প্ৰস্তুত কৰি তুলিব লাগিব। মাটিৰ মালিক আৰু ৰাযতৰ সম্পৰ্ক আগৰ দৰে থাকিলে নচলিব। ৰায়তে যদি মাটিত নৰ্দমা আদি দি কিবা উন্নতি সাধন কৰে সেই উন্নতিৰ ভোগ ৰাযতে কৰিব পাৰিব লাগিব ৰাযতক যদি উচ্ছেদ কৰিবৰ দৰ্কাৰ হয় তেতিযা হলে উন্নতিৰ মান অনুসৰি ৰাযতে ক্ষতিপুৰণ পোৱাৰ ব্যৱস্থা থাকিব লাগিব। মালিক যদি উচ্ছেদ কৰাৰ সুবিধা নাপায অন্তত তাৰ কাৰণেই বহুতো ৰাযতে খেতিৰ উন্নতি সাধনৰ ব্যৱস্থা কৰিব আৰু তাৰে ফলতে দেশত খাদ্যাদি সামগ্ৰী বাঢিব। বেলেগ (separation) হোৱাৰ ফলত যাতে খেতিৰ পথাৰৰ আকাৰ নকমে তাৰো কথা ভবাৰ সময় আহিছে।

জন্মগত শ্ৰেণী বিভাগৰ ফলত কিছুমান মানুহে কিছুমান কৰ্ম্ম কৰাত সামাজিক বাধা আছে। তেনে বাধা থাকিলে যথেষ্ট সংখ্যক শ্ৰমিকৰ অভাৱত কিছুমান শিল্প গঢি উঠিব নোৱাৰে। গতিকে সকলো কাৰ্য্যৰে সমান সামাজিক মূল্য আৰু সম্ভ্ৰম থাকিব লাগে। কোনো কৰ্ম কেৱল উচ্চ শ্ৰেণীৰ কাৰণে বা কেৱল নিম্ন শ্ৰেণীৰ কাৰণে হব নালাগে। নিজৰ উপযুক্ততা অনুসৰি তলৰ পৰা ওপৰলৈ যাবৰ সুবিধা থাকিলেহে মানুহৰ কৰ্মোদ্যম বাঢে। জন্মগত শ্ৰেণী বিভাগে তেনে ঔৰ্ধিক গতিত (Vertical mobility)ত বাধা দিয়ে। সেই গতিকে জন্মগত শ্ৰেণী বিভোগ আধুনিক উৎপাদন ব্যৱস্থাৰ ফালৰ পৰা অত্যন্তই ক্ষতিকাৰক। আকৌ আধুনিক ব্যৱস্থাৰ মাজেদি কাম কৰোতে বহুতো সময়ত যুৱক যুৱতীয়ে একে ঠাইত লগ লাগি কাম কৰাৰ প্ৰয়োজন। তেনেদৰে কাম কৰাৰ ফল স্বৰূপে উচ্চ শ্ৰেণীৰ যুৱক বা যুৱতীৰ নীচ শ্ৰেণীৰ যুৱতী বা যুৱকৰ প্ৰতি স্বাভাবিক আসক্তি হয়তো হব পাৰে। জন্মগত শ্ৰেণী বিভাগ চলি থাকিলে তেনে স্বাভাৱিক আসক্তিয়ে সমাজত নানা

বেমেজালি আৰু ব্যক্তিগত জীৱনত নানা অশান্তিৰ সৃষ্টি কৰে। সেই ফালৰ পৰাও জন্মগত শ্ৰেণী বিভাগ থকাটো নিতান্তই অবাঞ্ছনীয়।

আমাৰ সমাজ গাথনিৰ আন অঙ্গ হৈছে যৌথ পৰিবাৰ। যৌথ পৰিবাৰ থকা বাবে জীৱনবীমা নকৰাকৈয়ে তাৰ সুবিধা পাব পাৰি। কাৰোবাৰ যদি হঠাতে মৃত্যু হয় যৌথ পৰিবাৰ থকা অৱস্থাত তেওৰ ল ৰা ছোৱালী তিৰোতা একেবাৰে অৱলম্বনবিহীন নহয়। কিন্তু যৌথ পৰিবাৰ কাৰণেই আকৌ দেশত অলসতাও বাঢে। বহুতো কৰ্ম্মসক্ষম লোকে পিতাক বা ককায়েকৰ ওপৰত বহি খাবলৈ বিচাৰে। কৰ্ম সক্ষম লোকে উপযুক্ত কৰ্ম নকৰাকৈ বহি থকাটো এটা লজ্জাজনক কথা এনে ভাব সমাজত সৃষ্টি কৰিব পাৰিলে যৌথ পৰিবাৰ আধুনিক উৎপাদন ব্যৱস্থাৰ ফালৰ পৰা এটি উপযুক্ত আৱশ্যকীয় অনুষ্ঠান।

ইয়াৰ ফলত দেশ দেশান্তৰলৈ গৈ উপযুক্ত কৰ্ম বাছি লোৱাত আৰু ন ন শিল্পাদি স্থাপন কৰাত যি বিপদৰ সম্মুখীন হব লাগে সেই বিপদৰ তীব্ৰতা বহুতো পৰিমাণে নাথাকে। অকৃতকাৰ্য্য হলে ঘূৰি আহিবৰ কাৰণে তেওলোকৰ নিজা যৌথ পৰিবাৰ এটা আছে। আকৌ অভাৱ সজাগতাৰ ফলত ব্যক্তি স্বাৰ্থপৰ হোৱাৰ যি সম্ভাৱনা আছে, যৌথ পৰিবাৰৰ মাজত থাকিলে সেই সম্ভাৱনা বহুতো কমে। ইত্যাদি কাৰণত যৌথ পৰিবাৰ ৰক্ষা কৰাটো আমাৰ কৰ্ত্তব্য। ইংলণ্ডত যৌথ পৰিবাৰ নাই। কিন্তু পশ্চিমৰ আন কিছুমান উন্নত দেশত এতিয়াও ই আছে আৰু ইয়াৰ ফলত শিল্পাদি গঢ়াত বহুতো সুবিধা হৈছে বুলি তেওলোকে গৌৰব কৰে। যৌথ পৰিবাৰৰ যোগেদিয়েই উচ্চ শিক্ষা পোৱা আৰু উচ্চ চাকৰিত নিযুক্তি থকা কিছুমানৰ মনোবৃত্তিৰ কাৰণে এই যৌথ পৰিবাৰৰ অনুষ্ঠান আমাৰ দেশত কিন্তু এতিয়া ভাঙি যাবলৈ ধৰিছে। ইযাৰ ভাঙনত তেওলোক হযতো ব্যক্তিগত ভাবে একো ক্ষতিগ্ৰস্ত নহয়। কিন্তু যিহেতুকে জীৱন বীমা প্ৰথা আমাৰ সৰ্বসাধাৰণৰ মাজত এতিয়াও সম্পূৰ্ণভাবে প্ৰচলন হোৱা নাই সেই হেতুকে ইয়াৰ অবিহনে সমাজত যথেষ্ট ক্ষতি হোৱাৰ আশঙ্কা আছে। গতিকে ইয়াক ৰক্ষা কৰিবলৈ হলে কৰ্ম সক্ষম মানুহ যাতে কৰ্ম বিমুখ নহয় আৰু আধুনিক উৎপাদন ব্যৱস্থাৰ মাজত নিহিত থকা বিপদক ভয় নকৰি দেশ দেশান্তৰলৈ যাবলৈ তেওলোক প্ৰস্তুত হয় তাৰ কাৰণে আমাৰ যথেষ্ট প্ৰচাৰ আৰু আলোচনাৰ দৰ্কাৰ। চাকৰিয়াল সকলৰ মনত যৌথ পৰিবাৰৰ প্ৰতি যি বিৰূপ মনোভাব আছে তাকো আজি বাধা দিয়া আমাৰ কৰ্তব্য। যি যৌথ পৰিবাৰৰ যোগেদিয়ে তেওলোক আজি স্বপ্ৰতিষ্ঠ সেই যৌথ পৰিবাৰৰ প্ৰতি বিহিত কৰ্ত্তব্য

নকৰিলে যে অকৃতজ্ঞতা প্ৰদৰ্শন কৰা হয় সেই কথা তেওলোকক আজি হৃদয়ঙ্গম কৰোৱা উচিত। যৌথ পৰিবাৰত থাকিলে বহুতো সময়ত যে ঘৰুৱা অশান্তিৰ উৎপত্তি হয়, সি সত্য। কিন্তু, এই অশান্তি প্ৰধানত স্বাৰ্থপৰতাৰ কাৰণেই হয়। যৌথ পৰিবাৰ শান্তি পূৰ্ণ কৰিবলৈ হলে স্বাৰ্থপৰতা থাকিব নালাগিব। এই স্বাৰ্থপৰতা দমন কৰিবৰ বাবেই অভাৱ সজাগতাৰ কুফলবোৰ নোহোৱা কৰিবৰ বাবেই আৰু তাক শাসনত ৰাখিবৰ বাবেই যৌথ পৰিবাৰ বা সেই নিচিনা কিবা এটা অনুষ্ঠান আমাক যে লাগে তাক নুই কৰা অনুচিত ।

যৌথ পৰিবাৰ থাকিব লাগে নে নালাগে সেই বিষয় আমাৰ আৰু চৰকাৰৰ এটা সুসিদ্ধান্ত লোৱাৰ আৱশ্যক হৈছে। চৰকাৰৰ বহুতো আইনে যৌথপৰিবাৰত আঘাত নিদিয়াকে থকা নাই। গতিকে যৌথ পৰিবাৰ সম্পৰ্কে সিদ্ধান্ত নকৰাকৈ তাত আঘাত পৰা আইন প্ৰণয়ন কৰিলে দেশত বেমেজালি সৃষ্টি হোৱাৰ সম্ভাৱনা আছে।

## জাতীয়তা আৰু আন্তৰ্জাতীয়তা

অৰ্থনৈতিক কাৰণতে আজি আমি সমাজ সচেতন নহৈ নোৱাৰো। নিজৰ অভাৱ পূৰণৰ বাবেই আমি আজি পৰৰ অধীন। নিজ স্বাৰ্থৰ বাবেই আজি আমি আনৰ স্বাৰ্থৰ লগত জড়িত। আনক আঘাত নকৰাকৈ অভাৱ সম্পৰ্কীয় বহু কামেই আজি আমি কৰিব নোৱাৰা হৈছো। ফলত বহু সময়ত পৰস্পৰৰ মাজত বিৰোধ সৃষ্টি হয়। বিৰোধৰ কাৰণে অশান্তি আৰু বিশৃঙ্খলতা বাঢ়ে আৰু অভাৱ পূৰণৰ চেষ্টাত বাধা পৰে। গতিকে বিৰোধ উপজিলে সেই বিৰোধ যাতে অশান্তি আৰু বিশৃঙ্খলতাৰ কাৰণ নহয় তাৰ কাৰণে আমি সজাগ থকা নিতান্তই দৰ্কাৰ।

আমাৰ সকলোৰে মাজত যদি এনে ভাব হয় যে যি সকলৰ লগত আমি নাথাকি নোৱাৰো যিসকলৰ লগত থকাটো আমাৰ আৰ্থিক সমস্যা সমাধানৰ কৰাণেই দৰ্কাৰ যি সকলৰ লগ লাগিয়ে বহুতো সামূহিক সিদ্ধান্ত নকৰিলে আমাৰ নহয় সেই সকল আমাৰ ভাইৰ লগৰ ভাই সেই সকলৰ বলেই আমাৰ আত্মৰক্ষাৰ বল, আৰু সেই সকলেই আমাৰ বিপদৰ ভৰসা (source of security) আৰু আপদৰ সহায় তেন্তে আমি আমাৰ মাজত ওপজা বিৰোধ সহজে আৰু শান্তিপূৰ্ণ ভাৱে মীমাংসা কৰিব পাৰো। ৰক্তৰ সম্পৰ্ক নথকাকৈও কোনো লোক সমূহৰ মাজত থকা যি ভাই ভাই বাব যি এক পৰিবাৰৰ ভাব তাক ৰাজনীতি শাস্ত্ৰত জাতীয়তাবোধ বোলে। এই জাতীয়তাবোধ অৰ্থনৈতিক কাৰণতে অত্যন্ত আৱশ্যক। জাতীয়তাবোধ হবলৈ হলে আমি ইটো সিটোৰ আশা আকাঙ্খা পূৰণত সহায় কৰি আনন্দ পোৱা

মনোবৃত্তি গঢ়িব লাগিব। আমি ইটোৱে সিটোক এনেদৰে বুজি উঠিব লাগিব যে ইটোৱে সিটোৰ লগত কাম কৰোতে যেন কোনো অজান অচিনৰ লগত কাম কৰা যেন নালাগে। আমাৰ ইটোৱে সিটোক নাজানিলেও জানো চিনি নেপালেও চিনো। আমাৰ মাজত ইমান বুজাবুজি থকা বাবেই আমি এটা জাতি। যি সকলৰ লগত এনে বুজা বুজিৰ ভাব নাই তেওলোক আমাৰ বিজাতি। বুজা বুজি আৰু বিপদে আপদ্ সহায পোৱাৰ ভৰসাৰ যি জ্ঞান আৰু অভিজ্ঞতা সেই জ্ঞান আৰু অভিজ্ঞতাই জাতীযতাৰ মূল ভিত্তি। পশ্চিমৰ বহু দেশতেই ধৰ্ম্ম বা ভাষা আজি আৰু জাতীযতাৰ প্ৰধান ভিত্তি নহয। ধৰ্ম্মই অৰ্থাৎ ধৰ্ম্মৰ বাহ্যিকতাই বুজা বুজিৰ বাটত অহৈতুক বাধা সৃষ্টি কৰে কাৰণে অৰ্থনৈতিক সমস্যা সমাধানত ব্যস্ত থাকিবলগীযা দেশবোৰে ইয়াক ব্যক্তিগত নিজা কথা বুলিহে ভাবে। সামাজিক সম্পৰ্ক ৰক্ষাৰ বাবে আৰু পৰিশ্ৰমৰ ক্লান্তি আৰু অৱসাদ গুচাবৰ বাবে ভাষা অপৰিহাৰ্য্য। সেই বিচাবে যিমানেই বেছি সংখ্যক ভাষা তেওলোকে শিকিব পাৰে সিমানেই সুবিধা বাঢ়ে বুলি তেওলোকে স্বীকাৰ কৰে কিন্তু তাক জাতীয়াবোধৰ এটা প্ৰধান ভিত্তি বুলি তেওলোকে আজি আৰু নাভাবে। জাতীয়তাবোধৰ কাৰণে কৃষ্টিগত ঐক্যও তেওলোকৰ বহুতৰে মনত অনাৱশ্যক। সাহিত্য স৲গীত কলা আদি কৃষ্টিৰ অঙ্গবোৰ তেওলে'কৰ মনত ক্লান্তি গুচোৱা সামগ্ৰীহে। গতিকে এইবোৰ যিমানেই বিচিত্ৰতাপূৰ্ণ হয সিমানেই সেইবোৰৰ আনন্দ দিব শক্তি বাঢ়ে। এই বাবেই তেওলোকৰ মাজত আজি বিভিন্ন স৲স্কৃতিৰ আদৰ। বিচিত্ৰতাৰ পাছে পাছে ঘূৰি ঘূৰি নিগ্ৰো সঙ্গীত জাভাৰ নৃত্য ভাৰতীয় কথা কলি ইযোৰুপীয় 'বল বিভিন্ন দেশৰ সাহিত্য আদি সকলোকে তেওলোকে আজি সমানে সমাদৰ কৰে আৰু নিজৰ বুলি ভাবে। জাতীয়তাবোধৰ কাৰণে সাহিত্য আদিৰ আজি আৰু কোনো প্ৰয়োজন আছে বুলি তেওলোকে নাভাবে। জীৱনৰ অৱসাদ গুচাবলৈকেহে সেইবোৰৰ আৱশ্যকতা বুলি তেওলোকে অনুভৱ কৰে।

অৰ্থনৈতিক আধাৰৰ যোগেদি অভাৱ গুচোৱাৰ আৱশ্যকতাৰ মাজেদি জাতীযতাবোধৰ সৃষ্টি স্থায়ী হলেও ই সময়সাপেক্ষ। অভাৱ সজাগতাক কেন্দ্ৰ কৰি ভাৰতত যি বিশৃঙ্খলতা বাঢিব ধৰিছে, সেই বিশৃঙ্খলতাৰ ভয়াবহতাৰ পৰা ৰক্ষা পাবলৈ হলে অতি দ্ৰুত গতিত একগোট হৈ কাম কৰিব পৰা মনোবৃত্তি আৰু জাতীযাবোধৰ সৃষ্টি আমাৰ মাজত আজি হব লাগিব। এক ভাষা এক ধৰ্ম্ম আৰু এক সংস্কৃতি সৃষ্টি হলে এনে মনোবৃত্তি আৰু বোধৰ বিকাশ নিশ্চয় দ্ৰুতগতিত হয়। কিন্তু বহু ভাষা ভাষী আৰু বহু ধৰ্ম্মাৱলম্বী ভাৰতে এক ভাষা বা সংস্কৃতিৰ যোগেদি

জাতীয়তাবোধৰ সৃষ্টি দ্রুতগতিৰে কৰিবলৈ যাওতে ই সম্পূর্ণভাবে ধ্বংসপ্রাপ্ত হোৱাৰো বিপদ আছে। সেই গতিকে, আমি অতি সাৱধানেহে জাতীয়তাবোধৰ সৃষ্টিকার্য্যত অগ্রসৰ হব লাগিব। পশ্চিম দেশৰ মানুহৰ দৰে যদি ভাষাৰ প্রয়োজন কেৱল আৱশ্যকতাৰ পিনৰ পৰাহে আৰু ধর্ম কেৱল ব্যক্তিগত কথাহে বুলি ভাবিবলৈ শিকি ভাষা আৰু ধর্মক অনুভূতি মুক্ত কৰি তোলো আৰু বহু ভাষা শিকিবলৈ প্রয়াস কৰো, তেন্তে এইবোৰৰ কাৰনে ভাৰতত ঐক্য হানিৰ কাৰণ নাথাকিব আৰু সময়সাপেক্ষ হলেও জাতীয়তাবোধ স্থায়ীৰূপে আমাৰ মাজত জন্মিব।

জাতীয়তাবোধ অর্থনৈতিক কাৰণতে দৰ্কৰ হলেও ই কেতিয়াও ঠেক হব নোৱাৰে। ই যদি ঠেক হয় তেন্তে ই আক্রমণাত্মক নহৈও নোৱাৰে। ঠেক জাতীয়তাবোধে আন্তর্জাতিক বাণিজ্যত ব্যাঘাত সৃষ্টি কৰে। তেনে ব্যাঘাত সৃষ্টি হলে আন্তর্জাতিক যুদ্ধ হবলৈ আৰু তাৰ ফল স্বৰূপে অর্থনৈতিক প্রগতিত বাধা পৰিবলৈ বাধ্য। আকৌ আন্তর্জাতক বাণিজ্য ভৌগলিক শ্রম বিভাগৰ ফল। গতিকে ইয়াৰ বিস্তাৰি অর্থনৈতিক কাৰণতে আমাৰ কাম্য। কিন্তু অন্তর্জাতিক বুজা বুজিৰ ভাব যথেষ্ট নহলে ইয়াৰ বিস্তাৰ অসম্ভৱ। আন্তর্জাতীয়তাবোধৰ আৱশ্যকতাকত সেই বাবেই আজি আমি নুই কৰিব নোৱাৰো।

## সমাজতান্ত্রিক স'সদী গণতন্ত্র

অন্য কাৰণত ব্যক্তিৰ বিকাশ স্বভাবৰ তাড়না,আত্মৰক্ষা আৰু নির্বাণৰ আৱশ্যকতাৰ বাবদ সমাজৰ প্রয়োজন থাকক বা নাথাকক অর্থনৈতিক কাৰণতে সমাজ আৰু ৰাষ্ট্রৰ প্রয়োজন আছে। অর্থনৈতিক কাৰণতে আমি সমাজমুখী আৰু সমাজবাদী হবলৈ বাধ্য। ব্যক্তিকেন্দ্রিক আৰু স্বার্থ সচেতন হৈও নিজ প্রয়োজনৰ বাবেই এখন জটিল সমাজ আমি আজি অপৰিহার্য্য বুলি ভাবো। কিন্তু সমাজ ৰক্ষাৰ বাবে সমভাবৰ (sense of equality) আৰু ন্যায়পৰাণযতাবোধ (sense of justice)অত্যন্তই দর্কাৰ। আকৌ জটিল সমাজত শৃঙ্খলা ৰক্ষাৰ অর্থে ৰাষ্ট্রিক ক্ষমতাৰো আৱশ্যকতা আছে। সেই গতিকে সমাজত সমতা ন্যায়পৰায়ণতা, আৰু শৃঙ্খলা স্থাপনৰ অর্থে বহুতেই ৰাষ্ট্রিক ক্ষমতাৰ বৃদ্ধি বিচাৰে আৰু সর্বসাধাৰণৰ নেতাৰ যোগেদি একছত্রী শাসন (Dictatorship)প্রবর্ত্তন কৰিব খোজে। আর্থিক মানৰ দ্রুত উন্নতিৰ বাবেও একছত্রী সাসন তেওলোকে প্রয়োজনীয় বুলি ভাবে। স্বার্থ সিদ্ধিৰ কাৰণেই অথচ স্বার্থপৰতা নির্মূলতাৰ বাবেই তেওলোক একছত্রী শাসনৰ পক্ষপাতী। তেওলোক সেই বিচাৰে মুলত সমাজতন্ত্রবাদী। কিন্তু এনে সমাজতন্ত্রত

ব্যক্তি স্বাধীনতা নেথাকে। আনহাতে ব্যক্তি স্বাধীনতা খৰ্ব হলে উৎপাদন পদ্ধতি গতানুগতিক আৰু সেই বাবেই পতনমুখী হয়। সেই পতনমুখী উৎপাদন পদ্ধতি ৰক্ষা কৰিবলৈ একছত্ৰী শসনৰ কঠোৰতা বঢ়োৱাৰ আৱশ্যক হয় ফলত ব্যক্তি স্বাধীনতা আকৌ খৰ্ব হবলৈ ধৰে। এই নিয়মত সমাজত শৃঙ্খলা আদি স্থাপন আৰু উৎপাদন আদি বৃদ্ধি কৰা কাৰ্য্য প্ৰথমতে সহজ যেন লাগিলেও আচলতে ই কষ্টসাধ্য আৰু চিৰবিপদযুক্ত। সেই গতিকে সমাজত শৃঙ্খলা আদিৰ স্থাপন চিৰস্থায়ী আৰু সহজসাধ্য কৰিবলৈ হলে আমি অকল সমাজতান্ত্ৰিক হলেই নহব। আমি চেষ্টা কৰিব লাগিব সমাজতান্ত্ৰিক সংসদী গণতন্ত্ৰৰ কাৰণে, আমি চেষ্টা কৰিব লাগিব একছত্ৰী শাসন বিহীন সমাজতন্ত্ৰৰ বাবে।

এই সমাজতন্ত্ৰৰ মূল একছত্ৰী নায়কৰ ক্ষমতা নহয়, গণসমূহৰ সমাজ সচেতনতা সমাজিক দাযিত্ব আৰু নৈতিকতা হে ইয়াৰ প্ৰধান মূলাধাৰ। সমাজৰ ব্যক্তিসমূহ যদি সমাজ সচেতন হয় তেন্তে সমাজৰ বহুতো বিৰোধ শান্তিৰে সমাধা কৰিব পাৰি। আমি যদি নিজে সমাজ সচেতন হও তেতিয়াহলে আমি আনকো সহজে স্বাৰ্থপৰ আৰু অসৎ বুলি নাভাবো। যুক্তিৰ কিবা অসঙ্গতিকেই বিৰোধৰ কাৰণ বুলি ভাবো আৰু মত বিৰোধ হলে অনুভূতিৰ আশ্ৰয় নোলোৱাকৈ যুক্তিৰ যোগেদি সেইবোৰ সমাধা কৰিবলৈ বিচাৰো। গণতান্ত্ৰিক সমাজতন্ত্ৰত শৃঙ্খলা স্ব প্ৰণোদিত ভাবে ৰক্ষা হয় কাৰণে ই এবাৰ সুস্থভাবে প্ৰতিষ্ঠিত হলে ইযাৰ সহজে পতন নহয। গতিকে সমাজতান্ত্ৰিক সংসদী গণতন্ত্ৰ যাতে সুদৃঢ় আৰু সুস্থভাবে আমাৰ দেশত প্ৰতিষ্ঠিত হব পাৰে সেই অৰ্থে যথোপযুক্ত মনোবৃত্তি সৃষ্টি কৰাৰ আজি সময় হৈছে।

সমাজতান্ত্ৰিক সংসদী গণতন্ত্ৰৰ আজি আমাৰ আৱশ্যক অভাৱ সজাগতাৰ কাৰণেই। আমাৰ দৈনন্দিন সমস্যাবোৰৰ সামাজিক দৃষ্টিভঙ্গীৰে সমাধান কৰাৰ আজি দৰ্কাৰ হৈছে। কিন্তু দৈনন্দিন সমস্যা সমাধানত যেতিয়াই তেতিয়াই আমি যদি দৰ্শনৰ ন্যায় অন্যায়ৰ প্ৰশ্ন আৰু সংবিধানৰ মৌলিক স্বত্ব (Fundmental right)ৰ কথা তোলাৰ অভ্যাস কৰো তেন্তে সমস্যা সমাধানত সময় লাগে আৰু জটিলতা বাঢ়ে। আজিৰ দিনত আৱশ্যকতা বাস্তৱতা আৰু অভিজ্ঞতাৰ ওপৰত ভিত্তি কৰি আমাৰ দৈনন্দিন সমস্যাসমূহ সমাধান কৰাৰ ঐতিহ্য। ভাৰতীয় লোকৰ কিন্তু অতি ক্ষুদ্ৰ কথাতে অন্যায় আৰু মৌলিক স্বত্বৰ প্ৰশ্ন তোলাৰ অভ্যাস আছে। অথচ এইবোৰৰ প্ৰকৃত তত্বৰ বুজাৰ আগ্ৰহ ক্ষমতা আৰু অধ্যৱসায়ৰ তেওলোকৰ অভাৱ। সেইবোৰৰ অভাৱ থকা অৱস্থাত যদি ন্যায় অন্যায় আদিৰ প্ৰশ্ন তোলা হয় তেতিয়া

সমস্যা সমাধান হ'ব নোৱাৰে বৰং তিক্ততা বাঢ়ি সমাজৰ স্থায়িত্বতে আঘাত পৰে। ৰাজনৈতিক নেতা শিক্ষিত লোক শিক্ষক আৰু ছাত্ৰসকলে এই কথা বুজি যদি অনুভূতি প্ৰধান আন্দোলন বৰ্জন কৰে সমস্যা সমাধানৰ বাবে ধৈৰ্য্য ধৰে আৰু সময়ৰ ওপৰত বিশ্বাস ৰাখে, কিতাপৰ উপকৰণ ধ্বনি নকৰি নিজ অভিজ্ঞতা আৰু বাস্তৱতাৰ জ্ঞান কামত খটুৱাবলৈ আৰম্ভ কৰে আৰু কিছুমান গণতান্ত্ৰিক অভ্যাস আৰু নিয়মৰ দ্বাৰা চালিত হ'বলৈ শিকে তেন্তে আমাৰ দেশত কিয় সমাজতান্ত্ৰিক সংসদী গণতন্ত্ৰ সুদৃঢ় ভাবে আৰু অচিৰতে প্ৰতিষ্ঠিত নহ'ব, তাৰ বিশেষ কাৰণ নাই। এনে সমাজতন্ত্ৰ ভাৰতীয় কৃষ্টিৰ ৰক্ষাৰ বাবেই আৱশ্যক।

## নৈতিকতা

সমাজতান্ত্ৰিক সংসদী গণতন্ত্ৰ আচলতে স্ব ইচ্ছাৰ ওপৰত স্থাপিত বা স্বপ্ৰণোদিত সমাজতন্ত্ৰ। সমাজৰ প্ৰত্যেক ব্যক্তিৰে নৈতিক মান উন্নত নহ'লে এনে সমাজতন্ত্ৰ অসম্ভৱ। মূল্য যন্ত্ৰেৰে শাসিত জটিল উৎপাদন ব্যৱস্থা কেৰোণ নোহোৱা ভাবে চলি থাকিবৰ অৰ্থেও আমাৰ কিছুমান নৈতিক গুণৰ নিতান্তই আৱশ্যক। আমি যি বস্তু তৈয়াৰ কৰো সেই বস্তুৰ ভোক্তা (Consumers)সকল আমাৰ পৰা বহু দূৰত থাকে। সেই গতিকে সেই বস্তু যদি কিবা কাৰণত ভেজাল হয় তেতিয়া হ'লে ভোক্তাসকলৰ মনত অসন্তুষ্টি জন্মে। তেওলোকে তাৰে ফলত আমাৰ বস্তু কিনিবলৈ ইতস্তত কৰে। ফলত গোটেই উৎপাদন ব্যৱস্থাত বেমেজালি ওপজে। অসন্তুষ্ট ভোক্তাসকলে হয়তো ৰাষ্ট্ৰীয ক্ষমতা চালনাৰ দ্বাৰা ভেজাল বস্তুকাৰীসকলৰ শাস্তি কমানা কৰি আনকি ৰাষ্ট্ৰই নিজে বস্তু উৎপাদন কৰিব লাগে এনে দাবী তুলি আন্দোলন কৰে। ফলত স্ব প্ৰণোদিত সমাজতন্ত্ৰৰ সলনি হিংসা আৰু বলৰ ওপৰত প্ৰতিষ্ঠিত সমাজতন্ত্ৰ আপোনা আপুনি আহি পৰে। সেইদৰে মালিকে যদি শ্ৰমিকক প্ৰাপ্য নিদিয়ে লাভ বঢ়াবৰ উদ্দেশ্যে বস্তুৰ যোগান উৎপাদন কৰ্ত্তা সকলে কমাই দিযে তেতিয়া হ'লেও সমাজত অশান্তি আৰু বেমেজালি বাঢ়ে একচ্ছত্ৰী শাসন আৱশ্যকীয যেন হৈ পৰে। গতিকে উপযুক্ত নৈতিকতাৰ অভাৱ হ'লে সমাজতান্ত্ৰিক সংসদী গণতন্ত্ৰ চলিব নোৱাৰে।

টেঙা আম এবাৰ হে বেচিব পাৰি এনে নীতিৰে আমি সমাজত চলা উচিত। সত্যবাদী নহ'লে কাৰবাৰ বেছি দিনলৈ নচলে। সেইদৰে ক্ৰয় বিক্ৰয় সমাজত নম্ৰতাৰো অতি প্ৰয়োজন আছে। একহিচাবে আজিৰ সমাজত আমি সকলোৱে দোকানী কোনেও বিক্ৰী কৰে বস্তু কোনেও বিক্ৰি কৰে শ্ৰম। যি কোনো দোকানীয়ে

মিঠা কথা বাদ দি টান কথা কৈ আৰু দাম্ভিকতা প্ৰদৰ্শন কৰি বেছি দিনলৈ কাৰবাৰ চলাব নোৱাৰে। গণতান্ত্ৰিক সমাজতন্ত্ৰ ৰক্ষাৰ বাবেও সহিষ্ণুতা আৰু নম্ৰতা অতি আৱশ্যকীয় গুণ।

আমাৰ আৰ্থিক ব্যৱস্থা কৰ্মোদ্যম আৰু আত্মনিৰ্ভৰশীলতাৰ ওপৰত নিৰ্ভৰ কৰে। আত্মনিৰ্ভৰশীল হ'বলৈ হ'লে ঈৰ্ষা পৰায়ণতা সম্পূৰ্ণৰূপে বৰ্জনীয়। ঈৰ্ষা কৰি কোনেও উৎপাদন বঢ়াব নোৱাৰে। অন্যৰ উৎপাদন কৰিব পৰা শক্তিৰ বৃদ্ধি দেখি যদি নিজৰ উৎপাদন শক্তি বঢ়োৱাৰ প্ৰেৰণা আহে তেতিয়াহে মনত অশান্তি সৃষ্টি নকৰাকৈয়ে প্ৰতিযোগিতাৰ মাজেদি উৎপাদন বঢ়াব পাৰো আৰু কৃতকাৰ্য্যতাৰ আনন্দ লভি মন উৎসাহেৰে পৰিপূৰ্ণ কৰিবলৈ সমৰ্থ হ'ব পাৰো। নতুন উৎপাদন ব্যৱস্থাত প্ৰতিযোগিতাৰ মনোভাব মৌলিক আৰু আৱশ্যকীয়। কিন্তু প্ৰতিযোগিতাৰ মনোভাবৰ পৰা কুফলো জন্মে। সেই কুফলৰ হাত সাৰিবলৈ হ'লে নতুন ব্যৱস্থাত খেলুৱৈৰ (sportsmanship)ৰ মনোভাৱ অতিকৈ দৰ্কাৰী আৰু চৰ্চনীয়। বহুত সময়ত আমি হয়তো প্ৰতিযোগিতাত পৰাজিত হ'ম। তেতিয়া খেলুৱৈৰ মনোভাবৰ দ্বাৰা মনত উৎসাহ ৰখা সম্ভৱপৰ। খেলত হাৰ জিত আছেই। সদায় লাভ হোৱা অসম্ভৱ। লোকচান সদায়েই বিপদবহুল কাৰবাৰৰ এটি অঙ্গবিশেষ। সেয়ে তেনে অৱস্থাতো হতাশ নহৈ নতুন উৎসাহেৰে কৰ্মমুখী হোৱাটোহে খেলুৱৈৰ কৰ্ত্তব্য।

ক্ৰয বিক্ৰয প্ৰধান অৰ্থনৈতিক ব্যৱস্থাত আন এটি আৱশ্যকীয গুণ হৈছে বিশ্বাস ৰক্ষা। টকা কড়ি লেনদেনত আমি সদায় সাধু হ'ব লাগিব। নিজ কৰ্মোদ্যমৰ যোগেদিহে যে অভাৱ তৃপ্তি সম্ভৱপৰ তাক আমি সদায় মনত ৰাখিব লাগিব। কৰ্ম নকৰি ব্যক্তি বিশেষৰ অনুগ্ৰহৰ ওপৰত নিৰ্ভৰ কৰা অভ্যাস যদি বাঢ়ে তেন্তে তাৰ ফলত দেশত উৎপাদন কম হ'বলৈ বাধ্য। ক্ৰয বিক্ৰয় প্ৰধান অৰ্থনৈতিক ব্যৱস্থাৰ এটি সমাগ্ৰিক (macro economicsৰ) ফাল আছে কাৰণে সেই কম উৎপাদনৰ হেচা অন্যৰ ওপৰত নিৰ্ভৰ কৰা লোক সকলৰ ওপৰতো এদিন নহয় এদিন পৰে। আকৌ অন্যৰ অনুগ্ৰহৰ ওপৰত নিৰ্ভৰ কৰা মনোবৃত্তিৰ বাবেই দেশত ভেটী দিয়া প্ৰথা আদি নান অপবিত্ৰতাৰ জন্ম হয আৰু তাৰে ফলত গণতান্ত্ৰিক সমাজতন্ত্ৰ একছত্ৰী তন্ত্ৰৰ পিনে আপোনা আপুনি কোনেও নজনাকৈয়ে গতি কৰে। পৰ নিৰ্ভৰশীল আৰু ধোৱা খুলীয়া লোক এই কাৰণেই গণতান্ত্ৰিক সমাজতন্ত্ৰত ভয়ৰ কাৰণ। বিয়া বাৰু আদি উৎসৱত হোৱা অযথা খৰচো সেই একে বাবেই হীন ৰুচি (vulgarism)ৰ পৰিচায়ক আৰু আজিৰ অৰ্থনৈতিক দৃষ্টিভঙ্গীত অত্যন্তই পাপজনক।

আজিৰ উৎপাদন ব্যৱস্থা অত্যন্তই জটিল সামাজিক আৰু পৰস্পৰৰ লগত

জড়িত হোৱা বাবে উৎপাদনকৰ্ত্তা আৰু আনকি ভোক্তাসকলবো দায়িত্বশীলতাৰ অত্যন্তই প্ৰয়োজন হৈছে। নিজ নিজ দায়িত্ব পালনত তেওলোকৰ অলপমানো যদি খুত থাকে তেন্তে গোটেই উৎপাদন ব্যৱস্থাই অচল হোৱাৰ সম্ভাৱনাই দেখা দিয়ে। ভোক্তাসকলে ভোগ কৰোতে যদি আয়ৰ আপচয় কৰে, তেন্তে উৎপাদন ব্যৱস্থাত বেমেজালি উপজিবলৈ বাধ্য। আয়ৰ ৰাহি অংশ নখটোৱাই (without investing) যদি সাচে (hoard) তেতিয়া বেকাৰ সমস্যাই বিৰাট ৰূপ ধাৰণ কৰিব পাৰে। সেইদৰে ৰাহি অংশতকৈ যদি বেছি অংশ তেওলোকে খটুৱাবলৈ চেষ্টা কৰে তেতিয়াও বস্তুৰ দাম অনবৰত বাঢ়িবলৈ (inflation) আৰম্ভ কৰে। বিশেষীকৰণৰ ফলত কোনো উৎপাদন কৰ্ত্তাই ঠিকমতে তেওৰ উৎপাদন বস্তুৰ যদি যোগান নধৰে তেন্তে গোটেই উৎপাদন ব্যৱস্থাত হুলুস্থুল লাগে। চৰকাৰৰ কৰ দিযাত যদি আমি অসাধুতাৰ আশ্ৰয় লও তাৰ হেচাও পাছত আমাৰ ওপৰতেই পৰে। এই সকলো কাৰণতে আজি আমি প্ৰত্যেক ব্যক্তিয়েই নিজ নিজ দাযিত্ব পালন কৰাৰ অভ্যাস সৰুৰে পৰা শিকিব লাগে।

## সাহিত্য

সমাজতান্ত্ৰিক সংসদী গণতন্ত্ৰ বা গণতান্ত্ৰিক সমাজতন্ত্ৰৰ স্থায়িত্বৰ পিনৰ পৰা আন এটি প্ৰধান কথা হৈচে ব্যক্তিগত মনৰ শান্তি। অভাৱ সজাগতাৰ ফলত যদি ব্যক্তি সম্পূৰ্ণ কৰ্ম মুখী হবলৈ বাধ্য হয় তেন্তে তেওলোকৰ মনত অশান্তি অহাৰ অৱকাশ কমেই হব। কিন্তু অভাৱ সজাগতাৰ যদি এটা সীমা নাথাকে অভাৱ বাটি যোৱাৰ যি স্বাভাবিক প্ৰবৃত্তি আছে তাক যদি ভাৰতীয় আদৰ্শ অনুসৰণ কৰি আমি দমনত নাৰাখো পশ্চিমীয়া আদৰ্শ অনুসৰণ কৰি বাঢ়ি যাবলৈ দি থাকো আৰু অভাৱ তৃপ্তিকে জীৱনৰ উদ্দেশ্য বুলি ধৰি লও তেন্তে আমাৰ মন যে এদিন শ্ৰমৰ ক্লান্তিৰে পৰিপূৰ্ণ হৈ উঠিব তাত সন্দেহ নাই। 'কামৰ সমযত কেৱল কাম নীতিৰে কাম কৰি আৰু সময নিষ্ঠাৰ মাজেদি কামত ব্যস্ত থাকি থাকি এক গভীৰ মানসিক অৱসাদত যে ভাগৰি পৰিবলৈ আমি এদিন বাধ্য হব লাগিব সিও নিশ্চিত। খেল, ধেমালি নাচ গান আদি স্ফুৰ্তি (Recreastion)ৰ যোগেদি আজৰি পৰত সেই অৱসাদ গুচাবলৈ সেই গতিকেই এইবোৰৰ ভাল ব্যৱস্থা আমি সমাজত বিচাৰো। পশ্চিম দেশত নৈশ স,ঘৰ ব্যৱস্থা আছে। তাচ ডবা আদি খেল আৰু মতা তিৰোতাৰ মিলন সম্পৰ্কীয় আমাৰ যি পুৰণি নৈতিকতা সেই নৈতিকতাৰ ফলত নৈশ সংঘ আমাৰ দেশত প্ৰায নাই। সোনকালে যে সেইবোৰ গঢ়ি উঠিব, তাৰো সম্ভৱনা কম।

আমাৰ দেশত দিনৰ শেষত গধুলি পৰত নামঘৰত লগ লাগি ঈশ্বৰ কীৰ্ত্তন কৰা নিয়ম অৱশ্যে আছে বা কিছুদিনলৈ আছিল। কিন্তু কীৰ্ত্তন শেষ নোহোৱালৈকে নামত নাথাকিলে পাপ হয় এনে ধাৰণাৰ হেতুকে সময়ৰ মুল্য বুজা কৰ্মী লোকসকলৰ বাবে দীঘলীয়া নাম কীৰ্ত্তন এটি স্ফুৰ্ত্তি হব নোৱাৰে। তাৰোপৰি এনে নাম কীৰ্ত্তনত ব্যক্তিগত কথা কথা বাৰ্ত্তাৰ সুবিধা খুব কম। খেল ধেমালি নাচ গান ইত্যাদি যেনে ধৰণৰ স্ফুৰ্ত্তি নাম কীৰ্ত্তন কোনোমতেই তেনে ধৰণৰ স্ফুৰ্ত্তি নহয়। আকৌ ব্যস্ততা প্ৰধান নগৰবোৰত সেইবোৰ যথেষ্ট সংখ্যক ভাবেও নাই। গতিকে বৰ্ত্তমান অৱস্থাত শ্ৰমৰ অবসাদ গুচাবলৈ আমাৰ সমাজত কিবা ভাল আৰু নিয়মিত ব্যৱস্থা আছে বুলি কব নোৱাৰি। মনৰ অৱসাদ গুচাবলৈ বৰ্ত্তমান সমাজত মাত্ৰ এটাই ভাল আৰু নিযমিত ব্যবস্থা আছে আৰু সেযে হৈছে সাহিত্য। কিন্তু কৰ্মৰত ব্যস্ত ব্যক্তিসমুহৰ মনৰ অৱসাদ গুচাবৰ কাৰণে সাহিত্য যেনে ধৰণৰ হোৱা আৱশ্যক তেনে ধৰণৰ সাহিত্যৰ এতিযাও আমাৰ যথেষ্ট অভাব। শ্ৰেণী বিশেষৰ কাৰণে গধূৰ প্ৰৱন্ধযুক্ত বিশেষ বিষযৰ গবেষণা প্ৰধান আলোচনীৰ আৱশ্যক। কিন্তু সৰ্বসাধাৰণক সেইবোৰ নালাগে। তেওলোকে বিচাৰে কৰ্মৰ অবসাদ গুচাবলৈ। তেওলোকক লাগে সাহিত্যৰ সহজ অথচ চুটি আৰু ৰসাল সৃষ্টি।

পশ্চিম দেশত শ্ৰণী বিশেষৰ কাৰণে যেনেকৈ গবেষণা প্ধান আলোচনী আছে তেনেকৈ সৰ্বসাধাৰণৰ বাবে আছে জাকজমকীয়া অথচ দামত সস্তা নান চিত্ৰৰে পৰিপূৰ্ণ সৰ্বসাধাৰণে বুজিব পৰা ঘৰুৱা ভাষাৰ ঠাচতে লিখা ৰহস্যমূলক (detective)মুখ্যত হাস্যৰস প্ৰধান চুটি গল্প বা চুটি প্ৰবন্ধাদি যুক্ত বহুতো দৈনিক সাপ্তাহিক আৰু অন্যান্য কিতাপ পত্ৰ। সস্তীযা সহজ ভাষাত লিখা আৰু সৰ্ব্বসাধাৰণে আনন্দ পোবা কিতাপ পত্ৰৰ আবশ্যকতা পশ্চিম দেশতকৈও আমাৰ দেশত বেছি। পশ্চিম দেশত অন্যান্য স্ফুৰ্ত্তিৰ ব্যবস্থা আছে আমাৰ দেশত নাই। পশ্চিম দেশৰ বেছি ভাগ লোকেই নগৰত বাস কৰে। নগৰত কুকুৰ ঘোৰা আদিৰ দৌৰ হ্য সেইবোৰত জুৱা খেলা আদি নিষিদ্ধ নহয নগৰত পাৰ্ক আছে চিনেমা আছে তাত নিযমিত নাচ গান থিযেটাৰ হয় ফুটবল আদি নানা খেল ধেমালি হয়। পশ্চিম দেশৰ লোকসকলৰ আৰ্থিক মান উন্নত। তেওলোকৰ ঘৰে ঘৰে ৰেডিঅ টেলিভিছন আছে। ৰাতি নিয়মিতভাবে নৈশ সংঘলৈ তেওলোক যায়। তেওলোকে ছুটিৰ দিনত দূৰদূৰান্তৰত গৈ সাগৰৰ পাৰত প্ৰীতি ভোজ পাতে। আমাৰ দেশৰ বেছি সংখ্যক লোকেই গাওঁত বাস কৰে। আমাৰ দেশৰ নগৰবোৰতো স্ফুৰ্ত্তিৰ ব্যৱস্তা যথেষ্ট নহয়। আমাৰ দেশৰ আৰ্থিক মানো অনুন্নত। কিন্তু তেনে অৱস্থাতো আমাৰ

দেশত সৰ্বসাধাৰণৰ বাবে এতিয়াও যথেষ্ট সাহিত্য সৃষ্টি হোৱা নাই। যি সাহিত্য সৃষ্টি হ'বলৈ ধৰিছে সিও সৰ্বসাধাৰণে বুজিব নোৱাৰা। সাহিত্য সৃষ্টিৰ নামত অদ্ভুত শব্দ আৰু ছন্দেৰে যিবিলাক কবিতা আজি আমাৰ দেশত ৰচনা হ'ব ধৰিছে সেইবোৰ উচ্চশিক্ষিতসকলেও হৃদয়ঙ্গম কৰিব নোৱাৰে সৰ্বসাধাৰণতো দূৰৰ কথা। দুই এজন খেয়ালী লিখকে পৰীক্ষামুলক ভাবে তেনে দুই চাৰিটা কবিতা লিখাৰ পৰা কোনো ক্ষতি হয়তো নহয়। পশ্চিম দেশতো তেনে ধৰণৰ লিখক কিছু আছে। কিন্তু এনে ধৰণৰ ৰচনা আমাৰ দেশত মাত্ৰ কেইজনমান লেখকৰ খেয়াল নহৈ সকলো লেখকৰে খেয়াল হোৱাৰ সম্ভাৱনাই দেখা দিছে। তাৰে ফলত মনৰ খোৰাক হিচাবে সৰ্বসাধাৰণে আজি একোকে নোপোৱাত পৰিছে।

আমাৰ সৰ্বসাধাৰণৰ কাৰণে যেনে সাহিত্য উপযোগী তেনে সাহিত্য সৃষ্টিৰ প্ৰতি লিখক আৰু প্ৰকাশসকলে মন কৰাৰ সময় হৈছে। সেই সাহিত্য পশ্চিম দেশৰ সৰ্বসাধাৰণৰ বাবে লিখা সাহিত্যৰ দৰে জাকজমকীয়া সহজ আৰু সস্তা হ'ব লাগিব। কিন্তু পশ্চিম দেশৰ সাহিত্যৰ দৰে সি যৌন প্ৰধান আৰু পাতলুৱা হোৱা উচিত নহ'ব, তেনে সাহিত্যই আমাক একো উপকাৰ নকৰে। পশ্চিম দেশত যে সি কিবা উপকাৰ কৰিছে তাতো সন্দেহ হৈছে। কৰ্মৰ অৱসাদ গুচাবলৈ সেইবোৰ যে ঠিক নহয় তেনে ধাৰণা পশ্চিম দেশতেই আজি হ'বলৈ ধৰিছে। ক্ষণিক পাতল উত্তেজনাই কৰ্মৰ অৱসাদ গুচাই নতুন উৎসাহ আৰু উদ্দীপনা আনি দিব নোৱাৰে। পশ্চিম দেশৰ চিন্তাশীল লোকসকলে আজি অনুভব কৰিবলৈ ধৰিছে যে অৱসাদ নিবাৰণৰ বাবে আৱশ্যক জীৱনৰ গভীৰতা উপলব্ধি আৰু মহৎ আদৰ্শৰ প্ৰেৰণা। পশ্চিম দেশত স্ফুৰ্ত্তিৰ অভাৱ নাই। তথাপিও তাৰ লোকসকল যেন কিবা এক অৱসাদৰ অশান্তিত অস্থিৰ হৈ উঠিছে। চিন্তাশীল লোকসকলে সেই অস্থিৰতাৰ এটা প্ৰধান কাৰণ গভীৰ আৰু মহৎ আদৰ্শপূৰ্ণ সাহিত্যৰ অভাৱ বুলিয়েই ভাবে।

সাহিত্য সাহিত্যৰ কাৰণেই (Art for Arts sake) বুলি বহুতেই সাহিত্যত মহৎ আদৰ্শৰ স্থান স্বীকাৰ নকৰে। আৰ্ট দেখুৱাই বাক্য ৰচনাৰ কৌশল প্ৰদৰ্শন কৰি পাঠকক চমৎকৃত কৰাৰ বাবেই আৰু নিজৰ খেয়াল মিটাবৰ অৰ্থেই তেওলোকৰ মতে সাহিত্যিকে সাহিত্য সৃষ্টি কৰে। সৃষ্টিৰ আনন্দই সাহিত্যিকৰ আনন্দ তেওলোকে ভাৱে। কিন্তু আনন্দৰো স্তৰ থাকিব পাৰে। সৃষ্ট বস্তুৰ ৰূপ পাৰ্থক্যৰ হেতুকেই সৃষ্টিৰ আনন্দও উচ্চ নীচ হোৱা সম্ভৱপৰ। জীৱনৰ গভীৰতাৰ যি ৰূপ সৃষ্টি মহৎ আদৰ্শৰ যি প্ৰেৰণা সৃষ্টি সেই সৃষ্টি অতি সূক্ষ্ম আৰু সেই গতিকেই তাৰ পৰা পোৱা আনন্দও যৌন প্ৰধান পাতলুৱা স্থুল ৰচনা সৃষ্টিৰ আনন্দতকৈ বহুতো

উচ্চ স্তৰৰ। সাহিত্য কোনো বিশেষ উদ্দেশ্য প্ৰচাৰৰ অৰ্থে সৃষ্ট হলে সি যে প্ৰচাৰ ধৰ্ম্মী আৰু সেই বাবেই নীম্নস্তৰৰ হয় তাক সম্পূৰ্ণ ৰূপে নুই কৰিব নোৱাৰি। কিন্তু উচ্চ স্তৰৰ সকলো সাহিত্যতে যে জীৱনৰ নানা সমস্যা আৰু দাৰ্শনিক সত্যহে গভীৰ অনুভূতিৰে সিক্ত হৈ আছে তাকো স্বীকাৰ কৰা অসম্ভৱ। মহ আদৰ্শৰ প্ৰেৰণা আৰু জীৱনৰ গভীৰতাৰ উপলব্ধি থকা সাহিত্য আমাৰ নিশ্চয় কাম্য। তেনে সাহিত্য আমি বিচাৰো আমাৰ কৰ্ম্মৰত জীৱনৰ অৱসাদ স্থায়ীভাৱে গুচাই এক নতুন উৎসাহ আৰু উদ্দীপনা পাবৰ অৰ্থে। অৱশ্যে এই সাহিত্য বাস্তৱতাৰ পৰা দূৰত হব নালাগিব কাৰণ তেতিয়াহলে ই সৰ্ব্বসাধাৰণৰ বোধগম্য নহব পাৰে। অৰ্থনৈতিক দৃষ্টিভঙ্গীত আজিৰ সাহিত্য প্ৰধানত সৃষ্টি হব লাগিব সৰ্ব্বসাধাৰণৰ বাবে আৰু তেওলোকৰ বৈচিত্ৰহীন জীৱনৰ ক্লান্তি দূৰ কৰাৰ অৰ্থে। সেই সাহিত্য হব লাগিব তেওলোকৰ বোধগম্য আৰু সহজ লভ্য।

অভাৱ সজাগতাৰ ফলত আমি যেতিয়া প্ৰত্যেকে প্ৰত্যেকৰ ওপৰত নিৰ্ভৰশীল হৈ পৰিছো তেতিয়া সাহিত্যক কোনো এক বিশেষ শ্ৰেণীৰ খেযালৰ সামগ্ৰী বুলি আমি ভাবিব নোৱাৰো। সাহিত্য আজি সৰ্ব্বসাধাৰণৰ আৱশ্যকতাৰ বাবেই অৰ্থনৈতিক দৃষ্টিভঙ্গীত সাহিত্য মানেই গণ সাহিত্য। কৰ্ম্মৰত বিষয়মুখী লোকসমূহৰ চিত্তচাঞ্চল্য নিবাৰণৰ অৰ্থেহি আজি সাহত্যৰ প্ৰযোজন মুখ্যত ।

যি সময়ত অভাৱ সজাগতাই জীৱনৰ মূল নীতি হৈ পৰিছে সেই সময়ত ইয়াৰ প্ৰতি লক্ষ্য নাৰাখি কলা কৃষ্টি আৰু সাহিত্যৰ সৃষ্টি কৰিলে সমাজে বিশৃঙ্খলতা নহাঁকৈ নাথাকে। অভাৱ সজাগতাই বিশৃঙ্খলতা সৃষ্টি কৰে সচা কিন্তু ইয়াৰ লগত খাপ খুৱাই যদি আমি আমাৰ সমাজ গাথনিত পৰিৱৰ্ত্তন আনিব পাৰো গণতান্ত্ৰিক সমাজতন্ত্ৰ স্থাপন কৰাত কৃতকাৰ্য্য হব পাৰো জাতীয়তা আন্তৰ্জ্জাতীযতা আৰু উপযুক্ত নৈতিকতাৰ বিকাশেৰে স্বাৰ্থ সচেতন হৈও সমাজত বাস কৰিব শিকো কৰ্ম্মৰত লোকৰ কাৰণে উপযুক্ত অথচ সত্য আৰু মহৎ আদৰ্শৰ প্ৰেৰণা সিক্ত সাহিত্য প্ৰচুৰভাৱে উলিয়াব পাৰো তেন্তে অভাৱ সজাগতাৰ ফলত দেশত বিশৃঙ্খলতা অহাৰ কোনো হেতু নাথাকিব। বৰং উন্নত জীৱন যাপনৰ সেপান বুলিহে ই পৰিগণিত হব।

# অভাৱ-সজাগতা আৰু আমাৰ কৰ্ত্তব্য

আমাৰ চকুৰ আগতেই মাত্ৰ কেইবছৰমানৰ ভিতৰতেই যে গোটেই ভাৰতবৰ্ষ এক বিৰাট পৰিবৰ্ত্তনৰ মাজেদি যাব ধৰিছে তাত কোনো সন্দেহ নাই। কোটি কোটি টকা খৰছ কৰি নদীত বান্ধ দিয়া হৈছে লোহা এলুমিনিয়াম আদিৰ বিৰাট বিৰাট কাৰকানা খোলা হৈছে আৰু মোটৰকাৰ জাহাজ এৰোপ্লেন ইঞ্জিন আদি নিৰ্ম্মাণ কৰা হৈছে। এইবোৰ কাৰখানাৰ বহুতো আমাৰ দেশত আগতে নাছিল। এইবোৰৰ কিছুমান আকৌ গোটেই এচিয়াতে আনকি পৃথিবীতে আকাৰত সৰ্ব্বশ্ৰেষ্ঠ। পৃথিৱীৰ আন কতো ভাক্ৰানাঙ্গলৰ দৰে বিৰাট বান্ধ নাই। এচিযাত ৰাচিৰ কাৰখানাৰ দৰে ডাঙৰ গধুৰ কলকব্জাৰ কাৰখানা নাই। ছিন্ধিৰ সাৰ তৈযাৰৰ কাৰখানা পিৰাম্বৰৰ ৰেলগাড়ীৰ ডাব্বা কৰা কাৰখানা ভূপালৰ বিদ্যুৎ যন্ত্ৰ তৈযাৰী কাৰখানা হয়তো পৃথিৱীতে লেখত লবলগীয়া অনুষ্ঠান। ছালফাৰিক এছিড কষ্টিক ছোডা এছ্, এটমিক এনাৰ্জি আদি নানা বস্তু ভাৰতবৰ্ষত আজি প্ৰস্তুত হব ধৰিছে।

এই পৰিবৰ্ত্তনবোৰ আমি চকুৰ আগতে দেখি আছো। কিন্তু পৰিবৰ্ত্তন কেৱল নগৰ চহৰ বা গাও ভুইতে সীমাবদ্ধ হৈ থকা নাই। যি পৰিবৰ্ত্তন আজি ঘৰে ঘৰে আনকি প্ৰত্যেক ব্যক্তিৰ অন্তৰে অন্তৰে হব ধৰিছে আৰু যি পৰিবৰ্ত্তনেই হয়তো ভাৰতৰ সকলো পৰিবৰ্ত্তনৰ মূলতে আছে সেই পৰিবৰ্ত্তনৰ প্ৰতি আজিও আমি বিশেষ লক্ষ্য কৰা নাই তাৰ বিষযে সজাগ হোৱা নাই আনকি তাৰ বিষযে যথেষ্ট আলোচনাও কৰা নাই। কিন্তু এই পৰিবৰ্ত্তননো কি ইযাৰ ফলত নো সমাজত কি বিশৃঙ্খলতা অহাৰ সম্ভাৱনাই দেখা দিছে সেই বিশৃঙ্খলতা গুচাবৰ কাৰণে সেই পৰিবৰ্ত্তনোপযোগী কোন ভাবধাৰা আৰু নৈতিকতাৰ দ্বাৰা আমি নো চালিত হোৱাৰ প্ৰযোজন হৈছে আদি প্ৰশ্নবোৰৰ বিষয যদি আমি এতিযাতে ভালদৰে আলোচনা নকৰো তেন্তে হযতো ভাৰতৰ প্ৰগতিত যথেষ্ট বাধা আৰু বিপত্তিৰ সম্ভাৱনা আছে।

যোৱা কেই শতাব্দীৰ ভিতৰত হোৱা ভাৰতৰ সকলো পৰিবৰ্ত্তন'ক ডাঙৰ আৰু ব্যাপক পৰিবৰ্ত্তন হৈছে আমাৰ অভাৱ সজাগতা। আমাৰ যে অভাৱ আছে আমাক যে খাবৰ কাৰণে এমুঠি চাউল পিন্ধিবৰ কাৰণে এগজ কাপোৰ থাকিবৰ

কাৰণে এটা পজা হলেই নহয় আমাক যে লাগে নানা তৰহৰ খোৱা বস্তু দালি তেল মাছ গাখীৰ চাহ পাত চেনী নানা ধৰণৰ পিন্ধা কাপোৰ পেন্ট আণ্ডাৰ ওৱেৰ হাৱাইছাৰ্ট আদি, আমাক যে লাগে পকা ঘৰ পকা আলি দুমাইল যাবলৈকো বাছৰ ব্যৱস্থা ঘৰ হলে ঔষধৰ যোগান পঢ়িবৰ কাৰণে স্কুল কলেজ ইত্যাদি ইত্যাদি তাকেই আমি অহৰ্নিশে কও আৰু চিন্তা কৰো। ভাৰতৰ ঐতিহ্যত এই পৰিবৰ্ত্তন অসাধাৰণ। আগতে আমি অভাৱৰ কথা নাভাবিছিলো খাব নাপাই মৰিলেও কপালক দোষ দিছিলো অভাৱ যে পূৰাব লাগে তাক যে পূৰাব পাৰি সেই কথাকে আমি সৰ্ব্বসাধাৰণে চিন্তা নকৰিছিলো।

বহুতে কয় অভাৱ সজাগতা এটা ভাল পৰিবৰ্ত্তন নহয়। ইয়াৰ ফলত আমি আমাৰ শান্তিপুৰ্ণ সমাজ ব্যৱস্থা নিৰিবিলি জীৱনৰ গভীৰতা আমাৰ মহৎ নৈতিক আদৰ্শ আৰু ঈশ্বৰ প্ৰৱণতা হেৰুৱাই পেলাইছো। আমি বস্তুবাদী হৈছো স্বাৰ্থ পৰ আৰু ব্যক্তি কেন্দ্ৰিক হৈছো আৰু তাৰে ফলত সুখতো পোৱাই নাই বৰং দু খহে পাইছো। যেনিয়ে যাও তেনিয়ে কেৱল অশান্তি মৰা মৰি ষ্টাইক হৰতাল গালি শপনি। অভাৱ সজাগতাৰ ফলত অশান্তি বাঢ়িছে সুখ কমিছে। তেওলোকৰ মতে অভাৱ সজাগতা ভাল নহয গতিকে তাক বাধা দিব লাগে ভাৰতীয়া সভ্যতাৰ প্ৰাণ আৰু আত্মা ৰক্ষিত হব লাগে অভাব সজাগতা পশ্চিমীযা বস্তু তাক বৰ্জন কৰিব লাগে।

কিন্তু বেয়া হলেও অভাৱ সজাগতাক আজি আমি আৰু বৰ্জন কৰিব নোৱাৰা হৈছো। তাক হয়তো বাধা দিবৰ সময় উকলিযেই গ ল গতিকে তাক হযতো বাধা দিব খুজিলেও আমি আৰু বাধা দিব নোৱাৰিম। আকৌ পুৰণা ভাৰতৰ যি শান্তিৰ কথা কোৱা হৈছে সেই শান্তি যে মৃতকৰ শান্তি নাছিল তাকেই বা কোনে জানে? দেহা যদি সবল নহয সুস্থ নেথাকে সেই দেহাৰ ভিতৰত থকা মনটোৱেই বা কেনেকৈ চিন্তা কৰে বা কেনেকৈ ঈশ্বৰক ভাবে? ভাৰতীয়া আদৰ্শ যে মহৎ তাত সন্দেহ নাই। কিন্তু সেই আদৰ্শৰ দ্বাৰা চালিত হৈ সৰ্ব্বসাধাৰণে যে কোনো মহৎ জীৱন উপলব্ধি কৰিব পাৰিছিল বা পাৰিছে তাত নিশ্চয় সন্দেহ আছে। আজি যদি আমি অভাৱ সজাগতাৰ দ্বাৰা ঠিকমতে চালিত হৈ আমাৰ আৰ্থিক উন্নতিৰ প্ৰতি মন নিদিও, তেন্তে আন্তৰ্জাতিক প্ৰতিযোগিতাৰ আগত আমি তিষ্ঠিব নোৱাৰিম। আমি আগতে যেনেকৈ পৰাধীন আছিলো আকৌ তেনেকৈ পৰাধীন হৈ পৰিম। পৰাধীনতাৰ সময়ত ভাৰতীয় জীৱনধাৰাত যি অধ পতন আহিছিল সেই অধ পতন আকৌ আৰম্ভ হব আৰু তাৰে ফলত আমি নিজকে আকৌ আৰু হযতো সম্পূৰ্ণ

ভাৱে হেৰুৱাই পেলাম। ভাৰতৰ যি ঐতিহ্যৰ কথা কও যি মহৎ আদৰ্শৰ কথা কও সেইবোৰকো আমি হেৰুৱাবলৈ বাধ্য হম। ভাৰতীয় আদৰ্শ ৰক্ষা কৰিবৰ কাৰণেই, আৰু আন্তৰ্জাতিক প্ৰতিযোগিতাত আজি আমি তিষ্ঠি থাকিবৰ বাবেই অভাৱ সজাগতাৰ আৱশ্যকতা আছে। ভাৰতৰ আত্মাৰ ৰক্ষাৰ বাবেই ইয়াৰ প্ৰয়োজন হৈছে।

অৱশ্যে অভাৱ সজাগতাৰ পৰা যে আমাৰ জীৱনত আৰু সমাজত অশান্তি আৰু বিশৃঙ্খলতা বঢ়া নাই সিও ঠিক নহয়। কিন্তু অশান্তি আৰু বিশৃঙ্খলতা যে অভাৱ সজাগতাৰ অপৰিহাৰ্য অঙ্গ তেনেদৰে ভবাৰো কাৰণ নাই। অভাৱ সজাগতাৰ সংশ্লিষ্ট সকলো কথা সম্পূৰ্ণ ভাবে বুজি যদি আমি আমাৰ ভাবধাৰা আৰু কাৰ্য্যধাৰাৰ পৰিবৰ্ত্তন সাধো তেন্তে এই অশান্তি আৰু বিশৃঙ্খলতা বহু পৰিমানেই নাথাকিব। ইংলণ্ডৰ জীৱন ধাৰা বিশৃঙ্খলতাপূৰ্ণ নহয়। তেওলোক যে সম্পূৰ্ণ সুখী সিও নহয। তেওলোকে অভাৱ সজাগতাক জীৱনৰ উদ্দেশ্য বুলি ধৰি লোৱা বাবেই হয়তো বিৰাট প্ৰাচুৰ্যৰ মাজত থাকিও যেন তেওলোকৰ মনত আছে এটা অৱসাদৰ ভাব কিবা যেন নাই নাই ভাব কিবা যেন সংঘাতৰ ভাব। অভাৱ সজাগতাক জীৱনৰ উদ্দেশ্য নকৰি তাক যদি আমি আমাৰ শাসনত ৰাখো তেন্তে হয়তো এই নাই নাই ভাব বা এই মানসিক সংঘাট বহুতো পৰিমাণে নাথাকিব জীৱনৰ অৱসাদ আঁতৰিব আৰু হযতো অভাৱ সজাগতাক গ্ৰহণ কৰিও আমি ভাৰতীয় হৈযেই থাকিব পাৰিম ভাৰতৰ আদৰ্শ ভাৰতৰ ঐতিহ্য ভাৰতৰ প্ৰাণ আৰু আত্মকো ৰক্ষা কৰিবলৈ সমৰ্থ হম। অকল ৰক্ষাই নহয হযতো বিস্তাৰো কৰিব পাৰিম।

## কাৰ্মোদ্যম আৰু আত্মনিৰ্ভৰশীলতা

অভাৱ সজাগতাৰ পৰা ঠিকেমতে উপকাৰ পাবলৈ হলে আৰু তাৰ পৰা অশান্তি আৰু বিশৃঙ্খলতা সমাজত বাঢ়িব নিদিবলৈ হলে সংশ্লিষ্ট সকলো কথাৰ বিষযে সম্পূৰ্ণভাৱে জানি আমাৰ ভাব আৰু কাৰ্য্য ধাৰা চালিত কৰাৰ আজি আৱশ্যকতা আহিছে।

আমি সৰ্ব্বপ্ৰথম জানিব লাগিব যে অভাৱৰ অন্ত নাই আৰু সেই অন্তহীন অভাৱ পূৰণৰ গৰাকীও আমি নিজেই। অভাৱ বাঢ়িবলৈ দি আমি যদি কৰ্মবিমুখ হও তেন্তে তাৰ ফল হব কেৱল অভাৱ বৃদ্ধি অসম্পূৰ্ণ অভাৱৰ কাৰণে হতাশা আৰু অশান্তিৰ সৃষ্টি আৰু সমাজত নানা বিশৃঙ্খলতাৰ উৎপত্তি।

ভাৰতৰ সৰ্ব্বসাধাৰণে খেতিয়ক বনুৱা আনকি ৰাজনৈতিকদল সমাজৰ

নেতা সম্মানিত চাকৰিয়াল স্কুল শিক্ষক আৰু বিশ্ববিদ্যালয়ৰ অধ্যাপকসকলেও যে এই কথা সম্পূৰ্ণৰকমে উপলব্ধি কৰিব পাৰিছে তেনে ভাব তেওঁলোকৰ কথাবাৰ্ত্তা বা আলোচনাত দেখা নাযায়। তেওঁলোক সকলোৱে কয়, তেওঁলোকৰ দু খ দাৰিদ্ৰ্যৰ কথা। স্বাধীনতাৰ ইমান বছৰ পাছতো সেইবোৰ কিয় আছে তেওঁলোকে প্ৰশ্ন কৰে। সকলোকে চাকৰি লাগে। ভাল আলিবাট উন্নত স্কুল কলেজ সুসজ্জিত ডাক্তৰখানা তেওঁলোকে বিচাৰে। তেওঁলোকে ইচ্ছা কৰে ভালকৈ খাবলৈ পিন্ধিবলৈ আৰু থাকিবলৈ। এইবোৰ ঠিকমতে নাপালে তেওঁলোকে ভাবে চৰকাৰ অকৰ্মণ্য স্বাৰ্থলোভী আৰু অসাধু। এইবোৰৰ যোগান তেওঁলোকে নিজে নধৰিলে চৰকাৰৰ কোনো বিষয়াই আহি যে এইবোৰ সৃজন কৰিব নোৱাৰে তেওঁলোকে নাভাবে। তেওঁলোকে নিজৰ অভাৱৰ বিষয়ে সজাগ। সেইপিনৰ পৰা তেওঁলোক স্বাৰ্থ সচেতন আৰু ব্যক্তি কেন্দ্ৰিক। সেইবোৰ যোগানৰ কৰ্ত্তব্যৰ প্ৰতি তেওঁলোক কিন্তু সজাগ নহয়। সেই যোগানৰ দায়িত্ব যেন চৰকাৰৰহে ৰাষ্ট্ৰৰহে, তেনেদৰে তেওঁলোকে ভাবে। সেইপিনৰ পৰা নিজে নজনাকৈয়ে নিজে নভবাকৈযে আৰু নিবিচৰাকৈয়ে তেওঁলোক হৈ পৰে ৰাষ্ট্ৰিক ক্ষমতা বৃদ্ধিৰ প্ৰধান কাৰণ আৰু সমৰ্থক। কিন্তু ব্যক্তিকেন্দ্ৰিক মনোবৃত্তিৰ লগত ৰাষ্ট্ৰিক ক্ষমতা বৃদ্ধি বিচৰা মনোবৃত্তিৰ মিলন সহজ নহয়। ফলত সমাজ আৰু দেশত বিশৃঙ্খলা বাঢ়ি যায় আনকি শেষত একছত্ৰী শাসনৰ ভয়াবহ সম্ভাৱনাইও দেখা দিয়ে। অভাৱ সজাগী হৈ আমি যদি কৰ্মোদ্যমী নহও আত্মনিৰ্ভৰশীল নহও আৰু চৰকাৰৰ মুখাপেক্ষী স্বভাৱ ত্যাগ নকৰো তেন্তে আমি ব্যক্তি স্বাধীনতা ৰক্ষা কৰিবলৈ অসমৰ্থ হম। ব্যক্তি স্বাধীনতা আৰু গণতন্ত্ৰ আমি যদি সচাঁকৈয়ে বিচাৰো তেন্তে আমাৰ সৰ্ব্বপ্ৰথম কৰ্ত্তব্য হব অভাৱ পূৰণৰ কাৰণে নিজৰ ওপৰত নিৰ্ভৰ কৰা মনোবৃত্তিৰ সৃষ্টি। আমি সময়ৰ মূল্য বুজিব লাগিব। গল্প কৰি অন্যৰ বেয়া ভাল সমালোচনা কৰি আড্ডা দি বহি থাকিলে আমাৰ অভাৱপূৰণ নহব। আমি কাম কৰিবই লাগিব। ৰাষ্ট্ৰীয ক্ষমতাৰ নিৰ্দ্দেশত বাধ্য হৈ কাম কৰাৰ অৱস্থা অহাৰ আগতেই যদি আমি সময়ৰ মূল্য বুজি পশ্চিমীয়া দেশৰ লোকসকলৰ দৰে ৰুটিনৰ মাজেদি কাম কৰিব শিকো আৰু অভাৱ গুচোৱা সামগ্ৰীসমূহ সৃজন কৰিব আৰম্ভ কৰো তেন্তে আমি আমাৰ ব্যক্তি স্বাধীনতা ৰক্ষা কৰিব পাৰিম অন্যথা নোৱাৰিম। ব্যক্তি স্বাধীনতা নাথাকিলে ভাৰতৰ ঐতিহ্য আৰু আদৰ্শ নাথাকিব কাৰণ ভাৰতীয় সভ্যতাৰ প্ৰধান উৎসাই আছিল ব্যক্তি স্বাধীনতা মত প্ৰকাশৰ সম্পূৰ্ণ নিৰ্ভয়তা। নিজা মত প্ৰকাশ কৰা দোষত যে চক্ৰেটিছৰ নিচিনা চিন্তাশীল লোকো প্ৰাণদণ্ডেৰে দণ্ডিত হব পাৰে, সেই কথা কোনো ভাৰতীয়ই ভাবিব

নোৱাৰে। ৰুছ আৰু চীন দেশত যে আজিও মত প্ৰকাশৰ সম্পূৰ্ণ নিৰ্ভয়তা নাই সেই কথা শুনিলে ভাৰতৰ লোক আচৰিত হয় গতিকে অন্যদেশৰ লোকে যিয়েই নকৰক আমি কিন্তু নিজ অভাৱ পূৰণৰ অৰ্থে আত্মনিৰ্ভৰশীল হবই লাগিব। একছত্ৰী শাসনৰ তললৈ গৈ ব্যক্তি স্বাধীনতা আমি কোনোমতে হেৰুৱাব নোৱাৰো কাৰণ তেতিয়াহলে ভাৰতীয় সভ্যতা প্ৰাণহীন হৈ পৰিব।

## অৰ্থ-শাস্ত্ৰৰ জ্ঞান

আমাৰ অভাৱ পূৰণৰ বাবে অকল কৰ্ম্ম প্ৰৱণতাই যথেষ্ট নহয। কৰ্ম্ম নিযম আৰু পদ্ধতিৰ যোগেদি সম্পন্ন হব লাগিব। অন্যৰ কৰ্ম্ম আৰু অৰ্থনৈতিক সমাজ ব্যৱস্থাৰ লগত ইযাৰ সঙ্গতি থাকিব লাগিব। যিহেতুকে আজিৰ অৰ্থনৈতিক ব্যৱস্থাত, প্ৰত্যেকে প্ৰত্যেকৰ লগত জড়িত সেইহেতুকে আজিৰ কৰ্ম্ম সঙ্গতিবিহীন হব নোৱাৰে। সঙ্গতিবিহীন কৰ্ম্ম নিষ্ফল হবলৈ বাধ্য। কিন্তু সঙ্গতি ৰক্ষা কাৰ্য্য সহজ নহয কাৰণ আজিৰ অৰ্থনৈতিক ব্যৱস্থা অতি জটিলতাপূৰ্ণ। গতিকে সঙ্গতি ৰক্ষাৰ হকে অধ্যয়ন আৰু অধ্যৱসায় অত্যন্তই আৱশ্যক হৈছে।

অভাৱৰ অন্ত নাই। আদিম যুগত পৰ্ব্বতৰ খোৰোঙত থাকি গছৰ বাকলি পিন্ধি কেচা মঙ্গহ খাই আমি আমাৰ ভোক গুচাইছিলো আৰু শীত বৰষুণৰ পৰা ৰক্ষা পাইছিলো। কিন্তু এতিয়া আমাৰ বহুতকে ক্ষুধা নিবৃত্তিৰকাৰণে লাগে সুসজ্জিত ডিনাৰ ৰূমত ইলেকট্ৰিক ফেনৰ তলত বাবুৰ্চি বেহাৰাই যোগান ধৰা কোপ্তা পোলাওৰ ব্যৱস্থা পিন্ধিবলৈ লাগে বৃক্ষজ উপদানেৰে নিৰ্মিত নাইলনৰ ফিৰফিৰিযা কাপোৰ থাকিবলৈ লাগে দূৰ পৰ্ব্বতৰ পৰা অনা মাৰ্বলেৰে তৈযাৰী মনোহৰ অট্টালিকা। প্ৰাথমিক অভাৱ নিবৃত্তিতেই মানুহৰ মন সন্তুষ্ট নহয। মানুহৰ অভাৱৰ শেষ কোনোদিনেই নাই কাৰণ মানুহ চিৰদিনেই বৈচিত্ৰ্যপ্ৰিয। অসীম অভাৱ গুচাবৰ কাৰণে প্ৰাকৃতিক সম্পদো অন্তহীন হোৱা হলে মানুহৰ কোনো আৰ্থিক সমস্যা কোনোদিনেই উপস্থিত নহলহেতেন। সম্পদৰ ব্যৱহাৰত মিতব্যয়ী হোৱাৰ কাৰণে আৰু সেইবোৰৰ তৃপ্তিদান ক্ষমতা বঢ়োৱাৰ অৰ্থে এখন জটিল সমাজ ব্যৱস্থা নিৰ্ম্মাণৰ প্ৰয়োজনো কোনোদিনেই নাথাকিলহেতেন। কিন্তু সম্পদ সীমাবদ্ধ। গতিকে তাৰ তৃপ্তিদান ক্ষমতা বঢাবৰ কাৰণে সকলো দেশৰ সকলো মানুহেই অনবৰত কৰ্ম্মৰত। মাটি তাকৰ এক ঠাইতে খেতি কৰিলে অতিৰিক্ত ফচল নাবাঢ়ে। কাম কৰিবলৈ জনসংখ্যাৰ প্ৰয়োজন কিন্তু জনসংখ্যা বাঢ়িলে সম্পদৰ চাহিদাও লগে লগে আহে আৰু তেওলোকক কামত নিযুক্ত ৰখাৰ অৰ্থে আহিলা পাতি বঢ়োৱাৰ

আৱশ্যকতাও উঠে। তাকৰ মাটি কম আহিলা পাতি আৰু বৰ্দ্ধিত জনসংখ্যাৰ পৰা উদ্ভৱ সমস্যাবাজি বা মিতাব্যয়িতাৰ সমস্যাসমূহৰ সমাধানৰ কাৰ্য্যত মানুহ এই গতিকেই অনবৰত ব্যস্ত। এই ব্যস্ততাৰ ফল স্বৰূপে একহাতে আমি পাও বিজ্ঞানৰ ন ন আৱিষ্কাৰ আৰু টেকনলজি আনহাতে পাও উৎপাদন পদ্ধতিৰ সামাজিক বিকাশ আৰু অৰ্থনীতি।

উৎপাদন পদ্ধতিৰ উন্নতি সাধোতে মানুহে আৱিষ্কাৰ কৰে শ্ৰম বিভাগৰ নীতি। কিন্তু শ্ৰম বিভাগ হলেই প্ৰয়োজন হয় বিনিময়ৰ ব্যৱস্থা ক্ৰয় বিক্ৰয়ৰ নিয়ম যান বাহনৰ উন্নতি আন্তৰ্জাতিক বাণিজ্য টকা কড়ি, ঋণদানৰ ব্যৱস্থা দোকান বজাৰ বেঙ্ক আদি অনেক বস্তু বা অনুষ্ঠানৰ। এইবোৰৰ যোগেদি আজি প্ৰত্যেক ব্যক্তিযেই প্ৰত্যেকৰ লগত ওত প্ৰোত বাবে জড়িত। নিজ স্বাৰ্থসিদ্ধিৰ কাৰণেই আজি ব্যক্তি কেন্দ্ৰিক আৰু স্বাৰ্থসচেতন হৈও মানুহে ৰচনা কৰিবলৈ বাধ্য হৈছে এখন জটিল সমাজ। এই জটিল সমাজত কাম কৰি ফল পাবলৈ হলে সেই সমাজৰ জটিলতাবোৰ সম্পূৰ্ণভাবে আমাৰ জনা দৰ্কাৰ। মিতব্যযিতাৰ সমস্যা সমূহ সমাধানৰ অৰ্থে স্থাপিত হোৱা এই সমাজৰ জটিলতাবোৰ যত আলোচনা কৰা হয় তাক ইকনমিক্স বা মিতব্যযিতা প্ৰধান সমস্যা সমূহৰ আলোচনাৰ শাস্ত্ৰ বোলে কিছু বেলেগ ভাব প্ৰকাশ কৰিলেও ইকনমিক্সক আমি অৰ্থশাস্ত্ৰ বুলি অনুবাদ কৰো। আজিৰ যুগত এই অৰ্থশাস্ত্ৰৰ ভাল জ্ঞান নহলে আমি আমাৰ কৰ্ম্ম ফলদায়ক কৰি তুলিব নোৱাৰো। এই শাস্ত্ৰৰ আলোচনা আমাৰ কাগজে পত্ৰে আৱশ্যক হৈছে।

## মুল্য-যন্ত্ৰ আৰু ব্যয়-সচেতনতা

অভাৱ সজাগতাৰ ফল স্বৰূপে যি জটিল আৰ্থিক সমাজ ব্যৱস্থা অপৰিহাৰ্য্য হৈ পৰিছে সেই সমাজ ব্যৱস্থাত শৃঙ্খলা ৰক্ষা কৰা বস্তুবোৰৰ ভিতৰত প্ৰথম হৈছে মুল্য যন্ত্ৰ (Price mechanism)।

শ্ৰম বিভাগৰ নীতিমতে কাম কৰিলে সম্পদৰ তৃপ্তিদান ক্ষমতা বাঢ়ে। এই নীতি অনুসৰি কোনো দলে বা ব্যক্তিয়ে মাত্ৰ এটা বস্তু বা তাৰ অংশ বিশেষ উৎপাদনতহে লিপ্ত থাকিব লাগে। তেনেদৰে লিপ্ত থাকিবলৈ হলে অন্য অভাৱ তৃপ্তিৰ বাবে ক্ৰয় বিক্ৰয় ব্যৱস্থাৰ আৱশ্যকতা আছে। আমি আমাৰ নিজা বস্তু বিক্ৰি কৰিহে অন্য বস্তু কিনিব পাৰো। যিমানেই নিজা বস্তু বেছিকৈ বিক্ৰী কৰিব পাৰি সিমানে অন্য বস্তু কিনি অভাৱ তৃপ্তি বঢ়াব পাৰি। কিন্তু বস্তু বেছিকৈ বিক্ৰি কৰিবলৈ হলে তাৰ মূল্যৰ প্ৰতি আমি সদায় সচেতন হব লাগিব। কম মূল্যতে বস্তু দিব

পাৰিলেই সাধাৰণতে ই বেছিকৈ বিক্ৰী হয়। কিন্তু কম মূল্যত দিবলৈ হলে তাৰ তৈয়াৰ কৰা খৰচো কম হব লাগিব। গতিকে আমি মূল্য যন্ত্ৰৰ যোগেদি ঠিকমতে কাম কৰিবলৈ হলে প্ৰথমতে আমাৰ থাকিব লাগিব ব্যয় সচেতনতা (Cost Consciousness)। দৈনন্দিন সকলো কাৰ্য্যতে কেনেকৈ অপচয় কমাব পাৰি বস্তু উৎপাদনত খৰচ কমাব পাৰি সেই বোৰৰ প্ৰতি সদাই আমাৰ চকু থকা আৱশ্যক।

খৰচ কমোৱাৰ এটা প্ৰধান কথা হৈছে সময়ৰ মূল্য বুজা। বিশেষকৈ অন্যৰ লগত দল বান্ধি আমি যেতিয়া কাম কৰো সেইসময়ত আমি সময়নিষ্ঠ (punctual) হব লাগে। দলৰ এজন মানুহো যদি ঠিক সময়ত নাহে তেন্তে গোটেই দলটোৱেই হয়তো বহি বা অলাগতিয়াল কামত ব্যস্ত থাকিবলগীয়া হয়। ফলত সময়ৰ অপচয় হয় আৰু খৰচ বাঢ়ে। আজিকালি উৎপাদন পদ্ধতিত দলৰ যোগেদি কাম কৰা নীতিয়েই চলিবলৈ ধৰিছে। গতিকে সময়নিষ্ঠ হবৰ কাৰণে আৰু কামৰ সময়ত কাম খেলাৰ সময়ত খেলা এনে নীতিৰে চালিত হবৰ বাবে সৰুৰে পৰা আমি অভ্যাস কৰিব লাগে।

খৰচ কমোৱাৰ আন এটা কথা হৈছে নিযমিত ভাবে হিচাব ৰখা। আমাৰ মানুহে হিচাব নাৰাখে আৰু ৰাখিবও নাজানে। খৰচ কমাবলৈ হলে অতি আধুনিক যন্ত্ৰ পাতি বস্তু তৈযাৰ কৰা পদ্ধতি আদিৰো খবৰ ৰখা দৰ্কাৰ। বিজ্ঞাপন প্ৰবন্ধ পাতি আদিৰ যোগেদি তেনে খবৰৰ যোগান ধৰিবলৈ পশ্চিমৰ দেশবোৰত কাগজ পত্ৰ আদি নানা অনুষ্ঠান আছে। আমাৰ দেশতো সেইবোৰ হব লাগে আৰু সকলো লোকৰে লিখা পঢ়া আৰু হিচাব ৰাখিব পৰা ক্ষমতা থাকিব লাগে।

খেতিযকসকলৰ কাৰণে খৰচ কমোৱাৰ আন এটি অতি আৱশ্যকীয় কথা হৈছে তেওলোকৰ পথাৰ পৰিচালনা (Farm management) ৰ জ্ঞান। গোটেই বছৰ সম্পূৰ্ণ ভাবে ব্যস্ত থাকিবলৈ হলে কোনটো খেতি কিমান মাটিত বছৰৰ কোন সময়ত আৰম্ভ কৰিব লাগিব তাৰ আচনি খেতিয়কসকলৰ আগৰে পৰা থাকিব লাগে। এনে ধৰণৰ শস্যআচনি পথাৰ পৰিচালনাৰ বাবে অত্যন্তই আৱশ্যক। এনে আচনি থাকিলে খেতিয়কসকল গোটেই বছৰ ধৰি কামত ব্যস্ত থাকিব পাৰে। সেইবাবেই তেওলোকৰ মাজত অৰ্দ্ধ বেকাৰ সমস্যা উদ্ভৱ নহয়। কিন্তু এনে ধৰণে আচনি কৰিবলৈ হলে খেতিৰ মাটি বেলেগ বেলেগ বিধৰ আৰু যথেষ্ট পৰিমাণৰ হব লাগিব। আমাৰ খেতিয়কসলৰ মাটি কম কাৰণে উপযুক্ত শস্য পৰিকল্পনাৰ আৰু উপযুক্ত পথাৰ পৰিচালনাৰ বাবেই সমবায় খেতিৰ আৱশ্যকতা আহি পৰে। সমবায়

খেতিৰ কৃতকাৰ্য্যতা আকৌ উন্নত চৰিত্ৰৰ ওপৰত বহুতো নিৰ্ভৰ কৰে। সমবায় খেতিৰ প্ৰচলনৰ লগে লগে খেতিযকসকলৰ বহুতৰে অৱশ্যে বেকাৰ হোৱাৰ সম্ভাৱনাই দেখা দিব। তেতিয়া তেওলোক যিবিলাক ক্ষুদ্ৰ শিল্প বৃহৎ শিল্পৰ পৰিপূৰক বা তাৰ লগত প্ৰতিযোগিতা কৰি তিষ্ঠি থাকিব পৰা ক্ষমতাসম্পন্ন তেনে শিল্প কিছুমানত আবদ্ধ থাকিব লাগিব। সমবায় খেতি পৰিপূৰক আৰু প্ৰতিযোগিতাত তিষ্ঠি থাকিব পৰা ক্ষমতা সম্পন্ন ক্ষুদ্ৰ শিল্পৰ বিস্তাৰ আদি কথা এদিনতে নহয়। কিন্তু খেতিযকসকলে যে এদিন সেইবোৰ লবই লাগিব সেইবোৰ গ্ৰহণ নকৰিলে যে তেওলোকৰ আৰ্থিক মান উন্নত কৰাৰ অন্য সহজ উপায নাই সেই কথা গুৰিৰে পৰা জানিলেহে এই বিস্তাৰ সোনকালে আৰু সুপৰিকল্পিত ভাবে হব আৰু তাৰে ফলতেই অভাৱ সজাগতাক কেন্দ্ৰ কৰি সৃষ্টি হোৱা নানা বেমেজালি বিশৃঙ্খলতা আৰু অশান্তিও দূৰ হব।

## টকা-খটোৱাৰ সচেতনতা

অন্তহীন অভাৱ সীমাবদ্ধ সম্পদৰে বঢাবলৈ হলে আমাৰ উৎপাদন শক্তি বঢোৱা দৰ্কাৰ। উৎপাদিত বস্তু সম্পূৰ্ণ ভাবে ভোগ নকৰি তাৰ ৰাহি অ৲শটো ন ন বস্তু আৰু উন্নত সজুলি উৎপাদনত খটুৱালে আমাৰ উৎপাদন শক্তি বাঢে। ৰাহি অংশ উলিযাই তাক খটোৱা মনোবৃত্তি এই দৃষ্টি ভঙ্গীত অতি আৱশ্যকীযা মনোবৃত্তি। অৰ্থ শাস্ত্ৰত এই মনোবৃত্তিক টকা খটোৱাৰ সচেতনতা (Investment consciousness) বোলা হয। ভোগ নকৰি যিমানেই টকা খটোৱা যাব দেশত সিমানেই সম্পদৰ তৃপ্তিদান ক্ষমতা বাঢ়িব। গতিকে ৰাহি অ৲শ বঢাই তাক খটোৱাত আমি সদায সচেতন আৰু সচেষ্টবান হব লাগে। সেই অৰ্থে ভোগলিপ্সা দমন জন্মনিযন্ত্ৰণ আৰু ধন হলেই সেই ধনেৰে সোণ বা মাটি কিনাৰ অথবা অনাবশ্যক বৃহৎগৃহ নিৰ্ম্মাণৰ হুজুগ বৰ্জন আমাৰ একান্তই আজি দৰ্কাৰ। ৰাহি অ৲শ শিল্পোন্নতিত বা কৃষিৰ উন্নতিত খৰচ কৰা অভ্যাস আমাৰ হব লাগে। ন ন শিল্প খুলিবলৈ হলে মানুহে কেনে ধৰণৰ বস্তু বিচাৰে বা তেওলোকৰ ৰুচি কেনে আদি কথাৰ জ্ঞানো আমাৰ কাৰণে আৱশ্যক। গতিকে তেনে কথাৰ প্ৰতি লক্ষ্য কৰা স্বভাৱো আমাৰ হোৱা উচিত।

## আঁচনি-সচেতনতা

উৎপাদন শক্তি বঢ়াবৰ কাৰণে আন এটা অতি আৱশ্যকীয় কথা হৈছে

আঁচনি সচেতনতা (plan consciousness)। খেতি নকৰি উপায় নাই এনে ভাবেৰে গতানুগতিক পদ্ধতিত খেতি কৰিলে সীমাবদ্ধ মাটিৰ পৰা অতিৰিক্ত ফচল কৰা টান। যি কৰ্ম্মকেই আমি নকৰো তাকেই আমি এক গঠনমুলক আচনিৰ বা পৰিকল্পনাৰ যোগেদি কৰিব লাগিব। সীমাবদ্ধ সম্পদৰ মিত ব্যৱহাৰৰ কাৰণেই সেই সম্পদৰ ব্যৱহাৰ সুচিন্তিত ভাবে হোৱা আৱশ্যক। দেশৰ সকলো সম্পদৰ ব্যৱহাৰৰ সুচিন্তিত ভাবে হবলৈ হলে অৰ্থনৈতিক আচনি বা পৰিকল্পনাৰ দৰ্কাৰ। ক্ৰয় বিক্ৰয়ৰ যোগেদি বস্তু প্ৰস্তুত কৰিব লাগে কাৰণে আজি কালিৰ উৎপাদন ব্যৱস্থা সামাজিক নহৈ নোৱাৰে। গতিকে আমাৰ ব্যক্তিগত কৰ্মোদ্যম সামূহিক বা জাতীয় পৰিকল্পনাৰ লগত সঙ্গতিপূৰ্ণ হব লাগিব। সেই অৰ্থে জাতীয় পঞ্চবাৰ্ষিক পৰিকল্পনাৰ ভাল জ্ঞান আমি লব লাগিব। পঞ্চবাৰ্ষিক পৰিকল্পনাৰ লগত সামঞ্জস্য ৰাখি আমি যদি আমাৰ স্বগণ্ডীৰ ভিতৰত নিজা নিজা পৰিকল্পনা ৰচনা কৰি কাম কৰাৰ অভ্যাস কৰো তেন্তে কম আয়সতে বেছি অভাৱ আমি পূৰাব পাৰিম।দেশত পঞ্চবাৰ্ষিক পৰিকল্পনা চালু হোৱাৰ ফলত আমাৰ ওপৰত বহুত দাযিত্ব আহি পৰিছে। সেই দায়িত্ব আমি যদি পালন নকৰো পঞ্চবাৰ্ষিক পৰিকল্পনাৰ ফলত দেশত উন্নতি নাহি বিশৃঙ্খলতা হে আহিব। দেশৰ শিক্ষিত সমাজ আৰু ৰাজনৈতিক দলবোৰে সেই গতিকে পঞ্চবাৰ্ষিক পৰিকল্পনাৰ বিষয় ভাল জ্ঞান অৰ্জ্জন কৰিব লাগে। তেওলোকৰ সমালোচনা সদায় গঠনমূলক হব লাগে। যি সময়ত দেশ দৰিদ্ৰতাৰ আগ্নেযগিৰিৰ ওপৰত বৈ আছে সেই সময়ত ধ্বংসাত্মক সমালোচনাৰ অগ্নিশিখাই দেশত বিৰাট সৰ্ব্বনাশ সৃষ্টি কৰিব পাৰে।

অভাৱ সজাগতাৰ ফলত দেশ এপিনে যেনেকৈ উন্নতিৰ শিখৰত উন্নীত হব পাৰে আনহাতে ই অধোন্নতিৰ অতল গহ্বৰত পৰিব পাৰে। সেই অভাৱ সজাগতাই আজি আমাৰ অন্তৰত বাৰুকৈ থিতাপী লৈছে। এই সময়ত সৰ্ব্বসাধাৰণে শিক্ষিত সকলে ৰাজনৈতিক দলবোৰে আৰু বিশেষকৈ কাগজৰ সম্পাদকসকলে নিজ কৰ্ত্তব্য যদি অত্যন্ত দেশ প্ৰেমৰ প্ৰেৰণাৰে নকৰে তেন্তে আমাৰ ভৱিষ্যত অন্ধকাৰময়। অৰ্থনৈতিক ক্ষেত্ৰত পিছপৰা দেশত সংসদী গণতন্ত্ৰ চলোৱা অত্যন্ত দুৰুহ কাৰ্য্য। এনেকুৱা দেশৰ কাৰণে বহুতে একছত্ৰী শাসনহে উপযুক্ত বুলি কয়। ৰাছীয়া আৰু চীনত একছত্ৰী শাসন চলাৰো কাৰণ এয়ে। আমাৰ দেশত সংসদী গণতন্ত্ৰ কৃতকাৰ্য্য হব নে নহয় সেই কথা নিৰ্ভৰ কৰিছে অভাৱ সজাগতাৰ ফলস্বৰূপে উপস্থিত হোৱা বিপদ বুজি অতি সাৱধান আৰু সংযমৰে আমি আমাৰ কৰ্ত্তব্য পালন কৰিম নে নকৰিম সেই কথাৰ ওপৰতেই।

# দ্ৰুত আৰ্থিক উন্নযন আৰু পৰিকল্পনা

দেশৰ আৰ্থিক উন্নযনৰ গতি যে নিতান্তই দ্ৰুত হোৱাৰ আজি প্ৰয়োজন হৈছে সেই বিষযে দ্বিমত নাই। কিযনো ইযাৰ অভাৱত অভাৱ সজাগতা আৰু জনসংখ্যা বৃদ্ধিজনিত বিৰাট বুভুক্ষাই দেশ গিলি পেলোৱাৰ সম্ভাৱনা আছে। দেশত আজি যি ৰাষ্ট্ৰীয় অস্থিৰতা তাক দূৰ কৰিবলৈ হ লে আমাৰ অগণন জনসাধাৰণে দুবেলা দুমুঠি খাবলৈ পাব লাগিব ৰদ বৰষুণত আশ্ৰয় পাব লাগিব আৰু জাৰত তেওলোক কপিব নালাগিব। অকল সেয়ে নহয় তেওলোকে যি খাব যি পিন্ধিব য ত থাকিব সেইবোৰ আনৰ খোৱা লোৱা থকাতকৈ বিশেষ পৃথক হব নোৱাৰিব। এইবোৰৰ অৰ্থে আৰ্থিক উন্নয়ন যি গতিত হোৱা প্ৰযোজন সেই গতি নানা কাৰণত বিশেষকৈ আমাৰ পুৰণা আৰ্থিক বাৱস্থাৰ স্থবিৰতাৰ বাবদ দেশত যে আজি নাই সেই কথা নি সন্দেহ।

## আৰ্থিক ব্যৱস্থাৰ স্থবিৰতা দূৰীকৰণত ৰাষ্ট্ৰীয দায়িত্ব আৰু পৰিকল্পনাৰ অপৰিহাৰ্য্যতা

আমাৰ আৰ্থিক ব্যৱস্থা যে আজি অত্যন্তই স্থবিৰ তাত সন্দেহ নাই। এই স্থবিৰতা দূৰ কৰিব নোৱাৰিলে দেশৰ আৰ্থিক বিকাশো যে অসম্ভৱ সিও সত্য। কিন্তু আৰ্থিক ব্যৱস্থাৰ এই স্থবিৰতা দূৰ কৰাৰ উপায় কি? দূৰ কৰাৰ দয়িত্ব কাৰ? ব্যক্তিৰ নে ৰাষ্ট্ৰৰ?

শিল্প বিপ্লৱৰ মাজেদি ইংলেণ্ডত যি বিৰাট আৰ্থিক উন্নয়ন তথা আৰ্থিক ব্যৱস্থাৰ বৈপ্লৱিক পৰিৰ্ত্তন সম্ভৱপৰ হৈছিল তাৰ মূলত ৰাষ্ট্ৰৰ অৰিহনা কমেই আছিল। ব্যক্তিৰ স্বত স্ফুৰ্ত চেষ্টাতে সি সাধিত হৈছিল। ৰাষ্ট্ৰৰ সহায় নোলোৱাকৈও আৰ্থিক ব্যৱস্থাৰ আমূল পৰিবৰ্ত্তন ইংলেণ্ডত ব্যক্তিযে নিজ চেষ্টাতে সাধিবলৈ সমৰ্থ হৈছিল। কাৰণ ইয়াৰ অৰ্থে ইংলেণ্ডে যথেষ্ট সময় পাইছিল আৰু ই কোনো অন্তৰ ৰাষ্ট্ৰীয় প্ৰতিযোগিতাৰো সম্মুখীন হোৱা নাছিল।

যুক্তৰাষ্ট্ৰ জৰ্মানী আদি দেশে নিজ দেশৰ আৰ্থিক ব্যৱস্থা পৰিবৰ্ত্তন কৰোতে অৱশ্যাই প্ৰতিযোগিতা আহিছিল মুখত এখন দেশৰপৰা ইংলেণ্ডৰ পৰা। আনহাতে

এই দেশবিলাকৰ ক্ষেত্ৰত প্ৰতিযোগিতাৰ সমস্যাও আছিল তাকৰ। সেই সময়ত বিৰাট শিল্পৰ যি ৰূপ আছিল সেই ৰূপত মূলধনৰ আৱশ্যকতা আৰু ইঞ্জিনৰ জটিলতা বৰ্তমানতকৈ কম আছিল। এই দেশবোৰত বিশেষকৈ যুক্তৰাষ্ট্ৰত জনসংখ্যাৰ বৃদ্ধিয়ে কোনো সমস্যা তেতিয়া সৃষ্টি কৰা নাছিল। তদুপৰি সমাজতান্ত্ৰিক মতবাদৰ বিস্তাৰ দেশৰ আৰ্থিক উন্নযনৰ মূল্যনিযন্ত্ৰণৰ কৰ্মসংস্থান আদিৰ দায়িত্ব যে ৰাষ্ট্ৰৰ সেই কথা তেতিয়া জনসাধাৰণে বৰকৈ নাভাবিছিল। একে কাৰণতে শিল্পপতিয়ে শিল্প স্থাপনত শ্ৰমিকৰপৰা বিশেষ অসুবিধা তেতিয়া নাপাইছিল। কিযনো স্ংঘবদ্ধ গোটৰ বান্ধে শ্ৰমিকক একতাৰ বলে বলীয়ান আৰু সামাজিক সচেতন কৰাত তেতিযা বিশেষ কৃতকাৰ্য্যতা দেখুৱাব নোৱাৰিছিল। এনেবোৰ কাৰণতে আবিৰ্ভাবৰ কাৰণেই ৰাষ্ট্ৰৰ সামান্যতম সাহায্য তথা শিল্পৰক্ষণৰ নীতি মাত্ৰৰ আলমতে এইবোৰ দেশৰ আৰ্থিক ব্যৱস্থাত বৈপ্লৱিক পৰিবৰ্তন সহজে সম্ভৱপৰ হৈছিল।

দেশৰ দ্ৰুত আৰ্থিক উন্নয়নৰ অৰ্থে ই্ংলেণ্ড আদি পশ্চিমীয়া দেশবোৰে লোৱাতকৈ বহুতো বেচি ৰাষ্ট্ৰীয় দায়িত্ব ভাৰততে লবলৈ আজি বাধ্য। ভাৰতৰ ক্ষেত্ৰত আজি প্ৰযোজন হৈছে পূৰ্ণ পৰ্য্যায়ৰ আৰ্থিক পৰিকল্পনা। এনে পৰিকল্পনাৰ আৱশ্যকতা ই্ংলেণ্ডত কোনো দিনে নাছিল আৰু আজিও নাই।

ভাৰতৰ আৰ্থিক ব্যৱস্থা ইমান তলত যে ব্যক্তিৰ স্বত স্ফুত চেষ্টাৰ মাধ্যমত স্বাভাৱিক গতিত ই্ংলেণ্ডৰ দৰে ইয়াক উন্নত হবলৈ এৰি দিলে দেশ ভীষণ বিপদৰ সম্মুখীন হবলৈ বাধ্য। মৌচুমী জলবাযুৰ অনিৰ্ভৰশীল বৰষুণ আৰু জনস্ংখ্যাৰ অত্যাধিক বৃদ্ধিৰ গতিকেই হওক অথবা আন ঐতিহাসিক কাৰণতেই হওক ভাৰত যে বহুদিনৰেই পৰা দুৰ্ভিক্ষ প্ৰপীড়িত দেশ তাক নুই কৰিব নোৱাৰি। বৃটিছৰ অধীনলৈ যোৱাৰ আগতেও ভাৰতত দুৰ্ভিক্ষ আছিল। কিন্তু বৃটিছৰ অধীনলৈ যোৱাৰ পাচৰ কালছোৱাত প্ৰায় বিশ পচিশ বছৰৰ অন্তৰে অন্তৰে ভাৰতৰ বিভিন্ন অঞ্চলত দুৰ্ভিক্ষ হোৱাৰ ৰেকৰ্ড আমাৰ আগত আছে। ওঠৰশ পযষষ্ঠি চনৰ উৰিষ্যাৰ দুৰ্ভিক্ষত দহ লাখ ওঠৰ শ ছযসত্তৰ সাতসত্তৰ চনৰ দাক্ষিণাত্যৰ দুৰ্ভিক্ষত বাৱন্ন লাখ, ওঠৰশ ছযান্নবৈ চনৰ পশ্চিম আৰু মধ্য ভাৰতৰ দুভিক্ষত পঞ্চাশ লাখ আৰু উনৈশ শ তিয়াল্লিশ চনৰ বঙ্গৰ দুৰ্ভিক্ষত তেত্ৰিশ লাখ মানুহৰ মৃত্যুৰ কথা বুৰঞ্জীয়ে কয়। এনে স্থলত বছৰি একোখন অসমৰ জনসংখ্যাৰ পৰিমাণে বৃদ্ধিপোৱা লোকৰ অন্ন বস্ত্ৰ গৃহৰ যোগান ধৰাৰ সমস্যা সৃষ্টি কৰি থকা দেশৰ আৰ্থিক উন্নয়ন স্বাভাৱিক গতিত হবলৈ দিলে যে দেশ অচিৰেই অভুতপূৰ্ব দুৰ্ভিক্ষৰ কৰাল গ্ৰাসত পৰিব সি নিশ্চিত। দেশৰ ৰাজনৈতিক স্থিৰতাৰ অৰ্থেই আৰু দুৰ্ভিক্ষৰ সম্ভাৱনা দূৰীকৰণৰ বাবেই দেশৰ

আৰ্থিক বিকাশৰ ক্ষেত্ৰত ৰাষ্ট্ৰৰ দায়িত্ব আছে যি দায়িত্ব পালনৰ গৰজতে পূৰ্ণ পৰ্য্যাযৰ পৰিকল্পনাও দেশত আজি অপৰিহাৰ্য্য হৈছে।

## কৃষিৰ উন্নতি আৰু শিল্পপ্ৰধান পৰিকল্পনা

দুৰ্ভিক্ষৰ সম্ভাৱনা থকা দেশৰ মৌলিক সমস্যা অৱশ্যাই কৃষিৰ উন্নতি। কৃষিৰ উন্নতিৰ অৰ্থে জলসিঞ্চনৰ বৃহৎ আচনি সাৰ উৎপাদনৰ বৃহৎ কাৰখানা উন্নত হাল প্ৰস্তুতকাৰী কাৰখানা আদিৰ আৱশ্যক। এই আৱশ্যকতা পূৰণত ৰাষ্ট্ৰৰ যিমান সুবিধা ব্যক্তিৰ কেতিয়াও সিমান নাই। জলসিঞ্চন বৃহৎ আচনিৰ ক্ষেত্ৰতো ব্যক্তিগত উদ্যম একেবাৰে অসম্ভৱ । এনে অৱস্থাত এইবোৰ ক্ষেত্ৰত ৰাষ্ট্ৰীয় চেষ্টা কৃষিৰ উন্নতিৰ বাবেই যে অপৰিহাৰ্য্য এই কথা সহজে অনুমেয়। কিন্তু, কৃষিৰ উন্নতিৰ গৰজতে অন্যান্য শিল্প স্থাপনাৰ ক্ষেত্ৰতো যে ৰাষ্ট্ৰীয দায়িত্ব আৰু পূৰ্ণপৰ্য্যায়ৰ পৰিকল্পনা আহি পৰে সেই কথা বুজিবলৈ চিন্তাৰ প্ৰয়োজন।

কৃষিৰ উন্নতিৰ গৰজতে পূৰ্ণপৰ্য্যায়ৰ পৰিকল্পনাৰ আৱশ্যকতা আছে। কৃষিৰ উন্নতি বুলিলে আমি বুজো বিঘাপ্ৰতি উৎপাদন বৃদ্ধি।

দুৰ্ভিক্ষৰ সম্ভাৱনা দূৰ কৰাৰ অৰ্থে আমাৰ দেশত বিঘাপ্ৰতি উৎপাদন নিশ্চয় অপৰিহাৰ্য্য। ই আমাৰ সাধ্যাতীতো নহয়। কিযনো বৰ্তমানে ভাৰতত বিঘাপ্ৰতি উৎপাদন পশ্চিমীযা দেশসমুহৰ তুলনাত আনকি নিউজিলেণ্ড জাপান আদিৰ তুলনাতো মাত্ৰ তিনি ভাগৰ এভাগৰপৰা চাৰি ভাগৰ এভাগ। পশ্চিমীয়া দেশসমুহৰ উৎপাদন হাৰৰ আধা হাৰতো যদি বিঘাপ্ৰতি উৎপাদন আমি কৰিব পাৰো আমাৰ দেশৰপৰা দুৰ্ভিক্ষৰ ছায়া আতৰিবলৈ বাধ্য।

যথেষ্ট ৰূপত জলসিঞ্চনৰ অভ্যাস সাৰৰ প্ৰয়োগ উত্তম সচ আৰু পোক পৰুৱা মৰা দৰবৰ ব্যাপক ব্যৱহাৰ আৰু পথাৰ নিকোৱাত যথেষ্ট মনোযোগৰ বাহিৰে বিঘাপ্ৰতি উৎপাদন বৃদ্ধিৰ আন উপায় নাই। কিন্তু এই কথা শুনাত যিমানেই সহজ কৰাত কামত সিমানেই টান। কিয়নো এইবোৰৰ প্ৰচলন নিৰ্ভৰ কৰে কৃষিত নিৰ্ভৰশীল ত্ৰিশ কোটি নিৰক্ষৰ লোকৰ জ্ঞান অৰ্জন, তাৰ প্ৰয়োগ আৰু অভ্যাস পৰিবৰ্ত্তনৰ ওপৰত। এই তিনিওটা কামেই বৰ কষ্টসাধ্য আৰু সময়সাপেক্ষ। এইবোৰৰ কাৰণে বিশেষকৈ অভ্যাস তথা স্বভাৱ পৰিবৰ্ত্তনৰ অৰ্থে শিক্ষাৰ বিস্তাৰ আৰু কৃষি বিষয়াৰ নিয়মিত উপদেশ আৰু প্ৰেৰণা লাগিবই। কিন্তু সেইবোৰেই যথেষ্ট নহয়। ইয়াৰ বাবে বৈজ্ঞানিক জ্ঞানৰ প্ৰয়োগ আৰু কৃষকৰ স্বভাৱত আৰ্থিক প্ৰেৰণা অৰ্থাৎ কৃষিত লাভ তথা কৃষকৰ জনমুৰি আয় বৃদ্ধিৰ উপায় আদিও অপৰিহাৰ্য ।

কৃষকৰ জনমুৰি আয়বৃদ্ধিৰ উপায় দুটা। এক কৃষিজ বস্তুৰ মূল্যবৃদ্ধি। দুই কৃষিত খৰচ হ্রাস। প্রথম উপায়ে মূল্যবৃদ্ধিৰ এটি পাপচক্র দেশত সৃষ্টি কৰে আৰু চাকৰিয়াল তথা বনুৱা তথা চহৰবাসীৰ বিশেষ অনিষ্ট সাধে। গতিকে এই উপায় কেতিয়াও গ্রহণীয় হব নোৱাৰে। এতিয়া বাকী থাকে দ্বিতীয়া উপায় যাৰ কাৰণেই আকৌ আৱশ্যক হয় যান্ত্রিক খেতিৰ।

যান্ত্রিক খেতিযে শ্রমিকৰ নিয়োগ কমাই কৃষিত খৰচৰ হ্রাসেই যে অকল কৰে তেনে নহয। ইয়াৰ বাবদ চহ উত্তম হয আৰু খেতিৰ মৰ্য্যাদা বাঢ়ে। বৰ্তমান অৱস্থাত খেতিৰ সামাজিক মৰ্য্যাদা ইমান কম যে খেতি কৰিবলৈ উচ্চ শিক্ষিতৰ কথাই নাই অৰ্দ্ধশিক্ষিত তথা আণ্ডাৰ মেট্রিকো আগবাঢ়ি নাহে। বুনিযাদী স্কুলত শ্রম মৰ্য্যাদাৰ বিকাশৰ অৰ্থে আৱশ্যকীয প্রশিক্ষণ লোৱাৰ পাচতো আৰু সেই সম্পৰ্কে জাউৰি জাউৰি বক্তৃতা নেতা সকলৰপৰা শুনি থকা সত্ত্বেও আজিৰ আণ্ডাৰমেট্রিকে পচন্দ কৰে খেতি কৰাতকৈ অফিচৰ পিযন অথবা লৰিৰ ড্রাইভাৰ হোৱাত হে।

খেতিযকৰ মৰ্য্যাদা অন্তত ড্রাইভাৰৰ মৰ্য্যাদালৈ নিৰ্বলৈ হ লেও খেতিত যন্ত্র চলিব লাগিব আৰু খেতিযকৰ আয ড্রাইভাৰৰ আযৰ সমান হব লাগিব। যান্ত্রিক খেতিৰ ফলতে পশ্চিমীযা দেশত খেতিয়কৰ মৰ্য্যাদা আমাৰ দেশৰ চাহ খেতিয়কৰ মৰ্য্যাদাৰ দৰেই উচ্চ আৰু আয়ো বেচি।

যান্ত্রিক খেতিৰ আন এটি ডাঙৰ গুণ এই যে ইয়াৰ মাধ্যমত বতৰৰ লগত খাপখুৱাই খেতি আগতীয়া কৰিব পাৰি শ্রমিকতকৈ যন্ত্রই বহু দ্রুত গতিত খেতিৰ কাম কৰে। গতিকে বৰষুণ পৰোতেই ওখ মাটিত আৰু পানী কমোতেই দ মাটিত দুই এদিনতে যন্ত্রৰ সাহায্যত খেতি শেষ কৰা সম্ভৱ। আগতীয়া ধান খেতিত বিঘাপ্রতি যি উৎপাদন অসমত হয় সেই উৎপাদনৰ বিঘাপ্রতি হাৰ জাপানৰ হাৰতকৈ কম নহয় বৰং বেছি । কিন্তু তথাপিও অসমৰ গড়পত্তা বিঘাপ্রতি হাৰ জাপানৰ হাৰৰ আধাতকৈ কম। কাৰণ অসমৰ খেতিয়কে প্রায বৰষুণশূণ্য আহিনৰ মাজলৈ খেতি কৰি থাকিব লাগে। আহিন মাহত উৎপাদনত যি ক্ষতি হয়, সেই বাবেই আচলতে আমাৰ গড়পত্তা হাৰ ইমান দু খ লগা হয় আৰু খেতিয়কৰো হাড় ভাঙে।

যান্ত্রিক খেতি নকৰাকৈও আগতীয়া খেতি অৱশ্যে সম্ভৱ যদিহে খেতিয়কৰ মাটিৰ পৰিমাণ জাপানৰ দৰে হয় অৰ্থাৎ ধান খেতিও শাক পাচলিৰ খেতিৰ দৰে বাগানত খেতিয়কে কৰে। কিন্তু তেতিয়া হ লে খেতিয়কৰ আৱশ্যক হ ব আন উপজীৱিকা। মাছমৰা ব্যৱসায় আৰু ৰেচমী শিল্পৰ জৰিয়তে জাপানীলোকে এনে

উপজীৱিকাৰ সুবিধা পাইছে। কিয়নো এই দুয়োটা শিল্পজাত সামগ্ৰীৰে চাহিদা পশ্চিমত অত্যন্ত বেচি। তেনে উপজীৱিকা নাই যদিও অতীজত তাঁত বস্ত্ৰ শিল্প অসমত আছিল। বৰ্তমান অৱস্থাত মাটিৰ পৰিমাণ কমাই জাপানী পদ্ধতিত আগতীয়া খেতিৰ প্ৰচলন অসম্ভৱ। আগতীয়া খেতিৰ আৰু কৃষিত খৰচ হ্ৰাসৰ এটাই মাত্ৰ ভাৰতত উপায় আছে আৰু সেয়ে হৈছে যান্ত্ৰিক খেতি।

কিন্তু যান্ত্ৰিক খেতিৰ মূল উদ্দেশ্য সাধিবলৈ হ লে অৰ্থাৎ কৃষিত খৰচ হ্ৰাস কৰি কৃষকক আৰ্থিক প্ৰেৰণা যোগাবলৈ হ লে খেতিয়কৰ মাটিৰ পৰিমাণ বৰ্তমানৰ মাটিৰ পৰিমাণতকৈ কুৰিগুণ নহ লেও দহগুণ বৃদ্ধি পাব লাগিব। কিন্তু এনে বৃদ্ধি সম্ভৱপৰ হ ব বৰ্তমানে খেতিত নিৰ্ভৰশীল লোকসকলৰ বহুতকেই শিল্পত নিযোগ কৰিব পাৰিলেহে। সমবায় ফাৰ্ম কৃতকাৰ্য্য কৰিব পৰা যাব বুলি ধৰি ললেও এই কথা সত্য।

ওপৰৰ আলোচনাৰপৰা এটা কথাই প্ৰতীয়মান হয় যে দেশৰপৰা দুৰ্ভিক্ষৰ ছা দূৰীকৰণৰ অৰ্থেও তথা কৃষিৰ উন্নতিৰ বাবেও দেশত শিল্প স্থাপনৰ গতি অত্যন্তই বৃদ্ধি হোবাৰ প্ৰযোজনে আজি দেখা দিছে। কৃষিৰ উন্নতিৰ কাৰণেই শিল্পৰ প্ৰয়োজন। কিযনো জলসিঞ্চনৰ ব্যৱস্থা সাৰ উৎপাদনৰ কাৰখানা আদিৰ বাবে লো চিমেন্ট আদিৰ অ.বশ্যক। সেইদৰে কৃষকৰ মাটিৰ পৰিমাণ তথা হোল্ডিং বৃদ্ধিৰ বাবেও শিল্প স্থাপন অপৰিহাৰ্য্য। আনহাতে কৃষকৰ জনমুৰি আয় বৃদ্ধিৰ লগে ল গ শিল্পজাত নানা ভোগ সামগ্ৰীৰ চাহিদা কৃষকৰপৰা আহিব। এই চাহিদা পূৰাব নোৱাৰিলে দেশত যে মূল্য বৃদ্ধিৰ পাপচক্ৰ ঘুৰিবলৈ আৰম্ভ কৰিব ই ধুৰুপ। এনে পাপচক্ৰৰপৰা দেশক ৰক্ষা কৰাৰ অৰ্থেও যে দেশত শিল্প স্থাপন অতি আৱশ্যকীয় ই দেখদেখ সত্য। সামগ্ৰিক আবশ্যকতাৰ দৃষ্টিভঙ্গীৰে বিবেচনা কৰিলেও লো তাঁখা এৰোপ্লেন জাহাজ টেঙ্ক আদি শিল্পৰ বিস্তাৰ এই মূহুৰ্ততে প্ৰয়োজনীয়।

স্বত স্ফুৰ্ত ব্যক্তিগত চেষ্টাত ভাৰতত যি শিল্প স্থাপন হৈছে তাৰ গতি যে দেশৰ দুৰ্ভিক্ষ দুৰীকৰণৰ অৰ্থে তথা কৃষিৰ বৈপ্লৱিক পৰিবৰ্তনৰ বাবে নি সন্দেহে মন্থৰ সেই কথা উঁনৈশ শ তিয়াল্লিশ চনৰ দুৰ্ভিক্ষৰ সময়তে প্ৰমাণিত হৈছে। পৰিকল্পনা সত্বেও দেশত আজি যি খাদ্য সঙ্কট চলি আছে সেই সঙ্কটেও সেই একে কথাকে প্ৰমাণ কৰিছে।

ব্যক্তিগত চেষ্টাৰ মাধ্যমতো শিল্প স্থাপনৰ গতি বৰ্তমানৰ গতিতকৈ কিছু যে বৃদ্ধি কৰিব নোৱাৰি সেই কথা নহয়। যাতায়াত ঋণ বিজুলিশক্তি শিক্ষা

কৰহ্রাস শিল্পৰক্ষণৰ নীতি আদি বিভিন্ন সা সুবিধাৰ যোগানেৰে এই গতি খৰতৰ কৰাৰ ক্ষমতা ৰাষ্ট্ৰৰ নিশ্চয় আছে। কিন্তু বহু কাৰণৰ ভিতৰত তলৰ তিনিটা কাৰণত এই ক্ষমতা সীমাবদ্ধ হবলৈ বাধ্য।

(১) দেশত শিল্পস্থাপন কৰিব পৰা উদ্যোগী লোক থকা এন্টাৰপেনিউৰ অভাৱ। শিল্প বিপ্লৱৰ আৰম্ভণিতে ইংলেণ্ডত এনে লোকৰ অভাৱ নাছিল। কাৰণ শিল্প স্থাপনৰ অৰ্থে তেতিয়া বেচি মুলধনৰ আৰু বেচি জ্ঞানৰ আৱশ্যক নাছিল। কিয়নো সেই সময়ৰ মেচিনৰ ৰূপ অত্যন্তই সাধাৰণ আছিল আৰু মেচিন কৰাও সহজ আছিল। মুলধনৰ আৰু ইঞ্জিনিয়াৰিং জ্ঞানৰ আৱশ্যকতা কম থকাত যি কোনো লোকেই শিল্পস্থাপনৰ অৰ্থে তেতিযা আগবাঢ়ি আহিব পাৰিছিল। বৰ্তমান অৱস্থাত যি কোনো লোকেই এই কামত আগবাঢ়ি আহিব নোৱাৰে। শিল্পস্তাপনৰ অৰ্থে সমুলধনৰ যি সংগ্ৰহ যি বিশ্বাস বেঙ্ক আদিৰ লগত যি সম্পৰ্কৰ আৱশ্যক সেইবোৰ সাধাৰণ মানুহে সহজে অৰ্জন কৰিব নোৱাৰে। সেয়ে শিল্পস্থাপনৰ সামৰ্থ্য অকল পুৰণি শিল্পপতিৰহে আজি আছে। কোনো নতুন লোক আগবাঢি আহিলেও স্বাভাৱিকতে তেওলোক প্ৰতিযোগিতাত তিষ্ঠিব নোৱাৰে।

(২) বৰ্তমানে শিল্প স্থাপনত দামী আৰু জটিল মেচিনৰ আৱশ্যক। ভাৰতৰ নিচিনা বিৰাট জনবহুল দেশ এখনক শিল্প প্ৰধান কৰিবলৈ হ লে এনে মেচিনৰ পৰিমাণ অত্যন্তই বেছি হব। এনে বৃহৎ পৰিমাণৰ মেচিন আমদানি কৰাতকৈ িজ দেশত এইবোৰ প্ৰস্তুত কৰিলে সাময়িক ভাৱে বিদেশী মুদ্ৰাৰ সমস্যা থাকিলেও অৱশেষত সেই সমস্যা নাথাকিব আৰু খৰচো কম পৰিব। কিন্তু বৰ্তমান অৱস্থাত আমদানিয়েই কৰা হওক বা নিজ দেশতে তৈযাৰ কৰা হওক বিদেশী মুদ্ৰাৰ সমস্যা অৱশ্যাই তীব্ৰৰুপত আছে। এই সমস্যাৰ গতিকেই বেছি সংখ্যক লোক শিল্পস্থাপনৰ অৰ্থে আজি আগবাঢ়ি নাহে। শিল্প বিপ্লৱৰ সময়ত ইংলেণ্ডত এই সমস্যা নাছিল। কিযনো শিল্পস্থাপনৰ অৰ্থে যি কম সংখ্যক মেচিনৰ আৱশ্যক হৈছিল সেই মেচিন নিজ দেশতে ইংলেণ্ডে প্ৰস্তুত কৰি গৈ আছিল।

(৩) শিল্প স্থাপনৰ অৰ্থে মূলধনৰ অভাৱ। শিল্প বিপ্লৱৰ আৰম্ভণিত বিভিন্ন ভোগ সামগ্ৰীৰ লগত ইংলেণ্ডৰ জনসাধাৰণ পৰিচিত নাছিল। গতিকে ভোগ সন্তুষ্টিৰ পেৰ্টাণ সহজ আৰু কম খৰচী আছিল। গতিকে তাত শিল্প বিপ্লৱৰ লগে লগে ৰাহি বাঢ়িছিল। তাত শিল্প বিপ্লৱ হৈছিল কপাহী কাপোৰৰ যোগেদি। কপাহী কাপোৰ আৱশ্যকীয় ভোগ সামগ্ৰী। সস্তাতে কপাহী কাপোৰ পোৱাত জনসাধাৰণৰ ৰাহি অধিক হৈছিল। কিন্তু বৰ্তমান অৱস্থাত বিভিন্ন বিলাসী ভোগ সামগ্ৰী পশ্চিমৰ

শিল্পপতিকসকলে আমাৰ দেশত যোগান ধৰিছে। এইবোৰত জনসাধাৰণৰ খৰচ বাঢ়ি যোৱাত দেশত ৰাহি ধনৰ আজি অভাৱ হৈছে।

এই তিনিওটা কাৰণতে ব্যক্তিগত চেষ্টাৰ জৰিয়তে দেশত শিল্প স্থাপনৰ গতি তীব্ৰতৰ কৰা আজি কঠিন হৈ পৰিছে আৰু আৰ্থিক ব্যৱস্থাত বিশেষকৈ কৃষি ব্যৱস্থাত স্থবিৰতা আহি পৰিছে। আৰ্থিক ব্যৱস্থাত এই স্থবিৰতা দূৰীকৰণৰ কাৰণে ৰাহি ধনৰ ব্যৱস্থা জলসিঞ্চনৰ ব্যৱস্থা সাৰ মেচিন আদি প্ৰস্তুতকাৰী কাৰখানাৰ স্থাপন বিভিন্ন শিল্পৰ কেচা মাল কয়লা আদিৰ যোগানত সমতা স্থাপন বিভিন্ন শিল্পৰ মাজত সমতা স্থাপন খেতিয়কক প্ৰেৰণা যোগাৱাৰ অৰ্থে ভূমি সংস্কাৰ শিক্ষা বিস্তাৰ জনসাধাৰণৰ ভোগ সন্তুষ্টিৰ পেটাৰ্ণ নিৰ্ণয়ন, মূল্য নিয়ন্ত্ৰণ, কাৰিকৰী শিক্ষাত সমতা স্থাপন, যাতাযতৰ উন্নতিসাধন, বিদেশী মুদ্ৰাৰ যোগান বিভিন্ন শিল্পস্থাপনৰ অৰ্থে স্থান নিৰ্ণয়ন বিভিন্ন আচনিৰ মান বা 'তাগ্ৰাধিকাৰিত্ব নিৰ্ণয়ন প্ৰতিযোগিতাৰ সমতাৰ অৰ্থে জনসাধাৰণ আৰু শিল্পপতিৰ মাজৰ প্ৰাৰ্থক্য দূৰীকৰণ আদি নানা দায়িত্ব তথা পূৰ্ণ পৰ্য্যায়ৰ শিল্পপ্ৰধান পৰিকল্পনা গ্ৰহণৰ দায়িত্ব বহন কৰিবলৈ ৰাষ্ট্ৰ আজি বাধ্য। আমাৰ আৰ্থিক ব্যৱস্থাত যি ন্যূনতা আৰ্থিক বিকাশৰ স্বাৱলম্বী অৱস্থাত উপনীত হোৱাত যি অপূৰ্ণতা আছে সেইবোৰ দূৰীকৰণৰ দায়িত্ব অৱশ্যেই আজি ৰাষ্ট্ৰৰ। এই দাযিত্ব পালনৰ কাৰণেই পৰিকল্পনাও আজি অপৰিহাৰ্য্য।

## পঞ্চবাৰ্ষিকী পৰিকল্পনা আৰু মুদ্ৰাস্ফীতি

পৰিকল্পনাৰ অপৰিহাৰ্য্যতা সম্পৰ্কে মতবিৰোধ আজি প্ৰায নাই। ধনতান্ত্ৰিক শিল্প প্ৰধান দেশসমূহেও পিচ পৰি থকা দেশৰ কথাই নাই নিজ দেশৰ বাবেই যে পৰিকল্পনাৰ আৱশ্যক সেই কথা স্বীকাৰ কৰিছে। অৱশ্যে পূৰ্ণ কৰ্ম নিয়োগৰ জোখাৰে মূলধনৰ প্ৰযোগৰ হাৰ ৰক্ষাই যিহেতুকে সেইবোৰ দেশৰ মূল সমস্যা সেইহেতুকে সেইবোৰ দেশে পূৰ্ণ পৰ্য্যাযৰ পৰিকল্পনাৰ আৱশ্যকতা অনুভৱ কৰা নাই। বজাৰৰ অপূৰ্ণতা দূৰীকৰণ বিদেশী মুদ্ৰাৰ সমস্যা সমাধান মূলধন প্ৰয়োগৰ অৰ্থে আৱশ্যকীয় বাতাবৰণ সৃষ্টি মূল্য নিয়ন্ত্ৰণ, মূলধন প্ৰয়োগৰ ঘাটি পূৰণৰ অৰ্থে ৰাজহুৱা কামৰ আচনি গ্ৰহণ আদিৰ পৰিকল্পনাই সেইবোৰ দেশৰ আৰ্থিক পৰিকল্পনা। কিন্তু ভাৰতৰ নিচিনা পিচপৰি থকা দেশত এনে ধৰণৰ সীমিত পৰিকল্পনাই যথেষ্ট নহয়। কিয়নো এই দেশসমূহৰ মৌলিক সমস্যা দুৰ্ভিক্ষৰ সম্ভাৱনা দূৰীকৰণ তথা আৰ্থিক ব্যৱস্থাৰ স্থবিৰতা দূৰীকৰণ তথা উৎপাদন ব্যৱস্থাৰ টেক্নোলোজিকেল পৰিবৰ্তন সাধন। এই সমস্যা সমাধানৰ অৰ্থে এই দেশসমূহৰ তথা ভাৰতৰ আৱশ্যক

বাছিয়াৰ পৰিকল্পনাৰ নিচিনা পূৰ্ণ পৰ্য্যায়ৰ পৰিকল্পনাৰ।

ভাৰতৰ কাৰণে যে পূৰ্ণ পৰ্য্যায়ৰ পৰিকল্পনাৰ আৱশ্যক আছে সেই কথা প্ৰায় সকলো ভাৰতীয় ৰাজনৈতিক দলে স্বীকাৰ কৰিছে। কিন্তু চিন্তাৰ অভাৱত শিক্ষিত সমাজে ইয়াক আজিও অন্তৰেৰে স্বীকাৰ কৰিব পৰা নাই। ৰাজনৈতিক দলবো বহু সভ্যৰ ক্ষেত্ৰতো এই স্বীকৃতি হুজুগী আৰু মৌলিক। পৰিকল্পনাৰ অপৰিহাৰ্য্যতা শিক্ষিত সমাজৰ দ্বাৰা ভালদৰে স্বীকৃত নোহোৱাত আৰু ৰাজনৈতিক দলসমূহৰ ক্ষেত্ৰতো স্বীকৃতি মৌখিক হোৱাত ঊনৈশ শ একাৱান্ন চনৰেপৰা দেশৰ পঞ্চবাৰ্ষিকী পৰিকল্পনা সমূহে বিশেষ প্ৰেৰণা যোগাব পৰা নাই। পৰিকল্পনাৰ প্ৰতি এনে উৎসাহহীন বাতাবৰণ পৰিকল্পানাৰ কৃতকাৰ্য্যতাৰ কাৰণে অত্যন্তই বিপদজনক। কিয়নো এনে বাতাবৰণে পৰিকল্পনা কৃতকাৰ্য্য কৰাত জনসাধাৰণক দায়িত্বশীল, কষ্ট সহিষ্ণু সঞ্চয়ী আৰু সহযোগী কৰি নুতুলি তেওলোকক কৰে পৰিকল্পনা বিমুখী এই মনোভাৱ দূৰীকৰণৰ অৰ্থে আমাৰ পঞ্চবাৰ্ষিকী পৰিকল্পনাসমূহৰ মূল কথাবোৰ শিক্ষিত সমাজে চিন্তা আৰু আলোচনা কৰা প্ৰয়োজন।

আমাৰ সঞ্চবাৰ্ষিকী পৰিকল্পনাবোৰ আলোচনা কৰোতে আমি এটা কথা মন কৰিব লাগিব যে এইবোৰ লোৱা হৈছে আন এখনি দীৰ্ঘম্যাদী পৰিকল্পনা বা পাৰ্স্পেক্টিভ প্লেনৰ পটভূমিতহে। এই দীৰ্ঘম্যাদী পকিল্পনা অনুসৰি অন্তত চতুৰ্থ পৰিকল্পনাৰ শেষলৈকে পৰিকল্পনাজনিত কিছুমান দু খকষ্ট আমি সহ্য কৰিবই লাগিব। কিয়নো চতুৰ্থ পৰিকল্পনাৰ শেষত হে স্বপ্ৰণোদিত উন্নযনৰ তথা ছেল্ফ্ ছাষ্টেইণ্ড ডেভল্পমেন্ট ৰ সম্ভাৱনা দেশত গঢ়ি উঠিব।

স্বপ্ৰণোদিত উন্নয়নৰ অৰ্থত আমি বুজো আভ্যন্তৰীণ ৰাহি ধনৰ এনে সঞ্চয় আৰু প্ৰয়োগ ( ইন্ভেষ্ট্মেন্ট ) যাৰ ফলত দেশৰ জাতীয় আযৰ বৃদ্ধিৰ হাৰ জনসংখ্যাৰ বৃদ্ধিৰ হাৰতকৈ স্বাভাৱিকতে ওপৰত থাকে। বৰ্তমান অৱস্থাত ৰাহি ধনৰ স্বাভাৱিক সঞ্চয় আৰু প্ৰয়োগ যথেষ্ট নহয়। কিন্তু চতুৰ্থ পৰিকল্পনাৰ শেষত ইয়াক সন্তোষজনক কৰিব পৰা যাব বুলি ভবা হৈছে। এই সময়ৰ ভিতৰত বিদেশী ৰাষ্ট্ৰৰ সাহায্য লৈ কৰবৃদ্ধি কৰি নোট ছপাই স্বাভাৱিক সঞ্চয়তকৈ অধিক সঞ্চয়ত জোৰ দি উৎপাদন ব্যৱস্থাৰ কিছুমান মৌলিক ক্ষেত্ৰত বিশেষ পৰিবৰ্তন সাধাৰ দিহা কৰা হৈছে। এই পৰিবৰ্তনৰ বাবেই চতুৰ্থ পৰিকল্পনাৰ শেষত জাতীয় আয়ে এনে এটি স্তৰ পাব বুলি আৰু দেশৰ আৰ্থিক অৱস্থাত এনে এটি গতি আহিব বুলি ভবা হৈছে যে এইবিলাকৰ ফলতে ৰাহি ধনৰ সঞ্চয় আৰু প্ৰয়োগৰ হাৰ স্বাভাবিকতে সন্তোষজনক হ ব।

চতুৰ্থ পৰিকল্পনাৰ শেষলৈকে আৰু তাৰপাচতো দেশৰ আৰ্থিক উন্নয়ন অৱশ্যেই সাময়িকভাৱে হ'লেও কষ্টকৰ হ'বলৈ বাধ্য। কিয়নো উৎপাদন ব্যৱস্থাৰ মৌলিক ক্ষেত্ৰত যি বিলাক আচনি লোৱা হৈছে সেইবোৰ একেদিনে সম্পূৰ্ণ হৈ নুঠে আৰু সেই গতিকে সেইবোৰ আশু ফলপ্ৰসূও হ'ব নোৱাৰে অৰ্থবিদৰ ভাষাত সেইবোৰৰ লং জেষ্টেছন পিৰিয়ড আছে। কিন্তু ইতিমধ্যে আচনিবোৰত অজস্ৰ ধন ব্যয় হ'ব। এই ধনে জনসাধাৰণৰ হাতত পৰি ভোগ সামগ্ৰীৰ চাহিদা বৃদ্ধি কৰিব। এই চাহিদা পূৰণৰ অৰ্থে স্বাভাৱিক গতিত ব্যক্তিগত চেষ্টাত আৰু বিদেশী মুদ্ৰাৰ ওপৰত হেচা নিদিয়াকৈ যদি ভোগ সামগ্ৰী প্ৰস্তুতকাৰী কিছুমান শিল্প গঢ়ি উঠে আৰু কৃষিৰ যথেষ্ট উন্নতি ঘটে তেন্তে ভাল‌ৰে কথা। কিয়নো ইয়াৰ ফলত দেশত শিল্পস্থাপনৰ গতি অধিক তীব্ৰ হ'ব আৰু উৎপাদন ব্যৱস্থাৰ টেক্নোলোজিকেলৰ পৰিবৰ্তন কাৰ্য্যও আগতে শেষ হ'ব। কিন্তু তেনে শিল্প যদি যথেষ্ট সংখ্যক নহয় আৰু যদি কৃষিৰ উন্নতিও জনসংখ্যাৰ বৃদ্ধি হাৰৰ লগত সমতা ৰক্ষা কৰিবলৈ অসমৰ্থ হয় তেন্তে যি কোনো দেশতে বিশেষকৈ ভাৰতৰ নিচিনা বিৰাট জনবহুল দেশ এখনত মুদ্ৰাস্ফীতি তথা অস্বাভাৱিক মূল্যবৃদ্ধি অৱশ্যম্ভাৱী।

উৎপাদন ব্যৱস্থাৰ টেক্নোলোজিকেল পৰিবৰ্তনৰ মূল ক্ষেত্ৰবোৰত জোৰ দি ভাৰতে যি ধৰণৰ পঞ্চবাৰ্ষিকী পৰিকল্পনাবোৰ বিশেষকৈ দ্বিতীয় আৰু তৃতীয় পৰিকল্পনা গ্ৰহণ কৰিছে এনে পৰিকল্পনাই সময়ে সময়ে মুদ্ৰাস্ফীতি সৃষ্টি কৰিবলৈ বাধ্য। কিযনো ঘড়ীৰ কাটাৰ দৰে নিযমিত বেগত আৰ্থিক ব্যৱস্থাৰ আৰু প্ৰশাসনীয় ব্যৱস্থাৰ বিভিন্ন অংশ নুঘুৰে। কিন্তু সাময়িক কষ্টৰ ভয়ত ভাৰতে যদি এনে ধৰণৰ পৰিকল্পনা গ্ৰহণ নকৰি অন্য ধৰণৰ পৰিকল্পনা গ্ৰহণ কৰে তেতিয়াও বিপদ নাতৰে। কিয়নো অন্য ধৰণৰ পৰিকল্পনাৰ যোগেদি উৎপাদন ব্যৱস্থাত পৰিবৰ্তন সাধোতে দিন লাগিব বেছি। জনসংখ্যাৰ বিস্ফোৰক অৱস্থাত বেছি দিনলৈ অপেক্ষা কৰাত যি বিপদ সি সাময়িক মুদ্ৰাস্ফীতিৰে বিপদতকৈ অৱশ্যেই অধিক।

## মৌলিক শিল্প বনাম ক্ষুদ্ৰশিল্প আৰু কৃষি

উৎপাদন ব্যৱস্থাৰ মূলক্ষেত্ৰবোৰত জোৰ দি ভাৰতে যি ধৰণৰ পৰিকল্পনা ৰচনা কৰিছে, তাৰ বাহিৰে অন্য ধৰণৰ পৰিকল্পনাও ৰচনা কৰা সম্ভৱ। অন্য ধৰণৰ পৰিকল্পনাসমূহৰ ভিতৰত আছে (১) ভোগ সামগ্ৰী প্ৰস্তুতকাৰী শিল্পৰ ওপৰত জোৰ দিয়া পৰিকল্পনা আৰু (২) কৃষি আৰু কুটিৰ শিল্পৰ ওপৰত জোৰ দিয়া পৰিকল্পনা। এই দুই প্ৰকাৰ পৰিকল্পনা ভাৰতে গ্ৰহণ কৰা (কৃষি আৰু মৌলিক শিল্পত জোৰ

দিয়া) পৰিকল্পনাতকৈ অথবা বাছিয়াই গ্ৰহণ কৰা (অকল মৌলিক শিল্পত জোৰ দিয়া) পৰিকল্পনাতকৈ বেলেগ। এই দুয়ো প্ৰকাৰ পৰিকল্পনাতে মূলধনৰ প্ৰয়োজন কম আৰু বনুৱা নিয়োগৰো সম্ভাৱনা বেছি।

ভাৰতৰ নিচিনা জনবহু দেশত বনুৱা নিয়োগৰ সম্ভাৱনাপূৰ্ণ পৰিকল্পনাহে বেছি উপযোগী বুলি কিছু লোকে ভাবে। বনুৱা নিয়োগৰ সম্ভাৱনাপূৰ্ণ পৰিকল্পনা গ্ৰহণ নকৰি মৌলিক শিল্পত জোৰ দিয়া পৰিকল্পনা লোৱাৰ বাবেই ভাৰতৰ বৰ্তমান আৰ্থিক দুৰৱস্থা হোৱা বুলি এই লোকসকলে সমালোচনা কৰে। তেওলোকে কয মৌলিক শিল্পত জোৰ দিয়াত স্বাভাৱিকতে কৃষিত জোৰ দিবলৈ মূলধনৰ অভাৱ হৈছে আৰু কৃষিত কম জোৰ দিয়াৰ ফলতে দেশত বিৰাট খাদ্য সমস্যাই দেখা দিছে। মৌলিক শিল্পত জোৰ নিদি মাত্ৰ ভোগ সামগ্ৰী প্ৰস্তুতকাৰী ক্ষুদ্ৰ শিল্প অথবা কুটিৰ শিল্প স্থাপনৰ বাবে যদি পৰিকল্পনাত চেষ্টা কৰা হ লহেতেন তেন্তে কৃষিৰ উন্নতিৰ কাৰণে যথেষ্ট মূলধনথাকিলেহেতেন দেশত খাদ্য সমস্যা নাথাকিলহেতেন কৰ্ম নিয়োগ বাঢ়িলহেতেন আৰু ভোগ সমগ্ৰীৰ মহাৰ্ঘ নহ লহেতেন।

তেওলোকৰ এই সমালোচনা আচলতে ভুল। পৰিকল্পনাৰ লগত সংশ্লিষ্ট বিশেষজ্ঞসকলে কাগজে কলমে দেখুৱাই দিছে যে কৃষিত খৰচ কৰিবলৈ যথেষ্ট মূলধনৰ ব্যৱস্থা পৰিকল্পনাত আছে। তদুপৰি প্ৰথম পঞ্চবাৰ্ষিকী পৰিকল্পনাৰ শেষত কৃষিজাতবস্তুৰ তথা খাদ্য শস্যৰ উৎপাদন এনে ৰূপত বৃদ্ধি হৈছল যে যাৰ ফলতে এইবোৰৰ মূল্য কমিব হে ধৰিছিল আৰু কৃষকৰ আৰ্থিক প্ৰেৰণা নোহোৱা হৈছিল। আনহাতে কৃষিৰ উন্নতিৰ কাৰণে যি সামাজিক আৰু টেক্‌নোলোজিকেল্ পৰিবৰ্তনৰ আৱশ্যক সেই পৰিবৰ্তন অকল মূলধনৰ ওপৰতে নিৰ্ভৰ নকৰে।

দেশত বৰ্তমান যি খাদ্য শস্যৰ অভাৱ সি আচলতে পৰিকল্পনাৰ ব্যৰ্থতাৰ কাৰণে হোৱা নাই। সি হৈছে মৌচুমী বায়ুৰ অস্বাভাৱিক ব্যৰ্থতাৰ বাবে। মৌচুমী বায়ুৰ এনে ব্যৰ্থতাৰ প্ৰতিষেধক হিচাবে জলসিঞ্চন ব্যৱস্থাৰ বিস্তাৰ অৱশ্যাই প্ৰযোজন। কিন্তু জলসিঞ্চনৰ কাৰণে যিবোৰ প্ৰোজেক্ট্ হাতত লোৱা হৈছিল সেইবোৰ পোজেক্টেই এতিয়াও শেষ হোৱা নাই আৰু শেষ হোৱাবোৰৰপৰাও খেতিয়কে পানী নিয়া নাই। ধনৰ অভাৱত জলসিঞ্চনৰ বিস্তাৰ বন্ধ হৈ থকা নাই। ই বন্ধ হৈ আছে প্ৰশাসনীয় অক্ষমতা আৰু কৃষকৰ চাৰিত্ৰিক ন্যুনতাৰ বাবেহে। ৰাসায়নিক সাৰ দেশত যথেষ্ট প্ৰস্তুত হোৱা নাই সচা। কিন্তু ইও সচা যে চাৰিত্ৰিক ন্যূনতা আৰু প্ৰশাসনীয় ব্যৰ্থতাৰ বাবে ৰাসায়নিক সাৰৰ চাহিদাও কৃষকৰ মাজত আজি নগণ্য।

কৃষিৰ উন্নতি ভাৰতত নির্ভৰ কৰে তিনশ কৌটি নিৰক্ষৰ খেতিযকৰ স্বভাৱ পৰিবৰ্তন কৰিব পৰা নোৱাৰা কথাৰ ওপৰত। ধন খৰচ কৰি আৰু বক্তৃতা দি এই পৰিবৰ্তন অসম্ভৱ। যি কোনো দেশতে ই সময় সাপেক্ষ আৰু কঠিন কাৰ্য্য। প্ৰাক স্বাধীনতা কালৰেপৰা চলি অহা কৃষি বিভাগৰ প্ৰশাসনীয ঐতিহ্য আৰু অক্ষমতাৰ কাৰণে ভাৰতত এই কাৰ্য অধিক সময সাপেক্ষ আৰু অধিক কঠিন হৈ পৰিছে। প্ৰায অৰ্দ্ধ শতাব্দী চেষ্টা কৰিও ৰাছিযাৰ নিচিনা দেশেও কৃষিৰ সমস্যা আজি পৰ্যন্ত সমাধান কৰি উঠিব পৰা নাই এই ইতিহাস আমাৰ আগত আছে। এনে অৱস্থাত কৃষিত অধিক অৰ্থব্যয কৰাৰ এটাই মাত্ৰ অৰ্থ হ ব পাৰে অপচয়। কমিউনিটি প্ৰোজেক্টৰ ফল এতিয়াহে দেখিবলৈ আৰম্ভ কৰিছো মাথোন ।

প্ৰশাসনীয নিপুণতা বঢাব নোৱাৰিলে আৰু কৃষকৰ চৰিত্ৰত পৰিবৰ্তন আনিব নোৱাৰিলে কৃষিৰ উন্নতি ধনৰ মাধ্যমত অসম্ভৱ আনকি কৃষকৰ ওপৰত ৰাষ্ট্ৰীয বাধ্যবাধকতা প্ৰয়োগ কৰা অৱস্থাতো কৃষি এনে এটা ব্যৱসায় য ত ঘড়ী ঘন্টাৰে অথবা ধৰা বন্ধা নিযমেৰে কাজ চলাব নোৱাৰি। আৱশ্যকমতে কৃষকে কেতিযাবা পোন্ধৰ যোল্ল ঘন্টাও কাম কৰাৰ আৱশ্যক হ্য কেতিয়াবা আকৌ হাতত কোনো কামেই নাথাকে। চৰকাৰী হুকুমেৰে যে কৃষিৰ উন্নতি অসম্ভৱ তাৰ সাক্ষী হিচাবে আছে ৰাছিযাৰ ইতিহাস আৰু আমাৰ দেশৰে চৰকাৰী ফাৰ্মবোৰৰ দু খ লগা অবস্থা।

এনেদৰে বিবেচনা কৰিলে দেখা যায যে দেশত আজি যি খাদ্য সমস্যা তাৰ বাবে দ্বিতীয় আৰু তৃতীয পৰিকল্পনাৰ মৌলিক শিল্পত জোৰ দিযা নীতি দায়ী নহয়। এই সমস্যাৰ অৱস্থিতিযে বৰ, মৌলিক শিল্পত অধিক জোৰ দিযাৰ প্ৰয়োজনীয়তাৰ কথা হে প্ৰমাণ কৰে। কৃষিৰ উৎপাদন ব্যৱস্থাত মৌলিক পৰিবৰ্তন সাধিব নোৱাৰিলে কৃষি কেতিযাও লাভজনক নহ ব আৰু কৃষি লাভজনক নহ লে কৃষিৰ উন্নতিও চিৰদিনেই আকাশকুসুম হৈয়েই ৰব। কৃষিৰ উৎপাদন ব্যৱস্থাত মৌলিক পৰিবৰ্তন সাধাৰ অৰ্থে এতিযাতকৈও দ্ৰুতগতিত শিল্প স্থাপনৰ আজি প্ৰয়োজন। মৌলিক শিল্প স্থাপনে যে ভোগ সামগ্ৰী প্ৰস্তুতকাৰী অন্যান্য শিল্প স্থাপনতো প্ৰেৰণা যোগায় তাক আমি আগতে কৈছো। তদুপৰি কৃষিৰ উৎপাদন ব্যৱস্থাত পৰিবৰ্তন সাধিবৰ জোখেৰে শিল্প স্থাপনত যি পৰিমাণৰ মেচিনৰ আৱশ্যক সেই পৰিমাণৰ মেচিন বিদেশৰপৰা আমদানি সচাকৈযে অসম্ভৱ বিশেষত যি ক্ষেত্ৰত ভাৰতৰ বিশালতা আৰু জনবহুলতাৰ বাবেই এই আৱশ্যকতা চিৰস্থাযী হবলৈও বাধ্য। আনহাতে এই

মেচিনবোৰো শেহতীয়া 'মডেল' ৰ হ'ব লাগিব অন্যথা আৰন্ত ৰাষ্ট্ৰীয় প্ৰতিযোগিতাত তিষ্ঠিবলৈ দেশৰ শিল্প অক্ষম হ'ব। শেহতীয়া 'মডেল'ৰ মেচিনৰ আমদানি সহজ নহয়। আমদানি কৰিব পাৰিলেও মেচিন প্ৰস্তুতকাৰী কাৰখানা দেশত নাথাকিলে নতুন আবিষ্কাৰৰ প্ৰেৰণাৰ তথা ইণোভেচন ৰ অভাৱ দেশত চিৰদিনেই থাকে যি অভাৱৰ কাৰণে আৰ্থিক উন্নয়নৰ বিকাশত স্থবিৰতা সোমাবলৈ অৱকাশ ওলায়। এই সকলোবোৰ দিক বিবেচনা কৰিলে দেখা যাব যে দেশৰ উৎপাদন ব্যৱস্থাত তথা কৃষি খণ্ডত বৈপ্লৱিক পৰিবৰ্তন অনাৰ অৰ্থেই মৌলিক শিল্পৰ স্থাপন দেশত আজি হ'ব লাগে।

কৰ্ম নিয়োগৰ বিস্তাৰৰ যুক্তিত মৌলিক শিল্পৰ সলনি ক্ষুদ্ৰ শিল্পত জোৰ দিয়া আৱশ্যক বুলি যি তৰ্ক কিছুমানে তোলে সেই তৰ্কও আচলতে দুৰ্বল। আৰ্থিক বিকাশৰ কোনো বিশেষ স্তৰত হে ক্ষুদ্ৰ তথা কুটিৰ শিল্পৰ বিস্তাৰ স্বাভাৱিকতে ঘটে। জাতীয় আযৰ বৃদ্ধিয়ে স্বাভাৱিকতে ভোগ সামগ্ৰীৰ চাহিদা বঢ়ায় আৰু কুটিৰ শিল্পৰ স্থাপনো লাভজনক কৰে। সেইদৰে বৃহৎ শিল্পৰ স্থাপনে সহায়কাৰী বহুতো ক্ষুদ্ৰ শিল্প স্থাপনত প্ৰেৰণা যোগায যি প্ৰেৰণাৰ বাবেই যুক্তৰাষ্ট্ৰৰ নিচিনা কম বসতিৰ আৰু বৃহৎ শিল্পৰ দেশতো অসংখ্য ক্ষুদ্ৰ শিল্প আমি আজি পাও। আৰ্থিক বিকাশৰ এনে এটি স্তৰত উপনীত হব পাৰিলেহে কৰ্মনিযোগৰ প্ৰশ্নৰ সমাধান আচলতে সম্ভৱ আৰু সহজ। তাৰ আগত ই যে সহজ নহয সেই কথাৰ প্ৰমাণত আছে ক্ষুদ্ৰ তথা কুটিৰ শিল্পৰ বিস্তাৰৰ অৰ্থে অধিকৰ পৰা অধিকতৰ ধনৰ ব্যৱস্থা প্ৰত্যেক পৰিকল্পনাতে কৰি অহা সত্বেও আৰু এনে শিল্প বিস্তাৰৰ সমৰ্থনত মহাত্মা গান্ধীৰ নিচিনা লোকসকলৰ প্ৰেৰণা থকা সত্বেও আমি যে এইবোৰৰ ক্ষেত্ৰত বিশেষ অগ্ৰগতি লাভ কৰিব পৰা নাই এই সত্য।

## মিশ্ৰ অৰ্থনীতি

ভাৰতৰ নিচিনা বিৰাট জনবহুল আৰু স্থবিৰ আৰ্থিক ব্যৱস্থাযুক্ত দেশৰ পৰিকল্পনা যে মৌলিক শিল্পৰ ওপৰত জোৰ দিয়া নীতিৰ ভিত্তিতে ৰচিত হব লাগিব সেই কথা অস্বীকাৰ কৰাৰ যুক্তি আচলতে নাই। কিন্তু ব্যক্তিগত উদ্যামৰ মাধ্যমত মৌলিক শিল্পৰ স্থাপন সহজ আৰু দ্ৰুত নহয়। কিযনো এই শিল্পত লাভৰ আশা দীঘলীযা কালৰ পাচত হে সম্ভৱ। কিন্তু, ব্যক্তিগত উদ্যমে দীঘলীয়া কাল লাভৰ কাৰণে অপেক্ষা কৰিবলৈ সাধাৰণতে নোৱাৰে অথবা নুখোজে। আকৌ এনে শিল্প ব্যক্তিগত উদ্যমৰ হাতত এৰি দিযাটো বিপদজনকও। যিহেতুকে মৌলিক

শিল্পজাত বস্তুৰ মূল্য আৰু নিযমিত যোগানৰ ওপৰতে অন্যান্য শিল্প স্থাপনৰ সুবিধা আৰু ব্যয় নিৰ্ভৰ কৰে সেই হেতুকে এনে শিল্পৰ ওপৰত ৰাষ্ট্ৰীয় নজৰৰ নিশ্চয় আৱশ্যকতা আছে। আনহাতে যিহেতুকে এনে শিল্পসমূহ বৃহৎ পৰিমাণৰ মূলধনৰ আৱশ্যকতাৰ গতিকেই একচেতীযা হবলৈ বাধ্য সেই হেতুকে একচেটিযা শিল্পৰ শোষণ আৰু অনিপুণ পৰিচালনা ৰোধ কৰিবলৈও এইবোৰৰ ওপৰত ৰাষ্ট্ৰীয় চোকা নজৰ পৰিচালনা আনকি মালিকীস্বত্বও অপৰিহাৰ্য্য।

দেশৰ শিল্পস্থাপনৰ গতি দ্ৰুত অথচ শোষণমুক্ত কৰাৰ অৰ্থে মৌলিক শিল্পৰ ক্ষেত্ৰত যেনেকৈ চৰকাৰৰ এটি স্পষ্ট নীতি আৱশ্যক অন্যান্য শিল্পৰ ক্ষেত্ৰতো (ভোগ সামগ্ৰীৰ মহাৰ্ঘতা থকা কালত অন্ততঃ ) চৰকাৰৰ কৰ্তৃত্ব আৱশ্যক। সকলো প্ৰকাৰ শিল্পক সামৰি ভাৰত চৰকাৰে শিল্প সম্পৰ্কীয় যি নীতি গ্ৰহণ কৰিছে সেই নীতি মিশ্ৰ অৰ্থনীতি বুলি জনজাত। এই নীতি অনুসৰি শিল্পসমূহ তিনিটা শ্ৰেণীত ভাগ কৰা হৈছে। প্ৰথম শ্ৰেণীত প্ৰতিৰক্ষা সংক্ৰান্ত আৰু মৌলিক শিল্পসমূহ পৰিছে আৰু এইবোৰৰ ভৱিষ্যত বিস্তাৰৰ দায়িত্ব ৰাষ্ট্ৰই নিজে গ্ৰহণ কৰিছে। দ্বিতীয় শ্ৰেণীত থকা শিল্পসমূহ বিস্তাৰৰ কাৰণে ৰাষ্ট্ৰীয আৰু ব্যক্তিগত দুযো প্ৰকাৰ উদ্যমৰে আৱশ্যক বুলি ভবা হৈছে। তৃতীয় শ্ৰেণীত থকা বাকী সকলোবোৰ শিল্পৰ ক্ষেত্ৰত বিস্তাৰৰ দাযিত্ব মূলত ব্যক্তিগত উদ্যমৰ ওপৰত আছে। অবশ্যে ব্যক্তিগত উদ্যমৰো বহুক্ষেত্ৰত শোষণৰ প্ৰতিষেধক হিচাবে আৰু আৰ্থিক ক্ষমতাৰ সমবিতৰণৰ অৰ্থে সমবায খণ্ডৰো ব্যৱস্থা আছে।

ভাৰতৰ দ্ৰুত আৰ্থিক উন্নযনৰ অৰ্থে যে মিশ্ৰ অৰ্থনীতি আৱশ্যক সেই কথা সাধাৰণতে দেশে আজি মানি লৈছে। অৱশ্যে মিশ্ৰ অৰ্থনীতিৰ ফলতে দেশত দুৰ্নীতি আৰু অন্যান্য আৰ্থিক সমস্যাই উগ্ৰ ৰূপ লব পাৰিছে বুলি কোৱা লোকো কিছু সংখ্যক আছে। দেশৰ আৰ্থিক ব্যৱস্থা সম্পূৰ্ণৰূপে শোষণমুক্ত কৰাৰ অৰ্থে উৎপাদন ব্যৱস্থাৰ মালিকীস্বত্ব সম্পূৰ্ণৰূপে ৰাষ্ট্ৰই গ্ৰহণ কৰা উচিত বুলি তেওলোকে ভাবে। ৰাছিয়াৰ আৰ্থিক উন্নয়নৰ গতিৰ প্ৰতি আঙুলিয়াই এই ধাৰণা শুদ্ধ বুলিও তেওলোকে প্ৰমাণ কৰিব বিচাৰে।

দেশৰ উৎপাদন ব্যৱস্থাৰ মালিকীস্বত্ব সম্পূৰ্ণৰূপে ৰাষ্ট্ৰই গ্ৰহণ কৰাৰ প্ৰশ্নৰ লগত ব্যক্তিগত খণ্ডত থকা সকলো শিল্পকে ৰাষ্ট্ৰীয়ৰণৰ আৰু ৰাষ্ট্ৰীয়কৰণৰ প্ৰশ্নৰ লগত ক্ষতিপূৰণৰ অৰ্থে বিৰাট সঞ্চয়ৰ প্ৰশ্ন জড়িত আছে। ক্ষতিপূৰণ নিদিয়াকৈ ব্যক্তিগত খণ্ডত থকা শিল্পসমূহ জোৰেৰে ৰাষ্ট্ৰীয় কৰিব নোৱাৰি। ৰাছিয়াই অৱশ্যে

পাৰিছিল। কাৰণ জোৰ জুলুমৰ নীতি প্ৰয়োগ কৰিবলৈ ৰাছিয়া কুণ্ঠিত নহৈছিল আৰু সুবিধা পাইছিল। ভাৰতে জোৰজুলুম নীতি অস্বীকাৰ কৰিছে। কিয়নো, দেশৰ ৰাজনৈতিক বিকাশৰ অৰ্থে বিভিন্ন ৰাজনৈতিক দলৰ অৱস্থিতি তথা গণতান্ত্ৰিক শাসন পদ্ধতি আৱশ্যকীয় বুলি ভাৰতে বিশ্বাস কৰে। বিভিন্ন ৰাজনৈতিক দলৰ বৰ্তমান কোনো এক ৰাজনৈতিক দলে জোৰজুলুমৰ আশ্ৰয় লব নোৱাৰে কাৰণ তেতিয়া হলে নিৰ্বচনত তেওলোকৰ পৰাজয় অৱশ্যম্ভাবী হৈ উঠে। তদুপৰি জোৰজুলুম নীতি সমৰ্থনত দেশৰ সামৰিক শক্তি সম্পূৰ্ণৰূপে থাকিব লাগে ৰাছিয়াত ৰেড আৰ্মি থকাৰ দৰে। অন্যথা সেই নীতি কেতিয়াও কাৰ্য্যকৰী হব নোৱাৰে। আকৌ জোৰ জুলুমৰ নীতিৰ মাধ্যমত আৰ্থিক ব্যৱস্থাৰ পৰিবৰ্তন কৰোতে সাময়িকভাবে হলেও অন্তত আৰম্ভণি কালত আৰ্থিক বিপৰ্য্যয ঘটে। ৰাছিয়াও এনে বিপৰ্য্যযৰ হাত সাৰিব পৰা নাছিল। দেশৰ বৰ্তমান আৰ্থিক আৰু ৰাজনৈতিক পৰিবেশত এনে আৰ্থিক বিপৰ্য্যযৰ বিপদ সমুখত ৰাখিবলৈ দেশ আজি অসমৰ্থ। আনহাতে উৎপাদন ব্যৱস্থাৰ সকলো ক্ষেত্ৰকে ৰাষ্ট্ৰীযকৰণৰ অৰ্থে যি ধৰণৰ প্ৰশাসনীয তৎপৰতা নিপুণতা আৰু সাধুতাৰ আৱশ্যক সেইবোৰ আজি দেশত নাই। জাতীয চৰিত্ৰ আজি নিম্ন স্তৰত। যি কোনো পৰিকল্পনাৰে নীতি আৰু আকাৰ অকল ধনসংগ্ৰহ আৰু ব্যযৰ ওপৰতে নিৰ্ভৰ নকৰে। সি নিৰ্ভৰ কৰে জাতীয চৰিত্ৰ সামাজিক ব্যৱস্থা ৰাজনৈতিক পৰিবেশ আৰু প্ৰশাসনীয গুণাগুণৰ ওপৰতো। মনত ৰাখিব লাগিব বিদ্ৰোহৰ কিছুবছৰ পাচতেই মিশ্ৰ অৰ্থনীতিৰ কিছু কথা ৰাছিয়াইও গ্ৰহণ কৰিবলৈ বাধ্য হৈছিল। আৰ্থিক শোষণ দূৰীকৰণৰ অৰ্থে তথা সমাজতান্ত্ৰিক সংসদী গণতন্ত্ৰৰ বিকাশৰ অৰ্থে উৎপাদন ব্যৱস্থাৰ সকলো ক্ষেত্ৰকে ৰাষ্ট্ৰীযকৰণৰ আৱশ্যক নাই আৱশ্যক আছে সকলো ক্ষেত্ৰৰ ওপৰতে ৰাষ্ট্ৰীয় নজৰ তথা সঙ্গতি ৰক্ষা আৰু পৰিচালনাহে।

আজি দেশত নিশ্চয দুৰ্নীতি আছে আৰু বস্তুৰ মহৰ্ঘতাও আছে। কিন্তু ইযাৰ বাবে মিশ্ৰ অৰ্থনীতি অথবা অন্যান্য আৰ্থিক নীতি অথবা পৰিকল্পনা দাযী নহয়। মিশ্ৰ অৰ্থনীতি আৰু পৰিকল্পনা নোহোৱা অৱস্থাতো এইবোৰে আমাৰ দেশত মূৰ দাঙি উঠিছিল। বৃটিছৰ দিনৰেপৰা চলি অহা কিছুমান সমস্যাৰ ৰূপ অৱশ্যে এতিযা বেছি তীব্ৰ হৈছে। কিয়নো চিকিৎসা ব্যৱস্থাৰ উন্নযনৰ গতিকে জনসংখ্যাৰ বৃদ্ধি অত্যন্তই হৈছে আৰু যুদ্ধৰ সময়ৰেপৰা পশ্চিমীয়া দেশৰ জীৱিকাৰ মানে আমাক অত্যন্তই অভাৱসচেতন কৰিছে। পৰিকল্পনাৰ যোগেদি বিশেষকৈ মৌলিক শিল্প স্থাপনৰ যোগেদি উন্নয়নৰ গতি খৰতৰ কৰিব লগীয়া হোৱাত মূল্য বৃদ্ধিৰ সমস্যাইও চাকৰিযালসকলক এতিয়া বিশেষ কষ্ট দিছে। কিন্তু চাকৰিয়ালসকলক বহু সংখ্যকেই

দুখীয়া পৰিয়ালবপৰা আহিছে। পৰিকল্পনা নোহোৱা হ'লে তেওলোকে চাকৰিৰ সুবিধাই নাপালেহেতেন আৰু তেতিয়াও কষ্টত ভূগিব লাগিলেহেতেন। পৰিকল্পনা নোহোৱা হ'লে বেকাৰ সমস্যাৰ তীব্ৰতা এতিয়াতকৈ বহুগুণ বেচি হ'লহেতেন জনসাধাৰণৰ ক্ৰয়শক্তি নাথাকিলহেতেন মূল্যবৃদ্ধিৰ প্ৰেৰণা নথকা অৱস্থাত খাদ্যশস্যৰ উৎপাদনৰ গতি এতিয়াতকৈও অধিক মন্থৰ হ'লহেতেন আৰু খাদ্যশস' আৰু ক্ৰয়শক্তিৰ অভাৱত জনসাধাৰণৰ বহুসংখ্যক লোকেই দুৰ্ভিক্ষৰ সম্মুখীন হ'ব লাগিলহেতেন। চহৰৰ চাকৰিয়াল আৰু মজদুৰসকলে এতিয়াতকৈ কম কষ্ট পালেহেতেন সচা। কিন্তু তেওলোকৰ চাকৰিত অনিশ্চযতা বাঢ়িল হেতেন আৰু শেষত বেকাৰ হৈ তেওলোকেও অন্যৰ দৰে কষ্টত ভগিলেহেতেন। এনেবোৰ সম্ভৱনা যে অলীক নহয়, সেই কথাৰ প্ৰমাণত আছে এই শতিকাৰে তৃতীয় দশকৰ বিশেষকৈ আৰম্ভণি কালৰ ভাৰতৰ আৰ্থিক ইতিহাস। তেতিযাতকৈ এতিযাৰ অৱস্থা অধিক ভযাবহ। কিযনো এতিয়া দেশৰ জনস্‌খ্যা বিস্ফোৰক স্তৰত আৰু আন্তৰাষ্ট্ৰীয প্ৰতিযোগিতাত তিষ্ঠিব নোৱাৰি দেশৰ পুৰণি কুটিৰ শিল্পসমূহ বিনষ্টপ্ৰায়।

## পৰিকল্পনাৰ কাৰ্য্যকৰী ব্যৱস্থাত ত্ৰুটি

দেশৰ বৰ্তমান দুখ দুৰ্গতিৰ বাবে পৰিকল্পনা (অথবা তাৰ নীতিসমূহ) নিশ্চয দাযী নহয। কিন্তু ইযাৰ অৰ্থ এই নহয যে ইয়াক বৰ্তমানতকৈ অধিক উন্নত কৰিব নোৱাৰি। পৰিকল্পনাৰ নীতি সমূহ শুদ্ধ তাত সন্দেহ নাই। কিন্তু পৰিকল্পনাৰ কাৰ্য্যকৰী ব্যৱস্থাত যে খুত আছে সিও ঠিক।

পৰিকল্পনাৰ বাবদ কিছু মূল্যবৃদ্ধি স্বাভাৱিক। কিন্তু পৰিকল্পনাৰ আচনিসমূহ যদি নিৰ্দ্ধাৰিত সমযত সমাধা কৰিব পৰা যায তেন্তে সেই মূল্যবৃদ্ধি সীমাৰ ভিতৰত থাকে। প্ৰশাসনীয ব্যৰ্থতাৰ কাৰণে পৰিকল্পনাৰ বহুতো আচনি নিৰ্দ্ধাৰিত সময়ৰ ভিতৰত কৰিব পৰা নাই ই ঠিক যে পৰিকল্পনা অনুসৰি কৃষিত আগবাঢ়িব নোৱাৰাৰ হেতুকেই যে দেশত মূল্যবৃদ্ধি অধিক হৈছে ই সত্য। কৃষিৰ ব্যৰ্থতাৰ মূলত প্ৰধানত মৌচুমী বায়ুৰ ব্যৰ্থতা হ'লেও প্ৰশাসনীয় ব্যৰ্থতাও কম দায়ী নহয়।

প্ৰশাসনীয় ব্যৰ্থতা দূৰ কৰি পৰিকল্পনা অধিক জীৱন্ত কাৰ্য্যকৰী ব্যৱস্থা অধিক বাস্তৱ আৰু ফলপ্ৰসূ আৰু পৰিকল্পনা জনিত দুখ কষ্ট কম বেদনাদায়ক নিশ্চয় কৰিব পাৰি। আমাৰ প্ৰশাসন বাস্তৱ দৃষ্টিভঙ্গীযুক্ত আৰু দায়িত্বশীল হোৱাৰ প্ৰয়োজন আজি হৈছে। এই ক্ষেত্ৰত সমালোচনাসকলৰ তথা শিক্ষিত সমাজৰো কৰ্তব্য আছে। শিক্ষিত সমাজ আজি সমালোচনা মুখৰ। কিন্তু তেওলোকৰ সেই সমালোচনা হুজুগী

আৰু উপকৰণ। পৰিকল্পনাৰ কাৰ্য্যকৰী ব্যৱস্থাৰ যি ক্ষেত্ৰত ত্ৰুটি আছে সেই ত্ৰুটি পোনপটীয়াভাৱে আৰু প্ৰকৃত উদাহৰণেৰে সমালোচনাসকলে দাঙি ধৰাৰ আজি আৱশ্যক। কিয়নো, তেতিয়া হ লেহে পৰিল্পনাৰ কাৰ্য্যকৰী ব্যৱস্থা দোষশূণ্য হ ব। পৰিকল্পনাৰ কাৰ্য্যকৰী ব্যৱস্থা আৰু দেশৰ প্ৰশাসন গঠনমূলক দৃষ্টিভঙ্গীৰে সমালোচনা কৰিবলৈ যি ধৈৰ্য্য যি চোকা নজৰ আৰু যি পক্ষপাতিত্বশূণ্য বাস্তৱ দৃষ্টিভঙ্গীৰ আৱশ্যক দুৰ্ভাগ্যবশত সেইবোৰ আজি আমাৰ শিক্ষিত সমাজৰ যথেষ্ট নাই। শিক্ষিত সমাজৰ এই ন্যূন্যতাৰ গতিকেই পৰিকল্পনাৰ আচনিসমূহ সম্পূৰ্ণ কৰাত সময আৰু ধনৰ অপচয হৈছে জনসাধাৰণৰ দু খ কষ্ট অস্বাভাৱিক আৰু অনাৱশ্যকভাৱে বাঢ়িছে আৰু দেশত এটি পৰিকল্পনা বিমুখী ঝতাবৰণ সৃষ্টি হৈছে।

## পৰিকল্পনা আৰু শিক্ষা

পৰিকল্পনাজনিত দু খ কষ্টৰ মাত্ৰা স্বাভাৱিক স্তৰলৈ আনিবলৈ হ লে পৰিকল্পনাৰ সমালোচনা আৰু প্ৰশাসন দুয়োটাই বস্তিৱমুখী আৰু দাযিত্বশীল হ্ব লাগিব। আৱশ্যে সমালোচনা আৰু প্ৰশাসন দাযিত্বশীল আৰু বাস্তৱমুখী একেদিনে হৈ উঠিব নোৱাৰ ইও ঠিক ।

প্ৰশাসন বাস্তৱমুখী দায়িত্বশীল আৰু সাধু কৰাৰ অৰ্থে পৰিকল্পনাত শিক্ষাৰ ওপৰত বেচি জোৰ দিব লাগে বুলি আৰু শিক্ষাৰ শিতানত অধিক ধন খৰচ কৰিব লাগে বুলি কিছুমান সমালোচকে মত পোষণ কৰে। কিন্তু এই ক্ষেত্ৰত মনত ৰাখিব লাগিব যে শিক্ষাৰ পৰিকল্পনাত অধিক ধন খৰচ কৰা সহজ কিন্তু শিক্ষাৰ মানৰ উন্নতি সময়সাপেক্ষ। শিক্ষাৰ বিস্তাৰ হয়তো ধন খৰচ কৰিলেই হ্ব কিন্তু ধন খৰচ কৰিলেই ভাল শিক্ষকৰ অভাৱ নাতৰে। তদুপৰি শিক্ষাত অধিক ধন খৰচ কাৰিবলৈও ৰাহি ধনৰ আৰু ৰাহি ধনৰ অৰ্থে জাতীয় আযৰ বৃদ্ধি অৱশ্যাই অপৰিহাৰ্য্য। প্ৰথম পঞ্চবাৰ্ষিকী পৰিকল্পনাতকৈ দ্বিতীযত আৰু দ্বিতীযতকৈ তৃতীয়ত অধিক ধন শিক্ষাৰ শিতানত ধাৰ্য্য কৰিব পৰা হৈছে। কিযনো পৰিকল্পনাৰ অন্যান্য খণ্ডত ধন খৰচৰ ব্যৱস্থাত থকাত জাতীয় আয নিশ্চয বাঢ়িছে।

পৰিকল্পনাৰ কৃতকাৰ্য্যতাৰ কাৰণে প্ৰশাসন আৰু প্ৰশাসনৰ কৃতকাৰ্য্যতাৰ বাবে শিক্ষা অৱশ্যাই উন্নত হ্ব লাগিব তাত সন্দেহ নাই। কিন্তু উন্নত শিক্ষা অকল ধন খৰচৰ ওপৰতে নিৰ্ভৰ নকৰে। ই শিক্ষা বিস্তাৰৰ ওপৰতো অকল নিৰ্ভৰ নকৰে। ই নিৰ্ভৰ কৰে উৎপাদন ব্যৱস্থা ৰাজনৈতিক বাতাবৰণ সামাজিক গাঠনি সামাজিক আদৰ্শ আদিৰ পৰিবৰ্তনৰ ওপৰতো।

## পৰিকল্পনাৰ কৃতকাৰ্য্যতা আৰু ব্যৰ্থতা

প্ৰশাসনীয় ব্যৰ্থতাৰ বাবদ কিছু অস্বাভাৱিক দুখ কষ্ট পৰিকল্পনাই দেশত সৃষ্টি কৰিলেও পৰিকল্পনাৰ কাৰণেই যে দেশত দ্ৰুত আৰ্থিক উন্নয়ন হৈ আছে ইও সত্য। পৰিকল্পনাৰ কালছোৱাৰ ভিতৰত দেশৰ শিল্পজাত বস্তুৰ উৎপাদন আগৰ তুলনাত প্ৰায় দেৰ গুণ বাঢ়িছে এক নিযুত টন তীখাৰ ঠাইত ন নিযুত টন হৈছে। বিজুলী শক্তিৰ উৎপাদন বৃদ্ধি পাইছে দুই নিযুতৰপৰা ছয় নিযুত কিলোৱাটলৈ। ব্যক্তিগত বৃহৎ শিল্পত কৰ্মনিযোগ বাঢ়িছে বিশ লাখৰপৰা পঞ্চাশ লাখলৈ। ৰাষ্ট্ৰীয খণ্ডত আগতে খুব কম লোকৰেই নিযুক্তি হৈছিল, প্ৰায় নব্বৈ লাখ লোক আৰু তেওলোকৰ পৰিয়ালবৰ্গক ধৰি ইয়াৰ ওপৰত নিৰ্ভৰশীল লোকৰ সংখ্যা আছিল প্ৰায শতকৰা দহহে ।

পৰিকল্পনাৰ আগতে এখন ডাঢ়ি খুৰোৱা ব্লেডৰ কাৰণেও এখন বাই চেকেলৰ কাৰণেও আমি পৰদেশমুখাপেক্ষী আছিলো। কিন্তু এতিয়া নহয। পকিস্তানৰ লগত হোৱা যোৱা যুদ্ধত অৱশ্যাই প্ৰমাণিত হৈছিল আমাৰ শিল্পশক্তি যে সম্মানীয়। সকলো ধৰণৰ ইঞ্জিন মেচিন তীখা পেট্ৰোল যুদ্ধ জাহাজ সামৰিক অস্ত্ৰ বিমান এচিড এক্কলিন্, বিজুলীচালিত সজুলি আদি অসংখ্য শিল্পজাত দ্ৰব্য প্ৰস্তুত কৰিবলৈ দেশ আজি সক্ষম। এইবোৰ আগতে আমি আমদানি কৰিছিলো। এতিয়া কিন্তু এইবোৰৰ বহুতো পশ্চিমীয়া দেশবোৰলৈও আমি ৰপ্তানি কৰিবলৈ ধৰিছো। কাৰিকৰী শিক্ষাত শিক্ষিত লোকৰ সংখ্যা অত্যন্ত বৃদ্ধিৰ পাচতো কোনো কোনো ক্ষেত্ৰত দেশত ইঞ্জিনিযাৰৰ যি অভাৱ সেই অভাৱেও দেশৰ শিল্প বিপ্লৱকে সূচায়।

কৃষিত আমাৰ অগ্ৰগতি অৱশ্যে কম। কিন্তু তাতো অগ্ৰগতি নোহোৱাকৈ থকা নাই। আগৰ তুলনাত দেশত খাদ্য শস্যই প্ৰায দেৰগুণ বৃদ্ধি হৈছে। সৰ্বসাধাৰণৰ ভোগ সন্তুষ্টিৰ পেটাৰ্ণলৈ লক্ষ্য কৰিলে আমি অৱশ্যাই তাত উন্নতি নেদেখাকৈ নাথাকো। কাপোৰ চেনি চাহ আনকি চাউল আৰু আটাৰো জনমুৰি ব্যৱহাৰ অৱশ্যাই বাঢ়িছে।

এইটো অৱশ্যে ঠিক যে পৰিকল্পনাৰ বিশেষকৈ তৃতীয় পৰিকল্পনাৰ সকলো লক্ষ্যত আমি উপনীত হব পৰা নাই। তৃতীয় পৰিকল্পনাৰ পাচোটা মূল লক্ষ্যৰ দুটাত আমি নিশ্চয় পিচ পৰি আছো। কৃষিত উৎপাদন বাঢ়িছে, সচা। কিন্তু, লক্ষ্য আছিল স্বাৱলম্বী হোৱা। স্বাৱলম্বী আমি হ ব নোৱাৰিলো। কৃষিৰ লক্ষ্যত উপনীত হ ব

নোৱাৰাত বছৰি শতকৰা পাচ হাৰত জাতীয় আয় বৃদ্ধিৰ যি মূল লক্ষ্য আছিল সেই লক্ষ্যও সম্পূৰ্ণভাৱে সাধিত নহ'ল। জাতীয় আয় বাঢ়িল। কিন্তু বাঢ়িল মাত্ৰ শতকৰা চাৰি হাৰত।

মূল লক্ষ্য পূৰ্ণভাৱে সাধিত কৰিব নোৱাৰাত তৃতীয় পৰিকল্পনাও পূৰ্ণভাৱে কৃতকাৰ্য্য হোৱা নাই সি নিশ্চিত। কিন্তু পূৰ্ণভাৱে কৃতকাৰ্য্য নোহোৱা কথাই পৰিকল্পনাৰ ব্যৰ্থতা নুবুজায। মূল লক্ষ্যৰ উপৰিও আছে পৰিকল্পনাৰ চৰম উদ্দেশ্য। লক্ষ্য পথৰ অংশবিশেষ মাত্ৰ পথৰ দিক্ কিন্তু নহয। চৰম উদ্দেশ্যই হে আচলতে কৰে দিক্ নিৰ্ণয়।

আমাৰ পৰিকল্পনাৰ চৰম উদ্দেশ্য দেশৰ আৰ্থিক ব্যৱস্থাৰ স্থবিৰতা দূৰ কৰি স্বপ্ৰণোদিত উন্নয়নৰ অৱস্থা প্ৰাপ্তি। এই উদ্দেশ্য কিমান সাধিত হৈছে তাক খাদ্য শস্যৰ বৃদ্ধি আনকি জাতীয আযৰ বৃদ্ধিৰেও জুখিব নোৱাৰি। তাক জোখাৰ অৰ্থে আমি মূলত দৃষ্টিপাত কৰিব লাগিব উৎপাদন ব্যৱস্থাৰ টেকনোলজিকেল পৰিবৰ্তনৰ প্ৰতি।

টেক্নোলজিকেল পৰিবৰ্তনৰ দৃষ্টিভঙ্গীৰে বিচাৰ কৰিলে আমাৰ পৰিকল্পনা ব্যৰ্থ হোৱা বুলি আচলতে আমি কব নোৱাৰো। দেশত আজি যি টেকনোলোজিকেল বিপ্লৱ আৰম্ভ হৈছে তাৰ গতি অৱশ্যই তীব্ৰ যদিও কৃষিখণ্ডত তাৰ প্ৰভাৱ এতিযাও নগন্য ।

কৃষি খণ্ডৰ ব্যৰ্থতাৰ কাৰণেই পৰিকল্পনা ব্যৰ্থ আৰু আনাৱশ্যক বুলি আমি কব নোৱাৰো। কৃষি খণ্ডত টেক্নোলোজিকেল পৰিবৰ্তন সাধাৰ অৰ্থেই আচলতে আমাক পৰিকল্পনা লাগে আৰু পৰিকল্পনাৰ অন্য খণ্ডত কৃতকাৰ্য্য হ'লেও পৰিকল্পনাৰ চৰম উদ্দেশ্যৰ পিনে আগবঢ়া বুলি ভবাৰ স্থল আছে। কৃষি খণ্ডতো অঞ্চল বিশেষত টেকনোলোজিকেল পৰিবৰ্তন দৰ্শনীয হৈ উঠিব ধৰিছে।

পৰিকল্পনাৰ ব্যৰ্থতাৰ জয়ঢোল বজাই পৰিকল্পনা বিমুখী বাতাবৰণ সৃষ্টিৰ সময বৰ্তমান নহয। কিয়নো কোনো ক্ষেত্ৰত লক্ষ্যত উপনীত হ'ব নোৱাৰিলেও বহুক্ষেত্ৰত অৱশ্যই আমি লক্ষ্য অতিক্ৰম কৰিছো আৰু বহুক্ষেত্ৰত আমি প্ৰেৰণাও পাইছো । সামযিক আৰু আংশিক ব্যৰ্থতা যি কোনো পৰিকল্পনাতে থাকিবলৈ বাধ্য। নিম্নস্তৰত লক্ষ্য নিৰ্দিষ্ট কৰি এনে ব্যৰ্থতাৰ হাতৰ পৰা সাৰিব পাৰি। কিন্তু তেতিয়া হ'লে উন্নয়নৰ সামূহিক চেষ্টাও নিম্নস্তৰৰ হ'ব সাময়িক ব্যৰ্থতাৰ পৰিমাণে পৰিকল্পনাৰ যোগেদি উন্নয়নৰ সামূহিক চেষ্টা কিমানদূৰলৈ সম্ভৱপৰ তাৰহে এটি

মাপ দিয়ে আৰু এনে চেষ্টাক উচ্চস্তৰত সক্ৰিয় কৈ ৰখাত সহায় কৰে। আমাৰ পৰিকল্পনাই আজি যি ব্যৰ্থতাৰ সম্মুখীন হৈছে তাক সাময়িক বুলি ভাবিবলৈ অন্তত পাচোটা কাৰণ আছে।

(১) আমাৰ পঞ্চবাৰ্ষিকী পৰিকল্পনাসমূহ দীঘলীয়া পৰিকল্পনাৰ একোটি স্তৰহে। গতিকে কোনো পঞ্চবাৰ্ষিকী পৰিকল্পনাৰ কোনো ক্ষেত্ৰত আংশিক ব্যৰ্থতা দেখিলেই পৰিকল্পনা ব্যৰ্থ হোৱা বুলি কোৱা অনুচিত। দীঘলীয়া পৰিকল্পনাৰ পটভূমিতহে চুটি পৰিকল্পনাৰ কৃতকাৰ্য্যতা জুখিব পাৰি। তেনে পটভূমিত বিচাৰ কৰিলে আমি কবলৈ বাধ্য যে দেশৰ আৰ্থিক উন্নয়নৰ গতি সন্তোষজনক।

(২) যি হেতুকে আমি মিশ্ৰ অৰ্থনীতি গ্ৰহণ নকৰি নোৱাৰো সেই হেতুকে বহু সময়ত বিপৰীত ভাবধাৰা আৰু সেয়ে কোনো কোনো ক্ষেত্ৰত ব্যৰ্থতা থাকিবলৈ বাধ্য। অগণন ব্যক্তিক শিল্পমুখী কৰিবৰ কাৰণে সমান সুবিধা যোগানৰ ব্যৱস্থা আৰু মৌলিক শিল্পৰ ৰাষ্ট্ৰীয়কৰণ যেনেকৈ আৱশ্যক তেনেকৈ আৱশ্যক ব্যক্তিগত খণ্ডত শিল্প স্থাপনৰ গতি দ্ৰুত কৰিবৰ অৰ্থে লাভৰ উচ্চ হাৰো। সেইদৰে বিভিন্ন কৰ্মত মেধাৱী লোকৰ যোগান সম্ভৱপৰ কৰিবৰ অৰ্থে তথা শ্ৰমমৰ্য্যাদাৰ সমতাৰ অৰ্থে যেনেকৈ আৱশ্যক বিভিন্ন কৰ্মত সমান দৰমহাৰ তেনেকৈ আৱশ্যক প্ৰশাসনীয় নিপুণতাত প্ৰেৰণা যোগাবলৈ দৰমহাৰ প্ৰাৰ্থক্যও তথা উচ্চ দৰমহাৰ আশাও। বৰ্তমান অৱস্থাত দেশত সমতাতকৈও উৎপাদন বৃদ্ধিৰ আৱশ্যকতা অধিক। কিন্তু উৎপাদন বৃদ্ধিৰ গৰজতে অসমতাৰ বুনিযাদ এটিও দেশত গঢ়িবলৈ দিব নোৱাৰো। কিয়নো তেতিয়া হ লে দেশত আৰ্থিক শোষণ আৰম্ভ হ ব যি শোষণৰ বাবে শেষত উৎপাদন ব্যবস্থাতো বিশৃঙ্খলা আহিব।

উন্নয়নৰ বিভিন্ন ক্ষেত্ৰত ভাবধাৰাৰ যি বৈপৰিত্য তাক দৰ কৰি সমন্বয় সাধোতে সময় লাগে। কিযনো ইযাৰ লগত বিভিন্ন লোকৰ বিভিন মতৰ সমন্বয় সাধনৰ তথা মানসিক পৰিবৰ্তনৰ প্ৰশ্ন আছে। গতিকে কোনো বিশেষ দৃষ্টি ভঙ্গীত পৰিকল্পনাৰ কোনো বিশেষ ক্ষেত্ৰত ব্যৰ্থতা পৰিকল্পনাৰ কোনো বিশেষ স্তৰত ব্যৰ্থতা পৰিলক্ষিত হ লেও সামূহিক দৃষ্টিভঙ্গীত সি আচলতে ব্যৰ্থতা নহয।

(৩) প্ৰশাসনীয় ব্যৰ্থতাৰ গতিকে পৰিকল্পনাৰ অগ্ৰগতিত অৱশ্যই বাধা বাঢ়িছে আৰু অযথা পলম হৈছে। প্ৰশাসনীয় ব্যৰ্থতা বহু সময়ত পৰিবৰ্তনৰ দ্ৰুততাৰ বাবেও হবলৈ বাধ্য। এনে ব্যৰ্থতা সাময়িকো। গতিকে প্ৰশাসনীয় ব্যৰ্থতাত হতাশ নহৈ তাক কেনেকৈ নিপুণ আৰু সাধু কৰা যায় তাৰ বাবেহে আমি যত্ন কৰিব

লাগে। প্ৰশাসনীয় ব্যৰ্থতা নাথাকিলে পৰিকল্পনাজনিত ব্যৰ্থতাও আতৰিব।

(৪) গণতান্ত্ৰিক পদ্ধতিত অৰ্থাৎ ভোটৰ প্ৰতি লক্ষ্য ৰাখি পৰিকল্পনা কাৰ্য্যকৰী কৰিব লগীয়া হোৱাত বহু সময়ত বিভিন্ন আঞ্চলিক স্বাৰ্থৰ প্ৰতি লক্ষ্য ৰাখি আচনি কৰিব লগীয়া হৈছে। এনে আচনিৰ গতিকে কোনো কোনো অৱস্থাত পৰিকল্পনাৰ মৌলিক ক্ষেত্ৰত অধিক জোৰ দিবলৈ ধনৰ অভাৱ ঘটিছে অথবা অধিক সময় লাগিছে। পৰিকল্পনাৰ মৌলিক তাৎপৰ্য্যসমূহৰ বিশদ আলোচনা দেশত হ্বলৈ আৰম্ভ কৰিলে জনসাধাৰণ পৰিকল্পনা সচেতন হৈ উঠিব আৰু ইযাৰ ফলতে পৰিকল্পনাৰ অগ্ৰগতিযেও আঞ্চলিক স্বাৰ্থৰ সাময়িক বাধা অতিক্ৰম কৰিবলৈ সমৰ্থ হ্ ব।

(৫) পৰিকল্পনাৰ কৃতকাৰ্য্যতা এতিযাও কৃষি খণ্ডত লক্ষিত হোৱা নাই। কৃষি খণ্ডত কৃতকাৰ্য্য হ্ লে অৰ্থাৎ তাক দ্ৰুত উন্নয়নৰ এটি স্বাভাৱিক গতিৰে জীৱন্ত কৰিব পাৰিলে পৰিকল্পনাত কৰিবলগীয়া আচলতে বিশেষ একো নাথাকে। এই গতি অৰ্জন কৰিব নোৱাৰাৰ বাবে আমি যেনেকৈ বাৰে বাৰে হতাশ হৈছো তেনেকৈ তাক নোপোৱালৈকে পৰিকল্পনাও আমি এৰিব নোৱাৰো।

কৃষি খণ্ডত মৌলিক পৰিবৰ্তন সহজ সাধ্য নহয়। কিন্তু যোৱা পৰিকল্পনাসমূহৰ কালছোৱাত পঞ্চাযত কমিউনিটি প্ৰোজেক্ট পথাৰ পৰিচালনা সমিতি কৃষিজাত বস্তু বিক্ৰি ব্যৱস্থাত সংস্কাৰ গুডাম নিৰ্ম্মাণ সমবায় সমিতিৰ মাধ্যমত ঋণদান ভূমি স্ংস্কাৰ সেউজীযা বিপ্লৱ আদিৰে কৃষি উন্নযনৰ আৱশ্যকীয প্ৰাথমিক কাৰ্য্যৰ অৰ্থে যি আনুষ্ঠানিক বুনিযাদ গোটেই দেশতে গঢ়ি তুলিব পৰা হৈছে সি উলাই কৰিবলগীযা বিধৰ নহয। কিযনো ইযাৰ ফলতে কৃষি উন্নযনও আগতকৈ নিশ্চয যথেষ্ট হৈছে আনকি ভাৰত এতিযা দুই এক এখন কৃষিজাত দ্ৰব্যৰ ৰপ্তানীৰো দেশ।

অবশ্যে এতিযাও বহু কাম বাকী। জলসিঞ্চনৰ ব্যৱস্থাই এতিযাও খেতিৰ আধা মাটিকে সামৰি ল ব পৰা নাই। কৃষিজাত বস্তু বিক্ৰিৰ ব্যৱস্থা আৰু সমবায আন্দোলনৰ গতি এতিয়াও অসন্তোষজনক। ৰাসায়নিক সাৰৰ উৎপাদন এতিযাও যথেষ্ট নহয়। সেউজীয়া সাৰৰ ব্যৱহাৰৰ আৰু শস্যচক্ৰৰ প্ৰচলনৰ অৰ্থে দেশত এতিযাও চেষ্টাৰ অভাৱ। ভূমি সংস্কাৰে খেতিযকক নিশ্চয়তা দিলেও খেতি লাভজনক কৰি ই এতিয়াও তুলিব পৰা নাই। মালিকক এতিযা খেতিয়কে অৱশ্যে খেতিৰ অংশ কম দিব লাগে আৰু মাটিৰপৰা খেতিয়কক মালিকে এতিয়া খেদিও দিব নোৱাৰে। কিন্তু খেতিয়কৰ ৰাহি তথাপিও নাই। খেতিয়কৰ প্ৰতি ভূ মিৰ পৰিমাণ ইমান কম যে সেই ভূমিয়ে খেতিযকৰ দৈনন্দিন অভাৱকে পূৰাব নোৱাৰে ৰাহি

ওলাব কৰ পৰা? ভূমিৰ পৰিমাণৰ অধিকাৰৰ বৃদ্ধিৰে যান্ত্ৰিক খেতিৰ প্ৰচলন প্ৰেৰণা যোগাব নোৱাৰিলে খেতিত ৰাহি ওলোৱা অথবা খেতি লাভজনক হোৱা অসম্ভৱ। খেতি লাভজনক নোহোৱালৈকে কৃষিত উন্নতিৰ আশাও আকাশকুসুম।

ভূমিৰ অধিকাৰৰ পৰিমাণৰ বৃদ্ধিৰ দৃষ্টিভঙ্গীৰে এতিয়াও ভূমি সংস্কাৰৰ দিহা পৰিকল্পনাত কৰিব পৰা নাই। অথচ, সমবায় ফাৰ্মৰ ব্যৰ্থতাই এনে ধৰণৰ ভূমি স্‌ংস্কাৰ আনকি এই ক্ষেত্ৰত ৰাষ্ট্ৰীয় বাধ্যবাধকতাও আজি দেশত অপৰিহাৰ্য্য কৰি তুলিছে। জলসিঞ্চন পথাৰ সেউজীয়া সাৰৰ প্ৰয়োগ আদিৰ ক্ষেত্ৰতো ৰাষ্ট্ৰীয বাধ্যবাধকতাৰ আবশ্যকতা আজি আছে। যোৱা পৰিকল্পনাসমূহৰ কালছোৱাত গাঁও উন্নযনৰ যি গাথনি দেশত গঢ়ি তুলিব পৰা হৈছে সেই গাথনিৰ মাধ্যমতে উন্নয়নৰ প্ৰকৃত কাম আনকি বাধ্যবাধকতাৰো প্ৰযোগ আজি অৱশ্যেই ৰাষ্ট্ৰই কৰিব পাৰে।

পৰিকল্পনাৰ কিছুমান লক্ষ্য সাধনত আমি কিছুপৰিমানে ব্যৰ্থ হৈছো সচা। বিশেষকৈ নিবনুৱা নিবনুৱাৰ সমস্যা দৰিদ্ৰতা সমস্যাৰ আৰু আন্তৰ্জাতিক লেনদেনৰ সমতা স্থাপনৰ সমস্যাৰ ক্ষেত্ৰত। কিন্তু বৰ্তমান সময়ত হে এই তিনিটা সমস্যা সমাধানত বিশেষ গুৰুত্ব দিবলৈ আৰম্ভ কৰা হৈছে। পৰিকল্পনাৰ সকলো লক্ষ্য পূৰ্ণভাবে সাৰ্থক নোহোৱাত পৰিকল্পনাবিমুখী বাতাবৰণ দেশত আজি নিশ্চয় সৃষ্টি হৈছে। কিন্তু পৰিকল্পনাৰ এনে এটি স্তৰত আজি আমি উপনীত যে কৃষিত বৈপ্লৱিক পৰিৰ্বতন সাধিবলৈ আৰু দৰিদ্ৰতা দূৰীকৰণ আদি সমস্যা সমাধান কৰিবলৈও আমি আজি সচাকৈয়ে সমৰ্থ।

# স্বাধীনত্তৰ কালত গাঁৱৰ নিবনুৱা সমস্যা

স্বাধীনতাৰ ইমান বছৰ পাছতো দেশৰ নিবনুৱা সমস্যা সমস্যা হৈয়েই ৰল। এই সময়ৰ ভিতৰত কেবা খনো পাচ বছৰীয়া পৰিকল্পনা দেশে সম্পূৰ্ণ কৰিলে। তথাপিও দেখা গ ল যে ঠিক এই মুহূৰ্ত্তত প্ৰায় এশ লাখ লোক দেশত পুৰ্ণ ৰূপে বেকাৰ। যি সকল লোক পুৰ্ণ ৰূপে বেকাৰ নহয় সেই সকলৰো বহু সংখ্যক লোক বছৰৰ কোনো নহয় কোনো সময়ত কৰ্মহীন অৱস্থাত অথবা অৰ্থবেকাৰ অৱস্থাত থাকিবলৈ বাধ্য।

বিগত পাচ বছৰীযা পৰিকল্পনা সমূহত নিবনুৱা সমস্যা সম্পূৰ্ণ ৰূপত সমাধা কৰাৰ বাবে ব্যৱস্থা নাই। আনকি চতুৰ্থ পৰিকল্পনাৰ খচৰা লিপিতো নিবনুৱা সমস্যাৰ সমাধান পৰিকল্পনাৰ এটি পৰোক্ষ উদ্দেশ্য হিচাপেহে আছে।

কেৱল আৰ্থিক যুক্তিত দেশৰ সৰ্বপ্ৰধান সমস্যা অবশ্যই দেশৰ উৎপাদন বৃদ্ধি। আৰু সেই অৰ্থে পৰিকল্পনাৰো মুখ্য উদ্দেশ্য অৱশ্যই হব লাগিব উৎপাদন ব্যৱস্থাৰ টেক্‌নিলজিকেল বা কাৰিকৰী পৰিবৰ্তন। এনে পৰিবৰ্তনৰ গৰজতে পৰিকল্পনাসমূহত বিশেষকৈ দ্বিতীয় পাচ বছৰীযা পৰিকল্পনাৰ সময়ৰ পৰা মৌলিক শিল্পসমুহ স্থাপনত গুৰুত্ব দিযা হৈছে। দেশৰ দ্ৰুত আৰ্থিক উন্নযনৰ হকে আনকি প্ৰতিৰক্ষাৰ ক্ষেত্ৰত স্বাৱলম্বিতা প্ৰাপ্তিৰ বাবেও ভাৰতৰ নিচিনা বিৰাট দেশ এখনে মৌলিক শিল্প স্থাপনত অৱশ্যই গুৰুত্ব দিব লাগিব। কেৱল আৰ্থিক যুক্তিত এই নীতি ভুল বুলি কব নোৱাৰি। এই নীতি অনুসৰণ কৰি ৰুছিযা আদি দেশ সমূহেও চমকপ্ৰদভাবে দেশৰ আৰ্থিক উন্নযন সাধিবলৈ সমৰ্থ হৈছে।

## তৎপৰতাৰে সমাধানৰ আৱশ্যক

কিন্তু দেশৰ নিবনুৱা সমস্যা সমাধানৰ জৰুৰী আৱশ্যকতা উপলব্ধি কৰিবলৈ উৎপাদনৰ দৃষ্টিভঙ্গীৰ পিনৰ পৰা প্ৰদৰ্শন কৰা আৰ্থিক যুক্তিযেই যথেষ্ট নহয় বিশেষত যি অৱস্থাত দেশে মিশ্ৰ অৰ্থনীতি অনুসৰণ কৰে কৃষি খণ্ডত ৰাষ্ট্ৰীয় কৰ্তৃত্ব নাথাকে বিতৰণ ব্যৱস্থাত ৰাষ্ট্ৰীয় কৰ্তৃত্ব সম্পূৰ্ণ আৰু নিপুণ হৈ নুঠে আৰু লেখত লবলগীয়া ভাবে আৰ্থিক অসমতা দেশত থাকে। এনে অৱস্থাত নিবনুৱা সমস্যাই

বিতৰণৰ ক্ষেত্ৰত বিৰাট অন্যায় আৰু বেমেজালি সৃষ্টি কৰি ৰাজনৈতিক অস্থিৰতা ভয়ানক ৰূপে বৃদ্ধি কৰে।

বিতৰণৰ ব্যৱস্থাৰ ওপৰত আৰু কৃষি খণ্ডৰ ওপৰত সম্পুৰ্ণ কৰ্তৃত্ব থকা পুৰ্ণ সমাজবাদী দেশসমূহত নিবনুৱা সমস্যা আচলতে সৃষ্টি হব নোৱাৰে। কিয়নো সেইবোৰত বিতৰণ নীতিৰ মাজতে প্ৰত্যেক কাম কৰাৰ বাধ্যবাধকতাৰ কথা যিদৰে আছে সেইদৰে আছে প্ৰত্যেক লোককে কৰ্মসংস্থানৰ যোগান ধৰাৰ ৰাষ্ট্ৰীয় দায়িত্বও। বিতৰণ ব্যৱস্থাৰ ওপৰত আৰু কৃষি খণ্ডৰ ওপৰত ৰাষ্ট্ৰৰ সম্পূৰ্ণ কৰ্তৃত্ব থকাৰ কাৰণে সেইবোৰ দেশত ৰাষ্ট্ৰই বহু পৰিমাণে বাধ্যবাধকতাৰ নীতি অৱলম্বন কৰি হলেও কৃষি খণ্ডত দ্ৰুত টেকনলজিকেল পৰিবৰ্তন সাধনৰ কাৰ্য্যৰ মাজেদি আৰু আলিবাট ৰেলবাট আদিৰ নিৰ্মাণ কাৰ্যৰ ভিতৰেদি কৰ্ম সংস্থানৰ ক্ষেত্ৰত বিস্তাৰ কৰি গৈ থাকিব পাৰে। বিতৰণ ব্যৱস্থাৰ ওপৰত ৰাষ্ট্ৰৰ সম্পূৰ্ণ কৰ্তৃত্ব নাথাকিলে এনেদৰে কৰ্ম সংস্থাপনৰ ক্ষেত্ৰ ৰাষ্ট্ৰই বিস্তাৰ কৰি গৈ থাকিব নোৱাৰে। কিয়নো তাৰ ফলত মূল্য বৃদ্ধি আদিৰ সমস্যাই ভয়াবহ ৰূপ লবলৈ আৰম্ভ কৰে বিশেষকৈ খাদ্যদ্ৰব্যৰ অনাটন থকা অৱস্থাত।

'কিনাবেচা আৰ্থিক ব্যৱস্থাৰ কিছুমান বিশেষ সুবিধা থকাত আৰু গণতান্ত্ৰিক পদ্ধতিৰে সমাজবাদী নীতি অনুসৰণ কৰিবলৈ ক্ষতি পূৰণৰ বাবে যি পৰিমাণৰ ধনৰ আৱশ্যক সেই ধনৰ অভাৱ হোৱাত আমাৰ দেশে আজি পৰ্য্যন্ত মিশ্ৰ অৰ্থনীতি গ্ৰহণ কৰিবলৈ বাধ্য হৈছে আৰু সেয়ে পাচ বছৰীয়া পৰিকল্পনাসমূহ সত্বেও দেশৰ নিবনুৱা সমস্যা ভয়াবহ ৰূপত দেখা দিছে।

নিবনুৱা সমস্যাৰ তীব্ৰতাৰ গতিকেই অঞ্চল বিশেষক আৰু সম্প্ৰদায় বিশেষক কেন্দ্ৰ কৰি নানা প্ৰকাৰ বিৰোধ আজি দেশত সৃষ্টি হবলৈ আৰম্ভ কৰিছে গণতন্ত্ৰৰ ধ্বনিৰ মাজেদিয়েই দেশত গণতন্ত্ৰৰ বিপৰ্য্যয আহিছে আৰুআদৰ্শৰ নামতেই দেশৰ ঐক্য আৰু সংহতি বিনষ্ট কৰিবলৈ দেশৰ বহু লোক আনকি ছাত্ৰ সকলো আজি উদ্যত হৈছে।

## নিবনুৱা সমস্যাৰ মূল উৎপত্তিস্থল-গাওঁ

নিবনুৱা সমস্যাৰ প্ৰকৃত সমাধানৰ অৰ্থে বিচাৰ্য্য বিষয় ইয়াৰ মূল উৎপত্তি স্থল। জনবসতিৰ ধৰণ পৰীক্ষা কৰিলে দেখা যায় যে আমাৰ দেশৰ শতকৰা আশীজন লোকেই গাৱঁত বাস কৰে। অসমৰ ক্ষেত্ৰত এই সংখ্যা আৰু বেছি হোৱাৰ সম্ভাৱনা।

নগৰত বাস কৰা লোকসকলে কৰ্মসংস্থানৰ ব্যৱস্থা যিমান সহজে কৰিব

পাৰে গাৱত বাসকৰা লোকসকলে তেনেদৰে কৰিব নোৱাৰে। কিয়নো উদ্যোগপতিৰ লগত আনকি চৰকাৰৰ লগতো গাওবাসীৰ সংযোগ নিতান্তই নগণ্য। আৰৌ কৰ্মৰ অন্বেষণত নগৰত থাকিবলৈ গাওবাসীৰ আৰ্থিক সম্বল আনকি বহুক্ষেত্ৰত সাহস পৰ্য্যন্ত নাই।

এপ্লইমেন্ট এক্‌ছেঞ্জ ৰ সুবিধাৰ পৰাও গাওবাসী বঞ্চিত যদিও এই সুবিধা দিব লাগিছিল গাৱতে বেছি। এনেস্থলত বেকাৰলোকৰ সংখ্যা গাৱত অধিক হোৱাটোৱেই স্বাভাবিক। চতুৰ্থ পৰিকল্পনামতে দেশত যি এশ লাখ বেকাৰ আছে তাৰে পয়সত্তৰ লাখেই গাৱত বাস কৰা লোক।

নিবনুৱা লোকৰ মুল উৎপত্তি স্থল গাওবোৰ হোৱা সত্বেও নিবনুৱা সমস্যা সমাধানৰ অৰ্থে সুচিন্তিত ভাৱে কোনো আচনি গাওবোৰত আজিও লোৱাহোৱা নাই। তৃতীয় পাচবছৰীযা পৰিকল্পনাত ৰুৰেল ৱাৰ্কছ প্ৰগ্ৰেম ৰ কথা অৱশ্যে এই সম্পৰ্কত কোৱা হৈছিল। কিন্তু কাৰ্য্যক্ষেত্ৰত ইযাৰ বাবে মাত্ৰ উনৈশ কোটি টকাহে উলিযাব পৰা গল। তদুপৰি এই প্ৰগ্ৰেমৰ ফলতো গাৱৰ নিবনুৱা সমস্যা সমাধানৰ ক্ষেত্ৰত কোনো স্পষ্ট আৰু স্থাযী ব্যৱস্থা দেশত আজিও গঢ়ি উঠা নাই। কুটীৰ শিল্প বিস্তাৰৰ আচনি আৰু কমিউনিষ্ট উন্নযন আচনিৰ মাজেদিও গাৱৰ নিবনুৱা সমস্যা সমাধানৰ অৰ্থে চেষ্টা কৰা বুলি কোৱা হয। কিন্তু এইবোৰ ক্ষেত্ৰতো সুস্পষ্ট চিন্তা আৰু আচনিৰ অভাৱত বিশেষ ফল হোৱা নাই।

## কুটীৰ শিল্প

গাৱৰ নিবনুৱা সমস্যা সমাধানৰ অৰ্থে কুটীৰ শিল্পৰ বিস্তাৰ উৎকৃষ্ট পন্থা বুলি আজি বহু বছৰ ধৰি কোৱা হৈছে আৰু কুটীৰ শিল্পৰ বিস্তাৰৰ অৰ্থে মহাত্মাগান্ধী ৱিনোবা ভাবে জযপ্ৰকাশ নাৰাযণ আদিৰ দৰে বহু মহান ব্যক্তিযে আৰু চৰকাৰেও চেষ্টা কৰি আহিছে। কিন্তু তথাপিও এই চেষ্টা ফলবতী হোৱা বুলি আচলতে আমি কব নোৱাৰো । ইমান দীঘলীয়া সময় আৰু ৰাজহুৱা সমৰ্থন সত্বেও যদি চেষ্টা ফলবতী হোৱা নাই তেন্তে এই ক্ষেত্ৰত পুনৰ চিন্তাৰ প্ৰয়োজন আছে।

কুটীৰ শিল্পৰ মাধ্যমত নিবনুৱাই কৰ্ম পাব পাৰে সচা। কিন্তু কুটীৰ শিল্পৰ বিস্তাৰ যে আৰ্থিক উন্নয়নৰ এক বিশেষ স্তৰতহে সম্ভৱপৰ এই কথাও সচা। কুটীৰ শিল্পৰ বিস্তাৰৰ সম্পৰ্কত আমি অন্তত দুটা কথাৰ প্ৰতি মন দিয়া উচিত হব।

(১) কুটীৰ শিল্পজ সামগ্ৰীবোৰ বৃহৎ শিল্পজ সামগ্ৰীৰ লগত প্ৰতিযোগিতা কৰিব পৰা হব লাগিব। প্ৰতিযোগিতা কৰিব পৰা ক্ষমতা প্ৰাপ্তিৰ অৰ্থে কুটীৰ শিল্পত

খটুৱাব পৰা উপযুক্ত মেচিন আৱিষ্কাৰ হ্ব লাগিব সেই মেচিন গাওবাসীৰ সহজ লভ্য হ্ব লাগিব আৰু সেইবোৰ সস্তাত ব্যৱহাৰৰ অৰ্থে গাওবোৰত ইলেকট্ৰিচিটীৰ ব্যৱস্থা গটি উঠিব লাগিব। অকল সেযে নহ্য ইলেক্‌ট্ৰিচিটী আৰু আধুনিক মেচিন প্ৰযোগৰ শিক্ষা দিবৰ বাবে আৰু মেচিন আদি কিনাৰ সকলো দিহা আৰু সাহায্য দিবৰ বাবে গাৱে গাৱে চৰকাৰী বিষযা থাকিব লাগিব। দুৰ্ভাগ্যবশত আমাৰ দেশত বিশেষকৈ অসমত এইবোৰ একো হোৱা নাই আনকি এইবোৰৰ বিষযে স্থাযী চিন্তা পৰ্য্যন্ত চৰকাৰৰ নাই।

(২) কুটীৰ শিল্পজ সামগ্ৰী বোৰ বহুক্ষেত্ৰত বিলাস সামগ্ৰী । বিলাস সামগ্ৰীৰ চাহিদা বাটি গৈ থাকে আৰ্থিক উন্নযনৰ গতি বৃদ্ধিৰ লগে লগেহে। আমৰিকাত কুটীৰ শিল্পজ সামগ্ৰীৰ যি স্থাযী আদৰ মহাত্মাগান্ধী আদি মহান পুৰুষ সকলৰ প্ৰভাৱ আৰু চেষ্টা সত্বেও সেই আদৰ আচলতে আমাৰ দেশত এতিযাও নাই। কিযনো আমাৰ দেশ আৰ্থিক উন্নয়নৰ নিম্নস্তৰত অৱস্থিত কিন্তু আমেৰিকা অৱস্থিত অতি উচ্চ স্তৰত।

দিনে দিনে বাটি যোৱা নিবনুৱা সমস্যা সমাধানৰ অৰ্থে কুটীৰ শিল্পজৰ বিস্তাৰৰ যি হাৰ আৱশ্যক সেই হাৰ দেশৰ আৰ্থিক উন্নযনৰ বৰ্ত্তমান স্তৰত অসম্ভৱ। এইকথা দেশৰ চৰকাৰ অৰ্থনীতিবিদ আৰু সৰ্ব্বোদয আন্দোলনৰ কৰ্মকৰ্তা সকলে বুজি উঠাৰ সময় হ্‌ ল। আচলতে এইকথা ঠিকমতে বুজি নুঠা বাবেই পাচবছৰীযা পৰিকল্পনাৰ মূল উদ্দেশ্য সমূহ্‌ৰ লগত নিবিড সম্পৰ্ক ৰক্ষা কৰি নিবনুৱা সমস্যা সমাধানৰ কোনো ভাল আচনি পৰিকল্পনাসমূহ্‌ত লবৰ বাবে যত্ন কৰা হোৱা নাই। কুটীৰ শিল্পৰ ব্যৱস্থাই এইক্ষেত্ৰত যথেষ্ট বুলি ভাবি ডাঙৰ ভুল কৰা হৈছে। এইখিনিতে উল্লেখনিযযে ক্ষুদ্ৰশিল্প বিস্তাৰৰ স্বাভাৱিকতে যি সম্ভাৱনা আছে সেই সম্ভাৱনাও সাৰ্থক হৈ উঠা নাই চৰকাৰৰ তথা দেশৰ ৰাজনৈতিক দলবোৰৰ অহৈতুক সমবায় প্ৰীতিৰ বাবে।

## কমিউনিটী উন্নয়নৰ আঁচনি

পৰিকল্পনাত কমিউনিটী উন্নয়নৰ ক্ষেত্ৰত যিবোৰ উদ্দেশ্য লোৱা হৈছে তাত গাৱৰ নিবনুৱা সমস্যা সমাধানৰ কথাও অৱশ্যাই কোৱা হৈছে। কিন্তু কাৰ্য্যক্ষেত্ৰত দেখা গ ল যে 'কমিউনিটী উন্নয়নৰ আচনিৰ যোগেদি নিবনুৱা সমস্যা সমাধানৰ কোনো কাৰ্য্যকৰী ব্যৱস্থাই আচলতে লোৱা নহ্‌ ল।

লোকসম্পদ কিমান সেই সম্পদৰ কিমানক আধুনিক কৃষি উন্নযনৰ কাৰ্য্যত খটুৱাব পাৰি কিমানখিনি আলিবাট নিৰ্মাণ আৰু মেৰামতি কাৰ্য্যত কিমানখিনি

শিক্ষাদানৰ ক্ষেত্ৰত কিমানখিনি চিকিৎসা কাৰ্য্যত নিয়োগ কৰিব পাৰি ইত্যাদি কথাৰ প্ৰতি লক্ষ্য ৰাখি কমিউনিটী উন্নয়নৰ আঞ্চলিক আচনি সমূহ প্ৰস্তুত কৰিবলৈ নিৰ্দেশ দিয়া নহ'ল। নিৰ্দেশ দিয়া হ'লেও সেই নিৰ্দেশ কাৰ্য্যকৰী কৰাত গুৰুত্ব দিয়া নহ'ল। ফলত কমিউনিটী উন্নয়নৰ আচনি সমূহৰ মাধ্যমত দেশৰ কৃষি উৎপাদনৰ ব্যৱস্থাত যিদৰে কোনো আধুনিক পৰিবৰ্তন নঘটিল সিদৰে এইবোৰৰ আলমত গাৱৰ নিবনুৱা সমস্যা সমাধানৰ ক্ষেত্ৰতো অগ্ৰগতিও কোনো নহ'ল। বৰং এই আচনি সমূহৰ মাধ্যমত বিশেষকৈ এইবোৰক পঞ্চায়তৰ আচনিৰ লগত সাঙুৰি দিয়াৰ পাচত ৰাজনৈতিক ক্ষমতা লাভৰ অৰ্থে কুৎসিৎ অৰিয়াঅৰিৰ পৰিসৰহে বাঢ়িল।

## কেইটিমান আৱশ্যকীয় ব্যৱস্থা

ওপৰৰ তথ্যই এই সমস্যা সমাধানৰ ক্ষেত্ৰত এই মুহূৰ্তে লব লগীয়া কেইটামান অতি আৱশ্যকীয় ব্যৱস্থা আমাৰ আগত দাঙি ধৰে।

(১) লোকসম্পদৰ সম্পূৰ্ণ ছাৰ্ভে কমিউনিটী উন্নযন খণ্ডসমূহৰ ভিত্তিত হব লাগে। সম্পদ নিয়োগৰ আচনিৰ প্ৰস্তুতিকৰণো এই ছাৰ্ভে ৰ অন্তৰ্গত হোৱা আৱশ্যক।

(২) কৃষিখণ্ডৰ টেকনলজিকেল পৰিবৰ্তনৰ অৰ্থে পোনপটীয়া চৰকাৰী চেষ্টাৰ প্ৰয়োজন। সমবায় আন্দোলনৰ মাধ্যমৰে এই পৰিবৰ্ত্তন এই পৰ্যন্ত আনিব পৰা নগ'ল। গতিকে এইক্ষেত্ৰত নতুন চিন্তা আৰু পন্থা দুয়োটাৰে আজি অতি আৱশ্যক।

(৩) কৃষি খণ্ডৰ টেক্নোলজিকেল পৰিবৰ্তনৰ অঙ্গ বিশেষ হিচাপে ফৰেষ্ট্ৰি পল্ট্ৰি ফাৰ্মিং ডায়েৰী ফাৰ্মিং ফিছ্ কালচাৰ আদিও গণ্য হব লাগে আৰু এইবোৰৰ অৰ্থে কাৰ্য্যকৰী ব্যৱস্থাও চৰকাৰে পোনপটীয়াভাৱে লব লাগে। বনসংৰক্ষণ বৃক্ষৰোপণ ঔষধত লগা গছ গছনিৰ সংগ্ৰহ বন উদ্যোগ ভূমি সংৰক্ষণ আদিৰ মাজেদিও দেশৰ উৎপাদন বৃদ্ধিৰ আৰু কৰ্মসংস্থান বিস্তাৰৰ যি বিৰাট সম্ভাৱনা আছে তাৰ প্ৰতিও দেশৰ চৰকাৰ আৰু অৰ্থনীতিবিদ সকল অতি আচৰিত ভাৱে আজি উদাসীন।

(৪) এই সকলোবোৰৰ কাৰণে যি শিক্ষা সজুলি মূলধন আদিৰ আৱশ্যক সেইবোৰৰ ব্যৱস্থা অৱশ্যাই চৰকাৰে কৰিব লাগে আৰু সেই ব্যৱস্থাও গাৱতে পোৱা হব লাগে।

শিক্ষা ব্যৱস্থা সম্পৰ্কত বুনিযাদী স্কুলৰ শিক্ষা বহুমুখী স্কুলৰ শিক্ষা আনকি

টেকনিকেল স্কুল আৰু এগ্ৰিকালচাৰ স্কুলৰ শিক্ষাৰ কথাও কোৱা হোৱা নাই। কিযনো এইবোৰৰ শিক্ষাই এই পৰ্য্যন্ত গাৱঁৰ নিবনুৱা সমস্যা সমাধানৰ ক্ষেত্ৰত বিশেষ সহায় কৰা নাই। আঞ্চলিক সম্ভাৱনাৰ প্ৰতি লক্ষ্য ৰাখি শিক্ষাৰ ব্যৱস্থা কৰিলেহে আৰু লাগে লগে এই শিক্ষাৰ প্ৰযোগৰ জোখাৰে সা সুবিধা আৰু উপদেশ দিযাৰ আনকি স্থলবিশেষে বাধ্যবাধকতাও প্ৰয়োগ কৰাৰ ব্যৱস্থা থাকিলেহে গাৱঁৰ নিবনুৱা সমস্যা সমাধানত দেশৰ শিক্ষা ব্যৱস্থাই অৰিহনা যোগাব পাৰিব।

(৫) উলৰ কাম আদি তিৰোতাক শিকোৱাৰ ব্যৱস্থা দেশৰ সামাজিক শিক্ষাৰ আৰ্চনিত অবশ্যই থকা ইচিত। বৰ্তমানে আমাৰ দেশৰ তিৰোতাসকল অৰ্দ্ধবেকাৰ অৱস্থাত আছে। এই সকলৰ প্ৰতি উদাসীন থকাৰ সময় কেতিযাবাই উকলি গ ল। তিৰোতাক এনে শিক্ষা দিযা ব্যৱস্থাৰ উপৰি অন্যলোককো উদ্যোগমুখী শিক্ষা দিয়াৰ চেষ্টা সামাজিক শিক্ষাৰ অন্তৰ্গত হব লাগে।

(৬) নাৰ্ছিং ফেমিলি প্লেনিং আৰু কম্পাউণ্ডৰৰ ট্ৰেইনিঙৰ সুবিধা এতিযাতকৈ বহুগুণে বেছি কৰিব লাগে। কিযনো এই সকল লোকক নিযুক্তি দিযাৰ সম্ভাবনা গীৱত অৱশ্যই বহু আছে।

সেইদৰে এজনীযা শিক্ষকৰ স্কুলবোৰ অতিশীঘ্ৰে বহুজনীয়া শিক্ষকৰ স্কুললৈ পৰিবৰ্তন কৰিব লাগে। ইযাৰ ফলত অকল যে নিযুক্তি সম্ভাৱনাই বাঢ়িব এনে নহয় স্কুলবোৰত অপচযো কমিব।

(৭) যিবোৰ কাৰণত দেশত এতিযাও ইন্টেন্‌ছিভ ফাৰ্মিং প্ৰচলন হোৱা নাই সেইবোৰ কাৰণ নিৰ্ণয আৰু দূৰীকৰণৰ দাযিত্ব চৰকাৰে অতিশীঘ্ৰে লোৱা উচিত। জলসিঞ্চন ব্যৱস্থা বিস্তাৰৰ ক্ষেত্ৰত গৰু উদং কৰি ৰখা অভ্যাস দূৰ কৰাৰ ক্ষেত্ৰত পথাৰত স্থাযী বেৰ দিযাৰ ক্ষেত্ৰত পথাৰ পৰিচালনাৰ ক্ষেত্ৰত বাধ্যবাধকতা প্ৰযোগ কৰাৰ আজি প্ৰযোজন হৈছে। এইবোৰ ক্ষেত্ৰত বাধ্যবাধকতা প্ৰয়োগ কৰিবলৈ চৰকাৰে কুণ্ঠাবোধ নকৰিলে নিৰ্যুক্তিৰ পৰিসৰ অৱশ্যই বৃদ্ধি পাবলৈ বাধ্য।

(৮) কৃষি খণ্ডত টেকনলজিকেল পৰিবৰ্তন আৰু ইন্টেন্‌ছিভ ফাৰ্মিঙৰ অৰ্থে সজুলিৰ নিৰ্মাণ আৰু সেইবোৰৰ মেৰামতি কাৰ্য্যৰ ব্যৱস্থা গাৱঁতে গঢ়ি উঠিব লাগে আৰু তেনে ব্যৱস্থা গঢি তোলাৰ পোনপটীযা দায়িত্বও অতি শীঘ্ৰে চৰকাৰে লোৱা উচিত।

(৯) গাৱঁৰ স্কুল ডাক্তৰখানা আলিবাট নিৰ্মাণৰ আৰু মেৰামতিৰ দায়িত্ব চৰকাৰে পোনপটীযা ভাৱে লব লাগে। এনে দায়িত্ব চৰকাৰেনোলোৱাত এইবোৰৰ মাধ্যমত যিমান লোকে নিয়মিত ভাৱে গাৱঁতে কাম পাব পাৰিলেহেতেন সিমানলোকে

আজি কাম পাব পৰা নাই। আনকি এই নীতি অৱলম্বন নকৰাত চৰকাৰীখণ্ডতো ইঞ্জিনীয়াৰ আদিৰ আৱশ্যকতা কমি আহিছে যাৰ ফলতে আজি ইঞ্জিনীয়াৰিং কলেজলৈকো ছাত্র নোযোৱাত পৰিছে।

(১০) সমবায় খণ্ডৰ মাধ্যমত বিস্তাৰৰ বাধ্যবাধকতাৰ পৰা ক্ষুদ্র শিল্পক মুক্ত কৰিব লাগে।

গাৱঁৰ তথা দেশৰ নিবনুৱা সমস্যা আজি জটিল আৰু জৰুৰী সমস্যা। অস্বাভাৱিক মূল্যবৃদ্ধি আৰু উন্নয়নৰ লেহেম গতিৰ ফলতে ই অধিক জটিল হৈছে। মূল্যবৃদ্ধিৰ সমস্যা নাথাকিলে ভাৰতৰ নিচিনা আৰ্থিক ক্ষেত্রত অনুন্নত বিৰাট দেশ এখনত নিযুক্তি বৃদ্ধিৰ সমস্যা অৱশ্যই উদ্ভৱ হ'ব নোৱাৰে। কিয়নো দেশ নিৰ্মাণৰ সীমাহীন কামৰ ক্ষেত্র আমাৰ আগত পৰি আছে। মূল্য বৃদ্ধিৰ সমস্যা থকা অৱস্থাত নিযুক্তিৰ পৰিসৰ অৱশ্যাই সীমিত। এনে অৱস্থাত মধ্যবিত্ত লোকসকলে আনকি চৰকাৰেও গৃহনিৰ্মাণ আদি কাৰ্য্য বন্ধ ৰাখিবলৈ বাধ্য। ইয়াৰ ফলত গাৱঁৰ যিবিলাক লোঁক মাত্র দুবছৰ আগতেও কামত আছিল সেই বোৰ লোকো আজি বেকাৰ হৈ পৰিছে। গতিকে গাৱঁৰ তথা দেশৰ নিবনুৱা সমস্যাৰ প্রকৃত সমাধানৰ অৰ্থে কৃষিখণ্ডত টেক্‌নলজিকেল পৰিবৰ্তন যিদৰে অপৰিহাৰ্য্য সেইদৰে অপৰিহাৰ্য্য দেশৰ আৰ্থিক উন্নয়নৰ দ্রুত গতি বিতৰণ ব্যৱস্থাত পূৰ্ণ ৰাষ্ট্রীয় কৰ্তৃত্ব আৰু নিপুণ মূল্য নিয়ন্ত্রণ ব্যবস্থা ।

# জাতীযতাবোধ আৰু ধৰ্ম্ম-নিৰপেক্ষতা

জাতীযতাবোধৰ ভেটি সামজিক ঐক্যবোধ। এই ঐক্যবোধ বহু প্ৰকাৰে গঢ়ি উঠিব পাৰে। ভাষা ধৰ্ম্ম আৰু সংস্কৃতিক কেন্দ্ৰ কৰি ই যেনেদৰে গঢ়ি উঠিব পাৰে তেনেদৰে ই গঢ়ি উঠিব পাৰে প্ৰাশাসনীয় শক্তিক কেন্দ্ৰ কৰিও।

আচলতে প্ৰশাসনীয শক্তিক বাদ দি অকল ভাষা ধৰ্ম্ম আৰু সাংস্কৃতিৰ ঐক্যই জাতীয়তাবোধৰ বিকাশৰ বাবে যথেষ্ট নহয়। এইবোৰৰ কোনো এটাকে কেন্দ্ৰ কৰি জাতীযতাবোধ বৃদ্ধি হয় মাত্ৰ তেতিয়া যেতিয়া তাক ৰক্ষা কৰাৰ অৰ্থে একেলগে যুজ কৰাৰ বা কাম কৰাৰ আৰু প্ৰশাসনীয ঐক্যৰ আৱশ্যকতা আহি পৰে। এনে আৱশ্যকতা আহি নপৰিলে ঐক্যবোধ সদাযে নিষ্ক্ৰিয় অস্পষ্ট আৰু বিকাশহীন অৱস্থাত থাকে।

## -ইহুদী জাতীযতাবোধ-

ধৰ্ম্মৰ কেন্দ্ৰ কৰি গঢ়ি উঠা জাতীযতাবোধৰ প্ৰধান পটন্তৰ পাও ইহুদী আৰু মুছলমানৰ ক্ষেত্ৰত। ইহুদী ধৰ্ম্মী লোক সকলৰ ওপৰত যি অত্যাচাৰ আৰু উৎপীড়ন শতাব্দীৰ পাছত শতাব্দী ধৰি চলিছিল সেই অত্যাচাৰ আৰু উপীড়ন ৰোধ কৰি নিজ বৈশিষ্ট্য ৰক্ষাৰ চেষ্টাৰ মাজতে ইহুদীসকলৰ জাতীয়তাবোধৰ বিকাশ ঘটিছিল। এনে চেষ্টাৰ ফলত আত্ম বিশ্বাসৰ আৰু উচ্চাত্মিকা মনোভাব বৃদ্ধি পাইছিল। এই বিশ্বাস আৰু মনোভাবৰ গতিকেই ৰাজ্য নথকা অৱস্থাতো আত্ম ৰক্ষা যেনেদৰে অতীজত সম্ভৱ হৈছিল তেনেদৰে ৰাজ্য স্থাপনৰ পাচত এই বোৰৰ মাধ্যমত আজি সম্ভৱ হৈছে দেশ গঠনৰ প্ৰেৰণা আৰু সামৰিক শক্তিৰ প্ৰদৰ্শন।

## মুছলিম জাতীয়তাবোধ

ধৰ্ম্মৰ নামত যি বাহ্যিক আচাৰে প্ৰাধান্য পাইছিল আৰু যিবোৰক কেন্দ্ৰ কৰিয়ে বিভিন্ন ফৈদৰ মাজত বিবাদ চলিছিল সেইবোৰ দূৰ কৰাৰ অৰ্থে হজৰত মহম্মদে মুখ্যত মানৱীয় সহানুভুতি আৰু এক ঈশ্বৰ বিশ্বাসত আৰু সৎকাৰ্য্যত

বাৰম্বাৰ গুৰুত্ব দিছিল আৰু সৎপথত চলিবৰ অৰ্থেহে যে প্ৰাৰ্থনাৰ আৰু ঈশ্বৰৰ কৃপাৰ আৱশ্যক, সেই বিষয়ে উপদেশ দিছিল। কিন্তু এনে কথা প্ৰচাৰ আৰু বিশ্বাস কৰাতো যেতিয়া বাধা পৰিল তেতিয়া বাধ্য হৈ আত্মৰক্ষাৰ অৰ্থেই হজৰতমহম্মদে অস্ত্ৰ ধৰিবলৈ বাধ্য হৈছিল আৰু এনেদৰেই মুছলিম জাতীযতাবোধৰ সূত্ৰপাত হৈছিল।

## উৎপীডনবোধ, যুদ্ধ আৰু জাতীযতাবোধ

জাতীয়তাবোধৰ বিকাশৰ ইতিহাসে এই কথা স্পষ্ট কৰি দিযে যে প্ৰায সকলো ক্ষেত্ৰতে জাতীয়তাবোধ সৃষ্টিৰ মূলবীজ উৎপীডনবোধ আৰু ইযাৰ বিস্তাৰৰ মূল মাধ্যম যুদ্ধ। ফলত জাতীযতাবোধৰ বিস্তাৰে প্ৰাযেই প্ৰকৃত ধৰ্মীয ভাবধাৰাৰ বিকাশত বাধা দিয়ে। মূলত এই কাৰণেই ধৰ্মক জাতীযতাবোধৰ কবলৰ পৰা মুক্ত ৰখাৰ যুক্তি প্ৰবল। সুস্থ জাতীয়তাবোধৰ বিকাশৰ মাধ্যম ধৰ্ম নহৈ হোৱা উচিত আৰ্থিক সম্পৰ্ক বিস্তাৰৰ আৱশ্যকতা। ধৰ্মক জাতীযতাবোধ বিকাশৰ মাধ্যম কৰিলে জাতীযতাবোধ যেনেদৰে বিপন্ন হবলৈ বাধ্য তেনেদৰে বিপন্ন হবলৈ বাধ্য ধৰ্মও। ধৰ্মীয প্ৰেৰণা জাতীয়তাবোধ বিকাশৰ মূল প্ৰেৰণা কেতিযাও হব নোৱাৰে। ইযাৰ মূল প্ৰেৰণা সদাযে হোৱা উচিত দেশ গঠনৰ ইচ্ছা।

কিন্তু ঐতিহাসিক কাৰণতে মুছলিম ধৰ্মৰ ক্ষেত্ৰত যুদ্ধৰ প্ৰযোজন হৈছিল। সামৰিক কৃতকাৰ্য্যতাৰ মাধ্যমতে পাচৰ যুগত মুছলিম সাম্ৰাজ্য আৰু মছলিম জাতীযতা বোধ স্থাপিত হৈছিল। কিন্তু ইয়াৰ ফলত ধৰ্মীয সাৰ্ব্বজনীনতাও বহু পৰিমাণে ইয়াত হ্ৰাস পাইছিল আৰু কিছু অসহিষ্ণুতা আৰু উচ্চাত্মিকা মনোভাবো ইয়াৰ মাজত সোমাই পৰিছিল।

## খৃষ্টান জাতীযতাবোধ

হজৰত মহম্মদৰ আগত যীছু খৃষ্টও একে ধৰণৰ সমস্যাৰ সম্মুখীন হৈছিল। কিন্তু আত্মৰক্ষাৰ অৰ্থে তেও যুদ্ধৰ পন্থা বাছি নললে। বৰং দু খ আৰু উৎপীড়ন সহ্য কৰাৰ পন্থা বাছি লৈ শেষত চৰম আত্মত্যাগৰ মহান আদৰ্শ দাঙি ধৰিলে। সেয়ে এই ধৰ্মত দুখীযাৰ প্ৰতি কৰুণা আৰু সেৱাৰ ভাবেই মুখ্যস্থান পালে আৰু ইয়াৰ বাবেই মুখ্যত অৱহেলিত স্তৰৰ লোকৰ মাজত ইয়াৰ প্ৰভাৱ অত্যন্তই বাঢ়িল।

## ব্যতিক্ৰম

পাচৰ যুগত অৱশ্যে ৰজা মহাৰজাসকলেও যেতিয়া খৃষ্টান ধৰ্ম্ম গ্ৰহণ কৰে আৰু ইযাৰ প্ৰচাৰৰ অৰ্থে ৰাজশক্তি আগবাঢ়ি আহে তেতিয়া কিছুপৰিমাণে হলেও

খৃষ্টান ধৰ্ম্মৰ মূল উপাদান সেৱাৰ ভাব ম্লান হৈ পৰে আৰু ৰাজশক্তিৰ ওপৰত ভেজা দিয়াৰ সুবিধা পোৱাত এই ধৰ্ম্মও কিছু অসহিষ্ণু হৈ উঠে আৰু সকলো ধৰ্ম্মতো যে সত্য থাকিব পাৰে সেই কথা অন্বেষণ কৰাৰ মনোবৃত্তি এই ধৰ্ম্মতো কমি আহে। বৰং মানৱ সেৱাৰ কথা গৌণ হৈ পৰাত অনাৱশ্যক জাকজমকতা এই ধৰ্ম্মতো সোমাই পৰে।

ৰাজশক্তিৰ মাধ্যমত ধৰ্ম্ম প্ৰচাৰ হলেই ধৰ্ম্মত জাকজমকতা আহিবলৈ বাধ্য আৰু উৎসৱপ্ৰধান নহৈও ই নোৱাৰে। পূজা অৰ্চনাৰ ব্যাপক ব্যৱস্থা থাকিলেও উৎসৱৰ ফালটোহে আনকি ভোজ আদিৰ ব্যৱস্থাও ধৰ্মৰ মুখ্য অঙ্গ হৈ উঠে। উৎসৱৰ সাংস্কৃতিক মূল্য থাকিলেও ই ধৰ্ম্মৰ মূল উদ্দেশ্য সাধনত সদায়ে ব্যাঘাত সাধে। আমাৰ দেশৰ দুৰ্গা পূজাও আগতে ৰাজশক্তিক কেন্দ্ৰ কৰি গঢ়ি উঠা ধৰ্ম্মীয় উৎসৱ আছিল আৰু সেয়ে ই আজি মুখ্যত হৈ পৰিছে মানৱসেৱাৰ ভাৱ প্ৰচাৰৰ চেষ্টাৰ পৰিবৰ্ত্তে উৎসৱৰ মাজেদি আনন্দ লাভৰ উপায় আনকি ব্যক্তিগত ধন সম্পদ আৰু পোছাক পৰিচ্ছদ প্ৰৰ্দশনৰো চেষ্টা। ধৰ্ম্মক এনে অধ পতনৰ পৰা ৰক্ষা কৰিবলৈ ধৰ্ম্মীয় সংস্কাৰকসকলে সদায়ে চেষ্টা কৰে কিন্তু মানুহৰ স্বভাৱজাত দুৰ্ব্বলতাৰ বাবে ধৰ্ম্ম বাৰে বাৰে উৎসৱপ্ৰধান হৈ উঠে আৰু সেয়ে ৰাজশক্তিৰ যোগেদিয়ে মুখ্যত ইয়াৰ বিস্তাৰ ঘটে। কিন্তু এনে বিস্তাৰ কেতিয়াও কাম্য নহয়। ইয়াৰ সাক্ষী আমাৰ অসমৰ মোৱামৰীয়া বিদ্ৰোহৰ ইতিহাসতে আছে।

অৱশ্যে বৌদ্ধধৰ্ম বিস্তাৰৰ ক্ষেত্ৰত ইয়াৰ ব্যতিক্ৰম দেখা গৈছিল। ৰাজশক্তিৰ মাধ্যমত ইয়াৰো বিস্তাৰ ঘটিছিল কিন্তু তথাপিও ই কোনোদিনেই মানৱ সেৱাৰ মূল ভাবৰপৰা আতৰি নগৈছিল । বৌদ্ধ মেলা ইয়তো আহি পৰিছিল কিন্তু সেই উৎসৱৰ মূল কথা আছিল দান জাকজমকতা বা পূজা অৰ্চনা নাছিল। বৌদ্ধধৰ্ম ব্যতিক্ৰম হোৱাৰ মূল কাৰণ আছিল এয়ে যে ইয়াৰ পাতনিয়ে মেলা হৈছিল জাকজমকতাৰ আৰু পূজাৰ বিৰুদ্ধে বিদ্ৰোহ হিচাপে। বৌদ্ধ ধৰ্ম্মত ঈশ্বৰ পৰ্য্যন্ত অনাৱশ্যক আৰু সেয়ে ইয়াত পূজাও অসম্ভৱ। পূজাৰ আনকি প্ৰাৰ্থনাৰো ব্যৱস্থা এই ধৰ্মত নথকাত সৎজীৱন অনুসৰণ কৰাৰ বাহিৰে আন কথা মুখ্য হৈ উঠাৰ সুবিধা এই ধৰ্ম্মত কোনোদিনেই নাই। ৰাজশক্তিয়েও যুদ্ধৰ মাধ্যমত ইয়াক প্ৰচাৰ কৰিব নোৱাৰিছিল। কিয়নো এই ধৰ্ম্মৰ মূল কথাই হৈছে সৎকৰ্ম্ম অহিংসা আৰু প্ৰেম।

## খৃষ্টান ধৰ্ম্ম আৰু যুদ্ধ

খৃষ্টান ধৰ্মৰ প্ৰচাৰৰ ক্ষেত্ৰত কিন্তু পাচৰকালত হলেও যুদ্ধ আহি পৰিছিল। ক্ৰুছেড ৰ কালত ই অকল ৰাজশক্তিক কেন্দ্ৰ কৰিয়ে বিকশিত হৈ উঠিছিল। অকল

সেয়ে নহয়  সেই সময়ত ক্ৰুছেডৰ যুদ্ধত মৃত্যু বৰণো বহুতৰে কাম্য হৈ উঠিছিল আৰু এনেদৰেই মানৱসেৱাৰ পৰিবৰ্তে বীৰত্ব প্ৰদৰ্শনৰ প্ৰধান আদৰ্শৰূপে এই ধৰ্মৰ মাধ্যমত সৰ্বসাধাৰণৰ মাজত প্ৰচাৰ হৈছিল।

আদৰ্শৰ এনে পৰিবৰ্তনৰ বাবেই বিভিন্ন খৃষ্টান ৰাষ্ট্ৰৰ নেতাসকলৰ মাজত অৰিয়া অৰিৰ আৰু ক্ষমতালাভৰ বিবাদ সৃষ্টি হৈছিল পাচত আৰু পোপক কেন্দ্ৰ কৰি খৃষ্টান জাতীয়তাবোধৰ বিকাশৰ যি সূত্ৰপাত  ক্ৰুছেড ৰ কালত হৈছিল  তাৰ অকাল মৃত্যুও এই দৰেই সম্ভৱপৰ হৈছিল   কালক্ৰমত।

পৰবৰ্তী কালৰ প্ৰোটেষ্টান আৰু কেথলিক সকলৰ বিবাদ এই মৃত্যুৰ আশু কাৰণ আছিল। ৰাজশক্তিৰ লগত খৃষ্টান ধৰ্মৰ সম্পৰ্ক স্থাপন হোৱাৰ লগে লগে ধৰ্মীয় আদৰ্শ আৰু বৈষযিক আদৰ্শৰ মাজতো সমন্বযৰ আৱশ্যকতা আহি পৰে আৰু সেয়ে প্ৰোটেষ্টান আদৰ্শত ধৰ্ম্মীয কৃচ্ছ্ৰতা অৰ্থহীন আৰু অস্বাভাৱিক আদৰ্শ হিচাপে পৰিগণিত হ্বলৈ ধৰে। বৰং বৈষযিক জীৱনৰ কৃতকাৰ্য্যতাক সৎজীবন যাপনৰ সাক্ষী হিচাপে গ্ৰহণ কৰিবলৈ প্ৰোটেষ্টান ধৰ্ম্মই প্ৰেৰণা দিযে আৰু এনেদৰেই বৈষযিক উন্নতিৰ আদৰ্শই  ধৰ্ম্মীয উন্নতিৰো আদৰ্শ হৈ সমগ্ৰ ইযোৰুপীয সভ্যতাৰে ওলট পালট সাধে।

## প্ৰশাসনীয শক্তিভিত্তিক নৱজাতীযতাবোধ

বৈষযিক উন্নতিৰ  আদৰ্শ প্ৰধান হৈ উঠাৰ লগে লগে বৈষয়িক উন্নতিৰ অৰ্থে অপৰিহাৰ্য্য সমূহীয়া চেষ্টাৰো আবশ্যকতা সৰ্বসাধাৰণে উপলব্ধি কৰে। এনে আৱশ্যকতাৰ ফলস্বৰূপেই ষোল শ আৰু সোতৰ শ শতিকাত প্ৰশাস্নীয শক্তিক কেন্দ্ৰ কৰি ইযোৰুপত নৱ জাতীয়তাবোধে পাতনি মেলে।

সেই সমযতে সামন্ত নেতাসকলৰ ক্ষমতাও হ্ৰাস পায।  ক্ৰুছেড ৰ সমযতে বিভিন্ন অঞ্চলৰ মাজত লোকৰ যাতায়ত বৃদ্ধি পায আৰু দেশ ভ্ৰমণৰ ইচ্ছা সৰ্বসাধাৰণৰ মাজত বাঢ়ে। দু সাহসী আৱিষ্কাৰকসকলে ষোল শতিকাৰেপৰা দেশ ভ্ৰমণ কৰি নিজ নিজ দেশলৈ সোণ আনে আৰু ৰজাৰ ধনভড়াল চহকী কৰে। ধন বৃদ্ধি হোৱাত ৰজাই নিয়মিতভাবে সৈন্য ৰাখিবলৈ সমৰ্থ হয় আৰু সামন্ত নেতাসকলৰ ওপৰত নিৰ্ভশীল নোহোৱাকৈও চলাৰ ক্ষমতা পায। ৰজাৰ সামৰিক শক্তি বৃদ্ধিৰ লগে লগে বণিক সম্প্ৰদাযৰ সমৰ্থনো ৰজাই লাভ কৰে আৰু এইবোৰৰ ফলতে সামন্ত নেতাসকলৰ ক্ষমতা নোহোৱা হয  আভ্যন্তৰীণ যুজ বাগৰৰ অন্ত পৰে আৰু এনেদৰেই ৰাজশক্তিক কেন্দ্ৰ কৰি নৱজাতীযতাবোধৰ বিকাশ সহজ হৈ উঠে।

পৰবতী কালত নেপোলিয়নৰ বিৰুদ্ধে এনেধৰণে শক্তিশালী হৈ উঠা

ৰাজশক্তিবোৰে বিভিন্ন ৰাষ্ট্ৰত যুদ্ধ কৰিবলগীয়া হৈছিল আভ্যন্তৰীণ ঐক্যৰ আবশ্যক হৈছিল আৰু সেয়ে সেই সময়তো জাতীযতাবোধৰ বিকাশত বিশেষকৈ জামনি আৰু ইটালীত এটি নতুন জাগৰণ সৃষ্টি হৈছিল।

অৱশ্যে জাপানৰ জাতীয়তাবোধ বিকাশত ধৰ্ম্মৰ আৰু সম্ৰাটৰ উভয়ৰে স্থান আছিল। কিন্তু ধৰ্ম্মৰ স্থান আছিল গৌণ। তাত জাতীযতাবোধ মুখ্যত গঢ়ি উঠিছিল পশ্চিমীযা শক্তিৰ আৰ্থিক শোষণৰ বিৰুদ্ধে আৰু সামৰিক শক্তিক কেন্দ্ৰ কৰি। পশ্চিমীযা শক্তিৰ বিৰুদ্ধে যুজা স্বাধীনতাৰ সংগ্ৰামৰ মাজত ভাৰতীয জাতীযতাবোধৰো সৃষ্টি হৈছিল। কিন্তু আৰম্ভণিৰে পৰা ভাগবাটোৱাৰ প্ৰশ্ন প্ৰধান হৈ উঠাত ভাৰতৰ জাতীযতাবোধৰ ইতিহাসত ধৰ্মই এটি অনিষ্টকাৰী ভূমিকা লবলৈ সুবিধা পাইছিল আৰু সেযে ভাৰতত জাতীয়তাবোধৰ বিকাশ এতিযাও সুস্থ হৈ উঠিব পৰা নাই।

## ধৰ্ম্ম-ভিত্তিক জাতীযতাবোধৰ ক্ষণ স্থায়িত্ব

ধৰ্ম্মক কেন্দ্ৰ কৰি গঢ়ি উঠা জাতীযতাবোধৰ ঐতিহাসিক বিশ্লেষ। কৰিলে এটা কথা স্পষ্ট হৈ উঠে যে জাতীযতাবোধৰ এনে বিকাশ ক্ষণস্থায়ী। ইহুদী সকলৰ ক্ষেত্ৰত ইযাৰ ব্যতক্ৰম হোৱা যেন এই বাবেই লাগে যে ইহুদীসকলে নিজ ধৰ্ম্ম ৰক্ষাৰ অৰ্থে অস্ত্ৰৰ সহায লোৱা নাছিল আৰু সৌ সিদিনাহে মাত্ৰ তেওলোকে তেওলোকৰ জাতীয়তাবোধৰ মূৰ্ত্তক ৰূপ দি অত্যন্তই সীমীত ভৌগলিক পৰিধিৰ মাজত আৰু অত্যন্তই সীমীত ধৰ্ম্মীয বৈচিত্ৰ্যৰ ভিতৰত ইজৰাইল ৰাষ্ট্ৰ পুনৰ সৃষ্টি কৰিছে। তাৰোপৰি এই ধৰ্ম্মত বিভিন্ন লোকৰ মাজত বিস্তাৰৰ চেষ্টা দেখা নাযায়। মাত্ৰ নিজ ফৈদৰ ভিতৰতে এই ধৰ্ম্মক সীমাৱদ্ধ ৰাখি অকল মনোবলৰ মাধ্যমত আত্মৰক্ষাৰ তথা বৈশিষ্ট ৰক্ষাৰ চেষ্টাহে ইয়াত মুখ্যত আছে।

ভৌগলিক পৰিধি যিমানেই বাঢে আৰু ধৰ্ম্মীয বৈচিত্ৰ যিমানেই অধিক হয সিমানেই ধৰ্ম্মৰ ভিত্তিত জাতীযতাবোধৰ বিকাশ কঠিন হৈ উঠে। ভৌগলিক পৰিধি বৃদ্ধিৰ লগে লগে ধৰ্ম্মীয সম্পৰ্কতকৈ বৈষযিক স্বাৰ্থৰ সংঘাত প্ৰৱল হৈ উঠে আৰু এনে অৱস্থাতে অকল ধৰ্ম্মৰ মাধ্যমতে জাতীয়তাবোধ ৰক্ষিত হব নোৱাৰে। বৰং এনে অৱস্থাত ধৰ্ম্মীয় গুৰু আৰু শাসনকৰ্ত্তাৰ মাজৰ বিৰোধ আনকি একে ধৰ্ম্মৰে ধৰ্ম্মীয় গুৰু সকলৰো পাৰস্পৰিক বিবাদে ইয়াৰ অৱস্থিতি পৰ্য্যন্ত বিপদাপন্ন কৰি তোলে। মুছলিম ৰাষ্ট্ৰবোৰৰ ইতিহাসে এই কথা অত্যন্তই স্পষ্টভাবে প্ৰামাণ কৰে। তাৰোপৰি এনে দৰে সৃষ্ট জাতীয়তাবোধে ধৰ্ম্মীয় আদৰ্শৰ বিকাশত সদায়ে অলঙ্ঘনীয় প্ৰাচীৰ সৃষ্টি কৰে আৰু ধৰ্ম্মৰ মূলবস্তু মানবীয় সহানুভুতি পৰ্য্যন্ত ধ্বংস কৰে।

ধৰ্ম্মীয় ভাৱধাৰাৰ প্ৰকৃত বৈশিষ্ট্যক কেন্দ্ৰ কৰি জাতীয়তাবোধৰ বিকাশ কিছুকাল সম্ভৱ হলেও আৰ্থিক স্বাৰ্থৰ সংঘাতক ধৰ্ম্মীয় ভাবধাৰাৰ ছদ্ম বেশত উলিওৱা জাতীয়তাবোধৰ বিকাসৰ চেষ্টা সদায়ে আত্মঘাতী স্বৰূপ। কিয়নো তেনে চেষ্টাই আৰ্থিক সংঘাতৰ প্ৰকৃত ৰূপ লুকাই ৰাখি সমস্যাৰ জটিলতা মাত্ৰ বৃদ্ধি কৰে। পাকিস্তানৰ ইতিহাস বিশ্লেষণ কৰোতে এই কথা মনত ৰখা উচিত হ্ব।

এই কথা বহু পৰিমাণে ভাষাক কেন্দ্ৰ কৰি গঢ়ি উঠা জাতীযতাবোধৰ ক্ষেত্ৰতো সত্য। আচলতে অকল ভাষাক কেন্দ্ৰ কৰি গঢ়ি উঠা জাতীযতাবোধৰ উদাহৰণ পৃথিবীৰ ইতিহাসত বিৰল যদিও বৰ্ত্তমান সময়ত ইয়াক কেন্দ্ৰ কৰি ভাৰতবৰ্ষৰ অনকি পাকিস্থানতো ৰাষ্ট্ৰীয় জাতীযতাবোধ সৃষ্টি নহলেও আঞ্চলিক জাতীয়তাবোধৰ আৰু উপ আঞ্চলিক জাতীযতাবোধৰ সৃষ্টি হোৱা দেখা গৈছে। কিন্তু ধৰ্ম্মৰ ক্ষেত্ৰতে হওক অথবা ভাষাৰ ক্ষেত্ৰতে হওক বিৰোধ ভাবৰ ওপৰত ভিত্তি কৰি গঢ়ি উঠা জাতীযতাবোধৰ মাজত সদায মৃত্যুকীট লুকাই থাকে। বিৰোধভাব প্ৰথমতে অন্য ধৰ্ম্মৰ আৰু অন্য ভাষাৰ লোকৰ প্ৰতি দেখা গলেও পাচত ইযাৰ মাজেদি ডাঙৰ দীঘল হোৱা বিৰোধৰ সোচৰা ৰোগ নিজৰ মাজতো বিয়পে আৰু তাৰে ফলতে জাতীযবোধৰ বৃদ্ধিৰ অৰ্থে অপৰিহাৰ্য্য সমন্বয়ৰ মনোবৃত্তি কোনো দিনেই সম্ভৱ হৈ নুঠে। আনকি জাতীযবোধৰ এনে পৰিণতিযে ধৰ্ম ভাষা আদিৰ প্ৰকৃত আৱশ্যকতা পৰ্য্যন্ত অস্পষ্ট কৰি তোলে আৰু সেযে বহু চিন্তাশীল লোকে ধৰ্ম আৰু ভাষাক কেন্দ্ৰ কৰি গঢি উঠা জাতীযতাবোধক আনকি ধৰ্ম ভাষা আৰু সংস্কৃতিৰ আনুগত্যকো শোষণ কামীসকলৰ নিজ স্বাৰ্থৰ হকে সৃষ্টি কৰা বিভিন্ন অস্ত্ৰ হিচাপেহে ইয়াক গণ্য কৰে।

## ধৰ্মীয় সহিষ্ণুতা আৰু গণতান্ত্ৰিক জাতীযতাবোধৰ বিকাশ

অৱশ্যে এই কথা সত্য হ্ব নোৱাৰে যে ধৰ্ম একেবাৰে অনাৱশ্যক। নিজ স্বাৰ্থৰ বাহিৰেও সামাজিকস্বাৰ্থৰ প্ৰয়োজন অত্যন্তই বিষযীলোকেও স্বীকাৰ নকৰি নোৱাৰে। ভৌগলিক আৰু ঐতিহাসিক কাৰণত বিভিন্ন ধৰ্মৰ দাৰ্শনিক যুক্তি আৰু দৈনন্দিন জীৱনৰ আচাৰৰ মাজত পাৰ্থক্য থাকিলেও সকলো ধৰ্মৰ মূল উদ্দেশ্য শেষত একেই সৰ্ব্বসাধাৰণৰ প্ৰতি সহানুভূতিৰ ভাৱ সৃষ্টি আৰু সকলোৰে মাজত এটি মানৱীয সম্পৰ্ক স্থাপনৰ চেষ্টা। এনে ভাৱ আৰু সম্পৰ্কৰ মূল্য নাই বুলি কলে সত্যৰ অপলাপ হ্ব। ভৌগলিক কাৰণত বিভিন্ন ধৰ্মত বিভিন্নতা নিশ্চয় আছে। তথাপিও সকলো ধৰ্মৰ উদ্দেশ্য মানবীয় সহানুভূতিৰ আৰু সম্পৰ্কৰ স্থাপন।

যিবিলাক স্থান মৰুভূমি প্ৰধান আৰু য ত অৰণ্য নাই তাত মৃতকৰ শ দাহন ব্যৱস্থা কেতিয়াও হ্ব নোৱাৰে। তেনে অৱস্থাত মৃত্যুৰ পাচতো কবৰতে কিবা এটি অস্তিত্ব থাকি যোৱাৰ ভাব স্বাভাৱিকতে হয় আৰু সেযে সেইবোৰ স্থানৰ ধৰ্ম্মৰ দাৰ্শনিক ভিত্তিতো স্বাভাৱিকতে পুনৰ জন্মৰ গুৰুত্ব কমি যায় আৰু শেষ বিচাৰ ৰ ধাৰণা বৃদ্ধি পায়। সেইদৰে ভৌগলিক কাৰণতে খাদ্যৰ বিভিন্নতা দেখা যায়। ক্ষুদ্ৰ অঞ্চলতে লেনদেন সীমাৱদ্ধ থাকিলে এক ঈশ্বৰৰ এটা মাত্ৰ ৰূপকে বা ৰূপহীন জ্যোতিকে পৰম সত্য বুলি মানি লোৱা হয়তো সহজ আৰু নিৰাপদ। বৈচিত্ৰ্যপূৰ্ণ বিৰাট দেশ এখনত কিন্তু বিভিন্ন অঞ্চলৰ বিশ্বাস আৰু ধৰ্ম্মীয় পদ্ধতিৰ লগত এনে ৰূপৰ সমন্বয় সাধিব নোৱাৰিলে ধৰ্ম্মীয় বিবাদৰ স্থল সদায়ে থাকে আৰু ধৰ্ম্মৰ নামতে ৰক্তপাত ঘটে। ৰক্তপাত আৰু বিবাদৰ মাজত মানৱীয় সহানুভুতিৰ বিকাশ ঘটিব নোৱাৰে আৰু সমগ্ৰ দেশকে কেন্দ্ৰ কৰি ব্যাপক জাতীয়তাবোধৰ বিকাশো অবাস্তৱ হৈ পৰে।

এই কথা সত্য যে সীমীত ক্ষমতাসম্পন্ন মানুহে অসীমৰ পূৰ্ণৰূপ কেতিয়াও উপলব্ধি কৰিব নোৱাৰে। আমাৰ উপলব্ধি সদায়ে চাৰিকণাৰ হাতীৰ উপলব্ধিৰ দৰে। এনে অৱস্থাত বিভিন্ন অঞ্চলৰ আৰু বিভিন্ন গোষ্ঠীৰ মাজত প্ৰচলিত ধৰ্ম্ম বিশ্বাসৰ প্ৰতি নীচাত্মক মনোভাৱ লোৱাতো যেনেদৰে অৰ্থহীন তেনেদৰে বিপদজনকো।

ধৰ্ম্মীয ভাৱধাৰাৰ বিকাশৰ অৰ্থে সদাযে আৱশ্যক বৈসাদৃশ্যৰ ওপৰত জোৰ নিদি সাদৃশ্যৰ ওপৰত জোৰ দিয়া মানোবৃত্তি আৰু বিভিন্ন অভিজ্ঞতাৰ মাজত আদান প্ৰদান কৰাৰ ঐতিহ্য। এনে মনোবৃত্তি অকল ধৰ্ম্মীয় বিকাশৰ বাবেই যে আৱশ্যক তেনে নহয ইয়াৰ আৱশ্যক গণতন্ত্ৰ বিকাশৰ বাবেও । নিজা ধৰ্ম্মৰ আৰু গোষ্ঠীৰ লোকৰ মাজতে সীমীত গণতন্ত্ৰ কেতিয়াও শুদ্ধ আৰু নিৰাপদ গণতন্ত্ৰ হ্ব নোৱাৰে। ইযাৰ জলন্ত উদাহৰণ দাসসকলক বাদ দি সৃষ্টি হোৱা এথেঞ্চৰ পুৰণা গণতন্ত্ৰ।ধৰ্ম্মৰ ক্ষেত্ৰত এনে শুদ্ধ নিৰাপদ গণতন্ত্ৰ সম্ভৱ মাত্ৰ তেতিয়া যেতিযা প্ৰত্যেকৰে থাকে এটি নম্ৰতাৰ ভাৱ আৰু বিভিন্ন ধৰ্মত বিশ্বাস কৰিও একে লক্ষ্যতে উপনীত হোৱাৰ উদাৰ আদৰ্শ আৰু ঐতিহ্য । সত্য একেই কিন্তু তাত উপনীত হোৱাৰ পন্থা মাত্ৰ বিভিন্ন।

## ভাৰতীয় ধৰ্ম্মীয় ঐতিহ্যৰ বৈশিষ্ট্য

সৌভাগ্যৱশত ভাৰতবৰ্ষত তেনে নম্ৰতা আৰু ঐতিহ্য বহু শতিকাৰ আগতে হৈছিল। বৈষ্ণৱেও শিৱক বিষ্ণুভাৱে আৰু দুৰ্গাক নাৰয়নী ভাবে অৰ্চন কৰাৰ নিয়ম এই ভাৰততে সৃষ্টি হৈছিল। সাপ শিলৰ মাধ্যমতো ঘনীভূত মনোনিবেশধ্যান সম্ভৱ

বুলি আৰু এনে ধ্যানৰ মাধ্যমতে পৰম সত্যৰ উপলব্ধি বাস্তৱ বুলি এই দেশতে স্বীকাৰ কৰি লোৱা হৈছিল আৰু এনেদৰেই সকলো গোষ্ঠীৰ ধৰ্ম্মীয় পদ্ধতিক সন্মান কৰাৰ ঐতিহ্য এই দেশতে বিকশিত হৈছিল। ঈশ্বৰত আনকি আত্মাত বিশ্বাস নকৰা লোকৰ বিশ্বাসো ভাৰতীয় ধৰ্ম্মীয় দৰ্শনত নিৰ্গুণ ব্ৰহ্মৰ ধাৰণাৰ মাধ্যমত সোমাই পৰিছিল আৰু এনেদৰেই সমন্বয়ৰ যোগেদি ধৰ্ম্মীয় বিকাশৰ মহান পৰম্পৰাৰ সূত্ৰপাত এই মহান দেশতে সম্ভৱ হৈছিল। আৰু আজিও ই ভাৰতীয় সংবিধানত ধৰ্ম্ম নিৰপেক্ষতাৰ বা secularism ৰ ৰূপ ৰক্ষিত হৈ আছে।

ভাৰতৰ এযে বৈশিষ্ট্য এযে মহান পৰম্পৰা। ইয়াকে কেন্দ্ৰ কৰি গঢ়ি উঠিব লাগিব ভাৰতৰ জাতীযতা। এনে জাতীযতাবোধৰ আৱশ্যকতা পুৰণি কালতকৈও বৰ্ত্তমানে অধিক। কিযনো আৰ্থিক কাৰণতে আজি আমি হ্ব লাগিব একগোট বিভিন্ন ভাষা ভাষী হৈও বিভিন্ন ধৰ্ম্মাৱলম্বী হৈও এক ভাবতে এক আদৰ্শতে আজি আমি গঢিব লাগিব আমাৰ দেশ ।

# সমস্যা আৰু স্বাধীনতা দিবসৰ সংকল্প

প্ৰত্যেক স্বাধীনতা দিবসেই জাতিৰ কাৰণে সংকল্প মহান আৰু জীৱন্ত কৰাৰ দিন। কিন্তু সংকল্প মহান আৰু জীৱন্ত হবলৈ হ্লে ই হব লাগিব আত্মবিশ্লেষণৰ ওপৰত প্ৰতিস্থিত । পোৱা নোপোৱাৰ খতিয়ানেৰে অথবা কৃতকাৰ্যতা আৰু বিফলতাৰ হিচাপে অথবা দেশৰ বিভিন্ন সমস্যাৰ ঐতিহাসিক পটভূমিৰ বিশ্লেষণৰ পটভূমিৰ বিশ্লেষণৰে আমি আমাৰ কৰ্তব্য স্পষ্ট কৰি লব লাগিব এই পবিত্ৰ দিনত । কিযনো সেই স্পষ্টতাৰ মাজত হে স,কল্প হৈ উঠে মহান আৰু জীৱন্ত আন্তৰিক আৰু গভীৰ উদ্দেশ্যমুখী আৰু কাৰ্য্যকৰী।

বিগত স্বাধীনতাৰ আন্দোলনৰ কালত আমি যি পালো সেযা নিশ্চয় নগন্য নহয। স্বাধীনতাৰ প্ৰথম দিনতে দেশ বিভক্ত হ্ ল সৃষ্টি হ্ ল আভ্যন্তৰীন শান্তি ৰক্ষাৰ সমস্যা লাখ লাখ শৰণাৰ্থীৰ পুনৰ স,স্থাপনৰ সমস্যা ভাৰতবৰ্ষৰ প্ৰাকস্বাধীন কালত ভাৰতৰ কেন্দ্ৰীয় প্ৰশাসনৰ বাহিৰত স্বাধীন ভাবে থকা দেশীয ৰাজ''বাৰক কেন্দ্ৰীয প্ৰশাসনৰ মাজলৈ অনাৰ সমস্যা কাশ্মীৰক কেন্দ্ৰ কৰি ভাৰতবৰ্ষ আৰু পাকিস্তানৰ মাজত উদ্ভব হোৱা বিবাদ নিষ্পত্তিৰ সমস্যা চীনৰ লগত সীমা নিৰ্ধাণৰ সমস্যা ইত্যাদি ইত্যাদি বহিৰ্দেশীয সমস্যা। লগতে সৃষ্টি হ্ ল অন্তৰ্দেশীয় বিভিন্ন সমস্যা যেনে জনগনৰ আৰ্থিক মান উন্নযনৰ শিক্ষা বিস্তাৰৰ কাৰিকৰী শিক্ষাৰ গাথনি নিৰ্মাণৰ আৰু মান উন্নযনৰ ৰাজ্য সমূহ্ৰ বিভিন্ন দিশত মান উন্নযনৰ আৰু মান সমান কৰণৰ সমস্যা।

বিগত স্বাধীনোত্তৰ কালত আমি যি পালো সেয়া নিশ্চয নগন্য নহয় । তথাপিও আমাৰ আগত এতিযাও বহু সমস্যা আছে যিবোৰৰ এতিয়াও সুসমাধান হবলৈ বাকী। বিগত কালত আমাৰ প্ৰাপ্তিৰ ভিতৰত আছে সকলোৰে গ্ৰহ্ণ যোগ্য বৈদেশিক নীতি লাখ লাখ শৰনাৰ্থীৰ পুনৰ সংস্থাপন আঞ্চলিকতাবাদৰ বিপৰীতে ৰাষ্ট্ৰীয বাদৰ বিকাশ সামগ্ৰিক আৰ্থিক উন্নয়নৰ অৰ্থে পৰিকল্পনাৰ আচনি আৰু শিক্ষানীতি । কিন্তু এইবোৰৰ এতিযাও পূৰ্ণবিকাশ হবলৈ বাকী।

স্বাধীনতা লাভকৰাৰ সময়ত বিশ্বত দুটা শক্তিই প্ৰধান আছিল যুক্তৰাষ্ট্ৰৰ আৰু ৰাচিয়াৰ সামৰিক শক্তি। তাৰ আগতে বৃটিছ আৰু জাৰ্মান শক্তি। প্ৰথম আৰু দ্বিতীয

মহাসমৰ উভয়ে ঘটিছিল বৃটিছ শক্তি আৰু জাৰ্মান শক্তিৰ মাজত।এই দুই সামৰিক শক্তিক কেন্দ্ৰ কৰি দ্বিতীয় মহাযুদ্ধ পাচৰ কালতহে দুটা গোষ্ঠীত যুক্তৰাষ্ট্ৰীয আৰু ৰাচীয় গোষ্ঠীত বিশ্বৰ বিভিন্ন দেশবোৰ হৈছিল বিভক্ত। চীন আৰু জাপান সেই সময়ত যথা ক্ৰমে যুক্তৰাষ্ট্ৰীয় বা পশ্চিমীয়া গোষ্ঠীত আৰু ৰুছীযা গোষ্ঠীত অৰ্ন্তভুক্ত হৈছিল। পাচত অৰ্থাৎ চীনত কমিউনিষ্ট চৰকাৰ হোৱাৰ লগে লগে চীন ৰাচীযা গোষ্ঠীৰ অৰ্ন্তভুক্ত হৈ পৰে। তৃতীয বিশ্বযুদ্ধৰ সম্ভাৱনাই দেখা দিযে। তৃতীয যুদ্ধ ভাৰতৰ কাৰণে তথা সকলো অনুন্নত দেশৰ বাবে অৱশ্যই অনিষ্টকাৰক । সেযে ভাৰতবৰ্ষই তেতিযা গোষ্ঠীনিৰপেক্ষ নীতি অনুসৰণ কৰে আৰু ইযেই হৈ পৰে ভাৰতবৰ্ষৰ পৰৰাষ্ট্ৰীয় নীতি বা বৈদেশিক নীতি৷ এই নীতিৰে অন্য নামেই সহাৱস্থানৰ নীতি।

প্ৰাক স্বাধীনতাৰ কালত দেশত দৰিদ্ৰতাৰ সমস্যাই কৰাল ৰূপ লৈছিল। উঁনৈশ শ ত্ৰিয়াল্লিশ চনত বঙ্গৰ (অবিভক্ত) দুৰ্ভিক্ষত পচিশ লাখৰো অধিক লোকৰ মৃত্যু হৈছিল। এই দুৰ্ভিক্ষৰ মূল কাৰণ সেই সমযৰ ভাৰতৰ ই্ৰাজ চৰকাৰৰ উদাসীনতা আৰু দ্বিতীয বিশ্বসমৰত ভাৰত চৰকাৰে জাপানৰ বিৰুদ্ধে গ্ৰহণ কৰা খেতি বা ভুমি ধ্বংস কৰা নীতি। স্বাধীনতাৰ লগে লগে ভাৰতৰ ৰাষ্ট্ৰীয চৰকাৰে আৰ্থিক পৰিকল্পনাৰ আচনি গ্ৰহণ কৰে। ইযাৰ ফলত ভাৰতবৰ্ষ আজি কৃষিক্ষেত্ৰত স্বনিৰ্ভৰ শীল আৰু শিক্ষাৰ ক্ষেত্ৰতো প্ৰায স্বনিৰ্ভৰশীল। তথাপিও মূল্যবৃদ্ধি সমস্যা এতিযাও আছে পূৰ্বৰ আৰ্থিক ব্যৱস্থা বিশেষত ধনতান্ত্ৰিকতাও । ধনতান্ত্ৰিকতাৰ বৰ্তমানৰ গতিকে শোষণও আছে শোষণৰ গতিকে দৰিদ্ৰতা নিৰ্মূল কৰাত বহুপ্ৰকাৰৰ বাধাও সৃষ্টি হৈছে।

দৰিদ্ৰতা নিৰ্মূল কৰাৰ অৰ্থে কৃষিৰ উৎপাদন ব্যৱস্থা আধুনিক কৃষি কৌশলৰ ওপৰত সংস্থাপিত ব্যৱস্থা লগতে প্ৰযোজন ক্ষুদ্ৰ ক্ষুদ্ৰ মাটিৰ গোটত খেতি কৰাৰ পৰম্পাৰাৰ বিপৰীতে যৌথ পামৰ দ্বাৰা গঠিত বৃহৎ গোটীৰ মাটিত খেতিকৰাৰ নীতি, অন্যথা আধুনিক কাৰিকৰী কৌশল বিশেষত মেকানিককেল ফাৰ্মিং পদ্ধতিৰ প্ৰযোগ সম্ভৱ নহয।

উত্তৰ স্বাধীনতা কালৰ এক প্ৰধান সমস্যা দেশৰ সামৰিক শক্তিৰ উন্নতি সাধন। অন্যথা আৰ্থিক ক্ষেত্ৰত যেনেদৰে পূৰ্ণ স্বাতন্ত্ৰ্য অসম্ভৱ তেনেদৰে অসম্ভৱ বৈদেশিক ক্ষেত্ৰত আত্মনিৰ্ভৰশীলতাও। সমাৰিক ক্ষেত্ৰত আত্মনিৰ্ভৰশীলতাৰ লগত জড়িত প্ৰশ্ন সমূহৰ ভিতৰত আছে আটমিক শক্তিৰ ক্ষেত্ৰতো আত্মনিৰ্ভৰশীল হোৱাৰ প্ৰশ্ন। অৰ্থাৎ আমাৰ নিচেই চুবুৰীযা ৰাষ্ট্ৰ চীনৰ আটমিক সামৰিক শক্তি প্ৰতিৰোধ

কৰিব পৰা ক্ষমতা অৰ্জনৰ ওপৰতো । চীনৰ লগত ভাৰতৰ সম্পৰ্ক বহুকাল ধৰি মধুৰ পৰম্পৰাৰ ওপৰত প্ৰতিষ্ঠিত । কিন্তু তথাপিও চীনে ভাৰতৰ বহু ভূ মিৰ ওপৰত দাবি কৰি আছে আৰু সেই দাবিৰ ওপৰত ভিত্তি কৰি চীনে এবাৰ ভাৰতবৰ্ষ আক্ৰমণ কৰি অৰুণাচলৰ বহু অংশ দখলো কৰিছিল পাচত অৱশ্যে সেই দখল এৰি দিয়ে। চীনৰ ওপৰত সম্পূৰ্ণ আস্থাশীল হোৱাটো ভাৰতৰ পক্ষে এতিয়াও অবাস্তৱ হৈ আছে ইপিনে দেশ বিভাজনৰ পাচতে পাকিস্তানে ভাৰতৰ অঙ্গৰাজ্য কাশ্মীৰৰ এক অংশ দখল কৰি এতিযাও আছে আৰু কাশ্মীৰৰ বাকী অ,শও দাবি কৰি আছে। চীনৰ পকিস্থানৰ লগত সামৰিক সম্পৰ্ক গোপনে আছে। এনেবোৰ কাৰণত ভাৰতবৰ্ষৰ আটমিক সামৰিক শক্তিৰ উন্নতি অপৰিহাৰ্য্য লগতে অপৰিহাৰ্য্য সেই শক্তি প্ৰযোগ ব্যৱস্থাৰো। এই ক্ষেত্ৰত স্মৰনীয় যে ভাৰতৰ চুবৰীযা ৰাষ্ট্ৰ চীন, পাকিস্তান ৰাচীযা এই তিনিও খন দেশেই আটমিক শক্তি সম্পন্ন দেশ। অৱশ্যে ভাৰতবৰ্ষও।

স্বাধীনোত্তৰ তথা বৰ্তমান কালৰ আন কিছুমান সমস্যাৰ ভিতৰত প্ৰধান জাতীযতাৰ বিকাশৰ সমস্যা সমাজতন্ত্ৰ স্থাপনৰ সমস্যা আৰু ব্যক্তি স্বাধীনতাৰ তথা গণতন্ত্ৰৰ বিকাশৰ সমস্যা।

প্ৰতিৰক্ষাৰ অৰ্থে যিদৰে জাতীযতাৰ বিকাশ অপৰিহাৰ্য্য সেইদৰে ই অপৰিহাৰ্য্য আৰ্থিক উন্নযনৰ অৰ্থেও। আমাৰ দেশৰ সৰ্বপ্ৰকাৰ উন্নতিৰ বুনিয়াদ যে জাতীযতা সেই কথা প্ৰমানিত হৈছে বিগত কালত বিশেষত পাকিস্থানে আৰু চীনে আমাৰ দেশ আক্ৰমণৰ সমযত। এই বুনিযাদ যে সবল এই কথাও তেতিয়া হৈছিল প্ৰমানিত তথাপিও সাৱধানতাৰ প্ৰয়োজন আজিও আছে। দেশৰ সাম্প্ৰদায়িক শক্তিসমূহ এতিযাও হৈ আছে ক্ৰিযাৰত। জনজাতীয তথা পাহাৰী লোকসকলৰ বহুতে ভাৰতীয কৃষ্টিৰ মূল সূতিৰ পৰা এতিযাও বিচ্ছিন্ন হৈ থাকিব খোজে নিজৰ সুকীযা কৃষ্টি হেৰাই যোবাৰ ভযত। এনে ভয দূৰীকৰণ ব্যবস্থা দেশত সোনকালে গঢ়ি উঠিব লাগে। সেইদৰে ধৰ্ম্মীয সহাৱস্থানৰ নীতিও প্ৰৱল হৈ উঠিব লাগে। কিয়নো এতিযাও ই দুৰ্বল হৈযেই আছে যদিও ই ভাৰতবৰ্ষৰ এক স্বীকৃত ৰাষ্ট্ৰীয নীতি স্বাধীনতাৰ দিনৰে পৰাই আনকি তাৰ আগৰে পৰাই। এই ক্ষেত্ৰতো ভয়ৰ কাৰণ দেশত এতিয়াও আছে মাজে মাজে ই এতিযাও উক দি উঠে আৰু শান্তিৰ আৰু বিকাশৰ বাধাপ্ৰদ কাৰণ হৈ পৰে বিভিন্ন ক্ষেত্ৰত আৰ্থিক বৈষম্যৰ গতিকেই মুখ্যত এই ভীতিৰ ভাবে উক দিবলৈ সুবিধা পাইছে ।

কৃষ্টিগত ভীতি দূৰীকৰণৰ অৰ্থে বিভিন্ন সাহিত্য সভাই প্ৰচাৰ কাৰ্য্যত ৰত হব লাগে আৰু আঞ্চলিক সাহিত্য গ্ৰন্থবোৰৰ আৰু গোষ্ঠীয সাহিত্য গ্ৰন্থ বোৰৰ

অনুবাদৰ কৰ্মৰ উচিত আচনি গ্ৰহন কৰিব লাগে। গোষ্ঠীয আৰ্থিক ব্যৱস্থা গ্ৰহণৰ ক্ষেত্ৰত চৰকাৰে অধিকতৰ সক্ৰিয় ভূমিকা লব লাগে। এই প্ৰকাৰৰ ব্যৱস্থানৰ সকলো গ্ৰহণমুখী বাতাবৰণৰ সৃষ্টিত বুদ্ধিজীৱি সকলোৰো ভূমিকা আছে।

আৰ্থিক শোষণ আৰু শ্ৰেণী বৈষম্য তথা গোষ্ঠী বৈষম্য দূৰীকৰণৰ ব্যৱস্থাৰ লগতে সমাজতন্ত্ৰ স্থাপনৰ প্ৰশ্নও জাড়িত। দেশে সমাজতন্ত্ৰ যি দৰে গ্ৰহণ কৰিছে সেইদৰে গ্ৰহণ কৰিছে গণতন্ত্ৰ তথা ব্যক্তিগত স্বাধীনতাৰ ৰক্ষাৰ ৰাষ্ট্ৰীয ব্যৱস্থাও। গণতান্ত্ৰিক নীতিত সমাজতন্ত্ৰৰ স্থাপন সময সাপেক্ষ। এই কথা দেশৰ জনসাধাৰণে জনাটো বা উপলব্ধি কৰাটো দেশৰ সুস্থিৰ বিকাশৰ অৰ্থেই অপৰিহাৰ্য্য।এই ক্ষেত্ৰতো বুদ্ধিজীৱিৰ অৰ্থাৎ লিখক, সম্পাদক আদিৰো দাযিত্ব আছে। শিক্ষাব্যৱস্থাৰো উচিত পৰিবৰ্তন এই অৰ্থে অপৰিহাৰ্য্য।

স্বাধীনোত্তৰ কালত এই সমস্যাবোৰ সমাধানৰ অৰ্থে দেশে যি চেষ্টা কৰি আহিছে তাত নিশ্চয গৌৰৱৰ স্থল আছে। কিন্তু ভাৰতবৰ্ষত সৰ্বসাধাৰণ লোক সকল এতিয়াও এইবোৰৰ ক্ষেত্ৰত দাযবদ্ধ হৈ পৰা নাই। সামান্য দাযবদ্ধতাৰ অভাৱতে দেশ বিশৃঙ্খলতাৰ মাজত হেৰাই যাব পাৰে। এই কথা বুদ্ধিজীৱি আৰু ৰাজনৈতিক নেতাবোৰে সততে মনত ৰখাৰ প্ৰয়োজন। ভাৰতৰ কাৰণে গৌৰৱৰ কথা এযে যে স্বাধীনোত্তৰ কালত কেবাটাও সাধাৰণ নিৰ্বাচন কোটি কোটি নৰনাৰীৰ আবাস ভুমি তথা বিভিন্ন ধৰ্ম্মীয় সম্প্ৰদায়প্ৰধান তথা বিভিন্ন ভাষাভাষী গোষ্ঠী প্ৰধান ভাৰতবৰ্ষত অতি শৃঙ্খলাৰ হৈ গৈছে প্ৰধান মন্ত্ৰীসৱৰ উত্তৰাধিকাৰী সহজে নিৰ্ব্বাচিত হৈ গৈছে সাধাৰণ নিৰ্ব্বাচন বোৰত বিভিন্ন ৰাজনৈতিক দলে আনকি চীন দেশৰ প্ৰতি আৰু পাকিস্থানৰ প্ৰতি অনুৰাগ থকা দলেও নিৰ্ভযে অংশ গ্ৰহণ কৰিছে। ভাৰতৰ বাহিৰত এচিযা আৰু আফ্ৰিকাৰ আন কোনো দেশতে ভাৰতত হোৱাদৰে গণতন্ত্ৰৰ এনে সুস্থ বিকাশ দেখা নাযায।

এনেবোৰ কথাৰ বাবে আমি নিশ্চয গৌৰৱান্বিত হোৱা উচিত, প্ৰেৰণা পোৱা উচিত আৰু সময়ে সময়ে কৰিব লগীযা বাকী কৰ্মবোৰ কৰাৰ আৰু সমস্যাবোৰ সমাধান কৰাৰ বাবে সংকল্প লোৱা উচিত। সংকল্প লব লাগিলে সংযমী আৰু দাযিত্বশীল হোৱাৰ চিন্তা আক কাৰ্যৰে ত্যাগ আক সেৱাৰে দেশ সেৱাৰ মনোভাবেৰে। এনে পবিত্ৰ সংকল্প লোৱাৰ পৰম পবিত্ৰ দিন অৱশ্যাই স্বাধীনতা দিৱস তথা পোন্ধৰ আগষ্ট, প্ৰতি বছৰ ।

